# জীৱনলীলা

কাকাচাহেব কালেলকৰ

অনুবাদ
নিৰুপমা ফুকন







সাহিত্য অকাদেমি
নিউ দিল্লী

*Jibanlila*—Assamese translation by Smt. Nirupama Phukan of the Gujarati Travelogue by Kakashaeb Kalelkar, Sahitya Akademi, New Delhi, 1976 Price Rs 12.00

সাহিত্য অকাদেমি, ১৯৭৫

তলৰ ঠিকনাতো পোৱা যায়
ৰবীন্দ্ৰ ভৱন, ফিৰোজ শ্বাহ ৰোড, নিউ দিল্লী ১
২১ হ্যাডোজ ৰোড, মাদ্ৰাজ ৬
১৭২, নইগাঁও ক্ৰচ ৰোড, বোম্বাই ১৪
ৰবীন্দ্ৰ সৰোবৰ ষ্টেডিয়াম, কলিকাতা ২৯

জেনাৰেল প্ৰিণ্টাৰ্স য়্যাণ্ড পাব্লিশ্বাৰ্স প্ৰাইভেট লিমিটেড, ১১৯, লেনিন সৰণি কলিকতা ৭০০ ০১৩ দ্বাৰা মুদ্ৰিত আৰু সাহিত্য অকাদেমি, নতুন দিল্লীৰ দ্বাৰা প্ৰকাশিত

# আগকথা

সাধাৰণতে চাবলৈ গলে পঞ্চ মহাভূতৰ মিলিত শক্তিতেই জীৱনৰ অস্তিত্ব লুকাই আছে। তথাপি আমাৰ মানুহে পানীক 'জীৱন' আখ্যা দিছে। ইয়াৰ ভিতৰত এক বিৰাট ৰহস্য সোমাই আছে। পৃথিৱীৰ চাৰিওফালে লাগিলে যিমানেই : বায়ু মণ্ডল ঘেৰি নাথাকক, যাৰ অবিহনত আমি এক মুহূৰ্ত্তও জীয়াই থাকিব নোৱাৰো, কিন্তু তথাপি পৃথিৱীৰ চাৰিওদিশে আবৰি থকা পানীৰ আৱৰণেহে পৃথিৱীক মহিমাময়ী আৰু মহত্বপূৰ্ণ কৰি তুলিছে। পানীৰ ভিতৰত যি নতুনত্ব আছে, যি জীৱনী শক্তি আছে তাক জলা জুই বতাহ ধুমুহা আদি একোৰে ভিতৰত পোৱা নাযায়। যি ঠাইত পানীৰ ধাৰা বয়, সেই ঠাই আপোনা-আপুনি স্নিগ্ধ আৰু শীতল হৈ পৰে। পানীয়ে নিজৰ জীৱনী শক্তিৰ দ্বাৰা শুকান মৰুভূমিকো উপবনত পৰিণত কৰিব পাৰে। প্ৰত্যেক প্ৰাণীয়েই যাতে নিজৰ জীৱনত পানীক বিভিন্ন ধৰণে প্ৰয়োগ কৰিব পাৰে, পানীয়ে সদায় সকলোকে সেই সুবিধা দিয়ে। পানীৰ প্ৰকৃতি হৈছে চঞ্চল, তৰল আৰু উৰ্ম্মিল আৰু তাতোকৈও ইয়াৰ বিশেষ মহত্ব হৈছে বৎসলতা—। প্ৰাকৃতিক দৃশ্যাবলী চাই থকা সময়ত পৰ্ব্বত, পাহাৰ, ডাৱৰ আৰু এই সকলোৰে উৎসস্বৰূপ সূৰ্য্যোদয় আৰু সূৰ্য্যাস্তৰ সৌন্দৰ্য্য অনুভৱ কৰিছোঁ। [illegible] বিভিন্ন ৰকমৰ বিশেষত্ব আৰু বিভিন্ন ৰকমৰ অস্তিত্ব আ[illegible] তথাপি পানী[illegible] বা বিস্তাৰত যি জীৱন সৌন্দৰ্য্য ফুটি উঠে তা[illegible]টো [illegible] তাৰ তুলনাত আন সকলো প্ৰাকৃতিক দৃশ্য তুচ্ছ [illegible]য়। লাগিলে যিম[illegible] ডাঙৰ উত্তুঙ্গ আৰু গগনভেদী পৰ্ব্বত হওক, কিন্তু [illegible] নীল বক্ষক বিদীৰ্ণ কৰি কোনো ডাঙৰ বা সৰু নিজৰা বাগ[illegible]নৈলেকে তাৰ ভব্যতা তুচ্ছ, শূন্য আৰু বৈচিত্ৰ্যহীন যেন লাগে।

সংস্কৃতত "ডলয়োঃ সাৱৰ্ণ্যম্" নীতিত পানীক হয়তো জড় পদাৰ্থ বুলিও কয়। কিন্তু প্ৰকৃততে যদি কৰলৈ যোৱা যায়, তেতিয়াহলে পানীক জড বোলা বুদ্ধিকহে জড় বোলা উচিত। জড়তাৰ যদি ক'ৰবাত অভাৱ আছে, তেতিয়াহলে পানীত।

পৰ্ব্বতক দেখিলে তাৰ শিখৰলৈকে বগাবৰ ইচ্ছা হ'ব, সম্ভৱ হলে আমাৰ ভৰি শিখৰলৈকে আগ বাঢ়িও যাব। পানীৰ ক্ষেত্ৰতো সেই একেই কথা। যেতিয়ালৈকে মানুহে নৈৰ উৎপত্তিস্থান আৰু নৈৰ মুখ বিচাৰি নাপায়, তেতিয়ালৈকে তেওঁ সন্তুষ্ট হ'ব নোৱাৰে। পানীক দেখিলে মানুহৰ তাৰ ওচৰলৈ যাবৰ ইচ্ছা হয়। সেই পানী যদি খাবৰ উপযুক্ত হয়, তেতিয়াহলে পিয়াহ নালাগিলেও মানুহৰ পিপাসা জাগ্ৰত হৈ উঠে। ভালকৈ গা ধুই শৰীৰৰ বাহ্য ভাগ আৰু পানী খাই শৰীৰৰ ভিতৰৰ ভাগ পবিত্ৰ নকৰিলে মানুহৰ মন তৃপ্ত নহয়। যদি আন কোনো সুবিধা নাথাকে, তেতিয়াহলে মানুহে পানীৰে আচমন কৰে, নহলে অন্ততঃ দুচলুমান পানী লৈ চকুকে ধোৱে। হিমালয়ৰ শীতল প্ৰদেশত, য'ত গাৰ কাপোৰ সোলোকোৱাও কষ্টকৰ, সেই ঠাইতো আমাৰ ধৰ্ম্মনিষ্ঠ লোক সকলে পঞ্চ-স্নান কৰে। পানীত আঙুলি জুবুৰিয়াই সেই আঙুলি মূৰত লগালে এবাৰ গা ধোৱা বুলি ধৰা হয়। ইয়াৰ পাছত আকৌ সেই পানীৰে দুযোটা চকু প্ৰক্ষালন কৰিলে দ্বিতীয়বাৰ গা ধোৱা হয়। তাৰ পাছত সেই পানীৰ টোপাল কৰ্ণমূলত সানিলে আমাৰ পঞ্চ-স্নান সম্পূৰ্ণ হয়। যেতিয়ালৈকে মানুহে জলস্পৰ্শ নকৰে, তেতিয়ালৈকে তেওঁ শাৰীৰিক পবিত্ৰতা অনুভৱ কৰিব নোৱাৰে। যেতিয়া মানুহৰ মৃত্যু হয়, তেতিয়া সেই মানৱীয় শৰীৰক এই পৃথিৱীৰ বুকুতে সমৰ্পণ কৰি দিয়া হয়। এই প্ৰথা গোটেই মানৱ সমাজত প্ৰচলিত আছে। কিন্তু আমি ইয়াক অলপ সংশোধন কৰিলোঁ। শৰীৰক পঁচি যাবলৈ নিদি তাক দাহ কৰা আমি অধিক শ্ৰেয়স্কৰ বুলি মানো। অগ্নিক আমি 'পাৱক' বুলি কওঁ। পাৱক অৰ্থাৎ পবিত্ৰ কৰোঁতা। কোনো বস্তু লাগিলে যিমানেই গেলা-পঁচা, অপৰিষ্কাৰ আৰু অপবিত্ৰ হওক, অগ্নি সংস্কাৰ কৰিলে সি পবিত্ৰ হৈ পৰে। সেই কাৰণে আমি গোবৰ খুটী, খৰি, চন্দন, ধূপ আৰু কাফুৰৰ নিচিনা দাহক পদাৰ্থক একে লগে গোটাই মৃতকৰ শৰীৰত অগ্নি সংস্কাৰ কৰোঁ।

এইখিনিলৈকে সকলো ঠিকেই আছে, কিন্তু জীৱন-দায়ক সংস্কৃতিৰ ইয়ানতে শেষ নহয়। অগ্নি দাহৰ পাছত যি অস্থি আৰু ছাই-ভস্ম অৱশিষ্ট থাকে, যেতিয়ালৈকে আমি তাক কোনো পবিত্ৰ নদীত বিসৰ্জ্জন নিদিওঁ, তেতিয়ালৈকে আমি পৰম সন্তোষ লাভ কৰিব নোৱাৰোঁ।

" মহাত্মাজীৰ অস্থি আৰু চিতা-ভস্ম আমাৰ গোটেই দেশত, য'তে পবিত্র জলাশয় আছে, তাতে বিসর্জন দিলোঁহঁক। হিমালয়ৰ সিপাৰে কৈলাস পৰ্বত আগুৰি থকা মানস সৰোবৰতো অলপ চিতা-ভস্ম বিসর্জন কৰা হ'ল। প্রয়াগৰ নিচিনা যজ্ঞস্থানত বিসর্জন কৰাৰ পাছত অৱশিষ্ট চিতা-ভস্ম সাগৰৰ পাৰলৈকো নিয়া হ'ল। বিশেষভাৱে লক্ষ্য কৰিব লগীয়া কথা এইটোৱেই যে যি আফ্রিকাৰ মাটিত গান্ধীজীয়ে সত্যাগ্রহৰ নিচিনা দৈবিক শক্তিৰ সন্ধান পাইছিল আৰু যি ঠাইত নিজৰ জীৱনৰ পাতনি মেলিছিল সেই আফ্রিকাৰ নীল নদীৰ উৎপত্তি স্থানতো এই অস্থি-ভস্ম বিসর্জন কৰা হৈছিল।

যি পানীৰ পবিত্র দৰ্শনত এনেকুৱা আনন্দ নিহিত হৈ আছে, এই সংগ্রহত তেনেকুৱা বৰ্ণনাকে লিপিবদ্ধ কৰা হৈছে।

সংগ্রহ কৰিবৰ সময়ত "মোৰ স্মৰণ যাত্রা"ৰ পৰা এটা সৰু অধ্যায়ে মুৰ দাঙি সুধিলে—"আপুনি মোক ইয়াত নলব নেকি ?" নিজৰ অসাৱধানতাৰ কাৰণে তাৰ ওচৰত ক্ষমা খুজি মই কলোঁ—"নিশ্চয়, নিশ্চয়। তোমাৰো এই 'জীৱনলীলা'ত ঠাই হ'ব।"

পাৰ্থিৱ সৃষ্টিৰ নিচিনাকৈয়ে মানসিক সৃষ্টি, কল্পনা-সৃষ্টি আৰু মায়াবী সৃষ্টিও এবিধ সৃষ্টি। এতেকে মানুহৰ আৰু হৰিণাৰ চকুৰ পানীৰ লগত যাৰ তুলনা কৰা হয়, আৰু যি জল-প্রবাহে এই দুয়োকো নিজৰ ফালে টানি লয়, লাগিলে সি প্রাণবায়ু তথা উদ্‌যান বায়ুৰ সংমিশ্রণত গঠিত নহলেও "জীৱনলীলা'ত তাৰ নিশ্চয় স্থান হোৱা উচিত। ইয়াকে ভাবি সৰুতে ফুৰিবলৈ যাওঁতে দেখা "তেৰদালৰ মৰীচিকা"ৰ বৰ্ণনাও ইয়াত কৰা হৈছে।

চাহাৰা মৰুভূমিৰ দাঁতি কাষৰলৈ ভুপৰীয়া পৰত যদি গলোঁহেঁতেন, তেতিয়াহলে সেই বিৰাট মৰুভূমি আৰু তাৰ মৰীচিকাৰ বৰ্ণনাও ইয়াত নিশ্চয় কৰিলোঁহেঁতেন ; কিন্তু পশ্চিম আফ্রিকাৰ পৰা উত্তৰফালে যোৱাৰ সময়ত নিজৰ প্ৰাণ বচাবৰ কাৰণে চাহাৰা মৰুভূমিৰ সম্পূর্ণ ভাগ মই ৰাতি আন্ধাৰত পাৰ হলোঁ আৰু তাকো আকাশী জাহাজৰ সময়ত। পশ্চিম আফ্রিকাৰ মধ্যযুগৰ নগৰ 'কানো'ৰ পৰা আহি মাজৰাতি 'ত্রিপোলী" পালোঁহি। তেতিয়ালৈকে মই একেবাৰে চাহাৰাক চাই আহিছিলোঁ।

কিন্তু সেই নিশা, ৰাতিৰ অন্ধকাৰৰ বাহিৰে তাত আৰু মই আন একো দেখা নাছিলোঁ। চাহাৰা মৰুভূমি পাৰ হোৱাৰ পাছতো তাৰ মৰীচিকা দেখা নগ'ল। যেতিয়া আকাশী জাহাজৰ পৰা নামিলোঁ, তেতিয়া কেৱল ইমানকেহে কব পাৰিলোঁ :

"লিম্পতীৱ তমোঽঙ্গানি
বর্ষতীৱাঞ্জনং নভঃ।"

আমাৰ সংস্কৃত কবিসকলৰ নদী বৰ্ণনা আৰু স্তোত্ৰবোৰ পঢ়িলে মই মুগ্ধ হওঁ। এই স্তোত্ৰবোৰৰ ভিতৰত ভক্তি ভাৱেই সকলোতকৈ বেছিকৈ চকুত পৰে। তেওঁলোকৰ শব্দ-লালিত্য অসাধাৰণ, তেওঁলোকৰ ভাষাত এনেকুৱা প্ৰবাহ আছে যেন সি নদীৰ প্ৰবাহৰ লগত প্ৰতিযোগিতাহে কৰিব পাৰে। কোনো কোনো ঠাইত দুই এটা শব্দৰ ভিতৰত বা সমাসত এক সুন্দৰ বৰ্ণনাও আহি পৰে। কিন্তু সেইবিলাক স্তোত্ৰত বৰ্ণনাতকৈয়ো নদীৰ মাহাত্ম্যহে বেছি দেখা যায়। আজি আমি বাস্তৱবাদী আৰু শব্দৰ চিত্ৰকৰ হৈ পৰিছোঁ। গতিকে যদি ইয়াৰ লগতে আৰু অলপ মাহাত্ম্য আৰু কাব্য আহি পৰে তেতিয়াহলে ই আৰু অধিক মনোগ্ৰাহী হৈ পৰিব। কিন্তু বৰ্ণনা পঢ়িবৰ সময়ত নদী বা সৰোবৰৰ প্ৰত্যক্ষ দৰ্শনৰ অলপ নহয় অলপ আনন্দ নিশ্চয় পোৱা উচিত। নহলে এই বৰ্ণনাৰ অৱস্থা জৈন পুৰাগত লিখা নগৰীৰ বৰ্ণনাৰ নিচিনা অবাস্তৱ হ'ব। যদি এওঁলোকৰ এই বৰ্ণনাবোৰ কোনো এঠাইৰ পৰা তুলি নি কোনো এখন নগৰৰ লগত যোগ কৰি দিয়া যায়, তেতিয়াহলেও একো ক্ষতি নহয়। প্ৰায়বোৰ লেখকেই কোনো বৰ্ণনাৰ দুই চাৰি শাৰী লিখি বিশ্বস্তভাৱে কয় যে অমুক গল্পত অমুক নগৰৰ যি বৰ্ণনা আছে, তাকেই ইয়াত দাঙি ধৰা হৈছে। এনেকুৱা বৰ্ণনাক আমি বাস্তৱিক চিত্ৰণ বুলি কব নোৱাৰোঁ।

এজন প্ৰাচীন হিন্দী কবিয়ে এটা পৰ্ব্বতীয়া দুৰ্গৰ বৰ্ণনা কৰিছে। তাত অশ্বশালাৰ লগত গজশালাৰ বৰ্ণনা আছে। অপ্ৰত্যক্ষদৰ্শী কাৱৰ এইটো সন্দেহ হোৱা নাছিল যে মহাৰাষ্ট্ৰৰ পৰ্ব্বতৰ ওপৰলৈ হাতী কেনেকৈ উঠিব। শীত প্ৰধান দেশ, গ্ৰীষ্ম প্ৰধান দেশ, আৰু আন এঠাইত ফুলনিৰ বৰ্ণনা কৰোঁতে এওঁলোকে সাগৰৰ পাৰৰ আৰু পৰ্ব্বতৰ ওপৰৰ গৰম ঠাই আৰু

চেষ্টা ঠাইৰ সকলো ফল-ফুল, গছ-লতাকে একে ঠাইতে আনি দিছে। ইয়াৰ ভিতৰতো আচৰিত কথা এয়েই যে সকলোবোৰ ফুল একেলগে ফুলা আৰু সকলোবোৰ ফল একেলগে পকাত সময় বা ঋতুৰ কোনো পৰিবৰ্ত্তন দেখুৱা হোৱা নাই। সৌভাগ্যবশতঃ আজি এনেকুৱা সাহিত্যৰ ৰচনা বন্ধ হৈ গৈছে। তথাপি আজিৰ লেখকে প্ৰত্যক্ষ পৰিচয়ৰ অভাৱত কেৱল সামান্য বৰ্ণনা লিখে। "আকাশত তৰা জিলিকি আছিল" "ফুলনিত নানা তৰহৰ ফুল ফুলি আছিল," "হাবিত গছ লতাবে ভৰি আছিল" এনেকুৱা সাধাৰণ বৰ্ণনা লিখিয়েই তেওঁলোকে সন্তোষ পায়। যেতিয়া লেখকৰ আকাশৰ সম্বন্ধে কোনো জ্ঞান নাথাকে, আৰু তাৰ তৰাবোৰক নিচিনে, কি ফুল কোন ঋতুত ফুলে, কোন হাবিত কি গছ-গছনি হয়, এইবোৰ বিষয়ে যদি তেওঁৰ অভিজ্ঞতা নাথাকে তেতিয়াহলে তেওঁ কি কৰিব? শব্দ অলঙ্কাৰৰ দ্বাৰা তেওঁ যিমানেই নিজৰ অনুভৱৰ দৰিদ্ৰতাক লুকাবলৈ চেষ্টা কৰক, তথাপি সেই দৰিদ্ৰতা প্ৰকাশ নোহোৱাকৈ নাথাকে।

এতিয়া আমাৰ দেশত যাত্ৰাৰ সঁজুলি যথেষ্ট পৰিমাণে বাঢ়িছে আৰু দিনক দিনে বাঢ়িয়েই গৈ আছে। আজি আলোক-চিত্ৰ-কলাৰ ইমান উন্নত হৈছে যে সি ললিত কলাৰ শাৰীলৈ উঠিবলৈ যত্নপৰ হৈ পৰিছে। যদি দেশী-বিদেশী ভাষাবোৰৰ যাত্ৰাৰ বৰ্ণনা পঢ়ি আমাৰ কল্পনা উদ্দীপ্ত হ'ব পাৰে, তেতিয়াহলে আজি আমি ভাৰতীয় ভাষাত থকা ভ্ৰমন-কাহিনীৰ দৰিদ্ৰতা দূৰ নকৰোঁ কিয়?

আমি আমাৰ প্ৰিয়-পূজ্য দেশক সাহিত্যৰ দ্বাৰা আৰু আন নানা ধৰণেৰ সজাম আৰু ভৱিষ্যত বংশধৰ সকলক ভাৰত ভক্তিৰ দীক্ষা দিম।

'দেশ' মানে কেৱল মাটি, পানী আৰু ইয়াৰ ওপৰৰ আকাশেই নহয়; বৰং দেশত বাস কৰা মানুহবোৰো—। এইটো কথা আমাৰ যিদৰে জনা উচিত, সেইদৰে আমাৰ দেশভক্তিত কেৱল মানৱ-প্ৰেমেই নহয়, বৰং পশু-পক্ষী, কীট পতঙ্গ আৰু আমাৰ বজনৰ স্নেহেও ঠাই পোৱা উচিত।

নৈ, পাহাৰ, পৰ্ব্বত-ৰাশি আৰু তাৰ উচ্চশিখৰ তথা এই সকলোৰে ওপৰত ভিৰবিৰাই থকা তৰাৰ লগত পৰিচয় কৰি ভাৰত-ভক্তিত আমি আমাৰ পূৰ্ব্ব-পুৰুষ সকলৰ লগত প্ৰতিস্পৰ্দ্ধা কৰা বাঞ্ছনীয়। আমাৰ পূৰ্ব্ব-

পুৰুষ সকলৰ সাধনাৰ বলত যি দেশত গঙ্গাৰ নিচিনা নৈ, হিমালয়ৰ দৰে পৰ্ব্বত, ঠায়ে ঠায়ে প্ৰতিষ্ঠিত হৈ থকা আমাৰ ধৰ্ম্মক্ষেত্ৰ, পীপল আৰু বৰগছৰ দৰে মহাবৃক্ষ, তুলসীৰ নিচিনা পবিত্ৰ গছ, গৰুৰ দৰে জন্তু, গৰুড় পক্ষী আৰু ম'ৰাৰ নিচিনা চৰাই, গোপীচন্দন আৰু ইটা গুড়িয়া ৰঙৰ মাটি আদিৰ দৰে বস্তু বিলাক ভক্তি আৰু সন্মানৰ বিষয় হৈ গৈছে ; সেই দেশত সংস্কাৰ আৰু ভাবৰ উত্থান কৰাই হৈছে আমাৰ বৰ্ত্তমান যুগৰ কৰ্ত্তব্য।

দাদাভাই নৌৰোজী পুণ্যতিথি
ৰম্বে, ১-৬-৫৬ চন

কাকা কালেলকৰ

# সৰিতা-সংস্কৃতি

যি ভূমি কেৱল বাৰিষাৰ পানীৰেহে সিঁচিব পাৰি আৰু য'ত বাৰিষাৰ আশ্ৰয়তহে খেতি কৰা হয়, সেই ভূমিক "দেৱ-মাতৃক" বুলি কয়। ইয়াৰ বিপৰীতে যি ভূমিক বাৰিষাৰ সহায় নালাগে, বৰং নদীৰ পানীৰেহে সিঁচিব পাৰি তথাপি ইয়াত উপযুক্ত শস্য হয়, সেই ভূমিক "নদী মাতৃক" বোলে। ভাৰতবৰ্ষৰ যি সকল লোকে ভূমিক এইদৰে দুভাগে বিভক্ত কৰিছিল, তেওঁলোকে নদীক কিমান মহত্ত্ব দিছিল, সেইকথা আমি অতি সহজে বুজিব পাৰোঁ। তেওঁলোকে পঞ্জাবৰ নাম সপ্তসিন্ধু থৈছিল। গঙ্গা যমুনাৰ মাজৰ প্ৰদেশবোৰৰ নাম অন্তৰ্বেদী (দোৱাব) ৰাখিছিল। প্ৰকৃতিয়ে ভাৰতক বিন্ধ্যাচল আৰু সাতপুৰা পৰ্ব্বতৰ যোগেদি দুভাগত বিভক্ত কৰিছে। উত্তৰ ভাৰত ( হিন্দুস্থান ) আৰু দক্ষিণ ভাৰত ( দক্ষণ )। কিন্তু আমাৰ মানুহে সঙ্কল্পৰ সময়ত বিন্ধ্যাচল বা সাতপুৰাৰ নাম নলৈ 'গোদাবৰ্য্যাঃ দক্ষিণেতীৰে বা ৰেৱায়াঃ উত্তৰে তীৰে' বুলি নৈৰ যোগেদি দেশক ভাগ কৰে। ইয়াৰ দ্বাৰাও আমাৰ দেশত নৈৰ মাহাত্ম্য স্পষ্ট হৈ পৰে। কিছুমান বিদগ্ধ ব্ৰাহ্মণে নিজৰ বংশৰ নামো এখন নৈৰ নামানুসাৰে ৰাখিছে। যেনে— 'সাৰস্বত'। গঙ্গাৰ পাৰত থকা পুৰোহিত আৰু পাণ্ডা সকলে নিজক গঙ্গাৰ পুত্ৰ বুলি কৈ গৌৰৱ অনুভৱ কৰে। ৰজাক ৰাজ্যাভিষেক কৰাৰ সময়ত যেতিয়া প্ৰজাই চাৰিখন সাগৰ আৰু সাতখন নৈৰ পানী আনি তাৰ দ্বাৰা ৰজাক অভিষেক কৰে, তেতিয়াহে সকলোৱে এই ৰজা ৰাজ্যৰ অধিকাৰী হৈছে বুলি মুক্তকণ্ঠে স্বীকাৰ কৰে। ভগৱানৰ নিত্য-পূজা কৰাৰ সময়ত ভাৰতবাসীয়ে নিজৰ পূজাৰ ঘটত ভাৰতৰ সকলো নদীক আহ্বান কৰে।

গঙ্গে চ যমুনে চৈব গোদাবৰি সৰস্বতি।
নৰ্ম্মদে সিন্ধু কাৱেৰি জলেঽস্মিন্ সন্নিধিং কুৰু ॥

যেতিয়া ভাৰতবাসী তীৰ্থ যাত্ৰাৰ কাৰণে যায়, তেতিয়া তেওঁ অধিক পৰিমাণে নদী-দৰ্শনৰ কাৰণেহে যায়। তীৰ্থৰ অৰ্থ হৈছে—নদীৰ ঘাট।

---

সৰিতা—নৈ

নদীক দেখিলে মানুহৰ মনত এইটো জ্ঞান নাথাকে যে যি নৈত গা ধুই তেওঁ পবিত্ৰ হৈছে, সেই নৈৰ পানী লৈ আকৌ অভিষেক কৰা কি প্ৰয়োজন? গঙ্গাৰ পানী লৈ গঙ্গাক অভিষেক নকৰিলে মানুহৰ ভক্তি ভাৱত সন্তোষ নাহে। যেতিয়া সীতাদেৱী শ্ৰীৰামচন্দ্ৰৰ লগতে বন বাসলৈ গৈছিল, তেতিয়া তেওঁ প্ৰত্যেক নৈ পাৰ হ'বৰ সময়ত নৈবোৰৰ ওচৰত এইবুলি মনে মনে সঙ্কল্প কৰিছিল যে বনবাসৰপৰা কুশলে ঘূৰি আহিলে আমি তোমালোকৰ অভিষেক কৰিম।

যেতিয়া মানুহৰ মৃত্যু হয়, তেতিয়াও তেওঁ বৈতৰণী নৈ পাৰ হ'ব লাগে। এই ক্ষণস্থায়ী জীৱন আৰু মৃত্যু দুয়োৰো ভিতৰত আৰ্য্যসকলৰ জীৱন, নৈৰ লগত অবিচ্ছিন্ন ভাৱে জড়িত হৈ আছে।

সকলো নৈৰ ভিতৰত গঙ্গাই হৈছে প্ৰধান নদী। গঙ্গা কেৱল পৃথিৱীতে নহয়, স্বৰ্গ আৰু পাতালতো প্ৰবাহিত। সেই কাৰণেই গঙ্গাক ত্ৰিপথগা বুলি কোৱা হয়।

যদি কোনোবাই নিজৰ পাপৰ প্ৰায়শ্চিত্ত কৰি নতুন জীৱন গঢ়িব খোজে, তেতিয়াহলে তেওঁ নৈলৈ গৈ এককাললৈকে পানীত নামি সংকল্প কৰে, তেতিয়াহে তেওঁৰ সংকল্প সিদ্ধ হয় বুলি বিশ্বাস। বৈদিক কালৰ ঋষি-মুনি সকলকে আদি কৰি ব্যাস, বাল্মীকি, শুক, কালিদাস, ভৱভূতি, ক্ষেমেন্দ্ৰ, জগন্নাথ আদি যি কোনো সংস্কৃত কবিক লওক, নৈৰ ক্ষেত্ৰত তেওঁৰ প্ৰতিভা পূৰ্ণৰূপে প্ৰকাশ পাইছে। আমাৰ যি কোনো ভাষাৰ কবিতা চাওক, তাত নৈৰ স্তোত্ৰ নিশ্চয় পাব। ভাৰতবৰ্ষৰ সৰল জনতাৰ লোক-গীততো আপুনি নৈৰ বৰ্ণনা কম পৰিমাণে নাপায়।

গৰু আৰু ঘোঁৰাৰ নিচিনা প্ৰয়োজনীয় জন্তুৰ জাত নিৰ্দ্ধাৰণ কৰোঁতেও আমাৰ মানুহে নৈৰ নাম লয়। সিন্ধুৰ পাৰত সুন্দৰ সুন্দৰ ঘোঁৰা পোৱা হৈছিল, সেই কাৰণেই ঘোঁৰাৰ নাম 'সৈন্ধৱ' হৈ গ'ল। মহাৰাষ্ট্ৰৰ বিখ্যাত টাট্টু ঘোঁৰা ভীমা নৈৰ পাৰত প্ৰতিপালিত হৈছিল, এই কাৰণে এই টাট্টু ঘোঁৰাক ভীমথৰা বুলি কৈছিল। মহাৰাষ্ট্ৰৰ বেছি গাখীৰ দিয়া সুন্দৰ গৰুক আজিও ইংৰাজে "কৃষ্ণাভেলী ব্ৰীড" বুলি কয়।

যিদৰে নৈৰ নামানুসৰি ঘৰচীয়া জন্তুৰ নাম ৰখা হৈছে, সেইদৰে কেইখন-

মান নৈৰ নামো পশু-পক্ষীৰ নামানুসৰি ৰখা হৈছে—যেনে গো-দা, গো-মতী, সাবৰ-মতী, হাথমতী, বাঘ-মতী, সাবমতী, চৰ্ম্মণ্বতী আদি।

মহাদেৱৰ পূজাত প্ৰতীকৰূপে যি চকচকীয়া ঘূৰণীয়া শিল (বাণ) ব্যৱহাৰ কৰা হয়, সেই শিল কেৱল নৰ্ম্মদা নৈৰহে হ'ব লাগে। নৰ্ম্মদাৰ মাহাত্ম্য ইমান বেছি যে তাত যিমান শিল থাকে সেই সকলোকে শঙ্কৰ বুলি ধৰা হয়। বৈষ্ণৱ সকলৰ শালগ্ৰাম গণ্ডকী নৈৰ পৰাই আহে। তমসা নৈক বিশ্বামিত্ৰৰ ভনীয়েক বুলি কোৱা হয়। কালিন্দীক (যমুনাক) প্ৰত্যক্ষ ভাবে ভগবান যমৰাজৰ ভনীয়েক বুলি মনা হয়।

প্ৰত্যেক নৈৰ অৰ্থ হৈছে সংস্কৃতিৰ প্ৰবাহ। প্ৰত্যেকৰে বেলেগ বেলেগ বিশেষত্ব আছে। কিন্তু ভাৰতীয় সংস্কৃতিয়ে এই বিভিন্নতাৰ মাজত একতাৰ সৃষ্টি কৰিছে। সেই কাৰণে আমি সকলো নৈকে সাগৰ পত্নী বুলি কওঁ। সাগৰৰ বহুত নাম আছে। তথাপি তেওঁৰ সৰিৎপতি নামটো বৰ মহত্বপূৰ্ণ। সেই কাৰণে সাগৰৰ পানীক পবিত্ৰ বুলি কোৱা হয়। কাৰণ সকলো নদীয়েই নিজৰ পবিত্ৰ জল সাগৰক সমৰ্পণ কৰিছে।

য'ত দুখন নৈৰ সঙ্গম হয়, সেই ঠাইক আমি প্ৰয়াগ বুলি পূজা কৰোঁ। এই পূজা আমি এই কাৰণেই কৰোঁ যে, যি ঠাইত প্ৰকৃতিৰ মিলন বা সঙ্গম হয়, সেই ঠাইক আমি শুভ সঙ্গম বুলি ভাবোঁ। স্ত্ৰী পুৰুষৰ বৈবাহিক সম্বন্ধও ভিন্ন ভিন্ন গোত্ৰৰ মাজতহে হয়। এই উদাৰতাৰ দ্বাৰা আমি এইটোকে বুজাব খোজোঁ যে অপৰিবৰ্ত্তনশীল সংস্কৃতিক আঁকোৰগোঁজালি মাৰি থকা উচিত নহয়। লক্ষ্মীৰ জীয়াৰী যোধাৰ সৌৰাষ্ট্ৰৰ ল'ৰাৰ লগত যদি বিয়া হয়, তেতিয়াহলে তেওঁলোক দুয়োৰো ভিতৰত জীৱনৰ প্ৰত্যেক প্ৰশ্নক উদাৰতাৰে চোৱাৰ শক্তি হ'ব। ভাৰতীয় সংস্কৃতি আদি কালৰপৰাই সঙ্গম-সংস্কৃতি ৰূপে বিৰাজমান। আমাৰ ৰাজকুমাৰ সকলে দূৰ-দূৰণিৰ ৰাজকুমাৰী সকলক বিয়া কৰাইছিল। কেকয় দেশৰ কৈকেয়ী, গান্ধাৰৰ গান্ধাৰী, কামৰূপৰ চিত্ৰাঙ্গদা, সুদূৰ দক্ষিণৰ মীনাক্ষী মীনল দেৱী, একেবাৰেই বিদেশৰপৰা অহা উৰ্ব্বশী আৰু মহাশ্বেতা আদি এনেকুৱা নানান উদাহৰণ আমাৰ প্ৰাচীন গ্ৰন্থত পোৱা যায়। আজিও বজা-মহাৰজাই সম্ভৱ হলে

দুৰ-দুৰণিৰ ছোৱালী বিয়া কৰায়। এই সকলোবোৰ সঙ্গম-সংস্কৃতি আমি নৈৰ পৰাই শিকিছোঁ।

যদি আমি নিজৰ নিজৰ নৈৰ প্ৰতি শ্ৰদ্ধালু হৈ চলোঁ, তেতিয়াহলে অন্ততঃ আমি নিশ্চয় সাগৰলৈ যাব পাৰিম। তাত কোনো ভেদা ভেদৰ ভাব থাকিব নোৱাৰে। সকলোবোৰ একাকাৰ, সৰ্ব্বাকাৰ আৰু নিৰাকাৰ হৈ যাব।

## নদী মুখেনৈৰ সমুদ্ৰমাবিশেত্

ৰাতিপুৱা বা গধূলি পৰত যেতিয়া নৈৰ পাৰত বহা যায়, তেতিয়া মনলৈ নানা ৰকমৰ ভাব আহে। বালিৰ বিশাল শুভ্ৰপট সদায় একে ঠাইতে ৰৈ থাকে; তথাপি তাৰ প্ৰতিটো কণাক বতাহ আৰু পানীয়ে স্থানচ্যুত কৰে। "এই সকলোবোৰ বালি ক'ৰপৰা আহে আৰু ক'লৈ যায়? বালিৰ ওপৰত খোজ কাটিলে তাত ভৰিৰ স্পষ্ট আৰু অস্পষ্ট চিন ৰহে। কিন্তু দুই এজাক বতাহ মাৰিলে তাৰ চিন-চাব্ নাইকিয়া হৈ যায়। নৈয়ে নিজৰ মৰ্য্যাদাৰ পৰিবেষ্টনৰ মাজত থাকি অবিচল গতিৰে সদায় বৈ থাকে. ই কেতিয়াও স্থিৰ হৈ ৰৈ নাথাকে। পানী আহে আৰু যায়, আকৌ আহে, আকৌ যায়। সৰুতে মই ভাবিছিলোঁ যে "মাজৰাতি এই পানী চাগৈ শুই থাকে, আৰু ৰাতিপুৱা সকলোতকৈ আগতে সাৰ পাই আকৌ বৰলৈ ধৰে। যিদৰে চন্দ্ৰ সূৰ্য্য আৰু অসংখ্য নক্ষত্ৰ জিৰণি লবৰ কাৰণে পশ্চিম ফাললৈ নামি আহে, সেইদৰে এই পানীত হয়তো ৰাতি হলে শুই থাকে। কাৰণ প্ৰত্যেকৰ বাবে বিশ্ৰামৰ একান্ত আৱশ্যক।" পাছত মই বুজিলোঁ যে নহয়—নৈৰ পানীক বিশ্ৰাম নালাগে। ই নিৰন্তৰ বৈ থাকে।

এই নৈ ক'ৰপৰা আহিছে, ক'লৈ যাব, নৈক দেখিলেই এই প্ৰশ্নৰ উদয় হয়। এই ভাব বা প্ৰশ্ন আজিৰ নহয়, ই সনাতন। নৈৰ আদি আৰু অন্ত হ'বই লাগিব। নৈক যিমানবাৰ দেখা যায়, সিমান বাৰ এই প্ৰশ্ন মনত উদয় হয়। লাহে লাহে এই প্ৰশ্ন যেতিয়া পুৰণা হৈ পৰে, তেতিয়া সি অধিক গম্ভীৰ, অধিক কাব্যময় আৰু অধিক ৰহস্যময় হৈ পৰে। মন আৰু

ভবিয়ে বাধা নামানে। মনে একাগ্ৰতাৰ প্ৰেৰণা যোগায় আৰু ভবি আগ বাঢ়ি যায়। আদি আৰু অন্তক বিচৰা এই চিৰন্তন সন্ধান সম্ভৱ আমি নৈৰ পৰাই পাইছোঁ। এই কাৰণেই আমি নৈৰ লগত জীৱনৰ প্ৰবাহৰ উপমা দিওঁ। উপনিষদকাৰ আৰু আন ভাৰতীয় কবি, মেথ্যু আৰ্ণোল্ডৰ নিচিনা ইউৰোপীয়ান কবি, ৰোমাঁ-ৰোঁলাৰ নিচিনা উপন্যাসকাৰে জীৱনৰ লগত নৈৰ উপমা দিছে। এই সংসাৰৰ প্ৰথম যাত্ৰী হৈছে নৈ—। এই কাৰণে প্ৰাচীন যাত্ৰীসকলে নৈৰ উৎপত্তিস্থল—সঙ্গম আৰু নৈৰ মুখক অত্যন্ত পবিত্ৰ স্থান দিছে।

জীৱনৰ প্ৰতীকৰ নিচিনা এই নৈৰ প্ৰবাহৰ বিষয়ে আমাৰ মনত নানা ৰকমৰ প্ৰশ্ন উদয় হয়। তেতিয়া আমি উত্তৰ পাওঁ যে নৈ শূন্যৰপৰা আহে আৰু অসীমত বিলীন হৈ যায়। শূন্য অৰ্থাৎ সূক্ষ্ম, কিন্তু প্ৰবল, অন্তৰৰ অৰ্থ হৈছে বিৰাট আৰু শান্ত, শূন্য আৰু অন্তৰ দুয়ো এটাতকৈ আনটো ৰহস্যময়, দুয়ো অমৰ। প্ৰকৃততে দুয়ো একেই। শূন্যৰ পৰাই অন্তৰ—ই চিৰন্তন লীলা। কৌশল্যা অৰু দৈৱকীৰ ভক্তিক বিৰাট ৰূপ দিবৰ কাৰণে যিদৰে পৰব্ৰহ্মই বাল-ৰূপ ধাৰণ কৰিছিল, সেইদৰে কৰুণাৰ দ্বাৰা অনুপ্ৰেৰিত হৈ স্বয়ং অনন্তই শূন্যৰূপ ধাৰণ কৰি আমাৰ আগত থিয় হয়। যিদৰে আমাৰ ধাৰণা শক্তি বাঢ়ি যায়, সেইদৰে শূন্যৰো বিকাশ হয়। নিজৰ বিকাশৰ বেগ সহিব নোৱাৰি সি মৰ্যাদাৰ উলঙ্ঘন কৰি বা সীমাক অতিক্ৰম কৰি অনন্তময় হৈ যায়—এটা বিন্দুৱে সাগৰৰ ৰূপ ধাৰণ কৰে।

মানুহৰ জীৱনৰো সেই একে পৰিণতি। ব্যক্তিৰপৰা পৰিয়াল, পৰিয়ালৰ পৰা জাতি, জাতিৰ পৰা ৰাষ্ট্ৰ, ৰাষ্ট্ৰৰপৰা মানৱ আৰু মানৱৰপৰা ভূমা-বিশ্ব অখিল ব্ৰহ্মাণ্ড, এইদৰেই ক্ৰমান্বয়ে মানুহৰ হৃদয়ৰ ভাৱনা বিকাশ হৈ থাকে। নিজৰ মাতৃ-ভাষাৰ যোগেদি প্ৰথমতে আমি নিজৰ পৰিয়ালৰ কথা বুজি লওঁ আৰু শেষত গোটেইবিশ্বকে অনুভৱ কৰিব পাৰোঁ। গাঁৱৰপৰা নগৰ, নগৰৰপৰা প্ৰদেশ, প্ৰদেশৰপৰা দেশ, দেশৰপৰা বিশ্ব এইদৰে আমি 'স্ব'ৰ বিকাশ কৰি কৰি 'সৰ্ব্ব'ৰ ভিতৰত বিলীন হৈ যাওঁ।

নৈ আৰু জীৱনৰ গতিও একে ধৰণৰ। নৈয়ে সদায় স্বধৰ্মনিষ্ঠ হৈ থাকি নিজৰ কূল-মৰ্যাদা ৰক্ষা কৰে—এই কাৰণে ই প্ৰগতিশীল। শেষত

নিজৰ নাম, ৰূপ ত্যাগ কৰি সাগৰত লীন হৈ যায়। লীন হৈ যোৱাৰ পাছতো ই স্থিৰ হৈ নাথাকে, সকলো সময়তেই বৈ থাকে। নদীৰ গতি এনেকুৱাই। জীৱনৰ আৰু জীৱন মুক্তিৰো এই একে পথ। ইয়াৰদ্বাৰাই আমি জানো জীৱনদায়ক শিক্ষাৰ ক্ৰম সম্বন্ধে জ্ঞান আহৰণ কৰিব নোৱাৰিম ?

## উপস্থান *

বিভিন্ন সুযোগ আৰু সময়ত মই ভাৰতবৰ্ষৰ যিবোৰ নৈ দৰ্শন কৰিছিলোঁ তাৰেই কেইখনমান নৈৰ সম্বন্ধে ইয়াত উল্লেখ কৰা হৈছে। ইয়াত মোৰ উদ্দেশ্য ভূগোলত সংগৃহীত জীৱ-জন্তুৰ সম্বন্ধে তালিকা দিয়া নহয়. নৈৰ যোগেদি আমাৰ বেহা-বেপাৰত যি প্ৰভাৱ পৰে ইয়াত তাকে কৰলৈ চেষ্টা কৰা হৈছে। ই কেৱল আমাৰ দেশৰ লোক-মাতাক ভক্তি ভাৱেৰে কৰা নতুন ধৰণৰ উপস্থান।

আমাৰ পূৰ্ব্ব-পুৰুষ সকলৰ নদী-ভক্তি লোক বিখ্যাত। সি আজিও ম্লান হোৱা নাই। আজিও যাত্ৰীসকলে সৰু-ডাঙৰ সকলো প্ৰকাৰৰ নৈৰ যোগেদি তীৰ্থ স্থানৰ ফালে আগুৱাই গৈ ইয়াকে প্ৰমাণ কৰে যে আমাৰ সেই প্ৰাচীন ভক্তি আজিও অবিচলিত হৈ আছে।

ভক্তিৰ এই উদ্গাৰ শ্ৰৱণ কৰি ভক্তৰ হৃদয় সন্তুষ্ট হওঁক। লোক-মাতাৰ দৰ্শন কৰি নানা ধৰণেৰে তেওঁৰ স্তন পান কৰি আমাৰ সংস্কৃতিক পৰিপুষ্ট কৰাৰ আগ্ৰহ যুৱক সকলৰ অন্তৰত জাগ্ৰত হৈ উঠক।

ভাৰতবৰ্ষৰ সকলোবোৰ সুন্দৰ ঠাইৰ বৰ্ণনা কৰা মানুহৰ শক্তিৰ বাহিৰত। স্বয়ং ভগৱান ব্যাসদেৱে যেতিয়া ভাৰতৰ নৈবোৰৰ নাম কৰলৈ বহিল, তেতিয়া তেওঁ স্বীকাৰ কৰিব লগীয়া হ'ল যে যিমানবোৰ নৈৰ নাম মোৰ মনত পৰিছে ইয়াত তাৰহে গুণ-কীৰ্ত্তন কৰিছোঁ। এতিয়াও আৰু অসংখ্য নৈ বৈ গৈছে।

মই দেখা নৈৰ ভিতৰত যিমান সম্ভৱ সিমানবোৰ নৈক স্মৰণ কৰি আৰু

* মূল গুজৰাটী কিতাপ 'লোকমাতা'ৰ প্ৰস্তাৱনাৰ পৰা।

সেইবোৰৰ বৰ্ণনা কৰি নিজক পবিত্ৰ কৰাই মোৰ সঙ্কল্প আছিল। আজি যেতিয়া মই এই ভক্তি-কুসুমাঞ্জলি যাচিছোঁ, তেতিয়া মোৰ মন বিষাদে হাটি ধৰিছে। যিমান নৈক কৃতজ্ঞতা জনাব লাগিছিল, মই সিমান নৈৰ উপস্থান কৰিব নোৱাৰিলোঁ। যিবোৰৰ বৰ্ণনা কৰিব নোৱাৰিলোঁ, তেনেকুৱা নৈৰ সংখ্যাই সৰহ আছিল। যি প্ৰদেশত মই প্ৰায় পঁচিছ বছৰ আছিলোঁ, সেই গুজৰাটৰ নৈবোৰৰ বৰ্ণনা মই কৰিব নোৱাৰিলোঁ। নৰ্ম্মদা আৰু সাবৰমতী সম্বন্ধে অলপ অচৰপ লিখিছোঁ। কিন্তু তাপ্তী বা তপতীৰ সম্বন্ধে একো লিখিব নোৱাৰিলোঁ। এই কাৰণে মোৰ মন অনুতপ্ত। এই নৈৰ উদ্গম্ স্থান মধ্যপ্ৰদেশৰ বৈতুলৰ ওচৰত। বুৰহানপুৰ আৰু ভুচাৱলৰ ভিতৰেদি ই আগবাঢ়ি গৈছে। এবাৰ ইয়াৰ সহায়ত মই চুৰাটৰপৰা হজীৰালৈকে আহিছিলোঁ। তাপ্তী নৈক ভগৱান সূৰ্য্য-নাৰায়ণৰ প্ৰেমৰ কথা সুধিব পাৰি। ইংৰাজে বেপাৰৰ চলত কিদৰে চুৰাটত নিজৰ দুৰ্গ সাজিছিল, বাজীৰাৱে ইংৰাজক মহাৰাষ্ট্ৰ'ৰ স্বাধীনতা কেতিয়া সঁপিছিল এই বিষয়েও সুধিব পাৰি।

গোধৰালৈ যাওঁতে মহী নামৰ যিখন সৰু নৈ মই দেখিছিলোঁ তেতিয়া তাত খল্লাতবপৰা কাৰী বক্ষৰলৈকে কিদৰে চাৰিওফালে পলস পৰি আছিল, সেইটো দেখাবো মোৰ সৌভাগ্য হৈছিল। পূবফালৰ মহানদী আৰু পশ্চিমফালৰ মহানদী দুয়োবো কাম বিভিন্ন ধৰণৰ। সূৰ্য্যা, দমন গঙ্গা, ফোলক, অম্বিকা, বিশ্বামিত্ৰী কীম আদি পশ্চিমফালৰ ভালেমান মহানদীৰ আতিথ্য মই কেতিয়াবা নহয় কেতিয়াবা গ্ৰহণ কৰিছিলোঁ। তেওঁলোকক যদি মই অঞ্জলি অৰ্পণ নকৰোঁ, তেতিয়াহলে মোক অকৃতজ্ঞ বুলিব লাগিব। আৰু যি আজীৱ পাৰত মহাত্মাজীয়ে সৰু কালত খেল-ধেমালি কৰিছিল, তেওঁক মই বিশেষ ভাবে মোৰ অঞ্জলিৰ অধিকাৰিণী বুলি ভাবোঁ। বচৰাণৰ ভোগাবোৰ বিষয়ে হয়তো কেতিয়াবা মই লিখিছিলোঁ; কিন্তু সি ভোগাবোৰ স্মৰণৰ ক্ষেত্ৰত নহয়, সম্ভৱ বানক দেৱীৰ কাৰণেহে হ'ব।

যেতিয়া মই গুজৰাটৰ বাহিৰৰ নৈবোৰৰ কথা স্মৰণ কৰোঁ, তেতিয়া মোৰ প্ৰথমতে ভাৰতবৰ্ষৰ সকলোতকৈ শ্ৰেষ্ঠ নদ ব্ৰহ্মপুত্ৰৰ কথা মনত পৰে। ব্ৰহ্মপুত্ৰৰ উদ্গম্ স্থান হিমালয়ৰ সিপাৰে মানস সৰোবৰ প্ৰদেশত। হিমালয়ৰ

উত্তৰ ফালে বৈ থকা এক এক বিন্দু পানী একত্ৰ কৰি তেওঁ হিমালয়ৰ সকলো প্ৰাচীৰ ভেদ কৰি পৰ্ব্বত তথা হাবি-বননিৰ অজ্ঞাত প্ৰদেশেদি অসমৰফালে বৈ গৈছে। ইয়াৰ পাৰত শদিয়া, ডিব্ৰুগড়, তেজপুৰ, ধুবুৰী আদি ঠাই পবিত্ৰ কৰি বঙ্গ প্ৰদেশত পৰিছেগৈ। তাত গৈ গঙ্গাৰ লগত মিলিছে। এই কাৰণেই তেওঁ কিছু দূৰলৈকে যমুনা নাম ধাৰণ কৰি আগত গৈ পদ্মা নাম গ্ৰহণ কৰিছে। "ইতিহাসৰ উষাকাল"ৰপৰা জাপানৰ দ্বিতীয় যুদ্ধৰ আক্ৰমণৰ কাহিনীৰ সকলো ইতিহাস ব্ৰহ্মপুত্ৰৰ বুকুত লিপিবদ্ধ হৈ আছে। কিন্তু এই সজীৱ ইতিহাসৰ কেইবাটাও অধ্যায় মণিপুৰৰ ইম্ফল নৈয়েহে কব পাৰিব। তথাপি তেওঁক সুধিলে তেওঁ কব যে এই বিষয়ে আপুনি মোক সোধাতকৈ ইৰাৱতীৰ সখী ছিন্দৱীণক সোধক। মণিপুৰৰ ফালৰপৰা পলাই অহা কিছুমান মানুহৰ ইতিহাস সুৰমা উপত্যকাৰ বৰাক নৈক সুধিব লাগিব।

মই বহুত নৈ দেখিলোঁ। কিন্তু যাৰ গম্ভীৰ গতি আৰু চিন্তা ৰঞ্জিত কাৰ্য্য-কলাপ দেখি মই সকলোতকৈ অধিক মুগ্ধ হলোঁ, সি হৈছে কালিম্পঙৰ ফালেদি বৈ যোৱা তীস্তা নৈ। তেওঁৰ উন্মাদকতা আৰু আত্ম-গৌৰৱৰ জ্ঞানে আজিও মোক বিমোহিত কৰি ৰাখিছে। উৎকললৈ মই বহুত বাৰ আহিছোঁ; তাত মহানদী, কাটজুড়ী আৰু কাকপেয়াতো আছেই, কিন্তু ৰবী কটকৰপৰা উলটি আহোঁতে খৰস্ৰোতাৰ দাঁতিত দেখা সূৰ্য্যোদয়ৰ দৃশ্য আৰু আনসময়ত শুনা ঋষিকুল্যা নৈৰ ইতিহাস আৰু তাৰ দাঁতিৰ সৌন্দৰ্য্যৰ কথা মই বাৰু কেনেকৈ পাহৰিম? জৌগড়ত অশোকৰ বিখ্যাত শিলালিপি চাবলৈ গৈছিলোঁ, তেতিয়া মই ঋষিকুল্যাক দৰ্শন কৰি আহিছিলোঁ। আৰু যেতিয়া মই ধবলীত 'হাথীবালা' শিলালিপি চাবলৈ গৈছিলোঁ, মোৰ ভালকৈ মনত আছে যে তেতিয়া মই এখন নৈ দুখনত বিভক্ত হোৱা দেখিছিলোঁ। দুখন নৈৰ সঙ্গম দেখাতো বেলেগ কথা, দুখন নৈ মিলিত হৈ নিজৰ জলৰাশি বৃদ্ধি কৰে আৰু সম্ভূয় সমুত্থানৰ সিদ্ধান্ত অনুসৰি বেহা বেপাৰ চলায়। কিন্তু যেতিয়া এখন নৈয়ে দূৰৰ পৰা আহি দেখে যে দুইফালৰ প্ৰদেশক তেওঁৰ পানীৰ সমানেই প্ৰয়োজন — তেতিয়া তেওঁ বাৰু কাৰ ফলীয়া হ'ব? নিজৰ পানী ভগাই যেতিয়া তেওঁ দুই ধাৰাত ববলৈ ধৰে—তেতিয়া তেওঁক

দুটি সন্তানৰ জননী যেন লাগে। তেওঁৰ এই বন্দনীয় ৰূপ দেখি তেওঁক ভক্তি ভাৱেৰে প্ৰণাম নকৰাকৈ থকা সম্ভৱ জানো?

আপোনালোকে ক'লা নৈ বগা হোৱা কথা কেতিয়াবা শুনিছেনে? সকতে কাৰবাৰত মই এখন ক'লা নৈ দেখিছিলোঁ। তেওঁ যেতিয়া-লৈকে সাগৰৰ লগত মিলি থাকে, তেতিয়ালৈকে একেবাৰে ক'লা হৈ থাকে। কিন্তু গোৱাৰ ওৰৰত এখন ক'লা নৈ আছে, যি সাগৰৰ লগত মিলিবৰ কাৰণে অস্থিৰ হৈ পৰিছে। আৰু সেই কাৰণেই পৰ্ব্বতৰ শিখৰৰ পৰা এইদৰে জপিয়াই বাগৰি আহিছে যে ইয়াত তেওঁ গাধীৰৰ নিচিনা কাব্যময়, স্বচ্ছ প্ৰপাতত পৰিণত হৈ গৈছে। এই কাৰণে এওঁৰ নামেই ক্ষীৰ সাগৰ হৈছে। এই ক্ষীৰ সাগৰৰ দৃশ্য এনেকুৱা যেন কোনো সদ্য স্নাতা নৱ-যৌৱনাই গা ধোৱাৰ পাছত নিজৰ বেণী মেলি দিছে। শৰাৱতীৰ জোগৰ প্ৰপাতৰ কথা যদি মই তিনিবাৰ বৰ্ণনা কৰোঁ, তেতিয়া হলে ক্ষীৰ সাগৰৰ কাব্যময় সুন্দৰ ৰূপৰ প্ৰসংশা দহবাৰ কৰা উচিত।

হিমালয়লৈ যাওঁতে দেখা ৰামগঙ্গা আৰু হিমালয়ৰ সিপাৰৰ পৰা অহা সৰযূ ঘাঘৰাৰ বৰ্ণনা বাকী ৰৈ গ'ল। কিন্তু লঙ্কা (চিলন) ত দেখা সীতাৱাৰ আৰু আন দুই তিনিখন গঙ্গাৰ বিষয়ে মই জানো ক'ৰবাত লিখিছো? মধ্য-প্ৰদেশত দেখা ধচানৰ সম্বন্ধে মই লিখিছোঁ, অথচ বেত্ৰৱতীক এৰি দিছোঁ। এইটো বাৰু কেনেকৈ সম্ভৱ হ'ব পাৰে? উজ্জয়িনীলৈ যাওঁতে দেখা শিপ্ৰা নৈক যদি মই স্মৰণাঞ্জলি নজনাওঁ, তেতিয়া হলে কালিদাসে মোক শাও দিব। মুৰাদাবাদত দেখা গো-মতীৰ কথা ভাবিলে দ্বাৰকাৰ গো-মতীলৈ মনত পৰে, আৰু এই কাৰণেই সিন্ধু প্ৰদেশৰ সিন্ধুৰ লগত মধ্য ভাৰতৰ কুমলীয়া নৈ সিন্ধুলৈকো মনত নপৰাকৈ নাথাকে।

কাঠিয়াবৰ চোৰবাড়ৰ ওচৰত সাগৰৰ লগত মিলিবলৈ যাওঁতে মাজতে অৱৰুদ্ধ হৈ পৰা মেগল নৈক মই দেখা নাই। কিন্তু এনেকুৱা এখন নৈ অড্ডাৰক মই মাদ্ৰাজৰ ওচৰত দেখিছোঁ—যাৰ সাগৰৰ লগত বাহি-জোৰা নাহে। অড্ডাৰ নৈয়ে নিজৰ অন্তৰৰ সকলো সমৃদ্ধি বা সাৰক লৈ সাগৰৰ ওচৰলৈ আহে আৰু সাগৰে খণ্ডত কষ্ট হৈ তেওঁৰ সন্মুখত বালিৰ এটা

মধাউৰিৰ নিচিনা বাহু বাঢ়ি দিয়ে। খণ্ডিতাৰ এই দৃশ্য ইমান করুণ যে, তাৰ স্মৃতি বহুত বছৰলৈকে মনৰপৰা আঁতৰ হোৱা নাছিল।

ইয়াতকৈ কেৰলাৰ 'বেক ৱাটাৰ'য়েই ভাল। তাত সাগৰৰ সমানে সমানে দাঁতিয়েদি এখন দীঘল নৈ বৈ গৈছে। দেখিলে এনেকুৱা লাগে যেন এই নৈয়ে সাগৰক কৈছে—তোমাৰ খাৰুৱা পানীৰ ধুমুহাক মই ভাৰতৰ মাটিলৈ যাবলৈ নিদিওঁ।

ইয়াৰ এটা সৰু উদাহৰণ আমি জুহুত দেখিবলৈ পাওঁ। জুহুৰ নাৰিকল প্ৰধান প্ৰদেশৰ পশ্চিমফালে সাগৰ আৰু পূবফালে কেতিয়াবা কেতিয়াবা পানী বিয়পি থকা যেন দেখা যায়। যদি সদায়েই সেই পৰিস্থিতি থাকি যায়, যদি পানী উত্তৰ দক্ষিণ ফালে আৰু এশ বা পঞ্চাছ মাইল মানলৈ বিয়পি পৰে, তেতিয়া হলে বম্বেৰ মানুহবোৰ কেৰলাৰ 'বেক ৱাটাৰচ'ৰ সম্বন্ধে অলপ সচেতন হ'ব। কেৰলাৰ সেই অংশৰ প্ৰকৃত সৌন্দৰ্য্যক চকুৰে নেদেখিলে বুজা টান। সিন্ধুৰ সুন্দৰ পদুম সৰোবৰ সম্বন্ধে মই অলপ লিখিছিলোঁ। কিন্তু উৎকলত দেখা চিল্কা সৰোবৰৰ কথা এতিয়াও লিখা হোৱা নাই। লৰ্ড কাৰ্জনে এবাৰ কৈছিল যে—"ভাৰতবৰ্ষৰ যদি ক'ৰবাত শ্ৰেষ্ঠ সৌন্দৰ্য্যধাম আছে, তেতিয়াহলে সি চিল্কা সৰোবৰ। যেতিয়া মই চুইডেন আৰু নৰৱেৰ সাগৰৰ শাখাৰ ছবি দেখোঁ, তেতিয়া আগতে এবাৰ দেখা চিল্কা হ্ৰদৰ কথা মোৰ মনত পৰে। উৎকলৰ এজন কবিয়ে এই সৰোবৰক লৈ এখন সুন্দৰ সুদীৰ্ঘ কাব্য লিখিছে।

নৈ আৰু সৰোবৰৰ বিষয়ে লিখাৰ পাছত জীৱন-তৰ্পণ সম্পূৰ্ণ কৰিবৰ কাৰণে ভাৰতবৰ্ষ, ব্ৰহ্মদেশ আৰু চিলনৰ পাৰত দৰ্শন কৰা বিশিষ্ট সাগৰৰ বৰ্ণনাও লিখিব লাগিব।

কৰাচী, কচ্ছ, কাথিয়াৱাৰ পৰা বম্বে, দাভোল, কাৰৱাৰ বা গো-কৰ্ণৰ সাগৰলৈকে ইয়াৰ পাছত দক্ষিণফালে কালিকটৰ পৰা ৰামেশ্বৰম্ আৰু কন্যাকুমাৰীলৈকে তাৰ পাছত সূৰ্য্যোদয়ৰ পূবপাৰে পণ্ডিচেৰী, মাদ্ৰাজ, মছলী-পট্টম্, বিজয়া পট্টম্ আদি আৰু শেষত গোপালপুৰ, চান্দীপুৰ, কোনাৰ্ক, পুৰী জগন্নাথৰপৰা হীৰা বন্দৰৰ দক্ষিণে সাগৰৰ পাৰৰ কথা যেতিয়া মনত পৰে, তেতিয়া কমকৈ হলেও পঞ্চাছ-পঁয়সত্তৰটা দৃশ্য মোৰ চকুৰ আগত একেলগে

বিশ্বৰূপ দৰ্শনৰ দৰে অদ্ভুত ধৰণে নাচিবলৈ ধৰে। চিলম আৰু বেদুনৰ দৃশ্যই নিজেই নিজৰ ব্যক্তিত্ব ৰক্ষা কৰে। এই সকলো আনন্দ অন্তৰৰ ভিতৰত এনেভাবে পৰিপূৰ্ণ হৈ আছে যদি বাকাৰ যোগেদি তাক একেলগে বোৱাই দিওঁ, তেতিয়াহলে সাগৰৰ পৰা ওলাই নানা দিশত বৈ যোৱা এক নতুন অলৌকিক সৰস্বতীৰ জন্ম হৈ যাব। আন নহলেও অন্তৰত অলপ পাতল কৰিবৰ কাৰণে এই সকলোবোৰ পূৰ্ব্ব স্মৃতিক ৰূপ দিব লাগিব।

ভাৰতবৰ্ষৰ হাবি-বননি, পাহাৰ, পৰ্ব্বত, মৰুভূমি, নগৰ আৰু গাওঁ সকলোৱে প্ৰতীক্ষা কৰি আছে। গাঁৱক প্ৰশংসা কৰিবৰ কাৰণে যিমানেই মই নগৰৰ নিন্দা কৰোঁ, কাম শেষ হোৱাৰ আগতে যদি নগৰৰপৰা পলাবলৈ ইচ্ছা কৰোঁ, তথাপি নগৰৰ ব্যক্তিত্বক মই চিনিব পাৰোঁ। নগৰৰ প্ৰতিও মোৰ অন্তৰত স্নেহ আৰু ভক্তি-ভাব আছে। ভাৰতৰ সকলোবোৰ নগৰ জানো মোৰ দেশবাসীৰ পুৰুষাৰ্থৰ প্ৰতীক নহয়? নগৰবোৰৰ সংস্কাৰৰ ভেটি জানো আমাৰ মানুহেই স্থাপন কৰা নাছিল? প্ৰত্যেক নগৰে জানো নিজৰ বায়ুমণ্ডল, নিজৰ সন্মান আৰু নিজৰ পুৰুষাৰ্থক অখণ্ড ৰূপত সুৰক্ষিত কৰি ৰখা নাছিল? কেতিয়াবা যদি নগৰবোৰ গাৱঁৰ ভক্ষক বা শোষক নহৈ ৰক্ষক বা পোষক হৈ পৰে, তেতিয়াহলে ই সমাজৰ প্ৰত্যেক হিতাকাঙ্ক্ষীৰ আশীৰ্ব্বাদ নোপোৱাকৈ নাথাকে।

'মাৰ মনেৰে ভাৰতবৰ্ষত দেখা অজস্ৰ শ্মশানো মোৰ ভক্তিৰ পাত্ৰ। লাগিলে সি হৰিশ্চন্দ্ৰৰ দ্বাৰা ৰক্ষিত কাশীৰ শ্মশানেই হওক, দিল্লীৰ ওচৰৰ অসংখ্য ৰাজধানীৰ শ্মশান বা মহাযুদ্ধৰ পাছত অসমত দেখা ভগ্ন আকাশী-যানৰ অৱশিষ্ট স্বৰূপ। শ্মশান শ্মশানেই। তাক দেখিলেই মানুহৰ, ৰাজবংশৰ, সাম্ৰাজ্যৰ আৰু সংস্কৃতিৰ জন্ম আৰু মৰণ আদিৰ বিষয়ে গধুৰ ভাবৰ উদয় নোহোৱাকৈ নাথাকে। যিখনলৈ মই স্বয়ং নিজেই যাব লাগিব —সেই এখন শ্মশানক এৰি বাকী সকলোবোৰ শ্মশানৰ বৰ্ণনা কৰিবলৈ মোৰ ইচ্ছা হয়।

যদি ই সম্ভৱ হয়, তেতিয়াহলে যিদৰে যুদ্ধত 'কামত লগা'। অজ্ঞাত বীৰ সকলৰ শ্ৰাদ্ধৰ সময়ত অজ্ঞাত আত্মীয়ই সামান্য এটা পিণ্ড বা অঞ্জলি দিয়ে, সেইদৰে যি শ্মশানত হৰিশ্চন্দ্ৰ, বিক্ৰম, ভৰ্তৃহৰি আৰু মহাদেৱৰ

উপাসক অসংখ্য যোগিনীয়ে নিজৰ নিবাস স্থান পাতিছিল, সেই প্ৰতিনিধিক —"সৰ্ব্ব-সামান্য শ্মশান"ক এবাৰ অঞ্জলি অৰ্পণ কৰিবৰ ইচ্ছা মোৰ আছেই।

এই সকলো ইচ্ছা জানো পূৰ্ণ কৰিব পাৰিম? অৱশ্যে এই কাৰণে মই চিন্তা কৰা নাই। এনেকুৱা কোনো কথা নাই যে কেৱল ঈশ্বৰেহে অৱতাৰ ধাৰণ কৰে। যাৰ মনত যিটো সংকল্প জন্মে, তেওঁ সেইটো অৱতাৰ গ্ৰহণ কৰিবলৈ বাধ্য হৈ পৰে। এটা জীৱাত্মাই যে অনেক অৱতাৰ ধাৰণ কৰে। সেইটো ভবা উচিত নহয়। অদম্য অভিলাষে অৱতাৰ ধাৰণ কৰাব পাৰে; অদম্য অভিলাষেই হৈছে প্ৰকৃত বিধাতা। যদি সংকল্পৰ জন্ম হয়, তেতিয়া-হ'লে তাৰপৰা সৃষ্টি উৎপন্ন হবই। লাগিলে সি ব্ৰহ্মাদেৱৰ পাৰ্থিৱ সৃষ্টিয়েই হওঁক, সাহিত্যৰ শব্দ সৃষ্টিয়েই হওঁক বা কেৱল কল্পনাৰ দ্বাৰা নিৰ্ম্মিত চিত্ৰ-সৃষ্টিয়েই হওঁক।

এই সৃষ্টিৰ যোগে জীৱন দেৱতাই নিজৰ অনন্ত ধৰণৰ উল্লাস প্ৰকাশ কৰি থাকে।

# সূচী

চৰিব্বছ

পঁচিশ

## ১ ॥ সখী মাৰ্কণ্ডী

সকলো নৈ জানো কেৱল মাতৃ ? নহয়। মাৰ্কণ্ডী মোৰ বাল্যকালৰ সহচৰী। তেওঁ ইমান সৰু যে মই তেওঁক মোৰ বাইদেও বুলি কবলৈকো লাজ পাওঁ। কেতিয়াবা যদি দুপৰীয়া মই পথাৰত থকা বেলগুণী গছৰ ছাঁত বহোঁ, তেতিয়াহলে মাৰ্কণ্ডীৰ শীতল বতাহে মোক নিশ্চয় মাতিব। মাৰ্কণ্ডীৰ পাৰত মই বহুত বাৰ বহিছোঁ, বতাহত হালি-জালি থকা থাঁহবোৰক মই অনিমেষ দৃষ্টিৰে বহুতপৰ চাইছোঁ। মাৰ্কণ্ডীৰ পাৰত অসাধাৰণ, অদ্ভুত একো নাই, কোনো বিশেষ ধৰণৰ সুন্দৰ ফুল আৰু নানা তৰহৰ পখিলা নাই। ইয়াত ধুনীয়া শিলো নাই। নিজৰ কলকুঞ্জনত মানুহৰ মন অস্থিৰ কৰি তোলা নিজৰাবো ক'ত।

ইয়াত আছে একমাত্ৰ স্নিগ্ধ শান্তি। ভেড়াৰথীয়াই মাৰ্কণ্ডী বৈজনাথ পৰ্ব্বতৰপৰা আহিছে বুলি কয়। তেওঁৰ উদ্গম স্থানৰ সন্ধান কৰাৰ ইচ্ছা মোৰ কেতিয়াও হোৱা নাই ; কেতিয়াবা যদি মই আমাৰ অঞ্চলৰ মানচিত্ৰ পাওঁ, তেতিয়াও তাত মই মাৰ্কণ্ডীৰ ৰেখা নিবিচাৰোঁ। কিয়নো, এনেকুৱা কৰিলে তেওঁ সখী গুচি নৈ হৈ যাব। মই তেওঁৰ পানীত ভৰি জুবুৰিয়াই বহি বৰ ভাল পাওঁ। যেতিয়া পানীত ভৰি দিওঁ, তেতিয়া তভালিকে ভাৰপৰা কল কল শব্দ উঠে।

সৰুতে আমি দুয়ো কিমান কথা পাতিছিলোঁ। এজনৰ লগত আনজনৰ সান্নিধ্য আমাৰ কাৰণে অতি আনন্দকৰ হৈ পৰিছিল। মাৰ্কণ্ডীয়ে কি কৈছে তাক শুনিবলৈ মোৰ আগ্ৰহ নাছিল আৰু মই যি কওঁ তাৰ অৰ্থ বুজিবলৈ মাৰ্কণ্ডীৰ গতিও বন্ধ হোৱা নাছিল। আমি এজনে আনজনৰ লগত কথা পাতিছিলোঁ ; আমাৰ কাৰণে এইয়েই বহুত। কেইবা বছৰৰ পাছত যেতিয়া ভায়েক-ভনীয়েকৰ মিলন হয়, তেতিয়া এজনে আনজনক হেজাৰ ৰকমৰ প্ৰশ্ন সোধে। কিন্তু এই প্ৰশ্নত উৎসুকতাৰ ভাৱ নাথাকে। ই কেৱল ভালপোৱা ব্যক্ত কৰাৰ এক পদ্ধতিহে মাথোন। কেনেকুৱা প্ৰশ্ন আছিল আৰু কেনেকুৱা উত্তৰ আছিল—অকৃত্ৰিম স্নেহৰ মাজত ইয়াৰ বিচাৰ নাথাকে।

মাৰ্কণ্ডীৰ পাৰে পাৰে মই গান গাই গাই ফুৰি ফুৰিছিলোঁ আৰু মাৰ্কণ্ডীয়ে সেই গান শুনিছিল। যি মাৰ্কণ্ডেয় মুনিয়ে ষোল বছৰ বয়সত শিৱ-ভক্তিৰ বলত যমৰজাক পাছলৈ ঠেলি পঠাইছিল, সেই ঋষিৰ উপাখ্যান গাবৰ সময়ত মোৰ যে কিমান আনন্দ হৈছিল।

মৃকণ্ডু ঋষিৰ কোনো সন্তি-সন্তান নাছিল। তেওঁ তপস্যাৰ বলত মহাদেৱক প্ৰসন্ন কৰিছিল। মহাদেৱে বৰদানত বিকল্প দাঙি ধৰিলে।

সাধু সুন্দৰ শাচনা সুত তয়া সোল্লাচ বৰ্ষেং মিতী
জ্ঞো কাং মুঢ় কুৰূপ তো শতৱৰী বৰ্ষেং অসে স্ব-স্থিতী
যা দোহীংত জসা মনাং ত ৰুচলা তো স্যাং ভুতেং দীধলা

( তোমাৰ সৎচৰিত্ৰ, সুন্দৰ আৰু জ্ঞানী এটা লৰা হব, কিন্তু তাৰ মাত্ৰ ষোল বছৰহে আয়ুস হ'ব। আনটো মূৰ্খ আৰু কদাকাৰ হব, তাৰ আয়ুস এশ বছৰ হ'ব। সি গোটেই জীৱন একেদৰেই থাকিব। এই দুটাৰ ভিতৰত তোমাৰ যিটোকে পচন্দ হয়, মই তোমাক সেইটো বৰকে দিম। )

এতিয়া ঋষিয়ে এই দুয়োটাৰ ভিতৰত কোনটো পচন্দ কৰিব ? এই প্ৰশ্ন শুনি ঋষিয়ে কিংকৰ্তব্য বিমূঢ় হৈ তেওঁৰ সহধৰ্ম্মিণীক সুধিলে। দুয়ো ভাবি-বলৈ ধৰিলে, লৰা লাগিলে ষোল বছৰেই জীয়াই থাকক, কিন্তু সি সদ্‌গুণী হওক। তাৰপৰাই বংশৰ উদ্ধাৰ হ'ব। মহাদেৱৰপৰা দুয়ো এই বৰকে মাগিলে। মাৰ্কণ্ডেয়ৰ বয়স আৰু ৰূপ-গুণ যিমানে বাঢ়িবলৈ ধৰিলে, মাক-বাপেকৰ আমঠু ক'লা পৰিবলৈ ধৰিলে। শেহত ষোল বছৰ পূৰ হল।

যুৱক মাৰ্কণ্ডেয় পূজাত বহি আছে এনেতে তালৈ নিজৰ মহত উঠি যমৰাজ আহিল। কিন্তু শিৱলিঙ্গক স্পৰ্শ কৰি থকা যুৱকক তেওঁ চুব কেনেকৈ ? অস্তি-নাস্তিৰ মাজত শেহত তেওঁ যুৱকক বান্ধিবলৈ নিজৰ শিকলিডাল মুকলি কৰিলে, ইফালে লিঙ্গৰ পৰা ত্ৰিশূলধাৰী সদাশিৱ ওলাই আহিল। এতিয়া নিজৰ ধৃষ্টতাৰ কাৰণে যমৰাজে বহুত টান কথা শুনিব লগীয়া হ'ল। মৃত্যুঞ্জয় মহাদেৱক দৰ্শন কৰাৰ পাছত মাৰ্কণ্ডেয়ৰ আৰু মৃত্যুলৈ কি ভয় থাকিব ? তেওঁৰ আয়ুধাৰা আজিও বৈ আছে।

আগতে যেতিয়া মই কলেজত পঢ়িছিলোঁ, তেতিয়া মোৰ পৰীক্ষাৰ পাছত ভ্ৰাতৃ-দ্বিতীয়া হৈছিল। সেই সময়ত শস্যও কটা হৈছিল। তেতিয়া মই দুই

তিনি দিন পথাৰত থাকিব লগীয়া হৈছিল আৰু সেই সময়ত মাৰ্কণ্ডীয়ে মোক ৰঙা আলু আৰু অমৃতৰ নিচিনা পানীও খুৱাইছিল। আৰকালি ৰাতি যেতিয়া মই তেওঁ আৰত কঁপি আছে নেকি চাবলৈ গৈছিলোঁ, তেতিয়া তেওঁ নিজৰ স্বচ্ছ-দাপোনেৰে মোক মৃগ-নক্ষত্ৰ দেখুৱাইছিল। আজিও যেতিয়া মই নিজৰ গাৱঁলৈ যাওঁ মাৰ্কণ্ডীক লগ নোপোৱাকৈ কেতিয়াও ঘূৰি নাহোঁ। কিন্তু এতিয়া তেওঁ মোক আগৰ দৰে আদৰ-সাদৰ নকৰে। অলপ মিচিকিয়াই মৌনতা ধাৰণ কৰে। এতিয়া তেওঁৰ সুকুমাৰ শৰীৰত আগৰ নিচিনা লাৱণ্য নাই। কিন্তু এতিয়া তেওঁৰ স্নেহৰ গভীৰতা আৰু নিবিড়।

আগষ্ট, ১৯২৮ চন।

## ১ ॥ কৃষ্ণাৰ সংস্মৰণ

১

সেইদিনা একাদশী আছিল। আমি মটৰেৰে মাহুলীলৈ গৈছিলোঁ। মহাৰাষ্ট্ৰৰ ৰাজধানী সাতাৰাৰ পৰা মাহুলী অলপ আঁতৰত। বাওঁ ফালে শ্ৰীশাহু মহাৰাজৰ বিশ্বাসী কুকুৰৰ সমাধি আছে। আমাৰ দৰে আৰু বহুত মানুহ মটৰেৰে মাহুলীলৈ গৈছিল। শেহত আমি আহি নৈৰ পাৰ পালোঁহি। তাত নৈৰ ইপাৰৰ পৰা সিপাৰলৈ এডাল লোহাৰ শিকলি ওখ কৰি বন্ধা আছিল। ইয়াত বছিৰে এখন নাবো বান্ধি থোৱা হৈছিল। সি মোৰ লৰালি চকুত বৰ ভাল লাগিছিল।

দাঁতিত থকা সৰু ডাঙৰ শিলগুটিবোৰ কিমান ক'লা, মিহি আৰু চেঁচা আছিল। এটাক হাতত তুলি ল'লে আনটোলৈ চকু যায়। তেতিয়া আগৰটোতকৈ সেইটোহে বেছি ভাল যেন লাগে। যেতিয়া মই তিতি থকা তৃতীয় ধৰণৰ বাদামী ৰঙৰ ৰেখা-যুক্ত শিলগুটি দেখোঁ, তেতিয়া তাক তুলি লবলৈ মোৰ বৰ ইচ্ছা হয়।

সেইদিনাই মই প্ৰথম কৃষ্ণা দৰ্শন কৰিছোঁ। কৃষ্ণা মাতাই মোক প্ৰথমবাৰ সেইদিনাহে চিনি পাইছে। মই যে তেঁওক চিনি পাম, তেতিয়া মোৰ তেনেকুৱা বয়স হোৱা নাছিল। সন্তানে মাকক চিনাৰ আগতে মাকে সন্তানক নিজৰ কৰি লয়। আমি সবাবোৰে উলঙ্গ হৈ খুব গা ধুলোঁ, জপিয়ালোঁ, ইটোৱে সিটোৰ গালৈ পানী চটিয়ালোঁ, আৰু নাৱৰপৰা পানীত জাপ মাৰিলোঁ। কৃষ্ণাত এনেকুৱা জল-বিহাৰ কৰিলোঁ যে অৱশেষত মই ভোকত অস্থিৰ হৈ পৰিলোঁ। যিদৰে এইয়া মোৰ প্ৰথম নদী দৰ্শন আছিল, সেইদৰে গা ধোৱাৰ পাছত লুনীয়া চিনা-বাদাম খোৱাৰ স্বাদো এইবাৰেইত প্ৰথম। যাত্ৰাৰ সময়ত ম'ৰা পাখীৰ টুপী পিন্ধা 'বাসুদেৱ' ভিক্ষা কৰিবলৈ আহিছিল। খুটি তালৰ লগত গোৱা মধুৰ ভজন মই সেইদিনাই প্ৰথম শুনিলোঁ। কৃষ্ণা-মাতাৰ মন্দিৰত অলপ জিৰণি লৈ আমি ঘৰলৈ উলটিলোঁ।

সহ্যাদ্ৰিৰ কান্তাৰৰ মহাবলেশ্বৰৰ দাঁতিৰপৰা ওলাই সাতাৰালৈ আহোঁতে কৃষ্ণাৰ বেছি সময় নালাগে। কিন্তু ইয়াৰ মাজত বেন্না কৃষ্ণাৰ লগত মিলিবলৈ আহিছে। ইয়াৰ এই সঙ্গমৰ কাৰণেই মাহুলীয়ে মহত্ত্ব লাভ কৰিছে। দুজনী সৰু ছোৱালীয়ে এজনীয়ে আনজনীৰ কানত হাত থৈ যেন খেলিবলৈ হে ওলাইছে। ঠিক এনেকুৱাই আছিল সেই দৃশ্য যি মোৰ অন্তৰত যোৱা পঁয়ত্ৰিশ বছৰৰপৰা অঙ্কিত হৈ আছে।

কৃষ্ণাৰ পৰিয়াল যথেষ্ট সৰহ। কেইবাখনো সৰু ডাঙৰ নৈ আহি এওঁৰ লগত মিলিছেহি। গোদাবৰীৰ লগতে আমি কৃষ্ণাকো মহাৰাষ্ট্ৰৰ 'মাতা' বুলি কব পাৰোঁ। যি সময়ত আজিৰ মাৰাঠী ভাষা প্ৰচলিত নাছিল, সেই সময়ত গোটেই মহাৰাষ্ট্ৰক কৃষ্ণাই আবৰি ৰাখিছিল।

২

'নৰচোবাচী বাড়ী'লৈ যাওঁতে যেতিয়া আমি আমাৰ মটৰখন নাৱত তুলি কৃষ্ণা পাৰ হৈছিলোঁ, তেতিয়া দ্বিতীয়বাৰ তেওঁক দৰ্শন কৰিছিলোঁ। এফালে ওখ গৰা আৰু আনফালে দূৰলৈকে বিয়পি থকা কৃষ্ণাৰ বালিচৰ, তাত গজি থকা—কেবেলা, বেঙেনা আৰু তৰমুজবোৰ! যি দুই-এবাৰ কৃষ্ণাৰ পাৰৰ এই বেঙেনাৰ সোৱাদ পাইছে, স্বৰ্গলৈ গলেও তেওঁৰ তাক খাবলৈ ইচ্ছা হব

একেবাহে দুই তিনি মাহ এই যেনেদৰে খাই থাকিলেও যেতিয়া হৈঁপাহ নপলায়, তেতিয়া হলেনো বাক ইয়াত অৰুচি হব বুলি ক'ম কেনেকৈ ?

৩

সাঙলীৰ ওচৰত কৃষ্ণাৰ পাৰত মই প্ৰথমবাৰ মহাৰাষ্ট্ৰৰ দেশীয় ৰাজ্যৰ ৰাজ-বৈভৱ দেখিলোঁ। সেই মনোৰম বিশাল ঘাট, সুন্দৰ আৰু চকচকীয়া কলহবোৰত পানী ভৰাই লৈ যোৱা মহাৰাষ্ট্ৰৰ তৰুণীসকল, পানীত জাপ মাৰি দাঁতিত বহি থকা মানুহবোৰক তিয়াবলৈ চেষ্টা কৰা পালোৱানবোৰ, সৰু সৰু ঘণ্টাৰ যোগেদি সুৰত সুৰ মিলাই নিজৰ আগমনৰ আগজাননী দিয়া পৰ্ব্বতৰ নিচিনা হাতীবোৰ আৰু কুঁহিয়াৰ পেৰা শালে যেন একশ্ৰুতি শব্দেৰে আমাক ৰসপান কৰিবলৈহে নিমন্ত্ৰণ কৰিছিল। এয়েই আছিল মোৰ কৃষ্ণা মাতাৰ তৃতীয় দৰ্শন।

মই সাতোঁৰ ভালকৈ নাজানো। তথাপি এটা ডাঙৰ কলহ পানীত উবুৰিয়াই তাৰ সহায়ত সাঁতুৰিবলৈ এই নদীত মই নামি পৰিছিলোঁ, কিন্তু এঠাইত বোকাত এইদৰে লাগি ধৰিলোঁ যে এটা ভৰি যেতিয়া ওলাল, তেতিয়া আনটো আকৌ লাগি ধৰিলে। বোকাও এনেকুৱা আলতীয়া আছিল যেন ক'লা ক'লা মাখনহে। তেতিয়া মোৰ এনেকুৱা লাগিছিল যেন এতিয়া মই জঙ্গম গুচি গছ-গছনিৰ নিচিনা স্থাবৰ হৈহে পৰিম। সেইদিনাৰ ভয় আৰু ব্যাকুলতাৰ কথা মই আজিও পাহৰিব পৰা নাই।

৪

ষ্টেচনত খাবৰ কাৰণে আমি সদায় কৃষ্ণাৰ পানী পাইছিলোঁ। আমাৰ এজন পৰিচিত ভদ্ৰলোক তাত ষ্টেচন মাষ্টৰ আছিল। তেওঁ আমাক বৰ আথে-বেথে দুই এঘটী পানী অনাই দিছিল। আমাৰ লাগিলে পিয়াহ লাগকেই বা নালাগক আমাৰ পিতাদেৱে আমাক সকলোকে ভক্তি ভাবেৰে পানী খাবলৈ কৈছিল। কৃষ্ণা মহাৰাষ্ট্ৰৰ আৰাধ্যা দেৱী। তেওঁৰ এটোপাল পানী আমাৰ পেটলৈ গলেও আমি পবিত্ৰ হৈ যাওঁ। যাৰ পেটলৈ কৃষ্ণাৰ এক বিন্দু পানীও গৈছে, তেওঁ নিজৰ মাতৃ ভূমি মহাৰাষ্ট্ৰৰ মহাৰাষ্ট্ৰীয়ত্বক কেতিয়াও পাহৰিব নোৱাৰে। শ্ৰীসমৰ্থ, ৰামদাস আৰু মহাৰাজ শিৱাজী,

শাহু আৰু বাজীৰাও, যোড়গডে, পটবৰ্ধন, নানা ফড়নবীচ আৰু ৰামশাস্ত্ৰী প্ৰভৃণে—মুঠতে কবলৈ গলে মহাৰাষ্ট্ৰৰ ন্যায়-নিষ্ঠা, ৰাজনীতিজ্ঞতা, ধৰ্ম্ম-সদাচাৰ, দেশ-সেৱা, বাণীসেৱা স্বাধীনতা আৰু উদাৰতা এই সকলো কৃষ্ণাৰ বাৎসল্যাৰে পৰিপুষ্ট হৈ পুষ্পিত আৰু পল্লবিত হৈ পৰিছে।

দেহু আৰু আলন্দীৰ পানী আহি কৃষ্ণাত পৰিছে। পণ্টৰপুৰৰ চন্দ্ৰভাগাও ভীমা নাম ধাৰণ কৰি কৃষ্ণাৰ লগত মিলিছেহি। "কৃষ্ণাত স্নান আৰু তুঙ্গাত পান" এই যোজোনাৰ দ্বাৰা যাক গৌৰবান্বিত কৰা হৈছে, সেই তুঙ্গভদ্ৰাই কৰ্ণাটকৰ প্ৰাচীন বিভূতিৰ কথা স্মৰণ কৰাই কৃষ্ণাৰ বুকুত নিজক বিলীন কৰি দিছে। প্ৰকৃততে কবলৈ গলে মহাৰাষ্ট্ৰ, কৰ্ণাটক আৰু তেলেঙ্গনা ( অন্ধ্ৰ ) এই তিনিওখন প্ৰদেশেই কৃষ্ণাৰ গাথীৰ খাইছে। কৃষ্ণাৰ ভিতৰত পক্ষপাত বা প্ৰাদেশিকতাৰ ঠাই নাই।

৫

মোৰ কলেজীয়া জীৱনৰ এটা ঘটনা। মনত ডাঙৰ আশা-আকাঙ্ক্ষা লৈ ককাইদেউক লগ পাবলৈ পুনাৰপৰা ঘৰলৈ গৈছিলোঁ। কিন্তু মই গৈ পোৱাৰ আগতে তেওঁ ইহলীলা সম্বৰণ কৰিলে। মোৰ ভাগ্যত কেৱল কৃষ্ণাৰ পবিত্ৰ পানীত তেওঁৰ অস্থি বিসৰ্জ্জন কৰাহে ঘটিল। বেলগাঁৱৰপৰা কুড়চীলৈ গছলোঁ। সময় সন্ধ্যা। বেলৰ দলঙৰ তলত কৃষ্ণাৰ পূজা কৰিলোঁ। কৃষ্ণাৰ গৰ্ভত ককাইদেউৰ অস্থি বিসৰ্জ্জন দিলোঁ। গা-ধুই ভালকৈ বহি লৈ জীৱন মৰণ সম্বন্ধে ভাৱিবলৈ ধৰিলোঁ।

হয়তো কৃষ্ণাৰ পানীত মহাৰাষ্ট্ৰৰ কিমান বীৰ আৰু শত্ৰুৰ তেজ মিহলি হৈ আছে। বাৰিষাৰ উত্তেজনাত হয়তো কৃষ্ণাই কিমান কৃষক আৰু তেওঁ-লোকৰ গৰু-ম'হৰ সলিল-সমাধি ঘটাইছে, কিন্তু ইয়াত কৃষ্ণাৰ কি ক্ষতি-বৃদ্ধি? মদোন্মত্ত হাতীয়ে তেওঁৰ পানীত বিহাৰ কৰক বা সংসাৰ-বিৰাগী সাধুৱে তাৰ পাৰত বহি তপস্যা কৰক, কৃষ্ণাৰ কাৰণে দুয়ো সমান। মোৰ ককাই-দেউৰ অস্থি আৰু অস্থিৰ নিচিনা শিলগুটিৰ ভিতৰত কৃষ্ণাই কোনো পাৰ্থক্য নেদেখে। মাছলীত মোক নিজৰ কান্ধত লৈ পানীত জপিয়াবলৈ উৎসাহিত কৰা ককাইদেউৰ অস্থি-পুঞ্জ মই নিজৰ হাতেৰে সেই কৃষ্ণাৰ পানীত লগাৰ লগীয়া হল। জীৱনৰ লীলা কিমান অগম্য।

৬

কৃষ্ণাৰ গৰ্ভত মোৰ আৰু আন এজন ভাই শুই আছে। ব্ৰহ্মচাৰী অনন্ত বুৱা মৰচেকৰক মই মোৰ ভাই বুলি ভাৱিছিলোঁ। কিন্তু দেশৰ সেৱাৰ ক্ষেত্ৰত তেওঁ মোৰ ককাইদেউৰ নিচিনা আছিল। স্বদেশী, ৰাষ্ট্ৰীয়-শিক্ষা আৰু গো-সেৱা এই তিনিওটা কামতেই তেওঁ নিজৰ শৰীৰ বিসৰ্জ্জন দিলে। মোৰ লগত তেওঁ গঙ্গোত্ৰী আৰু অমৰনাথলৈ গৈছিল। কিন্তু কৃষ্ণাৰ পাৰলৈ আহি তেওঁ অমৰ হৈ গল। ভক্তিৰ আবেগত তেঁও আত্মহাৰা হৈ পৰিছিল। হিমালয়লৈ যাওঁতে এই কথা মই কেইবাবাৰো অনুভৱ কৰিছিলো। মই বাৰে বাৰে তেওঁক সাৱধান কৰি দিছিলোঁ. কিন্তু তেওঁ মোৰ কথালৈ কাণ দিয়া নাছিল। তেওঁ শ্ৰীসমৰ্থৰ শান্তিৰ বাণীৰ সাত্ত্বিক আনন্দত বিভোৰ হৈ পৰিছিল। কৃষ্ণাৰো হয়তো তেওঁৰ এই অৱস্থা দেখি খং উঠিছিল। দেৱ-মন্দিৰ প্ৰদক্ষিণ কৰোঁতে তেওঁ ওপৰৰ পৰা এটা কুণ্ডত পৰিল আৰু লগে লগে দেৱলোকলৈ গুচি গল। যেতিয়া ৰাঙীৰ প্ৰস্তৰময় পথেদি বৈ থকা গঙ্গাৰ স্মৰণ কৰো, প্ৰত্যেক বৰ্ষাকালত যেতিয়া কৃষ্ণাত শিৱস্নান কৰি দেৱ-মন্দিৰৰ শিখৰ দৰ্শন কৰোঁ, তেতিয়া কৃষ্ণাই যে মোৰ আৰু এজন ভাইক নিজৰ বুকুত সুমাই লৈছে সেই কথা স্মৰণ নকৰাকৈ থাকিব নোৱাৰোঁ। সেই সময়ত যেন মোৰ চকুৰ আগত অনন্ত বুৱাৰ তপোনিষ্ঠ আৰু স্নিগ্ধ সুকুমাৰ মূৰ্ত্তিয়ে আহি দেখা দিয়ে।

৭

১৯২১ চনৰ কথা। এবছৰৰ ভিতৰতে ভাৰতবৰ্ষই স্বাধীনতা লাভৰ প্ৰতিজ্ঞা কৰিলে। হিন্দু মছলমান দুয়ো এক হৈ গল। তেত্ৰিশ কোটি দেৱতাৰ নিচিনাকৈ কোটি কোটি ভাৰতবাসীয়ে ভাৱিবলৈ ধৰিলে—স্বাধীনতাৰ কথা। স্বৰাজৰ ঋষি লোকমান্য তিলকৰ স্মৃতিসৌধ স্থাপন কৰিবৰ কাৰণে 'তিলক স্বৰাজ ফণ্ড'ত এককোটি টকা গোটাব লগীয়া হল। ৰাষ্ট্ৰীয় সভাৰ ছত্ৰ-ছায়াঁৰ তলত কাম কৰা সদস্যৰ সংখ্যা এককোটি কৰিব লগীয়া আছিল আৰু পটবৰ্ধন শ্ৰীকৃষ্ণৰ সুদৰ্শন চক্ৰৰ দৰে এই ধৰ্ম্মভূমিত সিমানখিনি যঁতৰো প্ৰচলন কৰিব লগীয়া হৈছিল। এই কামত সকলো ভাৰত-সন্তান বিজয়াডাত সমবেত হল। শ্ৰীআৰ্য্যাচ চাহাব, পুনতাম্বেকৰ, গিদৱাণী আৰু মই আহি

একেলগে বিজয়াডা পালেঁাহি। এনেকুৱা শুভ-মুহূৰ্ত্তত শ্ৰীকৃষ্ণাৰিকাৰ বিৰাট ৰূপৰ দৰ্শন কৰাৰ সৌভাগ্য হ'ল। যি কৃষ্ণাৰ পাৰত বহি ৰাষ্টৰ লক্ষ্যা বন্দনা কৰিছিলোঁ, ন্যায়নিষ্ঠ ৰামশাস্ত্ৰী তথা ৰাজকাজত পটু নানা-ফড়নবীচৰ সৈতে কথা পাতিছিলো ; সেই কুমলীয়া কৃষ্ণাৰ এই বিৰাট ৰূপ দেখি প্ৰথমতে মোৰ বিশ্বাসেই হোৱা নাছিল। ক'ত সেই মাহলীৰ সক বেখা আৰু ক'ত ইউৰোপ, আমেৰিকাৰ লগত সংযোগ ৰখা "কেৱল"ৰ নিচিনা এই শিকলি ভাল। হেজাৰ হেজাৰ, লাখ লাখ মানুহ ইয়াত গা-ধুবলৈ আহে। অন্তৰ স্থূলকায় ভাইসকলৰ লগত আজি ভাৰতবৰ্ষৰ প্ৰত্যেক চুক-কোণৰ পৰা অহা ভাইসকল মিলি যেন এক হৈ গৈছে। "ৰাষ্ট্ৰীয়" হিন্দীৰ বাক্-প্ৰবাহ য'তে ত'তে শুনিবলৈ পোৱা যায়। যিদৰে কৃষ্ণাত বেন্না, বাৰনা, কোয়না, ভীমা, তুঙ্গভদ্ৰা আদি নৈবোৰ আহি লগ লাগিছে সেইদৰে সকলো গাঁৱৰে মানুহ আহি বিজয়াডাত গোট খাইছেহি। সেই সুযোগত সকলোৰে লগত সদায় একেলগে গা-ধোৱাৰ আনন্দ পাইছিলোঁ। যি কৃষ্ণাই আমাক জন্মৰপৰাই গা খীৰ ধুৱাইছে, সেই কৃষ্ণায়ে আমাক যেন ইয়াত স্বৰাজাকাঙ্ক্ষী ভাৰত ৰাষ্ট্ৰৰ জনতাৰ দৰ্শন কৰালে। জয় কৃষ্ণা! তোমাৰ জয় হওক!! ভাৰতবৰ্ষ এক হওক। স্বাধীন হওক!!

জুলাই ১৯২৯ চন।

## ৩ ॥ মুল্লা-মুঠাৰ সঙ্গম

এনেয়ে আমি বহুত নৈ দেখি থাকোঁ। কিন্তু দুখন নৈৰ সঙ্গম সহজতে দেখা পোৱা নাযায়। সঙ্গমৰ কাব্যই বেলেগ।

যেতিয়া দুখন নৈ মিলি যায়, তেতিয়া প্ৰায়েই এখন নৈয়ে নিজৰ অস্তিত্ব ত্যাগ কৰি আনখনৰ লগত বিলীন হৈ যায়। সকলো দেশতে এই নিয়ম পালন কৰা হয়। কিন্তু যিদৰে কলঙ্কৰ অবিহনত চন্দ্ৰৰ শোভা প্ৰস্ফুটিত নহয়,

সেইদৰে অপবাদ থাকিলেও নিয়মৰ মহত্ত্ব নাথাকে। কেতিয়াবা কেতিয়াবা নিয়মতকৈ অপবাদহে অধিক আকৰ্ষণীয় হৈ পৰে। উত্তৰ আমেৰিকাৰ মিচিচিপী-মিচোৰীয়ে নিজৰ সত্তাকৰৰ দীঘল নাম বন্ধ সমাসৰ ৰূপ ধাৰণ কৰি সংসাৰৰ সকলোতকৈ দীঘল নৈ হিচাবে জনাজাত হৈ পৰিছে। সীতা-হৰণৰ পৰা বিজয়নগৰৰ স্বাধীনতা হৰণলৈকে ইতিহাস মনত পেলাই তুঙ্গ-ভদ্ৰায়ো তুঙ্গ আৰু ভদ্ৰা লগ লগোৱা কাৰণে নিজৰ নাম আৰু গৌৰৱ লাভ কৰিছে। পুনাৰ নিজৰ কোলাত নচুৱাই মুল্লা-মুঠাৰ সঙ্গমৰ যোগেদি মুল্লা আৰু মুঠায়ো মুল্লা-মুঠা নাম ধাৰণ কৰিছে।

মুঠা সিংহগড়ৰ পশ্চিমফালৰ উপত্যকাৰ পৰা আহিছে আৰু খড়ক-বাসলাৰ মুণ্ডীটেকৰিয়াই তেওঁক ৰক্ষা কৰি আছে। খড়ক-বাসলাৰ মথাউৰিয়ে এই ক্ষীণকায় মুঠাক এখন দীঘল সৰোবৰৰ ৰূপত পৰিণত কৰিছে। এই সৰোবৰৰ পাৰত কোনো গছ বা মন্দিৰ নাই। দিনত ভাবৰ আৰু ৰাতি হলে তৰাই এই সৰোবৰত নিজৰ চিন্তাশীল প্ৰতিবিম্ব পেলায়। এই মুঠাৰ পৰা কৰ হিচাবে দুটা খাল ( কেনেল ) খন্দা হৈছে।

মুঠাৰ পাৰত কুঁহিয়াৰৰ খেতি দিনক দিনে বাঢ়িবলৈ ধৰিছে। বসন্ত ঋতুৰ সময়ত যিফালেই চোৱা যায়, কুঁহিয়াৰপেৰা শালে চিঞৰি চিঞৰি মানুহক ৰসপান কৰিবলৈ আহ্বান কৰে। কাঠৰ সাঁকো নামেৰে পৰিচিত শিলেৰে নিৰ্ম্মিত এই সাঁকোৰ তলেদি নৈখন আগ বাঢ়ি গৈছে আৰু ভগৱীপুল নামৰ শিলৰ বান্ধ পাৰ হৈছে। ইয়াৰ পাছত তেওঁৰ ভনীয়েক মুল্লাৰ লগত মুঠাৰ সঙ্গম হৈছে। কাঠৰ সাকোঁৰ পৰা ওঁকাৰেশ্বৰলৈকে যিমান চিতাই নজ্বলক কিন্তু সঙ্গমৰ সময়ত তাৰ সেই বিষাদে মুঠাক স্পৰ্শ কৰিব পৰা নাই। ইয়াৰ শান্ত সঙ্গম কৰ নোৱাৰো আৰু আন ঠাইত আছেনে নাই। এই সঙ্গমতে কেপ্তেইন মলেটে পেশবাৰ্ইৰ জীৱনৰ শেষ মুহূৰ্ত্তৰ কাৰণে অপেক্ষা কৰি আছিল। আজি সংস্কৃতৰ মহান্ পণ্ডিত ভাণ্ডাৰকৰদেৱে ইউৰোপীয়ান সংস্কৃতবিদ্ সকলৰ হাতৰপৰা সংস্কৃত ভাষাক কাঢ়ি লবৰ কাৰণে এই সঙ্গমতে আশ্ৰম পাতি সাধনা কৰি আছে। সংস্কৃত বিদ্যাৰ পুনৰ উদ্ধাৰৰ কাৰণে নিৰ্ম্মিত ডেক্কান বিদ্যালয়ো ইয়াতে প্ৰতিষ্ঠিত। ইয়াত শ্বেতাঙ্গ সকলে নৈ বিহাৰৰ কাৰণে নৈত বান্ধ বান্ধি পানীৰ ধাৰা অৱৰোধ কৰি থৈছে, আৰু

লগতে মহৰ বিশাল বংশয়ো ইয়াত আশ্ৰয় লৈছে। ইয়াৰ ওচৰতে টিলাৰ ওপৰত গুজৰাটৰ এজন লক্ষীৰ বৰপুত্ৰৰ উচ্চ-অট্টালিকাই নিজৰ নম্ৰ নামধেয় "পৰ্ণ কুটীৰ"ৰ যোগেদি নিজৰ মহিমা মণ্ডিত কৰিছে। মানুহৰ স্বাধীনতা হৰণ কৰোঁতা য়াৰবডা জেইল আৰু মানুহৰ প্ৰাণ হৰণ কৰোঁতা ফৌজীবাৰুদ খানাও এই সঙ্গমৰপৰা বেচি দূৰত নহয়। এই মুল্লা-মুঠাৰ পাৰত কিমান বিচিত্ৰ বস্তুৰ সঙ্গম হৈছিল তাক কোনেও কব নোৱাৰে। এতিয়াও বান্ধৰ ওচৰত থকা 'বণ্ড গাৰ্ডেন'ত সন্ধায় আবেলি এফালে ধনকুবেৰ আৰু আনফালে অতি দীন-হীন মানুহৰ সঙ্গম হয়। ইয়ো এক সেই বিচিত্ৰতাৰে উদাহৰণ। শেষৰ বান্ধৰপৰা মুল্লা-মুঠা আৰু কিমান আগবাঢি যায় ইয়াক বাৰু কোনে কব পাৰে। এই সম্বন্ধেনো বাৰু কাৰ অভিজ্ঞতা আছে ?

মহাৰাষ্ট্ৰৰ নৈবোৰৰ ভিতৰত তিনিখন নৈৰ লগত মোৰ আত্মীয়তা আছে। মাৰ্কণ্ডী মোৰ বাল্য-সহচৰী—মোৰ কৃষক জীৱনৰ সাক্ষী আৰু মোৰ ভনী আক্কাৰ প্ৰতিনিধি। কৃষ্ণাৰ পাৰত মোৰ জন্ম হৈছিল। মহাবলেশ্বৰৰপৰা বিজয়বাড়া আৰু মছলী পট্টমলৈকে ই বিভিন্ন ধৰণেৰে মোৰ জীৱনৰ লগত জড়িত হৈ আছে। তৃতীয় নৈ হৈছে মুল্লা-মুঠা। সকতে আমি আটাই-কেইজন ভাই ককাই পঢ়িবৰ কাৰণে পুনাত আছিলোঁ। সেই সময়ত মুল্লা আৰু মুঠাৰ সাহচৰ্য্য মোৰ বাল্যকালৰ সাক্ষী আছিল। কলেজত থাকোঁতে আমি যি বিপ্লবী ভাৱৰ দ্বাৰা অনুপ্ৰেৰিত হৈছিলো মুল্লা-মুঠাৰ ই অবিদিত নহয়। সকলোতকৈ স্মৰণীয় কথা হৈছে ইয়াৰ পাৰত মহাত্মা গান্ধীৰ লগত অতিবাহিত কৰা দিনবোৰ। লেডী ঠেকাৰচীৰ পৰ্ণকুটীৰ, দিনচা মেহতাৰ প্ৰাকৃতিক চিকিৎসালয়, সিংহগডৰ নিবাস এই সকলোবোৰ কথা মোৰ একেলগে মনত পৰে। অৱশেষত ইংৰাজ চৰকাৰে মহাত্মাজীক বন্দী কৰি ৰখা আগাখাঁৰ প্ৰাসাদো মুল্লা-মুঠাৰ পাৰত অৱস্থিত। ইয়াতেই মহাত্মাজীৰ দুজন প্ৰিয় লগৰীয়াই স্বৰাজৰ বলিবেদীত নিজৰ অন্তিম আহুতি দিছিল। কস্তুৰবা আৰু মহাদেৱ ভায়ে য'ত শৰীৰ ত্যাগ কৰিছিল, সেই মুল্লা-মুঠা ভাৰতীয়ৰ কাৰণে বিশেষকৈ আমাৰ আশ্ৰম বাসীৰ কাৰণে পবিত্ৰ তীৰ্থ-স্থান।

যেতিয়া আজিৰ মুল্লা-মুঠাৰ কথা ভাৱোঁ, তেতিয়া সিংহগড়ৰ দামনত

খণ্ডক-বাসনা সৰোবৰৰ পাৰত যি ‘ৰাষ্ট্ৰৰক্ষা বিদ্যালয়’ স্থাপন কৰা হৈছে তাৰ কথা নভবাকৈ থাকিব নোৱাৰোঁ। এই অনুষ্ঠানৰ নাম স্বাধীনতা যুদ্ধ মহাবিদ্যালয় ৰখাৰ সলনি যে ৰাষ্ট্ৰীয় ৰক্ষা বিদ্যালয় ৰখা হ'ল এইটো মন কৰিবলগীয়া। যি সৰোবৰৰ পাৰত এই বিদ্যালয় স্থাপন হৈছে তাৰ নাম মহাৰাষ্ট্ৰৰ ইতিহাসৰ অনুৰূপ হোৱা উচিত আছিল। এনেকুৱা সৰোবৰৰ নাম কোনো ইংৰাজৰ নামানুসৰি নাৰাখি নৰবীৰ তানাজী মালুসৰেৰ নাম অনুসৰি ৰখা উচিত। নিজৰ প্ৰাণ দি যেতিয়া তানাজীয়ে ছত্ৰপতি শিৱাজীৰ পক্ষৰ পৰা কোণ্ডানাগড জয় কৰিলে, তেতিয়া শিৱাজীয়ে কলে “গড আলাপন, সিংহগেলা”—“দুৰ্গ জয় কৰা হল: কিন্তু মই মোৰ সিংহক হেৰুৱালো।” সেইদিনাৰপৰা এই গড়ৰ নাম সিংহগড হল।

এই সৰোবৰক আমি তানাজীৰ সৰোবৰ বুলিম নে সিংহ সৰোবৰ?

১৯২৬ চন।
সংশোধিত ১৯৫৬ চন।

## ৪ ॥ সাগৰ-সৰিতা সঙ্গম

সৰুতে ভোজ-ৰজা আৰু কালিদাসৰ সাধুবোৰ পঢ়িছিলোঁ। ভোজ ৰজাই সুধিছিল—“এই নৈখনো সদায় ইমান কান্দি থাকে কিয়? শিলৰ ওপৰেদি বাগৰি অহাৰ কাৰণে হয়তো নৈত শব্দ হয়—।” ৰজাই ভাবিলে কবিৰ আগত এটা কল্পনাকে উপস্থিত কৰোঁ সেই কাৰণে তেওঁ ওপৰে ওপৰে এই প্ৰশ্ন কৰিলে। লোক-কথা বিচক্ষণ কালিদাসে জানো ইয়াৰ উপযুক্ত উত্তৰ দিব নোৱাৰিব? তেওঁ কলে—“কন্দাৰ কাৰণনো কিয় সুধিছে মহাৰাজ। এই কিশোৰী মাকৰ ঘৰৰপৰা শহুৰেকৰ ঘৰলৈ গৈছে। গতিকে তেওঁ নেকান্দিলে আৰু কোনে কান্দিব?” সেই সময়ত ভাবিছিলোঁ—“যদি শহুৰেকৰ ঘৰলৈ গৈ ভাল নেপায়, তেতিয়াহলে যায় কিয়?” কোনোবাই উত্তৰ দিলে—“ছোৱালীৰ জীৱন যে শহুৰেকৰ ঘৰলৈ যোৱাৰ কাৰণে।”

নৈয়ে যেতিয়া নিজৰ স্বামী সাগৰৰ লগত মিলে, তেতিয়া তেওঁৰ সম্পূৰ্ণ স্বৰূপ সলনি হৈ যায়। সেই অৱস্থাত তেওঁৰ প্ৰবাহক নৈ বুলি কোৱা টান হৈ পৰে। সাতাৰাৰ আৰু মাহুলীৰ ওচৰত কৃষ্ণা আৰু বেন্নাৰ সঙ্গম আৰু পুনাত মুন্না আৰু মুঠাৰ সঙ্গম দেখিছিলোঁ। কাৰাগাৰত থাকোতে উত্তৰ ফালৰ সৰোকে (কন্তাৰীনাকে) বনৰ এমুৰৰ পৰা নৈ আৰু সাগৰৰ সঙ্গম দেখিছিলোঁ। আমি দুয়ো ভাই-ককাই সাগৰৰ পাৰৰ বালিত ধেমালি খেলি খেলি বহুত দূৰলৈ গৈ আছিলোঁ। হঠাৎ অলপ দূৰলৈ গৈ সাগৰৰ লগত এখন সুন্দৰ নৈ মিলি যোৱা দেখিলোঁ। তুখন নৈৰ সঙ্গমতকৈ নৈ আৰু সাগৰৰ সঙ্গম বেছি কাব্যময়। তুখন নৈৰ সঙ্গম বৰ সৌম্য হয়, কিন্তু যেতিয়া সাগৰ আৰু নৈ দুয়োৰো মিলন হয়, তেতিয়া দুয়োৰো ভিতৰত এক উন্মাদকতা দেখা পোৱা যায়। এই উন্মাদকতাৰ প্ৰভাৱ আমাৰ ওপৰতো নপৰাকৈ নাথাকে। নৈৰ পানী শান্তভাৱে সাগৰৰ পিনে বৈ যায়, কিন্তু নিজৰ মৰ্য্যাদাক উলঙ্ঘন নকৰা স্বভাৱৰ সাগৰে চন্দ্ৰমাৰ উত্তেজনা অনুসৰি কেতিয়াবা নৈৰ কাৰণে পথ মুকলি কৰি দিয়ে আৰু কেতিয়াবা আগ বাঢ়ি আহে। নৈ আৰু সাগৰৰ ভিতৰত যেতিয়া পাৰস্পৰিক সত্যাগ্ৰহ চলে, তেতিয়া কেইবা ধৰণৰো দৃশ্য দেখিবলৈ পোৱা যায়। যেতিয়া সাগৰৰ ঢৌবোৰ বেঁকা বেঁকিকৈ আহে, তেতিয়া পানীৰ এক ফোৰাবা এটা দাঁতিৰ পৰা আন এটা দাঁতিলৈ লৰি যায়। কেতিয়াবা কেতিয়াবা পানীয়ে ঘূৰি ঘূৰি চাকনৈয়াৰ সৃষ্টি কৰে। যেতিয়া সাগৰৰ উদ্দীপনা বাঢ়িবলৈ ধৰে, তেতিয়া নৈৰ পানী পিছুৱাই যায়। এনেকুৱা সময়ত দুই পাৰৰ ঘাত-প্ৰতিঘাত বৰ তীব্ৰ হৈ পৰে। নৈৰ গতিৰ এই বিপৰীত দশা দেখি তেওঁৰ পৰা লাভান্বিত হোৱা স্বাৰ্থপৰ নাওবোৰ খুব উৎসাহৰ সৈতে আগ বাঢ়ি যায়। তেওঁলোকে এইটো বুজিব পাৰে যে ভাগ্যৰ এই জোৱাৰ-ভাটাৰ লগে লগে যিমান দ'লৈ যাব পৰা যায়, সিমানেই মঙ্গল। তথাপি যেতিয়া ভাটা আৰম্ভ হয়, সাগৰৰ ঢৌৱে বিৰোধিতাৰ ঠাইত বাহমেলি নৈক অভ্যৰ্থনা কৰে। তেতিয়া স্বাৰ্থী নাওবোৰেও নিজৰ পথ সলাই পেলায়। বতাহ লাগিলে বিফালেই বলি থাকক, যেতিয়ালৈকে সি একেবাৰে আগত আহি নপৰে তেতিয়ালৈকে তেওঁলোকে নিজৰ স্বাৰ্থসিদ্ধিৰ চেষ্টা কৰি থাকে। তেওঁলোকৰ নাৱৰ পালো

তেনেকুৱা ধৰণৰে হয়। আমি যি সময়ত গৈছিলো, সেই সময়ত নাওবোৰ এইদৰেই নৈৰ ভিতৰলৈ সোমাইছিল। সাগৰৰ এই চিলাবোৰ চোৱাৰ আমাৰ কোনো আগ্ৰহ নাছিল। আমি কেৱল সঙ্গমৰ লগত সূৰ্য্যাস্তই কিদৰে সৌন্দৰ্য্যৰ সৃষ্টি কৰিছিল, তাক চাবলৈ ব্যস্ত হৈ পৰিছিলোঁ। সোণালী ৰং সকলো ক্ষেত্ৰতে সুন্দৰেই হয়। কিন্তু সেউজীয়া ৰঙৰ লগত তেওঁৰ স্বৰ্গীয় সুষমা আন ধৰণৰ হৈ পৰে। ওখ ওখ গছৰ ওপৰেদি যেতিয়া সন্ধ্যাৰ সুবৰ্ণ কিৰণ বাগৰি যায়, তেতিয়া মনত এক সন্দেহ জাগে—ই মানৱৰ সৃষ্টি নে অপশ্বৰাৰ জগৎ? সাগৰক এনেকুৱা ভব্য সুন্দৰ যেন দেখা যায় যেন সুবৰ্ণ ৰসৰ সৰোবৰহে উথলি উঠিছে। এই শোভা দেখি আমি তৃপ্ত হৈ গলোঁ। সঁচাকথা কবলৈ গলে যিমানে আমি এই সৌন্দৰ্য্য নিৰীক্ষণ কৰিবলৈ ধৰিলোঁ আমাৰ অন্তৰ সিমানেই ব্যাকুল হৈ পৰিল। এই সৌন্দৰ্য্য পান কৰি আমি আত্মহাৰা হৈ পৰিছিলোঁ।

সূৰ্য্যাস্তৰ পাছত এই ৰং সৌম্য হৈ পৰিল। আমি লুপ্ত চেতনা ঘুৰাই পালোঁ আৰু ঘুৰি অহাৰ কথা ভাবিবলৈ ধৰিলোঁ। কিন্তু পানী ইমান আগবাঢ়ি আহিছিল যে উলটি যোৱা টান হৈ পৰিল। আমি নৈৰ পাৰে পাৰে উলটি যাবলৈ ধৰিলোঁ। ইয়াতো দুয়োফালে নৈৰ পানী উথলি উঠিছিল। যেতিয়া আমি উলটি আহিছিলোঁ, তেতিয়া পানীৰ ভিতৰতো ক্ৰমে অধিক শান্তি বিৰাজ কৰা দেখিবলৈ পাইছিলোঁ। লগে লগে আন্ধাৰো বাঢ়ি গৈছিল। ইপাৰৰপৰা সিপাৰলৈ যোৱা এখন সৰু নাও এটা চুকত পৰি আছিল। কিছুমান গাঁৱলীয়া বন্ধুৱাই ককালত লেংটি মাৰি পাছফালে কাঁচিৰ নিচিনা এবিধ অস্ত্ৰ বান্ধি থৈছিল; এইবোৰ কেতিয়াবা নাৰিকলৰ বাকলি গুচোৱা কামত আৰু কুঠাৰৰ কামতো ব্যৱহাৰ কৰা হয়। এওঁলোকৰ সাজ-কাপোৰ কেৱল এখন লেংটি আৰু এটা বনিয়ন—। নৈ পাৰ হবৰ সময়ত এওঁলোকে বনিয়নটো খুলি মূৰত লয়। এই প্ৰকৃতিৰ শিশুসকল! এওঁলোকৰ কাৰণে পানী আৰু মাটি দুয়ো সমান।

ঘৰলৈ উলটিবলৈ কেৱল আমাৰে ব্যগ্ৰতা নাছিল। এই গাঁৱৰ মানুহ বোৰৰো আমাৰ সমানেই ব্যাকুলতা আছিল। নৈৰ পাৰত দৌৰি ফুৰা সৰু সৰু কেঁকোৰাবোৰৰো আমাৰ দৰেই ঘৰ যেন—। ৰাতি হল; আৰু

আমি সোনকালে ঘৰলৈ উলটিলোঁ। আকৌ কেতিয়াবা এদিন এই নৈৰ পাৰে পাৰে আগুৱাই যাবৰ ইচ্ছা বৈ গল।

এটা বক্ষাকৰি বা পিয়াজ হাতত ললে যিদৰে ততালিকে তাৰ আটাইবোৰ পাত বখলিয়াই চাবৰ ইচ্ছা হয়, সেইদৰে নৈক দেখিলেও তাৰ উৎপত্তিস্থান চাবলৈ মানুহৰ আকাঙ্ক্ষা জাগে। উৎপত্তিৰ সন্ধান—চিৰন্তন সন্ধান। গঙ্গোত্ৰী, যমুনোত্ৰী আৰু মহাবলেশ্বৰ অথবা ত্ৰ্যম্বকৰ এইদৰে অনুসন্ধান কৰা হৈছিল। কেইবছৰ মানৰ পাছত মোৰ অন্তৰত লৰালিৰ এই ইচ্ছা আকৌ জাগি উঠিল। শ্ৰীশঙ্কৰৰাও গুলৱাডীদেৱে এখন সেৱা কেন্দ্ৰ দেখুৱাবলৈ মোক নৈৰ সিপাৰে কিছু দূৰলৈ লৈ গৈছিল। এই যাত্ৰাৰ সময়ত মই কবি বোৰকৰ যিবোৰ কবিতা শুনিছিলোঁ, আজিও সেই কথা মনত পেলালে মনত এক অনিৰ্ব্বচনীয় আনন্দ জাগে।

১৯৩৪ চন।

## ৫ ॥ গঙ্গা-মাতা

১

যদি গঙ্গাই আন একো নকৰি কেৱল দেৱব্ৰত ভীষ্মকে জন্ম দিলেহেঁতেন, তথাপি তেওঁ আৰ্য্য-জাতিৰ মাতৃৰূপে আজিও প্ৰসিদ্ধ হৈ থাকিলে হেঁতেন। পিতামহ ভীষ্মৰ দৃঢ় প্ৰতিজ্ঞা, নিঃস্বাৰ্থতা, ব্ৰহ্মচৰ্য্য আৰু তত্ত্বজ্ঞান চিৰদিনৰ কাৰণে আৰ্য্য সকলৰ আদৰ্শস্বৰূপ। এই কাৰণেই আমি গঙ্গাক আৰ্য্য-সংস্কৃতিৰ এনেকুৱা আধাৰ স্তম্ভ মহাপুৰুষৰ মাতৃৰূপে চিনি পাওঁ।

২

নৈৰ উপমা কেৱল মাতৃৰ লগতহে খাটে। নৈৰ পাৰত থাকিলে আকালৰ ভয় থাকিব নোৱাৰে। মেঘৰজাই যেতিয়া ফাঁকি দিয়ে, তেতিয়া নদী-মাতাই আমাৰ শস্য উৎপাদনত সহায় কৰে। নৈৰ পাৰ মানে হৈছে—

শুদ্ধ আৰু শীতল বতাহ। নৈৰ পাৰত ফুৰিলে, প্ৰকৃতিৰ মাতৃ-বৎসলতাৰ অখণ্ড প্ৰবাহৰ দৰ্শন পোৱা হয়। যদি নৈ ডাঙৰ হয় আৰু তাৰ প্ৰবাহ ধীৰ গম্ভীৰ হয়, তেতিয়া হলে তাৰ পাৰৰ নিবাসীসকলৰ বিলাসিতা আৰু ঐশ্বৰ্য্যক সেই নৈয়ে পূৰ্ণ কৰে। সঁচাকৈয়ে নৈ জন-মাতৃ। নৈৰ পাৰত থকা নগৰৰ আলি-পদুলিবোৰত ঘূৰি ফুৰোতে যদি কেতিয়াবা কোনোফালৰ পৰা নৈৰ দৰ্শন হৈ যায়, তেতিয়া আমাৰ মনত কিমান আনন্দ হয়। ক'ত সেই নগৰৰ বিষাক্ত বতাহ আৰু ক'ত এই নৈৰ প্ৰসন্ন দৰ্শন! দুয়োবো মাজত প্ৰভেদৰ কথা মুহূৰ্ত্ততে মনলৈ আহে। নৈ ঈশ্বৰ নহয়,—কিন্তু ঈশ্বৰক স্মৰণ কৰাওঁতা দেৱী।

যদি গুৰুজনক বন্দনা কৰাৰ প্ৰয়োজন আছে, তেতিয়াহলে নৈৰ বন্দনা কৰা উচিত। এয়া হ'ল সাধাৰণ নৈৰ কথা। কিন্তু গঙ্গা আই যে আৰ্য্য-জাতিৰ মাতৃ। এই নৈৰ পাৰতে আৰ্য্যৰ ডাঙৰ ডাঙৰ সাম্ৰাজ্য স্থাপন কৰা হৈছে। এই গঙ্গাই কুৰু পাঞ্চাল দেশৰ অঙ্গ-বঙ্গ আদি দেশৰ লগত সংযোগ স্থাপন কৰিছিল। আজিও ভাৰতবৰ্ষৰ জন-সংখ্যা সকলোতকৈ গঙ্গাৰ পাৰতে বেচি।

যেতিয়া আমি গঙ্গা দৰ্শন কৰোঁ, তেতিয়া আমাৰ চকুৰ আগত কেৱল শস্যৰে পৰিপূৰ্ণ পথাৰৰ ছবিয়েই ভাহি নুঠে বা বস্তু-বাহানিৰে ভৰা জাহাজৰ কথাও মনত নপৰে, বৰং বাল্মীকিৰ কাব্য, বুদ্ধ মহাবীৰৰ বিহাৰ, অশোক-সমুদ্ৰগুপ্ত, হৰ্ষবৰ্দ্ধনৰ নিচিনা সম্ৰাটৰ পৰাক্ৰম, তুলসীদাস, কবীৰৰ দৰে সন্ত সকলৰ ভজন—এই সকলোবোৰ একে লগে আমাৰ চকুত নাচি উঠে। গঙ্গাৰ দৰ্শন হৈছে শীতলতা আৰু পবিত্ৰতাৰ প্ৰত্যক্ষ দৰ্শন।

কিন্তু গঙ্গাৰ দৰ্শন একৰকমৰ নহয়। গঙ্গোত্ৰীৰ ওচৰৰ হিমাচ্ছাদিত প্ৰদেশত এওঁৰ বাল্যকালৰ চঞ্চল ৰূপ, উত্তৰ কাশীৰ আৰু দেৱদাৰুৰ কাবাময় প্ৰদেশত মুগ্ধাৰূপ, দেৱ-প্ৰয়াগৰ পৰ্ব্বতীয়া আৰু ঠেক প্ৰদেশৰ উজ্জ্বল ৰূপ, অলকনন্দাত নৃত্যময় ৰূপ, লক্ষ্মণ-ঝোলাৰ বিকট দাঁতৰ মাজৰ পৰা মুক্ত হোৱাৰ পাছত হৰিদ্বাৰৰ ওচৰত অজস্ৰ ধাৰাৰ সৈতে তেওঁৰ স্বচ্ছন্দ বিহাৰ; কানপুৰৰ পৰা একত্ৰিত হৈ যোৱা তেওঁৰ ইতিহাস প্ৰসিদ্ধ প্ৰবাহ, প্ৰয়াগৰ বিশাল ক্ষেত্ৰত কালিন্দীৰ লগত হোৱা ত্ৰিবেণী সঙ্গম, এই প্ৰত্যেক শোভাৰ

ভিতৰতে এক বিশেষত্ব আছে। এটা দৃশ্য দেখিলে আনটোৰ সম্বন্ধে কল্পনা কৰিব নোৱাৰি। প্ৰত্যেকৰ সৌন্দৰ্য্য বেলেগ, প্ৰত্যেকৰ ভাব ভিন্ন, প্ৰত্যেকৰ পাৰিপাৰ্শ্বিক অৱস্থা আৰু প্ৰত্যেকৰ মাহাত্ম্য বেলেগ।

প্ৰয়াগৰ পৰা গঙ্গাই বেলেগ ৰূপ ধাৰণ কৰে। গঙ্গোত্ৰীৰ পৰা প্ৰয়াগলৈকে গঙ্গাৰ ধাৰা যদিও বিস্তৃত হৈ পৰে, তথাপি তাৰ মূল ৰূপত কোনো পৰিবৰ্ত্তন হোৱা নাই। প্ৰয়াগৰ ওচৰত যমুনা আহি তেওঁৰ লগত মিলি যায়। যমুনাৰতো আৰম্ভৰপৰাই উদাৰ ৰূপ। তেওঁ ধেমালি কৰে, জপিয়ায়, তথাপি তেওঁক ক্ৰীড়াসক্তা যেন নালাগে। গঙ্গাক শকুন্তলাৰ নিচিনা তপস্বিনী যেনহে লাগে। ক'লা যমুনাক দ্ৰৌপদীৰ নিচিনা অভিমানিনী ৰাজকন্যা যেন দেখা যায়। শৰ্মিষ্ঠা আৰু দেৱযানীৰ সাধু শুনোতে প্ৰয়াগৰ ওচৰত গঙ্গা আৰু যমুনাৰ শুক্ল আৰু কৃষ্ণ প্ৰবাহৰ কষ্টকৰ মিলনৰ কথা মনত পৰে। ভাৰতবৰ্ষত অসংখ্য নৈ আছে। সেই কাৰণেই ইয়াত সঙ্গমৰো আদি অন্ত নাই। আমাৰ পূৰ্ব্বপুৰুষ সকলে এই সকলো সঙ্গমতকৈ গঙ্গা-যমুনাৰ সঙ্গমক বেচি মহত্ব দিছিল ? সেই কাৰণেই ইয়াৰ প্ৰয়াগ ৰাজৰ নিচিনা গৌৰবপূৰ্ণ নাম ৰাখিছিল। ভাৰতবৰ্ষলৈ মুছলমান অহাৰ পাছত যিদৰে ভাৰতৰ ইতিহাসৰ ৰূপ সলনি হৈ গল, সেইদৰে প্ৰয়াগৰ পাছত গঙ্গা যমুনাৰ সঙ্গমৰ কাৰণে দিল্লী, আগ্ৰা, মথুৰা, বৃন্দাবনৰ ৰূপো একেবাৰে সলনি হৈ গল।

এইবাৰ গঙ্গাক গৃহলক্ষ্মীৰ দৰে গম্ভীৰ আৰু সৌভাগ্যৱতী যেন দেখা যায়। ইয়াৰ পাছত তেওঁৰ লগত ডাঙৰ ডাঙৰ নৈবোৰৰ মিলন হয়। যিদৰে যমুনাই শ্ৰীকৃষ্ণৰ স্মৃতিৰ মথুৰা-বৃন্দাবনৰ পানী অৰ্পণ কৰে, সেইদৰেই অযোধ্যাৰ ওচৰত বৈ থকা সৰযুনৈয়ে আদৰ্শ ৰজা শ্ৰীৰামচন্দ্ৰৰ জীৱনৰ করুণ কাহিনীৰ কথা মনত পেলাই দিয়ে। দক্ষিণৰ চম্বল নৈক দেখিলে ৰন্তিদেৱৰ যাগ-যজ্ঞৰ কথা মনত পৰে আৰু শোনভদ্ৰক দেখিলে পৌৰাণিক গল্প গ্ৰাহ-গজেন্দ্ৰৰ দ্বন্দ্ব যুদ্ধৰ ছবি চকুৰ আগত ভাহি উঠে। এইদৰেই ৰাজ্যৱতী গঙ্গা পাটলীপুত্ৰৰ ওচৰত মগধ সাম্ৰাজ্যৰ দৰেই বিস্তীৰ্ণ হৈ পৰে। তথাপি গণ্ডকীৰ মহত্বও ক্ষুন্ন হোৱা নাই। জনক আৰু অশোক, বুদ্ধ আৰু মহাবীৰৰ প্ৰাচীন ভূমিৰ পৰা গুলাই এতিয়া ক'লৈ যাব লাগিব ভাবি গঙ্গা যেন বিমোৰত পৰিছে। যেতিয়া ইমান প্ৰচণ্ড বাৰিৰাশি নিজৰ অমোঘ শক্তিৰ দ্বাৰা পূৰ্বকালে বৈ আছে, তেতিয়া

তাক দক্ষিণ ফালে ঘুৰোৱা জানো সহজ কথা ? তথাপি এওঁ সেইফালেই ঘুৰি গৈছে। যিদৰে দুজন সম্রাট বা দুজন জগৎগুৰুৰ মাজত সহজে মিলন নহয়, গঙ্গা আৰু ব্ৰহ্মপুত্ৰৰ অবস্থাও ঠিক তেনেকুৱাই। ব্ৰহ্মপুত্ৰই হিমালয়ৰ সিপাৰৰ সকলো জলধাৰা বহন কৰি অসমৰ মাজেদি পশ্চিমফালে বৈ আহিছে। গঙ্গায়ো এইফালৰপৰা পূবফালে আগ বাঢ়ি গৈছে। তেতিয়াহলে তেওঁলোকৰ মুখামুখিকৈ কেনেকৈ দেখা হব ? প্ৰথমতে কোনে কাৰ আগত মূৰ দোঁৱাব ? প্ৰথমে কোনে কাক বাট দিব ? শেষত দুয়ো ইয়াকে স্থিৰ কৰিলে যে দুয়ো দাক্ষিণ্য ধাৰণ কৰি সাগৰক দৰ্শন কৰিবৰ কাৰণে যাব আৰু ভক্তিপূৰ্ণ ভাৱে নম্ৰ হৈ যাওঁতে যাওঁতে য'ত সম্ভৱ হব এগৰাকীয়ে আন গৰাকীক আঁকোৱালি ধৰিব। এইদৰেই যেতিয়া গোৱালন্দৰ ওচৰত য'ত গঙ্গা আৰু ব্ৰহ্মপুত্ৰৰ বিশাল জলৰাশি আহি মিলি গৈছেহি, তাত তাৰ ৰূপ ইমান বিৰাট হৈ পৰিছে যে মনত এটা সন্দেহ জাগে, সাগৰ ইয়াতকৈয়ো ডাঙৰ নে ? যিদৰে বিজয় লাভ কৰাৰ পাছত শৃঙ্খলাবদ্ধ সৈন্য অব্যৱস্থিত হৈ পৰে আৰু বিজয়ী বীৰে নিজৰ ইচ্ছা অনুসৰি য'তে ততে ঘূৰি ফুৰে এই দুই মহান নৈৰ অৱস্থাও এনেকুৱাই।

অসংখ্য ধাৰাৰে বৈ গৈ তেওঁলোক সাগৰত মিলিছে। প্ৰত্যেক প্ৰবাহৰ বেলেগ বেলেগ নাম আছে। কিছুমান প্ৰবাহৰ এটাতকৈয়ো অধিক নাম বিদ্যমান। গঙ্গা আৰু ব্ৰহ্মপুত্ৰ গোট খাই পদ্মা নাম ধাৰণ কৰিছে। ইয়াকে আগত মেঘনা নামে অভিহিত কৰা হৈছে। এই অসংখ্যমুখী গঙ্গা কলৈ যায় ? সুন্দৰ বনৰ বেতগছবোৰক জন্ম দিবলৈ নে নাই সগৰ পুত্ৰ সকলৰ বাসনা তৃপ্ত কৰি তেওঁলোকক উদ্ধাৰ কৰিবলৈ ?' আজি যদি আপুনি গৈ চাই আহে, তেতিয়াহলে পৌৰাণিক কাব্যত বৰ্ণিত বস্তুবোৰৰ চিনচাব নাপায়। যিফালেই চাব সেইফালেই মৰাপাটৰ বস্তা তৈয়াৰ কৰা কাৰখানা আৰু লাগ-বান্ধ নোহোৱাকৈ অ'ত ত'ত পৰিথকা যন্ত্ৰ-পাতিবোৰ, আগতে য'ৰপৰা অসংখ্য ভাৰতীয় শিল্পজাত বস্তু ভাৰতীয় জাহাজত লঙ্কা বা জাভা দ্বীপলৈ গৈছিল সেই বাটেদি আজি বিলাতী আৰু জাপানী জাহাজবোৰে বিদেশী কাৰখানাত তৈয়াৰী অলাগতিয়াল বস্তুবোৰ আনি ভাৰতৰ বজাৰ ভৰাই দিছে। আজিও গঙ্গা-মাতাই আগৰ দৰে আমাক নানা ৰকমৰ সমৃদ্ধি প্ৰদান

কৰি আছে , কিন্তু আমাৰ দুৰ্ব্বল হাতে তাক বহন কৰিবলৈ সক্ষম হোৱা নাই। আই গঙ্গা। তোমাৰ ভাগ্যত এই দৃশ্যও চাবলগীয়া আছিল।

ফেব্ৰুৱাৰী ১৯২৬ চন।

## ৬ ॥ যমুনা-বাণী

হিমালয় হৈছে ভব্যতাৰ ভাণ্ডাৰ। য'তে ত'তে ভব্যতাক বিলাই দি ভব্যতাৰ ভব্যতাক কম কৰি দিয়াই যেন হিমালয়ৰ কাম। তথাপি এনেকুৱা হিমালয়ৰ ভিতৰতো এনে এডোখৰ ঠাই আছে যাৰ উৰ্জস্বিতাই হিমালয়বাসী সকলৰ দৃষ্টিও আকৰ্ষণ কৰে। সি হৈছে যমৰজাৰ ভনীয়েকৰ উৎপত্তিস্থান।

ওপৰৰ পৰা বৰফ গলি এটা ডাঙৰ জলপ্ৰপাত ৰূপে বাগৰি পৰিছে। ইয়াৰ চাৰিওফালে গগন-চুম্বী-গছ-গছনি নাই বৰং গগনভেদী অতি জীৰ্ণ শীৰ্ণ গছবোৰ ইয়াত পৰি জহি-পঁচি গৈছে। উত্তুঙ্গ পৰ্ব্বত যমদূতৰ দৰে ৰক্ষাৰ কাৰণে থিয় হৈ আছে। কেতিয়াবা পানী গোট মাৰি বৰফ হৈ যায় আৰু কেতিয়াবা বৰফ গলি ঠাণ্ডা পানী হৈ যায়। এনেকুৱা ঠাইত মাটিৰ তলৰ পৰা আচৰিত ধৰণেৰে উতলি থকা গৰম পানীৰ উহ ওলাই থাকে। মাটিৰ তলৰপৰা এনেকুৱা শব্দ শুনা যায় যেন কোনো বাষ্প যন্ত্ৰৰ পৰা ক্ৰুদ্ধ উশাহহে ওলাই গৈছে। সেই নিজৰাৰ পৰা ওপৰলৈ উৰি যোৱা পানীৰ টোপালবোৰ ইমান গৰম যে এই ঠাণ্ডাৰ ভিতৰতো মানুহক পুৰি পেলাব পাৰে। এনেকুৱা আকৰ্ষণীয় ঠাইতে এদিন অসিত ঋষিয়ে যমুনাৰ মূল উদ্গম স্থান বিচাৰি উলিয়াইছিল। এই ঠাইত পবিত্ৰ পানীৰে গা-ধোৱা প্ৰায় অসম্ভৱ। যদি চেঁচা পানীৰে গা-ধোৱে, তেতিয়াহলে চিৰদিনৰ কাৰণে শীতল হৈ যাব। গৰম পানীৰে গা-ধুলে আলুৰ দৰে সিজি মৰিব। এই কাৰণে তাত মিহলি পানীৰ কুণ্ড তৈয়াৰ কৰা হৈছে। এটা নিজৰাৰ ওপৰত এটা গুহা আছে।

তাত কাঠেৰে চাবিৰ নিচিনাকৈ সাজি লৈ তাৰ ওপৰত গুৰ পৰা যায়। কিন্তু গোটেই ৰাতি বাগৰ সদাই থাকিব লাগিব। কিয়নো নহলে ওপৰৰপৰা অহা চেঁচা পানী আৰু তলৰ গৰম পানী দুয়োটা একেলগে গোটখালে অসহ্য হৈ পৰে।

দুয়ো বাই-ভনীৰ ভিতৰত গঙ্গাতকৈ যমুনা ডাঙৰ, ধীৰ আৰু গম্ভীৰ। এওঁ কৃষ্ণৰ ভনীয়েক দ্ৰৌপদীৰ নিচিনা কৃষ্ণবৰ্ণা আৰু অভিমানিনী।

গঙ্গাক বেচাৰী মন্ত্ৰ-মুগ্ধা শকুন্তলা বুলি কব পাৰি। দেৱাদিদেৱ মহাদেৱে তেওঁক স্বীকাৰ কৰিলে। সেই কাৰণে যমুনায়ো নিজৰ অহঙ্কাৰ এৰি গঙ্গাক তেওঁৰ অধিকাৰ সঁপি দিলে। এই দুয়ো বাই-ভনীৰ এগৰাকীয়ে আন গৰাকীক লগ পাবলৈ অত্যন্ত অস্থিৰ হোৱা যেন দেখা যায়। হিমালয়ৰ ওচৰৰ এডোখৰ ঠাইত দুয়ো ওচৰ চাপি আহিছে। কিন্তু মাজত ঈৰ্ষালু দণ্ডাল পৰ্ব্বত থকাৰ কাৰণে তাত তেওঁলোকৰ মিলন হব নোৱাৰে।

এজন কাব্যপ্ৰেমী ঋষি ( যামুন ঋষি ) যমুনাৰ পাৰত আছিল আৰু তেওঁ সদায় গঙ্গা-স্নানলৈ গৈছিল। কিন্তু খাবৰ পৰত তেওঁ যমুনালৈ ঘুৰি আহিছিল। শেহত যেতিয়া এদিন ঋষি বুঢ়া হল, তেতিয়া তেওঁৰ ওপৰত অনুগ্ৰহ কৰি গঙ্গাই নিজৰ প্ৰতিনিধিস্বৰূপে এটা সৰু জুৰি ঋষিৰ আশ্ৰমলৈ পঠিয়াই দিলে। আজিও সেই পানীৰ সুঁতি ঋষিৰ স্মৰণাৰ্থে বৈ আছে।

দেৱাদুনৰ ওচৰতো এই দুইখন নৈ একেলগ হব যেন লাগে। কিন্তু নহয়. নিজৰ পবিত্ৰ শীতল অন্তৰ্বেদীৰ সম্পূৰ্ণ প্ৰদেশক পবিত্ৰ কৰাৰ কৰ্ত্তব্য পূৰ্ণ কৰাৰ আগতে তেওঁলোকৰ এগৰাকীয়ে আন গৰাকীৰ লগত গোট খাই সুখ দুখৰ কথা পাতিব পাৰিব জানো ?

যেতিয়া যমুনাই কুৰুক্ষেত্ৰ আৰু পানীপথৰ হত্যাকাৰী ভূমি-ভাগ চাই ভাৰতবৰ্ষৰ ৰাজধানীৰ ওচৰ চাপে, তেতিয়া গঙ্গাই উত্তৰ কাশী, টেহৰী. শ্ৰীনগৰ, হৰিদ্বাৰ, কনৌজ, ব্ৰহ্মাবৰ্ত্ত, কানপুৰ আদি পুৰাণ-প্ৰসিদ্ধ আৰু ইতিহাস প্ৰসিদ্ধ ঠাইক নিজৰ গাখীৰ খুৱাই লৰি-ঢাপৰি ফুৰে।

যমুনাৰ পানীত সাম্ৰাজ্যৰ শক্তি থকা উচিত। তেওঁৰ স্মৰণ ভাণ্ডাৰত পাণ্ডৱৰ পৰা মোগল সাম্ৰাজ্যলৈকে, চিপাহী-বিদ্ৰোহৰ পৰা স্বামী শ্ৰদ্ধানন্দ-দেৱৰ হত্যালৈকে সকলো ইতিহাস ভৰি আছে। দিল্লীৰ পৰা আগ্ৰালৈকে

এনেকুৱা লাগে যেন বাবৰৰ বংশধৰে আমাৰ লগত কথা পাতিবহে খুজিছে। দুৰ্য্যোধন নগৰৰ দুৰ্গ সাম্ৰাজ্য ৰক্ষাৰ কাৰণে নহয়, বৰং যমুনাৰ শোভা উপভোগ কৰিবৰ কাৰণেহে যেন সজোৱা হৈছে। মোগল সাম্ৰাজ্যৰ নাগেৰাৰ শব্দ কেতিয়াবাই শেষ হৈ গল, কিন্তু মথুৰা বৃন্দাবনৰ বাঁহী আজিও বাজি আছে।

মথুৰা বৃন্দাবনৰ শোভা এক অপূৰ্ব্ব বস্তু। এই প্ৰদেশ যিমান ৰমণীয়, সিমানেই সমৃদ্ধিশালী। হৰিয়ানৰ গৰুৰ গাখীৰ মিঠা আৰু সৰসতাৰ কাৰণে ভাৰত বিখ্যাত। যশোদা আৰু গোপৰাজ নন্দই যে স্বয়ং এই ঠাই পচন্দ কৰিছিল, ইয়াৰ ভূমিয়ে এই কথা কেতিয়াও পাহৰিব নোৱাৰে। মথুৰা বৃন্দাবন হৈছে বালকৃষ্ণৰ ক্ৰীড়া-ভূমি, বীৰ কৃষ্ণৰ বিক্ৰম-ভূমি। যদি আমি দ্বাৰকা বাসীক বাদ দিওঁ, তথাপি কালিন্দীৰ শ্ৰীকৃষ্ণৰ জীৱনৰ লগত নিবিড় সংযোগ দেখোঁ। যি যমুনাই কালিয়মৰ্দ্দন দেখিছিল, সেই যমুনাই কংসৰ শিৰচ্ছেদো দেখিছিল। যি যমুনাই হস্তিনাপুৰৰ ৰাজসভাত শ্ৰীকৃষ্ণৰ সচিববাণী শুনিছিল, সেই যমুনাই কুৰুক্ষেত্ৰত ৰোমহৰ্ষক গীতাবাণীৰ প্ৰতিধ্বনি কৰিছিল। যমৰজাৰ ভনীয়েকৰ ভ্ৰাতৃ-স্নেহ শ্ৰীকৃষ্ণৰ কাৰণেহে শোভা পায়। যি যমুনাই ভাৰতবৰ্ষৰ অসংখ্য বংশৰ সংহাৰ দেখিছিল সেই যমুনাৰ কাৰণে বাৰু পাৰিজাত ফুলৰ নিচিনা তাজবিবিৰ জীৱন অৱসান কিমান মৰ্ম্মভেদী হব? তথাপি তেওঁ প্ৰেম-সম্ৰাট চাহজাহানৰ পুঞ্জীভূত অশ্ৰুক প্ৰতিবিম্বিত কৰিবলৈ সম্মত হৈছিল। ভাৰতৰ আদিকালৰ পৰা প্ৰসিদ্ধ বৈদিক নদী চৰ্ম্মণ্বতীৰপৰা কবলৈ যেতিয়া যমুনা আগ বাঢ়ে, তেতিয়াই মধ্যযুগৰ ইতিহাসৰ লগত পৰিচয় কৰাওঁতা কুমলীয়া সিন্ধু নৈ আহি তেওঁৰ লগত মিলিত হয়।

এতিয়া যমুনা অস্থিৰ হৈ উঠিছে। কাৰণ কেইদিন মানৰপৰা তেওঁ নিজৰ ভনীয়েক গঙ্গাক দেখা নাই। যমুনাৰ পেটত ইমানবোৰ কবলগীয়া কথা আছে যে তেওঁ আৰু তাক নিজৰ পেটৰ ভিতৰত সুমাই থব নোৱাৰা হৈ পৰিছে। ভনীয়েকক সুধিবৰ কাৰণেও যমুনাৰ অসংখ্য প্ৰশ্ন গোট খাই আছে। কানপুৰ আৰু কল্পীৰ দূৰত্ব বেছি নহয়. ইফালে ইয়াত যমুনাই গঙ্গাৰ বাতৰি পোৱাৰ লগে লগে আনন্দত আপ্লুত হৈ ইমান বেগাই

লবিবলৈ ধৰে যে প্ৰয়াগৰাজত গৈ তেওঁ গঙ্গাক সাৱটি ধৰে। দুয়োবো কি উন্মাদকতা। তেওঁলোকৰ যে মিলন হল, মিলন হোৱাৰ পাছতো যেন তেওঁলোকে সেই কথা বিশ্বাস কৰিব পৰা নাই।

ভাৰতবৰ্ষৰ সকলো সাধু-সন্ত এই প্ৰেমসঙ্গম চাবলৈ একত্ৰ হয়। কিন্তু এই দুগৰাকী বাই-ভনী ইমান আত্মহাৰা হৈ পৰিছে যে এই বিষয়ে তেওঁলোকৰ কোনো চেতনাই নাই। চোতালত অক্ষয় বৃক্ষ থিয় হৈ আছে। কিন্তু ইয়ালৈকো তেওঁলোকৰ ভ্ৰূক্ষেপ নাই। বুঢ়া আকবৰে যে তাত তেওঁৰ শিবিৰ পাতিছিল, সেই ফালে জানো তেওঁলোকে চাইছিল? মহাৰাজ অশোকে তাত যি শিলাস্তম্ভ পুতি থৈছে, এই বাই-ভনী দুগৰাকীয়ে সেইফালে মূৰ-তুলি চাব জানো?

প্ৰেমৰ এই সঙ্গম প্ৰবাহ অখণ্ডৰূপে বৈ আছে। ইয়াৰ লগতে কবি-সম্ৰাট কালিদাসৰ সৰস্বতীও অখণ্ড ভাৰত প্ৰবাহিত হৈ আছে।

কচিৎ প্ৰভালেপিভিৰিন্দ্ৰনীলৈ মুক্তাময়ী যষ্টিৰিবানুবিদ্ধা
অন্যত্ৰ মালা সিতপঙ্কজানামিন্দীবৰৈৰুৎখচিতান্তৰেৱ।
কচিৎ খগানাং প্ৰিয়মানসানাং কাদম্ব-সংসৰ্গৱতীৱ পংক্তিঃ
অন্যত্ৰ কালাগুৰুদত্তপত্ৰা ভক্তিৰ্ভুৱশ্চন্দন-কল্পিতেৱ॥
কচিৎ প্ৰভা চান্দ্ৰমসীতমোভিশ্ছায়াবিলীনৈঃ শবলী কৃতেৱ
অন্যত্ৰ শুভ্ৰা শৰদভ্ৰলেখা ৰন্ধ্ৰেষিৱালক্ষ্যনভঃপ্ৰদেশাঃ॥
কচিচ্চ কৃষ্ণোৰগভূষণেৱ ভস্মাঙ্গৰাগা তনুৰীশ্বৰস্য।
পশ্যানৱদ্যাঙ্গি বিভাতি গঙ্গা ভিন্নপ্ৰৱাহা যমুনাতৰঙ্গৈঃ॥

(হে অনিন্দ্য সুন্দৰী সীতা। চোৱা এই গঙ্গাৰ প্ৰবাহত যমুনাৰ ঢৌ সোমাই প্ৰবাহক খণ্ডিত কৰি পেলাইছে। ই কেনেকুৱা দৃশ্য। কেতিয়াবা এনেকুৱা লাগে যেন মুক্তা মালাৰে গঁথা ইন্দ্ৰনীল মনিয়ে মুক্তাৰ জ্যোতিক ম্লান কৰি পেলাইছে। কোনো ঠাইত এনেকুৱা দেখিবলৈ পোৱা যায় যেন শুভ্ৰ পদুমৰ মাজত নীলকমল গাথি থোৱা হৈছে। কোনো কোনো ঠাইত মানস সৰোবৰলৈ যোৱা শুভ্ৰ ৰাজহাঁহবোৰৰ লগত ক'লা ক'লা কাদম্ব উৰি আছে। কোনো ঠাইত শ্বেতচন্দনেৰে আবৃত মাটিৰ ওপৰত যেন ক'লা অগৰুৰে পত্ৰ লিখা হৈছে। কোনো কোনো ঠাইত চন্দ্ৰ-

জ্যোতিৰ লগত ছাঁত শুই থকা আন্ধাৰে যেন খেমালি খেলি আছে। কোনো ঠাইত শৰৎ ঋতুৰ শুভ্ৰ মেঘৰ মাজেদি দেখা আকাশ খনৰ দৰে হৈ আছে। কোনো ঠাইত এনেকুৱা দেখা গৈছে যেন মহাদেৱৰ ভস্ম-ভূষিত শৰীৰত কলা সাপৰ ভূষণ পিন্ধাই দিয়া হৈছে।)

কিমান সুন্দৰ দৃশ্য। ওপৰত পুষ্পক বিমানত শ্যামবৰ্ণৰ শ্ৰীৰামচন্দ্ৰ আৰু ধৱলশিলা জানকীয়ে চৈধ্য বছৰ বনবাসৰ পাছত অযোধ্যা পাবলৈ অধীৰ হৈ উঠিছে আৰু তলত ইন্দ্ৰীবৰ-শ্যামা যমুনা আৰু সুধাজলা জাহ্নবী এগৰাকীয়ে আনগৰাকীৰ আলিঙ্গন পাশৰপৰা নিজক মুক্ত নকৰাকৈ নিজৰ নাম-ৰূপৰ মোহ এৰি সাগৰত বিলীন হবলৈ আগুৱাই গৈছে।

এই পবিত্ৰ দৃশ্যৰ কাৰণে হয়তো স্বৰ্গৰপৰা পুষ্প-বৃষ্টি হৈছিল আৰু ভূ-তলৰ কবিসকলো প্ৰতিভা সৃষ্টিৰ আনন্দত উল্লসিত হৈ উঠিছিল।

চেপ্তেম্বৰ ১৯২৯ চন।

## ৭ ॥ মূল-ত্ৰিবেণী

ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ যিদৰে তিনিও গোট খাই দত্তাত্ৰেয় দেৱৰ নাম গ্ৰহণ কৰে, সেইদৰে অলকনন্দা, মন্দাকিনী আৰু ভাগীৰথী মিলি গঙ্গা মাতৃ নাম ধাৰণ কৰে। এই তিনিও গঙ্গাৰ ভনীয়েক নহয়, বৰং গঙ্গাৰ অঙ্গহে। যদিও ভাগীৰথী গঙ্গোত্ৰীৰ পৰা আহিছে, তথাপি মন্দাকিনীৰ কেদাৰনাথ আৰু অলকনন্দাৰ বদৰী-নাৰায়ণো গঙ্গাৰ উদ্গম স্থান।

যি অলকনন্দা ব্ৰহ্ম-কপালেদি বৈ গৈছে আৰু য'ত এবাৰ শ্ৰাদ্ধ কৰিলে অসংখ্য পূৰ্ব্ব-পুৰুষে চিৰদিনৰ কাৰণে একেলগে মুক্তি পায়, সেই অলকনন্দাৰ উদ্গম স্থান জানো গঙ্গোত্ৰীতকৈ কম পবিত্ৰ? ব্ৰহ্ম-কপালত এবাৰ শ্ৰাদ্ধ কৰিলে আৰু দুনাই শ্ৰাদ্ধ কৰিব নোৱাৰি। যদি মোহ বশতঃ কৰা হয়

তেতিয়াহলে পিতৃ-পিতামহৰ অধোগতি হয়। কিমান জাগ্রত ঠাই সেইখন।

যেতিয়া মন্দাকিনী গৌৰী কুণ্ডৰ গৰম পানীত অলপ সময়ৰ কাৰণে উত্তপ্ত হৈ যায়, তেতিয়া অলকনন্দায়ো বদৰীনাৰায়ণৰ গৰম কুণ্ডৰ পানী লৈ আহে।

কেদাৰ নাথৰ মন্দিৰৰ আকাৰ প্ৰকাৰ আন সকলো মন্দিৰতকৈ ভিন্ন ধৰণৰ। ভিতৰৰ শিৱলিঙ্গ স্বয়ম্ভূ নিৰাকাৰ। ই ইমান ওখ যে মানুহে মূৰ দোঁৱালেহে ই মানুহৰ বুকুত লাগে।

কেদাৰ নাথ মন্দিৰৰ যিমান বিশেষত্ব আছে মন্দাকিনীৰো সিমানেই। ইয়াৰ শিলবোৰ আন ধৰণৰ, ইয়াৰ প্ৰবাহ আন প্ৰকাৰৰ আৰু ইয়াত গা-ধোৱাৰ আনন্দও ভিন্ন ৰকমৰ।

গঙ্গোত্ৰী সঁচাকৈয়ে গঙ্গোত্ৰীয়েই এই তিনিও প্ৰবাহৰ ভিতৰত ভাগীৰথীৰ প্ৰবাহ অধিক ৰম্য আৰু মনোৰম যেন লাগে। গঙ্গাত যে কেৱল এই তিনিটা প্ৰবাহেই আছে এনে নহয়। ইয়াৰ লগত নীল গঙ্গা, ব্ৰহ্ম গঙ্গা আদি কেইবাখনো গঙ্গা আছে। হিমালয়ৰপৰা ওলোৱা সকলো প্ৰবাহেই গঙ্গাৰ বাহিৰে আৰু আন কি হব? যি বাৰি-ৰাশিয়ে হৰিদ্বাৰৰ ওচৰত হৰিৰ পদ স্পৰ্শ কৰিছে সেই সকলো গঙ্গাৰে প্ৰবাহ। যেতিয়া মহৰ্ষি বাল্মীকিয়ে গঙ্গাক আকাশৰপৰা হিমালয়ৰ শিখৰৰূপী মহাদেৱৰ জটাৰ ওপৰেদি বাগৰি অজস্ৰ ধাৰাৰে ওলাই অহা দেখিলে, তেতিয়া তেওঁৰ আৰ্য্য দৃষ্টিৰে গঙ্গাক সাতোটা বেলেগ বেলেগ প্ৰবাহ ৰূপে পৰিগণিত কৰিলে।

তস্যাং বিসৃজ্যমানায়াং সপ্তস্ৰোতাংসি জজ্ঞিৰে।
হ্লাদিনী পাৱনী চৈব নলিনী চ তথৈৱ চ॥
সুচক্ষুশ্চৈব সীতা চ সিন্ধুশ্চৈব মহানদী।
সপ্তমী চান্বগাৎ তাসাং ভগীৰথৰথং তদা॥

১৯৩৪ চন।

## ৮ ॥ জীৱন তীৰ্থ হৰিদ্বাৰ

ত্রিপথগা গঙ্গাৰ তিনিটা অৱতাৰ। গঙ্গোত্রী বা গো-মুখৰপৰা হৰিদ্বাৰ লৈকে থকা গঙ্গা প্রথম অৱতাৰ। হৰিদ্বাৰৰ পৰা প্রয়াগ—বাজলৈকে গঙ্গাৰ দ্বিতীয় অৱতাৰ। প্রথম অৱতাৰত তেওঁ পৰ্ব্বতৰ বাঙ্কোন আৰু সদাশিৱৰ জটাৰ পৰা মুক্ত হবলৈ অশেষ যত্ন কৰিছে। দ্বিতীয় অৱতাৰত নিজৰ ভনীয়েক যমুনাৰ লগত মিলি অধীৰ ভাৱে গৈ সাগৰত বিলীন হৈ পৰিছে। এইটো হৈছে তেওঁৰ তৃতীয় অৱতাৰ। গঙ্গোত্রী, হৰিদ্বাৰ, প্রয়াগ আৰু গঙ্গাসাগৰ—গঙ্গাপুত্র আৰ্য্য সকলৰ কাৰণে সকলোতকৈ মহান তীৰ্থস্থান। সেই ঠাইত যিমান ওপৰলৈ উঠা যায়, তীৰ্থৰ মহাত্মা সিমানেই বাঢে। এক প্রকাৰে ই সত্য। কিন্তু মোৰ দৃষ্টি কোণৰপৰা হৰিদ্বাৰৰ আকৰ্ষণ ভাৰতীয়ৰ কাৰণে অত্যান্ত প্রবল। হৰিদ্বাৰত পাঁচখন প্রসিদ্ধ তীৰ্থ আছে। পুৰাণত প্রত্যেকৰ মহিমাৰ বৰ্ণনা শ্রদ্ধা আৰু ভক্তি ৰসেৰে কৰা হৈছে। কিন্তু এই মহত্বৰ সম্বন্ধে মানুহে একো নজনাকৈয়ে কব পাৰে যে "হৰিকী পৈড়ী" ( হৰিৰ পদ ) ত গঙ্গাৰ মহাত্ম্য সিমান পৰিমাণে আছে তাৰ লগত কাব্যৰ পৰিমাণো কম নহয় বৰং বেচি পৰিমাণেহে আছে। এনেয়ে প্রত্যেক নৈৰ দীৰ্ঘতাত কাব্যময় ভূমিভাগ থাকে। মোৰ কোৱাৰ তাৎপৰ্য্য এইটো নহয় যে গঙ্গাৰ পাৰত হৰিদ্বাৰতকৈ অধিক সুন্দৰ ঠাই হব নোৱাৰে। "হৰিকী পৈড়ীৰ" আশে-পাশে বাৰাণসীৰ শোভাৰ এশভাগৰ এভাগো ইয়াত দেখা নাযায়। তথাপি ইয়াত মানৱ আৰু প্রকৃতি পৰস্পৰে সহযোগ কৰি গঙ্গাৰ শোভা বঢোৱাত অৱদান যোগাইছে। গঙ্গাৰ সেই সবল আৰু স্বচ্ছ প্রবাহ, মন্দিৰৰ ওচৰৰ সেই আকৰ্ষণীয় দৃশ্য, ঘাটৰ তলৰ সেই একা-বেকা কুণ্ড, হেজাৰ হেজাৰ মানুহ অনায়াসে বহিব পৰা পটৰ নিচিনা নৈৰ ঘাট, আনফালে পুৰণি কালৰ ধুনীয়া দলং এই সকলো বোৰেই যেন কাব্যময়। যদিও দাঁতি কাষৰৰ মন্দিৰ আৰু সাধাৰণ ধৰ্ম্মশালাবোৰ সিমান আকৰ্ষণীয় নহয় তথাপি তেওঁলোকেও গঙ্গাৰ শোভা বৃদ্ধি কৰিছে। বানাৰসীৰ বজাৰত ঘুৰি ফুৰা গৰুবোৰ আৰু শান্তিৰে ঘাঁহ পাগুলি ফুৰা ইয়াৰ গৰুবোৰৰ দৃশ্য

ভিন্ন ৰকমৰ। ইয়াৰ গঙ্গাৰ কোনো ঠাইতেই আপুনি পলসৰ নাম গোন্ধেই নাপাব। অনন্ত কালৰপৰা ঠেকা-ঠেকি খাই ঘূৰণীয়া হৈ যোৱা বগা শিলবোৰহে দেখিবলৈ পাব।

"হৰিকী পৈড়ী"ৰ সকলোতকৈ আকর্ষণীয় বস্তুৰ ফালে আমাৰ দৃষ্টি নপৰে। আমি মাত্র তাৰ অনুভৱহে কৰোঁ। সি হৈছে ইয়াৰ বতাহ। হিমালয়ৰ দূৰ-দূৰণিৰ পৰা হিমাচ্ছাদিত শিখৰৰপৰা দক্ষিণৰ ফালে যি বতাহ বৈ যায়, সি সকলোতকৈ প্রথমতে ইয়াৰ গাওঁবোৰ স্পর্শ কৰে। এনেকুৱা পবিত্র বতাহ আন ঠাইত ক'ত পোৱা যাব? "হৰিকী পৈড়ী"ৰ ওচৰত দলঙৰ ওপৰত থিয় হৈ থাকক, আপোনাৰ মন প্ৰাণ আনন্দত ভৰি উঠিব। এই বতাহ উন্মাদক নহয়--বৰং প্ৰাণদায়ক আৰু তাপ প্ৰশমকাৰী।

মই যিমানবাৰ ইয়ালৈ আহিছোঁ সিমানবাৰ সেই শান্তি, সেই আহ্লাদ আৰু সেই আনন্দ অনুভৱ কৰিছোঁ। কিছুমান মানুহে বম্বেৰ চৌপাটীৰ লগত এই ঘাটৰ তুলনা কৰে। এই দুয়োৰো ভিতৰত বৈসাদৃস্য নিশ্চয় আছে। ইয়াত যাত্রীসকলে মাছক আহাৰ দিয়ে, আৰু মাছমৰীয়াই নিজে খাবৰ কাৰণে মাছ ধৰে।

"হৰিকী পৈড়ী" যদি চাব খোজে তেতিয়াহলে সন্ধ্যাৰ সূৰ্য্যাস্তৰ পাছত যাব লাগে। জোনাক ৰাতি হওক বা নহওক তাৰ কাৰণে ভাবিব নালাগে। যদি জোনাক হয়, একৰকমৰ শোভা দেখিব আৰু যদি জোনাক নহয় তেন্তে আন একৰকমৰ। কিন্তু প্ৰত্যেক অৱস্থাতে ইয়াৰ শোভা দেখিবলৈ পাব। এই দুয়োৰো ভিতৰত কোনোবাই যদি তুলনা কৰিব খোজে তেতিয়া-হলে তেওঁ কলা-প্ৰেমী নহয়। সন্ধ্যাকাশত এটাৰ পাছত এটাকৈ তৰা ওলায় আৰু তলৰপৰা এটা এটা প্ৰজ্বলিত চাকিয়ে তাৰ উত্তৰ দিয়ে। এই দৃশ্যৰ ভিতৰত যি গূঢ় শান্তি আছে মানুহৰ মনত সি এক বিচিত্ৰ ধৰণৰ প্ৰভাব বিস্তাৰ কৰে। এনেকুৱা সময়তে মন্দিৰৰ পৰা টিলিং টালাং টিলিং টালাং ঘণ্টাৰ শব্দৰ যোগে আৰতিৰ আহ্বান কৰা হয়। এই ঘণ্টা ধ্বনিৰ যেন শেষ নাই অবিৰাম টিলিং টালাংকৈ বাজি থাকে। আৰু ভক্ত সকলেও নানা তৰহৰ আৰতি বন্দনা কৰি থাকে। পুৰুষে গায়, নাৰীয়ে গায়, ব্ৰহ্মচাৰীয়ে গায়, সন্ন্যাসীয়ে গায়, স্থানীয় মানুহে গায়, আৰু দেশ দেশান্তৰৰ যাত্ৰী-

সকলেও গাই থাকে। কোনেও কাৰোফালে চকু নিদিয়ে, কোনেও কাৰো-কাৰণে আমনি নাপায়। প্ৰত্যেকেই নিজৰ নিজৰ ভক্তিৰ ভাৱত বিভোৰ। সনাতন পন্থীয়ে স্তোত্ৰ গায়। আৰ্য্য সমাজৰ মানুহে উপদেশ দিয়ে। শিখ-সকলে গ্ৰন্থ চাহেবৰ দুই এক 'মহোল্লা' (ভজন) জোৰেৰে আদা-দি-ৰাৱত (আসাৱৰী ৰাগ) গায়। গো-ৰক্ষা প্ৰচাৰকে আপোনাক ইয়াত কৰ যে গৰুৰ গাখীৰ বগা কাৰণেই পৃথিবীত বগা ৰঙ আছে। গৰুৰ পেটত কেৱল ঘাঁহেই নহয়, তেত্ৰিশ কোটি দেৱতাও আছে। কিছুমান নাস্তিক মানুহে এই ভিৰৰ সুবিধা লৈ যুক্তিৰ সৈতে এইটো প্ৰমাণ কৰে যে ঈশ্বৰ নাই। উদাৰ হিন্দু ধৰ্ম্মই এই সকলোকে নিজৰ নিজৰ মতে চলিবলৈ দিয়ে। গঙ্গা আইৰ দৰবাৰত কোনেও তিৰস্কাৰ নাপায়—সকলোৰে সমান সম্মান। যদি ৰঙা-গেৰুৱা কাপোৰ পিন্ধি মুক্ত হবলৈ দাবী কৰা মুক্তি সৈনিক মিচনাৰীয়েও ইয়াত আহি হিন্দু ধৰ্ম্মৰ বিৰুদ্ধে প্ৰচাৰ কৰে, তথাপি আমাৰ যাত্ৰী সকলে শান্তিপূৰ্ণ ভাৱে তেওঁৰ কথা শুনে আৰু কয় যে ভগবানে যেনেকুৱা বুদ্ধি দিছে, বেচেৰাই সেইদৰে কৈছে। ইয়াত তেওঁৰ দোষ কি? হিন্দু সমাজত বহুত দোষ আছে আৰু এই দোষৰ কাৰণে হিন্দু সমাজে বহুত সহিব লগীয়া হৈছে। কিন্তু উদাৰতা, সহিষ্ণুতা আৰু সদ্‌ভাৱ আদি হিন্দু সমাজৰ বিশেষত্ববোৰ কেতিয়াও দোষপূৰ্ণ নহয়। এই উদাৰতাৰ কাৰণেই হিন্দু সমাজে বহুত সহ্য কৰিছে আৰু আনহাতে হিন্দু ধৰ্ম্মৰ শিপা দিনক দিনে দুৰ্ব্বল হৈ গৈছে।

এতিয়াও সেই ঘণ্টা বাজি আছে আৰু এলেহুৱা মানুহক আৰতিৰ কাৰণে আহ্বান জনাইছে। ইয়াত তৰুণী সকলে পাতৰ এবিধ ডাঙৰ ডাঙৰ টোপোলা সাজি ফুলৰ মাজত ঘিউৰ চাকি জলাই নৈৰ প্ৰবাহত এৰি দিয়ে যেন নিজৰ ভাগ্যৰহে পৰীক্ষা কৰিছে। এই টোপোলাবোৰ নাৱৰ দৰে কঁপি কঁপি এই দৰে গৈ থাকে যেন নিজৰ ভিতৰত জ্যোতিৰ মহত্ত্ব বুজি জীৱনযাত্ৰা আৰম্ভ কৰিছে। হল। সেই জীৱন যাত্ৰা আৰম্ভ হল। এটাৰ পাছত এটাকৈ এই চাকিয়ে নিজক আৰু নিজৰ ভাগ্যক জীৱন প্ৰবাহত এৰি দিছে। মানৱ জীৱনত ব্যক্তিৰ যি মহত্ত্ব আছে ইয়াত চাকিৰ ভিতৰত তাক দেখিবলৈ পোৱা যায়। কোনো হতভাগ্য যাত্ৰাৰ আৰম্ভতে বতাহৰ

বশীভূত হৈ যায় আৰু ইয়াৰ পাছত চাৰিওফালে বিষণ্ণতা ব্যাপ্ত হৈ পৰে। কিছুমানে অলপ আশা দেখুৱাই নিৰাশ কৰে, কিছুমান চিৰ কম্পৰ দৰে কঁপি কঁপি বহুত দূৰ পায়গৈ। কেতিয়াবা কেতিয়াবা দুটা টোপোলা ওচৰ চাপি আহে আৰু এটা আনটোৰ লগত লগ লাগি যায়। শেষত এই যুগল নাৱে নব দম্পতিৰ দৰে দীঘলীয়া যাত্ৰা আৰম্ভ কৰে। ইহঁতৰ ঘূৰণীয়া ঘূৰণীয়া পকনীয়া দেখিলে মনলৈ যি ভাব আহে তাক ব্যক্ত কৰা টান। কিছুমান জীৱন জ্যোতি নুমুৱাৰ আগতে অদৃশ্য হৈ যায়। মৃত্যু আৰু অদৃষ্ট দুয়োটাই হৈছে —মানৱ জীৱনৰ শেষ অধ্যায়। ইয়াৰপৰা কোনো সাৰিব নোৱাৰে, সেই কাৰণেই মানুহৰ ঈশ্বৰলৈ মনত পৰে। যদি মানুহৰ মৃত্যু নহল হেঁতেন, তেতিয়াহলে হয়তো ঈশ্বৰলৈ মনতো নপৰিল হেঁতেন।

যদি সাহ হয়, তেতিয়াহলে কোনো এদিন ৰাতিপুৱা চাৰি বজাত অকলে অকলে আহি এই ঘাটত বহিবহি। আপুনি ইয়াত কিছুমান বেলেগ ধৰণৰ ভক্ত দেখিবলৈ পাব। ৰাতিপুৱা তিনিবজাৰপৰা সূৰ্য্যোদয়লৈকে নানা ৰকমৰ বিশিষ্ট মানুহ ইয়ালৈ আহে।

ৰাজিনীৰতী উষাই সূৰ্য্য নাৰায়ণক জন্ম দিয়ে আৰু তৎক্ষণাত ব্যৱহাৰিক পৃথিবীয়ে এই ঘাতক অধিকাৰ কৰি লয়। তাৰ আগতে ইয়াৰপৰা আঁতৰি যোৱা ভাল। আকাশৰ তৰাও সুখী হব।

মাৰ্চ্চ ১৯৩৬ চন।

## ৯ ॥ দক্ষিণ গঙ্গা গোদাবৰী

১

সৰুতে ৰাতিপুৱা শুই উঠি আমি প্ৰভাতী গাইছিলো। তাৰে এই চাৰি শাৰী এতিয়া মোৰ মানস পটত উজ্জ্বল হৈ আছে।

উঠোনিয়াং প্ৰাতঃকালীং, বদনীং বদা চন্দ্ৰমৌলী।
শ্ৰীবিন্দুমাধবাঞ্জলী, স্নান কৰা গঙ্গেচেং, স্নান কৰা গোদেচেং ॥
কৃষ্ণা বেন্না তুঙ্গভদ্ৰা, সৰযূ কালিন্দী নৰ্মদা।
ভীমা ভামা গোদা, কৰা স্নান গঙ্গেচেং ॥

গঙ্গা আৰু গোদা একেই। দুয়োৰো মহাত্ম্যত অলপো পাৰ্থক্য নাই। যদি কেতিয়াবা পাৰ্থক্য হয়, তেতিয়াহলে ইমানেই হব যে কলিকালৰ পাপৰ কাৰণে গঙ্গাৰ মহিমা কমি যাব, কিন্তু গোদাবৰীৰ মহিমা কেতিয়াও কম হব নোৱাৰে। শ্ৰীৰামচন্দ্ৰৰ অত্যন্ত সুখৰ দিনবোৰ এই গোদাবৰীৰ পাৰতে পাৰ হৈছিল। জীৱনৰ দাৰুণ আঘাতো তেওঁ ইয়াতে সহিব লগীয়া হৈছিল। গোদাবৰী যে দক্ষিণ ভাৰতৰ গঙ্গা। কৃষ্ণা আৰু গোদাবৰী এই দুয়োখন নৈয়ে মহাৰাষ্ট্ৰ আৰু অন্ধ্ৰক পালন-পোষণ কৰি আহিছে। যদি আমি মহাৰাষ্ট্ৰৰ স্বাধীনতা আৰু অন্ধ্ৰৰ সাম্ৰাজ্যক এই নৈৰ ওচৰত ঋণী বুলি কওঁ, তেতিয়াহলে ইয়াত অলপো অত্যুক্তি কৰা নহয়। সাম্ৰাজ্য নিৰ্ম্মাণ হল, ধ্বংস হল; উত্থান হল, পতন হল। কিন্তু এই ঐতিহাসিক ভূমিৰ ওপৰত অৱস্থিত এই দুখন নৈৰ অখণ্ড প্ৰবাহ আজিও অবিচ্ছিন্ন ভাৱে বৈ গৈ আছে। এই নৈবোৰ যিদৰে অতীত কালৰ গৌৰৱময় ইতিহাসৰ সাক্ষী স্বৰূপ, সেইদৰে ভৱিষ্যতৰ মহান আশা-আকাঙ্ক্ষাৰ প্ৰেৰকো। গোদাবৰীৰ মহিমাত এক বৈচিত্ৰ্য আছে। তেওঁ জলপ্ৰাচুৰ্য্যৰ কাৰণে যিমান বিখ্যাত ইতিহাসৰ পৃষ্ঠাতো সিমানেই মহত্বপূৰ্ণ। যিদৰে গোপাল কৃষ্ণৰ জীৱন বিবিধতাৰে পৰিপূৰ্ণ আৰু তাত সকলোপিনে উৎকৃষ্টতাৰ প্ৰাচুৰ্য্য আছে, সেইদৰে গোদাবৰীৰ সুদীৰ্ঘ প্ৰবাহৰ পাৰত সৃষ্টিৰ সৌন্দৰ্য্যৰ বিচিত্ৰতা আৰু বিপুলতাৰে ভৰপূৰ হৈ আছে। যিদৰে ব্ৰহ্মাৰ কল্পনাৰপৰা

সৃষ্টিৰ বিস্তাৰ হৈছিল, বাল্মীকিৰ অন্তৰৰ করুণ বেদনাৰপৰা ৰামায়ণৰ জন্ম হৈছিল, সেইদৰে ত্র্যম্বকৰ পৰ্ব্বতৰ দাঁতিৰপৰা টোপ্ টোপ্ কৰি বাগৰি থকা গোদাবৰীৰ পৰাই ভবিষ্যতৰ ৰাজ মাহেন্দ্রীৰ অসীম বাৰি-ৰাশিৰ জন্ম হৈছিল।

সিন্ধু আৰু ব্রহ্মপুত্রই যিদৰে হিমালয়ক আলিঙ্গন কৰিবলৈ ভাবিছিল, নৰ্ম্মদা আৰু তাপ্তীয়ে বিন্ধ্যাসাতপুড়াক গলাৰ খুজিছিল, সেইদৰে গোদাবৰী আৰু কৃষ্ণাই দক্ষিণৰ উন্নত প্ৰদেশ বোৰক ধন-ধান্যৰে সমৃদ্ধ কৰিবলৈ স্থিৰ কৰিছে। এই পক্ষপাত দেখি সহ্যাদ্রি পশ্চিমৰ ফালে ঢলি পৰিছে। তেওঁৰ কাৰণে এইটো যেন অসহ্য হৈ পৰিছে। তেওঁক পূবফালে টানিবৰ কাৰণে যেন এই দুয়োখন নৈয়ে অশেষ প্রতাপেৰে প্রচেষ্টা কৰি আছে। এই দুয়োখন নৈৰ উদ্গম স্থান পশ্চিম সাগৰৰপৰা পঞ্চাশ পয়সত্তৰ মাইল-তকৈ বেছি দূৰত নহয়। তথাপি দুয়ো আঠশ নশ মাইললৈকে যাত্রা কৰি নিজৰ জলভাৰ বা কৰভাৰ পূবসাগৰক অৰ্পণ কৰিছে। এই কৰভাৰৰ বিস্তাৰ কোনো সাধাৰণ কথা নহয়। ইয়াৰ ভিতৰত গোটেই মহাৰাষ্ট্র প্রদেশ আহি পৰিছে। হায়দৰাবাদ আৰু মহীশূৰ ৰাজ্যও অন্তর্ভুক্ত হৈছে। মিচৰ-সংস্কৃতিৰ মাতা নীল নৈ আমাৰ গোদাবৰীৰ আগত একোৱেই নহয়। ত্র্যম্বকৰ ওচৰৰ পৰ্ব্বতৰ এক বিশাল প্রাচীৰৰ পৰা গেদাৰ উদ্গম হৈছে। গিৰনাৰৰ উচ্চ প্রাচীৰৰ ওপৰৰ পৰাও এ্যম্বকৰ এই প্রাচীৰ দেখা নাযায়। ত্র্যম্বকৰ গাঁৱৰ পৰা যি পৰ্ব্বতাৰোহণ আৰম্ভ হৈছে সি গোদা আইৰ মূৰ্ত্তিৰ চৰণলৈকে একেৰাহে চলি আছে। ইয়াতকৈ ওপৰলৈ যাবৰ কাৰণে পৰ্ব্বতৰ বাওঁ ফালে ভয়াবহ খটখটী সজা হৈছে। এই বাটেৰে মানুহ ব্ৰহ্মগিৰিলৈকে যাব পাৰে। কিন্তু সেইখন পৃথিবীয়েই বেলেগ। গোদাবৰীৰ উদ্গম স্থানৰ পৰা যি দৃশ্য দেখা যায় সেইটোৱেই আমাৰ কাৰণে বিশেষ অনুকূল। মহাৰাষ্ট্রৰ তপস্বী আৰু ৰজাসকলে সমান ভাৱে এই স্থানত তেওঁলোকৰ অন্তৰৰ শ্রদ্ধা-ভক্তি উজাৰ কৰি দিছে। কৃষ্ণাৰ পাৰৰ বাঈ সাতাৰা আৰু গোদাৰ পাৰৰ নাচিক-পৈঠন, প্রকৃততে এই দুয়োখন মহাৰাষ্ট্ৰৰ সাংস্কৃতিক ৰাজধানী।

২

গোদাৱৰীৰ ইতিহাস সহিষ্ণুতাৰ প্ৰতিমূৰ্ত্তি ৰামচন্দ্ৰ আৰু বিষাদ প্ৰতিমা সীতাদেৱীৰ বৃত্তান্তৰপৰাই আৰম্ভ হৈছে। ৰাজপাট ত্যাগ কৰাৰ সময়ত ৰামৰ দুঃখ হোৱা নাছিল। কিন্তু গোদাৱৰীৰ পাৰত সীতা আৰু লক্ষ্মণৰ সঙ্গ উপভোগ কৰাৰ আনন্দ যেতিয়া অন্ত হৈছিল, তেতিয়া তেওঁৰ হৃদয় শতধা-বিদীৰ্ণ হৈ গৈছিল। হিংসুক জন্তুৰ অভাৱত নিৰ্ভয় মনেৰে ফুৰা হৰিণাই আৰ্য্য ৰামচন্দ্ৰৰ এই দুঃখাত্ৰতা দেখি হয়তো দূৰলৈ পলাই গৈছিল। সীতাৰ সন্ধানত ঘূৰি ফুৰা লক্ষ্মণৰ গৰ্জ্জন শুনি হয়তো ডাঙৰ ডাঙৰ হাতীও ভয়ত ত্ৰস্ত হৈ উঠিছিল। পশু-পক্ষীৰ দুঃখৰ চকুলোত হয়তো গোদাৱৰীৰ নিৰ্ম্মল পানীও কেহেৰাজ বৰণীয়া হৈ গৈছিল। যিদৰে হিমালয়ত পাৰ্ব্বতী আছিল, সেইদৰে জনস্থানৰ সীতা গোটেই বিশ্বৰ অধিষ্ঠাত্ৰী আছিল। তেওঁ যোৱাৰ পাছত যি মৰ্ম্মান্তিক দুঃখ হৈছিল, যদি সি সাৰ্ব্বভৌম হয়, তেতিয়া-হলে তাত আচৰিত কি?

ৰাম-সীতাৰ আকৌ মিলন হল, কিন্তু সেই জনস্থানৰ বিচ্ছেদৰ কাহিনী চিৰদিনৰ কাৰণে ৰৈ গল। আজিও যদি আপুনি নাচিকৰ পঞ্চবটীৰ ভিতৰলৈ গৈ ঘূৰি চায়, লাগিলে ৰাবিষাতে হওঁক বা গৰমতে হওঁক আপোনাৰ এনেকুৱা লাগিব যেন গোটেই পঞ্চবটীয়ে জটায়ুৰ দৰে উদাস হৈ 'সীতা' 'সীতা' বুলি চিয়ঁৰি আছে। মহাৰাষ্ট্ৰৰ সাধু-সন্ন্যাসী সকলে যদি ইয়াত নিজৰ মঙ্গল বাণী প্ৰচাৰ নকৰিলেহেঁতেন, তেতিয়াহলে এই জনস্থান এখন জনহীন প্ৰদেশ হৈ থাকিলহেঁতেন।

ৰদৰ উত্তাপ গুচাবৰ কাৰণে ঘাঁহবোৰ যেনেকৈ চাৰিওফালে ব্যাপ্ত হৈ থাকে সেইদৰে জীৱনৰ বিষমতাক পাহৰাবৰ কাৰণে ইয়াৰ চাৰিওফালে সাধু-সন্ত সকলে বিচৰণ কৰি ফুৰে। ই কিমান সৌভাগ্যৰ কথা। যেতিয়া নাচিক এম্বকৰ ফালে যাব লগীয়া হয়, তেতিয়া ৰাম-লক্ষ্মণে বনবাসৰ বাবে মনোনীত কৰা এই ঠাইখন তেওঁলোকৰ দৃষ্টিৰে চাবৰ ইচ্ছা হয়। প্ৰত্যেক বাৰ কঁপি থকা ঘাঁহত সীতাৰ কাতৰ তনুযষ্টিৰ দৃশ্য যেন চকুৰ আগত ভাহি উঠে। ৰামভক্ত শ্ৰীসমৰ্থ ৰামদাস যেতিয়া ইয়াত আছিল, তেতিয়া চাগৈ তেওঁৰ হৃদয়ত কেনেকুৱা ভাৱৰ তৰঙ্গ উঠিছিল? শ্ৰীসমৰ্থই গোদাৱৰীৰ

পাৰত গোবৰ হনুমান স্থাপন কিহৰ কাৰণে কৰিছিল ? এইটো বুজাবলৈকে নেকি যে যদি পঞ্চবটীত হনুমান থাকিলহেঁতেন তেতিয়া হলে সীতাক হৰণ কৰিবলৈ কেতিয়াও নিদিলেহেঁতেন। সীতা দেৱীয়ে—কটু কথাৰে লক্ষ্মণক আঘাত দি এই মহাসঙ্কট মাতি আনিছিল। হয়তো হনুমানক তেওঁ এনেকুৱা কথা কেতিয়াও কব নোৱাৰিলেহেঁতেন। জনস্থান আৰু কিষ্কিন্ধ্যাৰ মাজত যথেষ্ট পাৰ্থক্য আছে আৰু গোদাৱৰীও শোনভদ্ৰা নহয়।

ৰাম-কথাৰ যি কৰুণ ৰস দ্বাপৰ যুগৰপৰা আজিলৈকে চলি আহিছে তাক কোনে হ্ৰাস কৰিব ? এই কাৰণে আমি শূদ্ৰ পাডাৰ মুখৰ পৰা বেদৰ পাঠ কৰাওঁতা শ্ৰীজ্ঞানেশ্বৰ মহাৰাজক লগ পাবলৈ পৈঠনলৈ গৈছিলোঁ। যিদৰে গোদাবৰীক দক্ষিণ-গঙ্গা বোলা হয় সেইদৰে তাৰ পাৰত অৱস্থিত নগৰকো দক্ষিণৰ কাশী বুলি মনা হয়।

ইয়াৰ দশ-গ্ৰন্থী ব্ৰাহ্মণে যি 'বিধান' দিয়ে চাৰিও বৰ্ণৰ মানুহে তাক মানিব লাগে। ডাঙৰ ডাঙৰ সম্ৰাটৰ তামৰ ফলিতকৈয়ো ইয়াৰ ব্ৰাহ্মণৰ বিধান বেচি মহত্ত্বপূৰ্ণ। এনেকুৱা ঠাইত শাস্ত্ৰ-ধৰ্ম্মৰ আগত হৃদয়-ধৰ্ম্মৰ বিজয় দেখুওৱা কাম কেৱল জ্ঞান—ৰাজেহে কৰিব পাৰে। পৈঠনত জ্ঞানেশ্বৰে যজ্ঞোপবীতৰ অধিকাৰ নাপালে। সন্ন্যাসী শঙ্কৰাচাৰ্য্যৰ ওপৰত কৰা অত্যাচাৰৰ স্মৃতি স্থায়ী কৰিবৰ কাৰণে যিদৰে তাৰ ৰজাসকলে নাম্বুদ্ৰি ব্ৰাহ্মণৰ ওপৰত কেইবাটাও নতুন প্ৰথা জাপি দিছিল, সেইদৰে সন্ন্যাসীপুত্ৰ জ্ঞানেশ্বৰৰ কোনো শিষ্য ৰাজপাটৰ অধিকাৰী হোঁৱা হলে তেওঁ মহাৰাষ্ট্ৰীয় ব্ৰাহ্মণক শাস্তি দিলেহেঁতেন আৰু কলেহেঁতেন যে জ্ঞানেশ্বৰক ব্ৰাহ্মণৰ অধিকাৰৰপৰা বঞ্চিত কৰোঁতা তোমালোককো আজিৰ পৰা যজ্ঞোপবীতৰ অধিকাৰৰপৰা বঞ্চিত কৰা হৈছে।

কেতিয়াবা যিদৰে হাতৰ আঙ্গুলিক বিচনিৰূপে ব্যৱহাৰ কৰা হয়, সেইদৰেই ডাঙৰ ডাঙৰ নৈত আহি মিলিত হোৱা আৰু আত্ম-বিলোপৰ কঠিন যোগ সাধন কৰা সৰু সৰু নৈ বোৰো বিচনি হৈ পৰে। সহ্যাদ্ৰি আৰু অজন্তা পৰ্ব্বতৰ মাজত যিকন ঠাই আছে আৰু তাত যিমানবোৰ পানী বাগৰি আহি পৰে এই নৈবোৰে সেই সকলোবোৰ পানীকে টানি আনি নিজৰ লগত মিহলাই লৈছে। ধাৰণা আৰু কাদৱা প্ৰৱৰা আৰু

মুল্লাক যদি বাদ দি দিওঁ, তথাপি মধ্যভাৰতৰ পৰা দূৰ-দূৰণিৰ পানী আনোতা বাৰ্দ্ধা আৰু বেলগঙ্গাক বাৰু কেনেকৈ পাহৰি যায়? দুখন নৈ মিলি এখন হোৱা নৈক যি প্ৰাণহিতা নাম দিছিল, তেওঁৰ মনত চাগৈ কিমান কৃতজ্ঞতা, কিমান কাব্য আৰু কিমান আনন্দ ভৰপূৰ হৈ আছিল। ঈশান কোণৰ পৰা পূৰঘাটৰ ফালে পানী আনোতা অষ্ট বক্ৰা ইন্দ্ৰাৱতী, আৰু তেওঁৰ সখী শ্ৰমণী, তপস্বিনী শবৰীক নমস্কাৰ নকৰাকৈ কেনেকৈ থাকিব পাৰো?

গোদাবৰীৰ সম্পূৰ্ণ সৌন্দৰ্য্য ভদ্ৰাচলৰ পৰা চাব পাৰি। গোদাবৰীৰ পট ইয়াত কেবল দুই এক মাইলমান বহল। এনেকুৱা গোদাবৰীয়ে যেতিয়া ওখ ওখ পৰ্ব্বতৰ মাজেদি নিজৰ পথ উলিয়াই লৈ মাত্ৰ দুশ গজৰ খালৰ পৰা ওলাই আহে তেতিয়া তেওঁ বাৰু কি ভাবিছিল। নিজৰ সকলো শক্তি আৰু যুক্তি কামত খটুৱাই বিপদৰ সময়তো নিজৰ প্ৰজাক আগবঢ়াই লৈ যোৱা কোনো ৰাজ পুৰুষৰ দৰে সংসাৰক আচৰিত কৰি ভয়ঙ্কৰ গৰ্জ্জনৰে তেওঁ ইয়াৰ পৰা ওলাই আহিছে।

ঘোড়াপুৰ বা হাতীপুৰৰ নিচিনা ডাঙৰ ডাঙৰ পুৰৰ কথা আমি শুনো কিন্তু একেবাৰে পঞ্চাশ ফুটৰ নিচিনা ওখ পুৰৰ কথা কেতিয়াবা জানো আমাৰ কল্পনাৰ বিষয় হৈছিল? কিন্তু যি কল্পনাত সম্ভৱ নহয় সি গোদাবৰীৰ প্ৰবাহত সম্ভৱ। ঠেক খালৰপৰা ওলোৱা পানীৰ কাৰণে নিজৰ পৃষ্ঠ-ভাগক সমতল কৰি ৰখা অসম্ভৱ হৈ পৰে। যিদৰে অৰ্ঘ্য দিবৰ সময়ত অঞ্জলি এটা সৰু নলাৰ নিচিনা হৈ যায়, সেইদৰে খালৰ পৰা ওলোৱা পানীৰ পৃষ্ঠ ভাগৰো এটা ভয়াবহ নলা তৈয়াৰ হয়। কিন্তু ইয়াতকৈ পাছত অধিক অদ্ভুত ৰস আছে। এই নলাৰপৰা নিজৰ নাঁৱ লৈ যাবলৈ সাহসী নাৱৰীয়াও তাত সাজু হৈ আছে। নাৱৰ দুই ফালে পানীৰ ওখ ওখ প্ৰাচীৰক নাৱৰ দৰে বেগাই যোৱা দেখি মানুহৰ অন্তৰত চাগৈ কেনেকুৱা কেনেকুৱা ভাবৰ উদয় হয়? 'ভদ্ৰাচল'ত ৰাজমাহেন্দ্ৰী বা ধৱলেশ্বৰলৈকে গোদাবৰী নৈ অখণ্ডভাৱে বৈ আছে। ইয়াৰ পাছত তেঁওৰ "ত্যাগায় সম্ভৃতাৰ্থানাম"ৰ চিৰন্তন সিদ্ধান্ত মনত পৰিব পায়। ইয়াৰপৰা গোদাবৰীয়ে জীৱন-বিতৰণ কৰিবলৈ আৰম্ভ কৰিছে। এফালে গৌতমী-গোদাবৰী, আনফালে বশিষ্ঠ-গোদাবৰী, মাজত কেইবাটাও দ্বীপ আৰু অন্তৰ্বেদীৰ নিচিনা

প্ৰদেশ আছে। এই প্ৰদেশত গোদাৰ বগাল পানী আৰু মিহি ক'লা মাটিত হোৱা সোণৰ নিচিনা শালী ধান খাই পৰিপুষ্ট হৈ থকা ব্ৰাহ্মণ সকল থাকে। এনেকুৱা সমৃদ্ধিশালী দেশক স্বাধীনকৈ ৰাখিবৰ শক্তি যেতিয়া আমাৰ মানুহে হেৰুৱাই পেলালে, তেতিয়া ডাচ, ইংৰাজ, আৰু ফ্ৰান্সৰ মানুহে আহি গোদাবৰীৰ পাৰত নিজৰ শিবিৰ পাতিলে। আজিও য়ানানত ফ্ৰান্সৰ ত্ৰিবৰ্ণ পতাকা উৰি আছে।*

৩

মাদ্ৰাজৰপৰা ৰাজ মহেন্দ্ৰীলৈ যাওঁতে বাটত বিজয়াডাত সূৰ্য্যোদয় হ'ল। তেতিয়া বৰ্ষা ঋতু আছিল। প্ৰকৃতি দেবীয়ে যেন শ্যামল-পট পৰিধান কৰি আছিল। প্ৰকৃতিৰ এই শ্যামল সৌন্দৰ্য্য চাৰিওফালে বিয়পি থকা দেখি গগণচুম্বী তালগছেও যেন ওপৰৰপৰা বিশ্বক এই সৌন্দৰ্য্যৰ সূচনা দিছিল। পূব ফালে ৰেলৰ আলিৰ দাঁতিয়ে দাঁতিয়ে এটা খাল বৈ গৈছে। কিন্তু দুয়োটা পাৰ ওখ হোৱাৰ কাৰণে তাৰ পানী কেতিয়াবাহে দেখা পোৱা যায়। কেৱল পখিলাৰ দৰে নিজৰ পাল পেলাই পাৰত বৈ থকা নাওবোৰে সেই খালৰ অস্তিত্ব বুজায়। মাজে মাজে সৰু ডাঙৰ পুখুৰীও তাৰ লগত লগ লাগিছে। এই পুখুৰীবোৰত যেন বিচিত্ৰ বৰ্ণৰ অনন্ত আকাশ গা ধুবলৈ নামি আহিছে। সেই কাৰণে পানীৰ গভীৰতা আৰু অসংখ্য গুণ বেচি যেন লাগিছিল। কোনো কোনো ঠাইত চঞ্চল কমলৰ মাজত নিস্তব্ধ হৈ পৰি থকা বগলীবোৰক দেখি পুৰাৰ বতাহক অভিনন্দন জনাবলৈ ইচ্ছা হৈছিল। এনেকুৱা কাব্য প্ৰবাহত উটি-বুৰি আমি আহি কোব্বুৰ ষ্টেচন পালোহি। এতিয়া গোদাবৰী আইৰ লৈতে আমাৰ দৰ্শন হব। সেই উৎসুকতা ইয়াৰপৰাই আৰম্ভ হবলৈ ধৰিলে। দলং পাৰ হবৰ সময়ত আমি সোঁ ফালে চাম নে বাওঁফালে চাম? সেই সমস্যাত পৰিলোঁ।

এনেকুৱাতে দলং পালোঁহি, আৰু ভগৱতী গোদাবৰীৰ সুবিশাল বিস্তাৰ দেখিবলৈ পালোঁ। গঙ্গা, সিন্ধু, শোনভদ্ৰা, ইৰাৱতীৰ নিচিনা বিশাল বাৰি-প্ৰবাহক মই প্ৰাণ ভৰি চাইছো। বেজৱাড়াত দেখা কৃষ্ণা আইৰ দৰ্শনৰ কাৰণে মই সদায় গৰ্ব্ব অনুভব কৰি আহিছোঁ, কিন্তু ৰাজমাহেন্দ্ৰীৰ ওচৰৰ

* সৌভাগ্যৰ বিষয় যে আজি সেই পৰিস্থিতিৰ সলনি হৈছে।

গোদাবৰীৰ সৌন্দৰ্য্য অনুপম আছিল। এই ঠাইক লৈ মই যিমান সুন্দৰ কাব্য অনুভৱ কৰিছোঁ—সম্ভৱ জীৱনত আৰু কেতিয়াও কৰা নাই। যেতিয়া মই পশ্চিমফালে চালো, তেতিয়া দূৰ-দূৰান্তলৈকে কেৱল শাৰীবদ্ধ পৰ্ব্বতমালা দেখিবলৈ পালোঁ। আকাশ মেঘাচ্ছন্ন হোৱা কাৰণে ক'তো ৰ'দ নাছিল। শ্যামবৰ্ণ মেঘৰ কাৰণে গোদাবৰীৰ ধূলি-ধূসৰ পানীৰ কালিমা আৰু বাঢ়ি গৈছিল। তথাপি অনুভূতিৰ কথা কিয় মনত নপৰিব? ওপৰৰ আৰু তলৰ এই কালিমাৰ কাৰণে গোটেই দৃশ্যতে বৈদিক প্ৰভাতৰ সৌম্য সুন্দৰতা গাঢ় হৈ উঠিছিল। পৰ্ব্বতৰ ওপৰলৈ নামি অহা শুভ্ৰ মেঘবোৰ ঋষিতুল্য যেন লাগিছিল। এই সকলোবোৰ দৃশ্যৰ বৰ্ণনা কেনেকৈ কৰা যায়?

ইমানবোৰ পানী ক'ৰপৰা আহে? বিজয়ৰ দ্বাৰা বিপদৰ দেওনা পাৰ হোৱা দেশে যিদৰে নতুন নতুন দৃশ্য দেখুৱায় আৰু চাৰিওফালে সমৃদ্ধি বিয়পাই পেলায় সেইদৰে গোদাবৰীৰ প্ৰবাহকো পৰ্ব্বতৰপৰা ওলাই গৌৰৱান্বিত হৈ অহা দেখা যায়। সৰু ডাঙৰ জাহাজবোৰ নৈৰ আগত নিজৰ সন্তানৰ নিচিনা। মাকৰ স্বভাৱ জনা কাৰণে তেওঁৰ কোলাত যাৰ যিদৰে ইচ্ছা নাচিব পাৰে, তাক বাধা দিব কোনে? কিন্তু এই নাৱৰ লগত সন্তানৰ উপমা দিয়াতকৈ য'তে ত'তে উঠা পক্ষীয়াৰ লগতহে দিয়া উচিত। ইয়াক অলপ সময়ৰ কাৰণেহে দেখা যায়। ই ডাঙৰ ডাঙৰ ধুমুহাৰ ৰূপ ধৰে। আৰু অলপ সময়ৰ ভিতৰতে হাঁহি দিয়ে। আকৌ জপিয়াই পৰে, লাগিলে য'ৰপৰা আহক য'তে নাইকিয়া হৈ যাওক।

ইমান বিৰাট বিশাল পটত যদি এটাও দ্বীপ নাথাকে তেতিয়াহলে সেইটো এটা অভাৱ বৈ যাব। গোদাবৰীৰ দ্বীপ অতি বিখ্যাত। কিছুমান প্ৰাচীন ধৰ্ম্মৰ দৰে স্থিৰ হৈ বহি আছে, কোনো একোটাই কবিৰ প্ৰতিভাৰ দৰে প্ৰত্যেক মুহূৰ্ত্ততে বেলেগ বেলেগ স্থান অধিকাৰ কৰি নতুন নতুন ৰূপ ধাৰণ কৰি আছে। ইয়াৰ ওপৰত অনাসক্ত বগলীৰ বাহিৰে আৰু কোন থিয় হব পাৰে? যেতিয়া বগলী যাবলৈ ধৰে, তেতিয়া তাৰ ভৰিৰ চিন অঙ্কিত নকৰাকৈ যাব নোৱাৰে। তাৰ উজ্জ্বল চৰিত্ৰ অনুসৰণ কৰোতা সকলক যদি সি দিশ নেদেখুৱায় তেতিয়াহলে সি বগলী কিহৰ।

নৈৰ পাৰ অৰ্থাৎ মানুহৰ কৃতজ্ঞতাৰ অখণ্ড উৎসৱ। বগা বগা প্ৰসাদ

আৰু ওখ ওখ শিখৰো যে এক অখণ্ড উপাসনাই। কিন্তু ইয়ানতে কাব্যৰ শেষ নহয়। প্ৰত্যেক দিনাই ভক্ত সকলে নৈৰ ঢৌবপৰা মন্দিৰৰ ঘণ্টাৰ ধ্বনি ইপাৰৰপৰা সিপাৰলৈ পঠিয়াই দিয়ে। ভাৰতীয় সংস্কৃতিৰ উপাসক সকলে এই ঠাইতে গোদাবৰী নৈত প্ৰবেশ কৰে আৰু গঙ্গাজলৰ কলহৰ অৱশিষ্ট পানী পেলাই আকৌ তাত গোদাবৰীৰ পানী ভৰাই লৈ যায়। কিমান সুন্দৰ বিধান। কিমান পবিত্ৰ ভাব-প্ৰধান কাব্য! এই ভক্তিৰস প্ৰত্যেকৰ অন্তৰতে পূৰ্ণ হৈ আছে। কিন্তু সেই অতীতৰ ঘণ্টানাদ আৰু সেই ভক্তিৰসৰ ঠাইত আজি মাত্ৰ ইঞ্জিনৰ শব্দহে শুনা গৈছে। আধুনিক সংস্কৃতিৰ এই প্ৰতিনিধিৰ প্ৰতি যদি আমি নিজৰ অশ্ৰদ্ধা এৰি পেলাওঁ তেতিয়াহলে ৰেল-চক্ৰৰ প্ৰতিধ্বনিও কম আকৰ্ষণীয় নহব। দলঙৰ ওপৰত তাৰ বিজয়-নাদ স্পষ্টভাৱে পৰে।

অলপ সময় দলঙৰ ওপৰেদি গাড়ী অহাৰ পাছত মোৰ মনত পৰিল যে আমি পুব ফালে চাবলৈকে নহল। যেতিয়া আমি সেই ফালে মুখ কৰিলোঁ, তেতিয়া সেই ফালৰ সৌন্দৰ্য্য একেবাৰে নতুন যেন লাগিল। পশ্চিম ফালৰ গোদাবৰী যিমান বহল আছিল, পুব ফালে তাতোকৈয়ো বেচি। তেওঁ অজস্ৰ পথেদি সাগৰক সাবটিবলৈ যায়। যেতিয়া সৰিৎপতিৰ লগত মিলিবলৈ যায়, তেতিয়া তেওঁৰ এক ভ্ৰম উৎপন্ন হয়।

কিন্তু গোদাবৰী হৈছে ধীৰ, উদাৰ, মাতৃস্বৰূপা। তেওঁৰ সম্ভ্ৰমো উদাত্ত-ৰূপে ব্যক্ত হয়। এইফালৰ দ্বীপবোৰ বেলেগ ধৰণৰ। ইয়াত বনলক্ষ্মীৰ শোভা সম্পূৰ্ণভাৱে বিকশিত হৈছে। ব্ৰাহ্মণ বা কৃষকৰ পঁজা দেখা নাযায় ইয়াত। এই বৈ থকা পানীৰ সোঁতৰ লগত প্ৰতিযোগিতা কৰা দ্বীপত যদি কোনোবাই ওখ অট্টালিকা সাজিলেহেঁতেন, তেতিয়াহলে বোধকৰো তাক দূৰৰ পৰাই দেখা গলহেঁতেন। প্ৰকৃতিয়ে কেৱল ওখ ওখ গছৰ বিজয় পতাকাহে থিয় কৰাই থৈছে। বাওঁ ফালে ৰাজমাহেন্দ্ৰী আৰু ধৱলেশ্বৰৰ সুখী গাওঁ আনন্দ-বিভোৰ হৈ আছিল। এনেকুৱা বিৰল দৃশ্যৰ দ্বাৰা তৃপ্ত হোৱাৰ আগতে নৈৰ সেঁ ফালে উন্মত্ততাৰে লৈতে বৈ থকা কাংসৰ বগা কলৃগীৰ স্থিৰ প্ৰবাহ দূৰ দূৰণিলৈকে দেখিবলৈ পালোঁ। নৈৰ পানীত উন্মাদকতা আছিল, কিন্তু তাত ঢৌ নাছিল। কলৃগীৰ এই প্ৰবাহে বতাহৰ লগত

ষড়যন্ত্ৰ ৰচিছিল। সেই কাৰণে সি ইচ্ছানুসৰি ঢৌ তুলিব পাৰিছিল। যিমানলৈকে চকু পৰিল সিমানলৈকে চালোঁ। এনেকুৱা ৰমণীয় দৃশ্য চাবলৈ চকুৰে সঙ্কোচ কৰিব কিয়? কলংগীৰ প্ৰবাহ বৈ আছে। গোদাৱৰীৰ বিশাল প্ৰবাহৰ লগত প্ৰতিযোগিতা কৰিবলৈ তেওঁ যেন সঙ্কোচ কৰা নাই। সঙ্কোচনো কৰিব কিয়? মাতৃ গোদাবৰীৰ স্তনপান জানো তেওঁ কম কৰিছে?

মাতা-গোদাবৰী! ৰাম, লক্ষ্মণ, সীতাকে আদি কৰি বৃদ্ধ জটায়ুলৈকে সকলোকে তুমি নিজৰ স্তনপান কৰাইছা। তোমাৰ পাৰত বীৰ যোদ্ধাই জন্ম লৈছে—তত্ত্ব-দৰ্শক সকলৰ আবিৰ্ভাব হৈছে। সন্ত আৰু ৰাজনীতিজ্ঞই জন্ম লৈছে। দেশভক্ত আৰু ভগৱৎ-ভক্তয়ো জন্ম গ্ৰহণ কৰিছে। তুমি চাৰিও বৰ্ণৰে মাতা। মোৰ পূৰ্ব্ব-পুৰুষৰ তুমি অধিষ্ঠাত্ৰী দেৱী। সেই কাৰণে মই বুকুত নতুন নতুন আশা বান্ধি তোমাৰ দৰ্শনৰ কাৰণে আহোঁ। তোমাক দৰ্শন কৰি মই কৃতাৰ্থ হৈ গৈছোঁ। তথাপি মোৰ আশা পূৰ্ণ হোৱা নাই। যি দৰে তোমাৰ পাৰত ৰামচন্দ্ৰই দুষ্ট ৰাৱণক নাশ কৰিবৰ কাৰণে সঙ্কল্প কৰিছিল, সেইদৰে ময়ো কিমান দিনৰপৰা মনে মনে সঙ্কল্প কৰি আছিছোঁ—যদি তোমাৰ কৃপা হয়, তেতিয়া হলে মোৰ অন্তৰৰ পৰা তথা দেশৰপৰা ৰাৱণৰ ৰাজ্য ধ্বংস হব। হে আই! যেতিয়া মই ৰামৰাজ্য স্থাপন হোৱা দেখিম, তেতিয়া আকৌ তোমাক দৰ্শন কৰিবলৈ আহিম। যদি আন একো নহয় তেতিয়াহলে কলংগীৰ স্থিৰ প্ৰবাহৰ দৰে মোক উন্মত্ত কৰি দিয়া, যাৰ দ্বাৰা মই নিঃসঙ্কোচে ধ্যানমগ্ন হৈ এক মনেৰে তোমাৰ সেৱাত ব্ৰতী হৈ থাকিব পাৰোঁ, আন সকলোবোৰ কথাই যেন পাহৰি পেলাওঁ। তোমাৰ পানীত অমোঘ শক্তি আছে। তোমাৰ এক বিন্দু পানীও পেটলৈ গলে সি কেতিয়াও বিফলে যাব নোৱাৰে।

অক্টোবৰ ১৯৩১ চন।

## ১০ ॥ বেদৰ ধাত্ৰী তুঙ্গভদ্ৰা

জলমগ্ন পৃথিবীক নিজৰ চোকা দাঁতেৰে বাহিৰলৈ উলিয়াই বৰাহৰূপী ভগৱানে যি পৰ্ব্বতত নিজৰ ক্লান্তি দূৰ কৰিছিল, সেই পৰ্ব্বতৰ নামেই হৈছে বৰাহ পৰ্ব্বত। যেতিয়া ভগৱানে বিশ্ৰাম লৈছিল, তেতিয়া তেওঁৰ দুয়োপাৰি দাঁতৰপৰা টপ্‌-টপকৈ পানী পৰিছিল আৰু তাৰপৰা কেইবাটাও ধাৰাৰ সৃষ্টি হৈছিল। বাওঁ দাঁতৰ ধাৰাৰপৰা তুঙ্গ আৰু সোঁ দাঁতৰ পৰা ভদ্ৰা নৈৰ জন্ম হল। আজিকালি এই উদ্গম স্থানক গঙ্গামূল আৰু বৰাহ পৰ্ব্বতক বাবাবুদান বোলে। সম্ভৱতঃ বাবাবুদান বৰাহ পৰ্ব্বত নহয়, বৰাহ পৰ্ব্বতৰ প্ৰতিবেশীহে। তুঙ্গাৰ পাৰত শঙ্কৰাচাৰ্য্যৰ শৃঙ্গেৰী মঠ আছে। মই তীৰ্থ হল্লীত তুঙ্গাৰ দৰ্শন কৰিলোঁ। ( কন্নড় ভাষাত হল্লী মানে গাওঁ ) তীৰ্থ হল্লীত বোধহয় এঘণ্টা মান আছিলোঁ আৰু তাত নৈৰ শোভা দেখি বৰ সুখী হৈছিলোঁ। তীৰ্থ হল্লীৰ মহাত্ম্য সম্বন্ধে মই একো নাজানো, কিন্তু কন্নড় ভাষাৰ এটা সাধুকথাত মই তীৰ্থ হল্লীৰ বৰ্ণনা পঢ়িছোঁ। তীৰ্থহল্লীৰ স্মৃতিক সজীৱ কৰি ৰাখিবলৈ মোৰ কাৰণে সেয়েই যথেষ্ট। তুঙ্গাৰ পাৰত থকা শিমোগা নগৰৰ ওচৰলৈ কোনো এসময়ত মই মহাত্মা গান্ধীৰ লগত ফুৰিবলৈ গৈছিলোঁ। সেইকাৰণে এই নৈ মোৰ স্মৃতিৰ পটত জিলিকি আছে। ভদ্ৰাৰ পাৰত বেঁকিপুৰ আছে। ইয়াৰ ভাষাত অগ্নিক বেঁকি বুলি কয়। ভদ্ৰাৰ পানী বেঁকিপুৰৰ জুই নুমাবৰ কাৰণে যথেষ্ট নাছিল। তুঙ্গা আৰু ভদ্ৰাৰ সঙ্গম কুডলীৰ ওচৰত হৈছে। সম্ভৱতঃ এই সঙ্গমত শ্ৰীবাসবেশ্বৰ নামৰ মহাদেৱৰ ভক্ত আছিল। তেওঁ এজন ৰজাৰ প্ৰধান মন্ত্ৰী হৈয়ো লিঙ্গায়ত সম্প্ৰদায় স্থাপন কৰিব পাৰিছিল। বাসবেশ্বৰৰ গদ্য কাব্যৰ শেষত "কুডল সঙ্গম দেৱৰায়া"ৰ প্ৰসঙ্গ বাৰে বাৰে উল্লেখ কৰা হৈছে। তাক পঢ়ি মীৰাবাঈৰ "মীৰা কে প্ৰভু গিৰিধৰ নাগৰ"ৰ কথা মনত নপৰাকৈ নাথাকে। কুডলীৰ ওচৰত যি তুঙ্গভদ্ৰা আছে তেওঁ আগত গৈ কুৰ্ন্নুলৰ ওচৰত মোৰ আই কৃষ্ণাৰ লগত মিলিত হৈছেগৈ। ইয়াৰ মাজত কুমুদৱতী, বৰদা, হৰিদ্ৰা আৰু বেদাৱতী নৈ আহি তুঙ্গভদ্ৰাৰ লগত সংযোগ হৈছে ( বেদাৱতীও

তুঙ্গ ভদ্ৰাৰ নিচিনা নৈবোৰৰ সমষ্টি। বেদ আৰু অৱতি লগ লাগি এওঁৰ জন্ম হৈছে।) এই প্ৰদেশত দুটা সংস্কৃতিৰ সমান প্ৰচাৰ আছে। কিয়নো তুঙ্গভদ্ৰাৰ পাৰতে হৰিহৰৰ নিচিনা পুণ্য নগৰৰ স্থাপন কৰা হৈছিল। শৈৱ আৰু বৈষ্ণৱৰ ভিতৰত থকা কাজিয়া ভাঙিবৰ কাৰণে দুয়োপক্ষৰ কোনো ভক্তই হৰি আৰু হৰ দুয়োকো গোটাই এটা মূৰ্ত্তি সাজিছিল। সেই কাৰণে সেই মন্দিৰৰ দাঁতিত যি নগৰ আছিল তাৰ নাম হৰিহৰ হল। তুঙ্গভদ্ৰা নৈ শিলেৰে ভৰা।_যি ফালেই চোৱা যায় ডাঙৰ ডাঙৰ ঘূৰনীয়া শিলবোৰে নৈত গা ধুই থকা যেন দেখা যায়। এনেকুৱা শিল কেতিয়াবা কেতিয়াবা এই প্ৰদেশৰ দুৰ্গৰ শিখৰতো পোৱা যায়। 'এই শিলৰ ওপৰত বিজয়নগৰ সাম্ৰাজ্যৰ এখন বিৰাট ৰাজধানী আছিল, যেঁতিয়া মই কৃষ্ণনগৰৰ ভগ্নাৱশেষ চাবৰ কাৰণে হোস্পেটসৰপৰা বিৰূপাক্ষলৈ গৈছিলোঁ, তেতিয়া এই ভীম-কায় শিলৰ অট্টালিকা দৰ্শন কৰিছিলো। বিজয়নগৰৰ অতুলনীয় কলাপূৰ্ণ ভগ্ন মন্দিৰ দৰ্শন কৰোঁতে মই আন্তৰিকভাৱে সম্ৰাট কৃষ্ণৰায়ক শ্ৰদ্ধা জ্ঞাপন কৰিছিলো।

ৰাতি বিৰূপাক্ষ মন্দিৰত শোওঁতে মই তিনিশ বছৰ অক্ষুণ্ণ হৈ থকা সেই সাম্ৰাজ্যৰ বৈভৱৰ সপোন দেখিছিলোঁ। পাছদিনা আমি ব্ৰাহ্মমুহূৰ্ত্তত উঠি ওচৰৰ মাতঙ্গ পৰ্ব্বতৰ শিখৰত উঠিলোঁ। তাৰপৰা অৰুণোদয় আৰু তেনেকুৱা কাব্যময় সূৰ্য্যোদয়ৰ দৃশ্য চালোঁ। মাতঙ্গ পৰ্ব্বতৰ শিখৰৰ পৰা তুঙ্গভদ্ৰা দৰ্শন কৰি আমি লাহে লাহে কিন্তু জপিয়াই জপিয়াই তললৈ নামি আহিলোঁ।

যেতিয়া ৰাৱণে সীতাদেৱীক আকাশ পথেদি লৈ গৈছিল তেতিয়া সীতাৰ বল্কলৰ আঁচলৰ চিন ইয়াৰ শিলত লাগি ৰৈ গৈছিল। আজিও ইয়াৰ শিলত তাৰ ৰেখা দেখিবলৈ পোৱা যায়। মাত্ৰ চাৰি বছৰৰ আগতে তুঙ্গভদ্ৰাক কুৰ্ণূলৰ ওচৰত নিজৰ গোটেই জীৱন কৃষ্ণাক অৰ্পণ কৰা দেখিছিলোঁ আৰু তাৰপৰাই মই আত্মত্যাগৰ দীক্ষা লৈছিলোঁ।

এই তুঙ্গভদ্ৰাৰ ওপৰত বান্ধ বান্ধি ইয়াৰ পানী গোট খুৱাই সেই পানীৰে গোটেই প্ৰদেশক সমৃদ্ধ কৰা হব, আৰু সেই পানীৰে বিদ্যুৎ শক্তি উৎপাদন কৰি তাৰ দ্বাৰা ঔদ্যোগিক বিকাশ কৰা হব। মাতৃ-সেৱাৰ জানো কিবা

সীমা আছে? নৈৰ প্ৰবাহত হাতীৰ নিচিনা ডাঙৰ ডাঙৰ শিলবোৰ খহি পৰেনে নাই হাতীৰ নিচিনা শিলৰ মাজত নৈয়ে নিজৰ বাট বিচাৰি লয়। ইয়াৰ সন্ধান কোনে কৰিব? দক্ষিণ কালে বৈদিক সংস্কৃতিৰ বিজয়-সূচনা কৰোঁতা বিজয় নগৰ সাম্ৰাজ্য এই নদীৰ পাৰতে নিৰ্ম্মাণ কৰা হৈছিল, আৰু এই নৈৰ পাৰতে সি কেঁচা কলহৰ দৰে ভাগিও পৰিছিল। আগতে বিজয় নগৰ সাম্ৰাজ্যৰ কীৰ্ত্তি পতাকা চাৰিওদিশে উৰি আছিল। চীনৰ সম্ৰাট, বাগ্‌দাদৰ বাদচাহ আৰু বিজয়নগৰৰ মহাৰাজাধিৰাজ এই তিনিওৰে ঐশ্বৰ্য্য-বিভূতি সকলোতকৈ শ্ৰেষ্ঠ বুলি মনা হৈছিল। সেই সময়ত বাৰু তুঙ্গ-ভদ্ৰা আজিৰ নিচিনা আছিলনে নাই? নহলে কেনেকুৱা আছিল? নৈ মানুহৰ কৃতিত্ব নেকি যাৰ দ্বাৰা তেওঁৰ বৈভৱৰ উত্থান আৰু পতন হয়?'

যিদৰে মুল্লা আৰু মুঠা লগ লাগি মুল্লা-মুঠা নৈ হল সেইদৰে তুঙ্গা আৰু ভদ্ৰা নৈৰ সঙ্গমত তুঙ্গভদ্ৰা নৈৰ জন্ম হল। 'দ্বন্দ্বঃ সামাসিকস্য চ' ৰ নীতি অনুসৰি এই দুয়ো নৈৰ ভিতৰত অলপো উচ্চ-নীচৰ ভেদভাৱ নাই। নিজৰ নামানুসৰি দুয়ো একেলগে বৈ থাকে। প্ৰাচীন কালৰপৰা এই নৈৰ পানীত থকা মধুৰতা আৰু সৰসতা গুণৰ প্ৰশংসা কৰি অহা হৈছে। ভক্তসকলে সকলো নৈকে অন্তৰেৰে সৈতে গ্ৰহণ কৰিছে। 'গঙ্গাত স্নান আৰু তুঙ্গাত পান' কৰিলে মানুহে মুক্তি পায়। যদি মটৰেৰে নগলোঁহেঁতেন, তেতিয়াহলে মই তুঙ্গভদ্ৰাৰ বহুত ঠাই বিভিন্ন ধৰণেৰে চালোঁহেঁতেন। তুঙ্গভদ্ৰা এক মহান সংস্কৃতিৰ প্ৰতিনিধি। আজিও বেদাধ্যায়ী লোকসকলৰ ভিতৰত তুঙ্গভদ্ৰাৰ পাৰত থকা ব্ৰাহ্মণসকলৰ উচ্চাৰণ আদৰ্শ স্থানীয় আৰু প্ৰামাণ্য বুলি গ্ৰহণ কৰা হয়। যদিও বেদৰ মূল-অধ্যয়ন সিন্ধু আৰু গঙ্গাৰ পাৰত হৈছিল, তথাপি সায়নাচাৰ্য্যৰ সময়ৰপৰা বেদৰ প্ৰকৃত ৰক্ষণ আৰু সন্মান তুঙ্গভদ্ৰাৰ পাৰতহে হৈছে।

১৯২৬-২৭ চন।

## ১১ ॥ নেল্লুৰৰ পিনাকিনী

নেল্লুৰ মানে হৈছে—ধানৰ গাওঁ। দক্ষিণ ভাৰতৰ ইতিহাসত নেল্লুৰে নিজৰ নাম চিৰস্থায়ী কৰি ৰাখিছে। বেজৱাডেদি মাদ্ৰাজলৈ যাওঁতে নেল্লুৰ পোৱা যায়।

ভাৰত সেৱক সমাজৰ স্বৰ্গীয় হনুমন্ত ৰাৱে নেল্লুৰৰপৰা অলপ আগলৈ পল্লী-পাড়ু নামৰ গাঁৱত এখন আশ্ৰম পাতিছিল। সেই আশ্ৰম চাবলৈ যাওঁতে সুভগ-সলিলা পিনাকিনীক দৰ্শন কৰিলোঁ। শ্ৰীমতী কনকম্মাৰ পৱিত্ৰ হাতেৰে কটা সূতাৰ চুৰিয়া উপহাৰ গ্ৰহণ কৰি আমি আশ্ৰম চাবলৈ গলোঁ। বহুত দূৰলৈকে কেৱল বাগিচাই বাগিচা আছিল। ইপিনে সিপিনে খালবোৰৰ পানী নাচি আছিল আৰু চাৰিওপিনৰ দৃশ্য সচাঁকৈয়ে বৰ মনোৰম আছিল।

ইয়াৰ পাছত বালি পালোঁহি। আগ ফালে, পাছ ফালে, সোঁ-ফালে, বাওঁ ফালে কেৱল বালিয়েই বালি। নিজৰ ইচ্ছানুসৰি বতাহে চাৰিওফালে বালিৰ দ'ল সাজিছে আৰু আকৌ যেতিয়া ইচ্ছা হৈছে তেতিয়া তাক অনায়াসে খহাই পেলাইছে। এনেকুৱা বালিত শান্তিৰে বাস কৰা দীৰ্ঘকায় তাল গছবোৰ আনন্দত নাচি আছিল। তেওঁলোকে ৰ'দত অস্থিৰ হৈ নিজেই নিজৰ গাত চামৰ মাৰিছিল নে আমাৰ নিচিনা পথিকৰ প্ৰতি মৰম দেখুৱাই বিচনি মাৰি আছিল এইটো কথা জানো তালগছে কেতিয়াবা স্পষ্ট কৰিছে? তপস্বীয়া ৰ'দে ধৰ্ম্মপৰায়ণ ব্ৰাহ্মণৰ দৰে কঠোৰ তপস্যা কৰি আছিল। ভৰি পুৰি গৈছিল। মূৰ গৰম হৈ উঠিছিল। শৰীৰৰ মাজৰ ভাগক সমবেদনা জনাবৰ কাৰণে পিয়াহেও নিজৰ কাম কৰিছিল।

এইদৰেই ত্ৰিবিধ তাপত তপ্ত হৈ আমি আশ্ৰম পালোঁহি। তাত মই এটা টিলাত উঠিলোঁ আৰু হঠাৎ পিনাকিনীৰ তৰল প্ৰবাহে মোৰ দৃষ্টি আকৰ্ষণ কৰিলে। কিমান শীতল আছিল সেই দৰ্শন। ঘেঁহুৰ আটাৰ দৰে বগা বালিৰ ওপৰত স্ফটিকৰ দৰে পানী বৈ আছিল আৰু ওপৰৰ পৰা পৰিছিল ভাস্কৰৰ প্ৰখৰ কিৰণ। এনেকুৱা সৌন্দৰ্য্যৰ বৰ্ণনা কিদৰে কৰা

যায়, যেন কণৰ বৰৰ কোঁঠালী ভাটিৰ তাপ সহিব নোৱাৰি ভাগিহে গৈছে।

বতাহে দিশ সলালে, পিনাকিনীৰ ওপৰেদি বৈ অহা শীতল বতাহে গোটেই শৰীৰক আনন্দ দিবলৈ ধৰিলে। ওচৰৰে এজোপা অমৰা গছৰ এটা ডালত উঠি দুটা ডালৰ এখন আৰামী চকি পাতি তাতে বহিলোঁ। দূৰত তাল গছবোৰ নাচি আছিল। আৰু পিনাকিনীয়ে নিজৰ শীতল বায়ু বিলাই দিছিল। নন্দন-কাননত জানো ইয়াতকৈ অধিক সুখ পোৱা যায়?

নৈৰ পাৰৰ এই কাব্য পান কৰি নয়ন তৃপ্ত হৈ পৰিল। এই স্বৰ্গীয় আম্ৰশাখাৰ আসনখন যদি ভগাৰ ভয় নাথাকিল হেঁতেন, তেতিয়াহলে মই সেই জাগ্ৰত অৱস্থাৰ দৰে সপোনতো কাব্যৰ অনুভৱ কৰিলোঁ হেঁতেন।

পিনাকিনীৰ পট বহুত বহল। বৰ্ষা ঋতুত এওঁ ৰুদ্ৰাৱতাৰ ধাৰণ কৰে বুলি শুনা যায়। এওঁৰ এই লীলাৰ বৰ্ণনা শুনি মই মনে মনে ইয়াকে ভাবিলোঁ যে পিনাকিনীৰ প্ৰতি মানুহৰ অদ্ভুত ভক্তি আছে। আচলতে পিনাকিনী দুখন নৈ। মই যিখন দেখিছিলোঁ সেইখন উত্তৰ পিনাকিনী অথবা পেন্নেৰ। এওঁ একেবাৰে নন্দী দুৰ্গৰ পৰা আহিছে। তাৰপৰা আহোঁতে এওঁ জয়-মঙ্গলী, চিত্ৰাৱতী আৰু পাপঘ্নীৰ পানীও লৈ আহিছে। এই নৈবোৰৰ পৰা মানুহৰ বৰ উপকাৰ হৈছে। এতিয়া তুঙ্গভদ্ৰাৰ অলপ পানীও পেন্নেৰে পাব। সেই সকলোবোৰ ধান উৎপাদনৰ সহায়ক হব।

১৯২৬-২৭ চন।

## ১২ ॥ জোগ প্ৰপাত

সৰালি কালত যেতিয়া পশ্চিম সাগৰৰ পাৰৰ কাৰবাৰত আছিলোঁ, তেতিয়াৰপৰাই মই গিৰসপ্পাৰ সম্বন্ধে শুনি আহিছিলোঁ। তেতিয়া মই কাবেৰী নৈ পৰ্ব্বতৰ ওপৰৰপৰা তললৈ বাগৰি আহিছে বুলি শুনিছিলোঁ আৰু তেওঁৰ প্ৰচণ্ড শক্তিৰ সম্বন্ধেও শুনিছিলোঁ। তেওঁৰ হেনো ইমান বিৰাট গৰ্জ্জন যে দুমাইল আঁতৰত যদি এটাৰ ওপৰত আন এটা কলহ থোৱা হয়

তেনেহলে ই বতাহৰ বেগত বাগৰি পৰে। তেতিয়া ভাবিছিলোঁ এই প্ৰপাতৰ শব্দ বাৰু কিমান দূৰলৈকে যাব পাৰে? পাছত যেতিয়া ভূগোল পঢ়িবলৈ ধৰিলোঁ তেতিয়া মনত সন্দেহ জাগিছিল যে কাবেৰীৰ উদ্গম স্থান কুৰ্গত আছে আৰু ই গৈ পূব-সাগৰত মিলিছেগৈ। তেওঁ পশ্চিম ঘাটৰ পৰ্ব্বতৰ ওপৰৰ পৰা তললৈ বাগৰিব নোৱাৰে। তেতিয়াহলে যিখন নৈ গিৰসপ্পাত পৰিছেহি সেইখন আন নৈহে হব। তেওঁৰ যিমান সম্ভৱ সোনকালে হোন্নাবৰৰ ওচৰত পশ্চিম সাগৰৰ লৈতে মিলিব লগীয়া আছিল। এই কাৰণে এহেজাৰ ডেৰ হেজাৰ ফুট ওপৰৰ পৰা জপিয়াই পৰিছিল। সেই নৈৰ নাম বাৰু কি হব?

নায়গ্ৰা প্ৰপাতৰ কেইবাটাও বৰ্ণনা মই পঢ়িবলৈ পাইছিলোঁ। প্ৰকৃতি মাতৃয়ে আমেৰিকাক এই অদ্ভুত ভূষণ পিন্ধাই দিছে। গোটেই বিশ্বৰ মানুহ ইয়াক চাবলৈ যায়। কিছুমান মানুহে লোহাৰ বাকচত বহি সেই প্ৰপাত পাৰ হবলৈ প্ৰযত্ন কৰিছিল—এনে বৰ্ণনাবোৰ মই যিমানেই বেচি পঢ়িবলৈ ধৰিলোঁ সিমানেই মোৰ কৌতূহল বাঢ়িবলৈ ধৰিলে। ভূগোলত দিয়া ছবি আৰু কথা-ছবিৰ দ্বাৰা নায়গ্ৰাৰ গোটেই দৃশ্য মোৰ চকুৰ আগত নাচি উঠিল। এই দৰে নায়গ্ৰাৰ অপ্ৰত্যক্ষ দৰ্শনৰ কথা যিমানেই পঢ়িবলৈ ধৰিলোঁ, সিমানেই সৰু কালত শুনা সেই গিৰসপ্পা প্ৰপাতৰ প্ৰতি মোৰ ভক্তি ভাব বাঢ়ি উঠিল। শেহত যেতিয়া শুনিলো যে নায়গ্ৰা মাত্ৰ ১৬৪ ফুট ওখৰ পৰাহে পৰে, কিন্তু গিৰসপ্পাৰ উচ্চতা ৯৬০ ফুট, তেতিয়া মোৰ গৰ্ব্বৰ সীমা নাইকিয়া হল। পৃথিবীৰ সকলোতকৈ শ্ৰেষ্ঠ আৰু বিৰাট পৰ্ব্বত ভাৰতবৰ্ষত আছে। সিন্ধু, গঙ্গা আৰু ব্ৰহ্মপুত্ৰৰ নিচিনা নৈবোৰৰ কাৰণে যি কোনো দেশেই নিশ্চয় গৰ্ব্ব অনুভৱ কৰিব পাৰে। আমাৰ ইয়াত সকলোতকৈ দীঘল নৈ আছে। আমেৰিকাৰ দুখন নৈৰ দীৰ্ঘতাক গোটালেহে আমাৰ এখন নৈৰ সমান হব। মিচৌৰী আৰু মিচিচিপীক যদি বেলেগে বেলেগে ধৰা যাও তেতিয়াহলে তাৰ দীৰ্ঘতা কিমান হব? পৃথিবীৰ ভিতৰত যি দৰে ভাৰতবৰ্ষৰ ইতিহাসেই সকলোতকৈ প্ৰাচীন সেই দৰেই ভাৰতবৰ্ষৰ ভূ-ৰচনাও পৃথিবীৰ ভিতৰত আচৰিত।

ভাৰতবৰ্ষ কেৱল প্ৰপাতৰ ক্ষেত্ৰতে পৰাজিত হব নেকি? অশোকৰ

নিচিনা দ্বিতীয় সম্ৰাট যে পৃথিবীত আৰু হোৱা নাই এই কথা গোটেই বিশ্বই স্বীকাৰ কৰিছে। ভূগোলতো মানুহে এই কথা স্বীকাৰ কৰা উচিত যে ভৰ্যতাৰ ফালৰপৰা গিৰসপ্পা ৰ ( ইয়াৰ আচল নাম জোগ ) লগত প্ৰতিদ্বন্দ্বিতা ক'ৰিব পাৰে এনেকুৱা দ্বিতীয় জলপ্ৰপাত আৰু সংসাৰত নাই।

কাৰকল ৰাজকীয় পৰিষদৰ কাৰণে যেতিয়া মই দক্ষিণ কৰ্ণাটলৈ গৈছিলোঁ। তেতিয়া অকুৱা ঘাট পাৰহৈ শিমোগাইদি গিৰসপ্পা চাবলৈ যাম বুলি ভাবিছিলোঁ; কিন্তু সি সম্ভৱ হৈ নুঠিল। "মনসা চিন্তিতং কাৰ্য্যং দৈৱেনান্যত্ৰ নীয়তে।"

এই চিৰসঞ্চিত আশাৰপৰা মই চিৰদিনৰ কাৰণে বঞ্চিত হলোঁ বুলিয়েই ধৰি ললোঁ, গিৰসপ্পাৰ দৰ্শন মনে মনে কৰিব লাগিব ইয়াকে ভাবি ঠিক কৰিলোঁ।

কিন্তু পাছত এইটো কথা মই জানিব পাৰিলো যে জোগ-প্ৰপাত মহীশূৰ ৰাজ্যৰ সীমাৰ ভিতৰত। তালৈ যাবলৈ দুটা বাট আছে। ওপৰৰ বাটটো হৈছে শিমোগা সাগৰেদি—আৰু আনটো নৈৰ মুখেদি। এইফালে হোন্নাবৰ বন্দৰেদি নাৱেৰে হাবি পাৰহৈ গিৰসপ্পা গাঁৱলৈ যাব লাগে আৰু তাৰপৰা ঘাট পাৰ হব লাগে। দুয়োটা বাটেদি অহা মানুহে কয় যে এফালৰ শোভা আনফালে দেখা পোৱা নাযায়। এফালৰ শোভা যে আনফালৰ শোভাতকৈ তুচ্চ সেইটো কোৱা অসম্ভৱ। এটা বাটেদি গৈ যদি আন ফালৰ দৃশ্যৰ লগত সাক্ষাৎ নহয়, তেতিয়া হলে এইটো স্বীকাৰ কৰিব লাগিব যে মই জোগ-প্ৰপাতৰ আধাহে দেখিলোঁ।

গুজৰাটত যেতিয়া বানপানী হৈছিল সেই সময়ত গান্ধীজী অসুস্থ শৰীৰেৰে বাঙ্গালোৰত আছিল। মই তেখেতক দেখা কৰিবলৈ গৈছিলোঁ। তাৰপৰা মহীশূৰ ৰাজ্য ঘূৰি পকি গান্ধীজী আহি সাগৰ পালেহি। শ্ৰীগঙ্গাধৰ ৰাও আৰু শ্ৰীৰাজগোপালাচাৰ্য্য তেখেতৰ লগত আহিছিল। সাগৰ পোৱাহিৰ পাছত গিৰসপ্পা চাবলৈ নোযোৱা মোৰ কাৰণে অসম্ভৱ কথা আছিল। মটৰেৰে মাত্ৰ এঘণ্টাৰ বাট। আমি শিমোগাৰ তুঙ্গাৰ পাৰত ফুৰিবলৈ যাওঁতে, মই গান্ধীজীক আগ্ৰহেৰে কলোঁ—"আপুনি গিৰসপ্পা চাবলৈ নাযায়

নে? লর্ড কার্জন কেৱল গিৰসপ্পা চাবৰ কাৰণেই ইয়ালৈ আহিছিল। এই ফালেনো আকৌ ক'ত অহা হব?" গান্ধীজীয়ে কলে—"মই মোৰ ব্যক্তিগত সুখৰ কাৰণে ইমানখিনি সময়ো খৰচ কৰিব নোৱাৰোঁ। তুমি জকৰ চাই আহা। যদি তুমি চাই আহা তেতিয়া হলে বিদ্যাৰ্থীসকলক ভূগোলৰ এই পাঠ পঢ়াব পাৰিবা।" মই আকৌ তেখেতক যুক্তি দেখুৱালোঁ যে ই সংসাৰৰ এটা অদ্ভুত দৃশ্য। নায়গ্ৰাতকৈ জোগ প্ৰপাত দুগুণ ওখ। ইয়াত ৯৬০ ফুট ওপৰৰপৰা পানী বাগৰে। আপুনি এবাৰ তাক নিশ্চয় চোৱা উচিত।

তেখেতে সুধিলে—"বৰষুণৰ পানী বাৰু আকাশৰ কিমান ওপৰৰপৰা পৰে?" এইবাৰ মই হাবি গলোঁ। মনে মনে কলোঁ :—

"স্থিতধীঃ কিং প্ৰভাষেত কিমাসীত ব্ৰজেত কিম্?"

মই জানিছিলোঁ যে গান্ধীজী সঙ্গীতৰ দৰে সৃষ্টি সৌন্দৰ্যাৰ প্ৰতিও আগ্ৰহশীল। ফুৰিবলৈ যাওঁতে সূৰ্য্যাস্তৰ শোভাৰ ফালে আৰু মেঘৰ আবৰত অকলশৰে তুমি চাই থকা তৰাৰ ফালে তেখেতে যে কোনো সময়ত মোৰ দৃষ্টি আকৰ্ষণ কৰা নাছিল এনে নহয়। কিন্তু গান্ধীজীৰ নিচিনা জনসেৱকেনো বাৰু নিজৰ স্বাৰ্থপৰতাৰ পৰিচয় কেনেকৈ দিব?

"কুলশিখৰিণঃ ক্ষুদ্ৰা নৈতে ন বা জলাশয়াঃ।"

আগৰটো কথা যেতিয়া ইমানতে শেষ হৈ গল, তেতিয়া মই তাকো আনধৰণে এইটো প্ৰসঙ্গ আৰম্ভ কৰিলোঁ—"আপুনি নাযায় কাৰণে মহাদেৱ ভায়ো নাযায়। আপুনি যদি তেখেতক যাবলৈ কয়, তেতিয়া হলে তেখেত নিশ্চয় যাব।"

"তেওঁৰ যদি ইচ্ছা হয়, তোমাৰ লগত যাব পাৰে। মই কাকো বাধা নিদিওঁ। কিন্তু তেওঁ নাযায় কাৰণ মইয়েই যে তেওঁৰ গিৰসপ্পা।"

আমি হৈছোঁ সাংসাৰিক মানুহ। পৰ্ব্বতৰ ওপৰৰপৰা বাগৰা জলপ্ৰপাতক যদি আমি নিজৰ চকুৰে নাচাওঁ, তেতিয়াহলে আমাৰ অন্তৰ তৃপ্ত নহয়। সেই কাৰণে খোৱাৰ আগতে আমি সাগৰৰপৰা বাওনা হলোঁ। মটৰৰ সহায়েৰে হাবি পাব হবলৈ ধৰিলোঁ। যেতিয়া বেলত কাম কৰা মানুহে পৰ্ব্বত খান্দি সুৰঙ্গ সাজে, তেতিয়া আমি বৰ আচৰিত হওঁ। কিন্তু

যঘৰ গাঁৱতকৈও ডাঠ সন্থাম্ৰিৰ হাবিত ৰাস্তা তৈয়াৰ কৰা তাতোকৈও অধিক কঠিন কাম। ইয়াত 'ডিনামাইটে' কাম নকৰে। গুৰি কাটি পেলোৱৰে পাছত একোপা একোপা গছ তাৰণৰা আঁতৰ কৰা হিন্দু-মুসলমানৰ কাজিয়া মিট্‌মাট কৰাতকৈয়ো টান কাম। যিদৰে মানুহে খণ্ডালাঘাটৰ আন্ধাৰ গুহাৰ ভিতৰলৈ সোমাই গলে অদ্ভুত ৰমণীয়তা অনুভৱ কৰে, এই হাবিতো তেনেকুৱা ধৰণৰ পৰিস্থিতিৰ সৃষ্টি হয়। এনেকুৱা হাবিত হাতী, বাঘ আৰু সাপৰ নিচিনা প্ৰাণীহে শোভা পায়। ইয়াত মানুহক একেবাৰে তুচ্ছ প্ৰাণী যেন লাগে। এনেকুৱা বোধ হয় যেন এওঁলোকনো ক'ৰপৰা আহিল। কোনোমতে আমি হাবি পাৰ হৈ শৰাৱতীৰ পাৰ পালোঁহি। ইয়াত তেওঁক ভাৰতীও বোলে।

ইয়াৰ মানুহে যদি এই নৈৰ মহিমা গঙ্গাতকৈ বাৰ গুণ বেছি বুলি কয়, তেতিয়াহলে আমি তেওঁলোকৰ লগত কাজিয়া-পেচাঁল নকৰোঁ। প্ৰত্যেক সন্তানে নিজৰ মাকক সৰ্ব্বশ্ৰেষ্ঠ বুলি নাভাৱে জানো? পানীৰ টোপাল ৰিম্-ঝিম্, ৰিম্-ঝিম কৈ পৰি আছিল। ইয়াত গগন ভেদী মহাবৃক্ষ আৰু সৰু-ডাঙৰ গছ লতাও আছিল। ডুবৰী বন (অমৰ ঘাঁহ) আৰু শেলাই (শৈৱাল)ৰ নিচিনা সৰু বস্তুবোৰেও ইয়াত ঠাই পাইছিল। নৈৰ পানী কিমান শীতল আৰু গভীৰ তাক পৰীক্ষা কৰিবৰ কাৰণেই যেন সেই পাৰৰ সৰু ডাঙৰ গছ বোৰে হাতৰ নিচিনা পাতবিলাক পানীত সুমাই থৈছিল। কুৰলীৰ মাজত কেইডোখৰমান ডাৱৰ এলেহুৱা ষাঁড়ৰ দৰে ইফালে সিফালে ঘূৰি ফুৰিছিল। নৈক দেখিলে সদায়েই এটা প্ৰশ্ন জাগে, এই নৈ ক'ৰ পৰা আহিছে আৰু কলৈ যাব? নৈ ক'ৰ পৰা আহে এই প্ৰশ্নই মোৰ মনত সদায় উথল-মাথল লগাই থাকে। আনৰ মনতো এইটো প্ৰশ্ন জাগে চাগৈ! ইয়াৰ কাৰণ কি? নৈ ক'লৈ যায় সেইটো চোৱা নিচেই সহজ। যদি নৈত জপিয়াই পৰোঁ, তেতিয়াহলে তেওঁ অনায়াসে আমাক নিজৰ লগত লৈ যাব। সিমান সহজ যদি নহয়, তেতিয়াহলে দুই একোপা গছৰ গুৰি কাটি তাক নৈত পেলাই তাৰ ওপৰত বহি যাব পাৰোঁ। কিন্তু নৈ ক'ৰপৰা আহে ইয়াক চাব খুজিলে প্ৰতিকূল গতিত যাব লাগিব। এনেকুৱা কাম কেৱল ঋষি-মুনি সকলেহে কৰিব পাৰে। সেই দিনাৰ দৃশ্য এনেকুৱা আছিল

যাৰ কাৰণে মনত সন্দেহ হৈছিল যে ভাৰতী বা শৰাৱতীৰ পানী পৰ্ব্বতৰপৰা আহিছেনে মেঘৰ পৰা।

আমি নাৱত বহি সিপাৰলৈ গলোঁ। দাঁতিৰ মাটিৰ পৰা কেইবাটাও কুমলীয়া কুমলীয়া জুৰি জপিয়াই জপিয়াই নৈত পৰিছিল। তাৰপৰা আমি সহজে অনুমান কৰিব পাৰিছিলোঁ যে আগদিনা ভয়ানক বৰষুণ হোৱাৰ কাৰণে নৈৰ পানী অলপ বাঢ়িছে। আজি পানী প্ৰায় পাঁচ ফুট কমিছে। আমাৰ নাৱে আমাক ঘাটত নমাই দি আন যাত্ৰী আনিবলৈ গল। শান্ত পানীত যেতিয়া নাওঁবোৰ সো-সোৱাই শব্দ কৰি আহি থৈ থাকে সেই সময়ৰ দৃশ্য কিমান সুন্দৰ যেন লাগে। যেতিয়া সেই নাৱে আমাৰ প্ৰিয় জনক নিজৰ তলিত আশ্ৰয় দি তেওঁলোকক গভীৰ পানীৰ মুখৰ পৰা টানি আনে তেতিয়া চিন্তাৰ কোনো কাৰণ নাথাকিলেও মনত আশঙ্কা নোহোৱাকৈ নাথাকে। ৰাজগোপালাচাৰ্য্যই নিজৰ জীয়েক আৰু পুতেকক লৈ নাৱত বহিব খুজিছিল। মই তেখেতক কলোঁ—"আমাৰ পূৰ্ব্বপুৰুষ সকলে কৈ গৈছে যে এটা পৰিয়ালৰ সকলোবোৰ মানুহ একেলগে নাৱত উঠা উচিত নহয়। লাগিলে আপুনি আমাৰ লগত আহক, নহলে আপোনাৰ পুতেকক আমাৰ লগত দিয়ক। দুয়ো একেলগে যাব নোৱাৰে।" লগৰীয়া সকলে এই প্ৰথাৰ সমালোচনা কৰিবলৈ ধৰিলে। কোনোৱে এই কথা স্বীকাৰ কৰিলে আৰু কোনোৱে আন কিবা ভাবিলে; কিন্তু কোনেও এই কথা দ'কৈ ভাবি নাচালে যে সৰ্ব্বনাশৰ সম্ভাৱনাৰ হাতৰ পৰা ৰক্ষা পাবৰ কাৰণেহে এই নিয়ম কৰা হৈছে। এই অৰ্থ স্পষ্ট কৰি সেই সময়ৰ বায়ু মণ্ডলক বিষন্ন কৰিবৰ মোৰ ইচ্ছা নাছিল। সেই কাৰণে পূৰ্ব্বপুৰুষ সকলৰ বুদ্ধিৰ নিন্দা শুনি শুনি সিপাৰ পালোঁগৈ। যেতিয়া নাওখন নৈৰ মাজ পালেহি তেতিয়া মন্ত্ৰ গাই আচমন কৰিবলৈ মই পাহৰা নাছিলোঁ। নৈৰ দৰ্শন কৰোতে স্নান, পান আৰু দানৰ বিধি থকা উচিত। তেতিয়াহে নৈৰ লগত সম্পূৰ্ণ ভাবে সাক্ষাৎকাৰ হল বুলি কব পাৰি।

এইবাৰ দ্বিতীয় দলো আহিল আৰু আমি আলিবাটৰ সোঁ-ফালে যাবলৈ ধৰিলোঁ। সেইটো নৈৰ বাওঁ পাৰ আছিল। মচজিদৰ স্তম্ভৰ দৰে বাটৰ কাষত ডাঙৰ ডাঙৰ গছবোৰ থিয় হৈ থকা দেখি আমাৰ বৰ আনন্দ হল।

আমাৰ দলটো ইমান ডাঙৰ আছিল যে চাওঁতে চাওঁতে এই নিৰ্জন অৰণ্যৰ চাৰিওফাল আমাৰ কথা-বাৰ্ত্তা আৰু হাঁহি-ধেমালিৰে মুখৰিত হৈ পৰিল। কিন্তু কিমান সময়? আমি অলপ দূৰ যোৱাৰ পাছতে নৈয়ে নিজৰ গম্ভীৰ ধ্বনি শুনাবলৈ আৰম্ভ কৰিলে। কিহৰ লগত এই স্বৰৰ উপমা দিয়া যায়? এনেকুৱা গম্ভীৰ শব্দ আগতে কৰবাত শুনা হলে নিশ্চয় উপমা দিব পাৰিলোঁহেতেন।

মেঘৰ গাজনি নিশ্চয় বৰ ভয়ানক যেন লাগে। আৰু এইটো সঁচা যে সি আকাশ কঁপাই দিয়ে। কিন্তু সেই গাজনি-ঢেৰেকনি সদায় শুনিবলৈ পোৱা নাযায়। ইয়াত অবিৰামভাবে এই ধ্বনি শুনি শুনি আপুনি ক্লান্ত হৈ পৰিব। ইয়াত মেঘবোৰ ফাটি পৰিছে নেকি? নহলে বৰ টোপ ফুটিছে? অথবা পৰ্ব্বতৰ ডাঙৰ ডাঙৰ শিলবোৰ ফাটি পৰিছে? নহলে নৈয়ে নিজৰ মৌনতা ত্যাগ কৰি মহাৰুদ্ৰৰ স্তৱ গান গাইছে। "এতিয়া আকৌ কি দৃশ্য দেখিম?" "এতিয়া আকৌ কি দৃশ্য দেখিম?"—চাৰিওফালে এই দৰে কৌতূহলপূৰ্ণ দৃষ্টিৰে চাই চাই আমি যাত্ৰী নিবাস (ডাক বঙলা) পালোগৈ। ইয়াৰ পৰা জলপ্ৰপাত আটাইতকৈ ভালকৈ দেখা যায়। ইয়াত মহীশূৰ ৰাজ্যৰ ফালৰপৰা এটা অতিথিশালাও সজোৱা হৈছে। আমি নিৰীক্ষণৰ ঠাই পালোঁহি। কিন্তু ই কি। চাৰিওফালে কুঁৱলীৰ বাহিৰে আৰু একো দেখা নাযায়। জলপ্ৰপাতে নিজৰ গম্ভীৰ শব্দেৰে গোটেই উপত্যকা মুখৰিত কৰি তুলিছিল। ভৰ দুপৰীয়াও সূৰ্য্যৰ দৰ্শন নহল। যিফালেই চোৱা যায় কেৱল কুঁৱলী আৰু কুঁৱলী। কুঁৱলীৰ ডাঠ আৱৰণে যেন কুৰুক্ষেত্ৰৰ মহাযুদ্ধহে সৃষ্টি কৰিছে আৰু জোগ প্ৰপাতে নিজৰ স্বৰৰ দ্বাৰা তেওঁলোকক সহযোগিতা কৰিছে। ইমান আশাৰ সৈতে অহাৰ পাছত এনেকুৱা ধৰণৰ দৃশ্য দেখিম বুলি আমি কেতিয়াও ভৱা নাছিলোঁ। মিনিটৰ পাছত মিনিট পাৰ হবলৈ ধৰিলে আৰু আমাৰ নিৰাশাৰ লগে লগে কুঁৱলীও ডাঠ হৈ আছিল। অৱশেষত আমি মৌনতা ভঙ্গ কৰি নিজৰ ভিতৰত কথা-বতৰা পাতিবলৈ আৰম্ভ কৰিলোঁ। কথা পাতিবলৈ তেনেকুৱা কোনো বিশেষ বিষয় নাছিল। কিন্তু নিৰাশাৰ ৰিক্ততাক পূৰ্ণ কৰিবলৈ কিবা প্ৰয়োজন আছিল। ইন্দ্ৰদেৱ কুপিত হ'লনে নাই বৰুণদেৱ অপ্ৰসন্ন হল? মই

তাকে ভাবি আছিলোঁ। এনেতে বায়ু দেৱতাই কৃপা কৰিলে, এক মুহূৰ্ত্ত —মাত্ৰ এক মুহূৰ্ত্তৰ কাৰণে—কুঁৱলীৰ সেই ডাঠ আৱৰণ আঁতৰি গল। যাৰ কাৰণে গোটেই জীৱন ব্যাকুল হৈ আছিলোঁ, শেহত সেই অপূৰ্ব্ব দৃশ্য নয়ন গোচৰ হল। যিদৰে মহাদেৱৰ মূৰৰ ওপৰত গঙ্গাৰ অৱতৰণ হৈছিল, সেইদৰে এটা বিৰাট জল-প্ৰপাত তলৰণৰা বাহিৰলৈ ওলাই হাতীৰ নিচিনা ডাঙৰ ডাঙৰ শিলৰ ওপৰেদি বাগৰি চাৰিও ফালে তাৰ ফোৰাৰা উৰাইছিল।

নহয়। এই দৃশ্যৰ বৰ্ণনা শব্দৰ দ্বাৰা হব নোৱাৰে। আচৰিত হৈ মই কৈ পেলালোঁ।

নমঃ পুৰস্তাদথ পৃষ্ঠতস্তে নমোঽস্তুতে সৰ্ব্বত এব সৰ্ব্ব।
অনন্তবীৰ্য্যামিতবিক্ৰমস্ত্বং সৰ্ব্বং সমাপ্নোষি ততোঽসি সৰ্ব্বঃ॥

, তৎক্ষণাত আগফালৰ সেই হাতীৰ নিচিনা শিলে প্ৰপাতৰূপী জঁটাবোৰক জোকাৰি কলে—

সুদুৰ্দ্দশমিদংৰূপং দৃষ্টবানসি যন্মম।
দেৱা অপ্যস্য ৰূপস্য নিত্যং দৰ্শনকাংক্ষিণঃ॥

আকৌ আগৰ দৰে কুঁৱলীৰ আৱৰণ ডাঠ হৈ পৰিল আৰু আমাৰ অৱস্থা এনেকুৱা হল যেন আমি যি দৃশ্য দেখিছিলোঁ সেই সকলোবোৰ স্বপ্ন আছিল, মায়া আছিল; আছিল মতিভ্ৰম। সেই বিস্তীৰ্ণ গুহা, সেই বিশাল পাত্ৰ, সেই ভয়ঙ্কৰ গাম্ভীৰ্য্য আৰু তাৰ মাজত সেই অদ্ভুত প্ৰপাত আৰু তাৰ ফোৰাৰাবোৰ! গোটেই দৃশ্য কল্পনাতীত আছিল। সেই বিশ্বাস দৃঢ় হোৱাৰ আগতে আমি নিজৰ চকুৰে যি দৃশ্য দেখিছিলোঁ সি আছিল বাস্তৱিক —।

কুঁৱলীৰ ক্ষীৰসাগৰ আকৌ বিয়পি পৰিল। আমি আগ ফালৰ কাব্যৰ জগত নিমগ্ন হৈ পৰিলোঁ। এতিয়া কোনেও কাকো মতা নাছিল। যি দেখিছিল সকলোৱে কেৱল সেই সম্বন্ধেই ভাবি আছিল। যি ঠাইত একোৱেই নাছিল তাত ইমান ডাঙৰ আৰু গম্ভীৰ সৃষ্টিৰ জন্ম কৰপৰা হল; আৰু চাওঁতে চাওঁতে ই ক'ত লুকাই গল? এই আচৰিত প্ৰশ্নই আমাক সকলোকে চিন্তাগ্ৰস্ত কৰি তুলিলে। মনতে ভাবিলো—লাগিলে

এক মুহূৰ্ত্তৰ কাৰণেই হওক যি চাৰলগীয়া আছিল তাক চালোঁ। আচৰিত ধৰণেৰে দেখিলোঁ। এক মুহূৰ্ত্তৰ কাৰণে যাক দৰ্শন কৰিলোঁ তাৰ স্মৰণ আৰু মননৰ যোগে আমি বহুত সময় কটাই দিব পাৰোঁ। এনেতে এই শুভ্ৰ জটাধাৰী শিলে আকৌ কলে :—

"ব্যপেতভীঃ প্ৰীতমনা পুনস্থং তদেৱ মে ৰূপমিদং প্ৰপশ্য।"

কুঁৱলীৰ আৱৰণ আঁতৰি গল। এতিয়া ইপাৰৰপৰা সিপাৰলৈ সকলো স্পষ্ট হৈ পৰিল। আগ ফালৰ একেবাৰে বাওঁফালৰ সীমান্তলৈকে ৰাজা প্ৰপাতে অৰ্দ্ধচন্দ্ৰকাৰ হৈ শিলৰপৰা জঁপিয়াই আছিল আৰু আলতীয়া বোকাৰ কাৰণে তাৰ পানীৰ ৰঙ কফিৰ নিচিনা হৈ পৰিছিল। সকলোতকৈ বেচি পানী ৰাজায়েই পায়। যেতিয়া তেওঁ বুকু ফিন্দাই একেবাৰে তললৈ নামি আহে তেতিয়া এনেকুৱা অনুভৱ হয় যেন প্ৰকৃতিৰ শক্তি কিমান অপৰিমিত। ৰাজা প্ৰপাতৰ বিশালতা কম নহয়। তেওঁৰ দুয়োফালে কেইবাডালো ডাঙৰ ডাঙৰ মুক্তাৰ মালা ওলমি আছে। সঁচাকৈয়ে এই প্ৰপাত ৰাজা নামৰ উপযুক্ত।

সকলোতকৈ আগতে যিটো প্ৰপাতৰ দৰ্শন কৰিছিলোঁ, সেইটো বাস্তৱিকতে তৃতীয় আছিল। তাৰ নাম বীৰভদ্ৰ। মাজৰ এটা প্ৰপাতৰ নাম ৰুদ্ৰ, যাক ইয়াৰপৰা স্পষ্টভাৱে দেখা নাযায়। সি প্ৰতি পদক্ষেপত জোৰেৰে চিয়ঁৰি চিয়ঁৰি শেহত ৰাজাৰ লগত মিলি গৈছে।

সোঁ ফালে এটা সৰু জলপ্ৰপাত আছে। তাৰ ককাল অলপ লাহী আছিল। সেইকাৰণে মই তাৰ নাম পাৰ্ব্বতী থলোঁ। প্ৰাণ ভৰি চাই লোৱাৰ পাছত আকৌ আমাৰ কথা-বতৰা আৰম্ভ হল। নিজে যি দেখিলে সেই বস্তু আনক দেখুৱাবলৈ যাৰ উৎসাহ নাথাকে সেই মানুহ মানুহ নহয়। মানুহ বিচৰণশীল আৰু সংবাদপ্ৰিয় হয়। তেওঁ নিজে যি অনুভৱ কৰিছে সেই অনুভৱ আনৰো হয়—হব পাৰে, যেতিয়ালৈকে তেওঁৰ মনত এই বিশ্বাস নজন্মে, তেতিয়ালৈকে তেওঁ সন্তোষ লাভ নকৰে। ৰাজাজীয়ে আমাৰ দৃষ্টি আকৰ্ষণ কৰি কলে—"সোঁ তললৈ চোৱা। ঠাণ্ডা ভাপৰ এই মেঘবোৰ ওপৰলৈ কেনেকৈ জপিয়াই আহিছে।" দেৱদাসে কলে—"সেই চৰাইবোৰলৈ চোৱা কেনেকৈ নিৰ্ভয় মনেৰে উৰি গৈছে।" মণি বহনেও এনেকুৱা ধৰণৰ

কথাকে কলে, আৰু লক্ষ্মীয়ে নিজৰ দেউতাকক তামিল ভাষাত বহুত কিবা বুজাই আনন্দ প্ৰকাশ কৰিলে। আমাৰ লগত আৰু এজন বন্ধু আছিছিল। তেওঁ আহোঁতে বাটতে বিনা কাৰণত অসন্তুষ্ট হৈ পৰিছিল। যেতিয়া আমি এই স্বৰ্গীয় দৃশ্যৰ আনন্দত বিভোৰ হৈ আছিলোঁ, তেতিয়া তেওঁ আগৰ অপমানৰ প্ৰসঙ্গকে বাৰে বাৰে কৈ আছিল। চন্দ্ৰশঙ্কৰে তেওঁৰ এই অৱস্থাৰ ফালে মোৰ দৃষ্টি আকৰ্ষণ কৰালে। মই মনে মনে কলোঁ :—

পত্ৰং নৈৱ যদা কৰীৰ-বিটপে দোষো ৱসন্তস্য কিম্?

এই সংসাৰত নিৰাশা, ভ্ৰান্ত-ধাৰণা, অসন্মান আৰু বিয়োগ প্ৰকৃত দুঃখ নহয়। বৰং অহঙ্কাৰহে সকলোতকৈ ডাঙৰ দুঃখ। অহঙ্কাৰৰ বিকাৰ এনেকুৱা যাক ডাঙৰ ডাঙৰ ধন্বন্তৰীৰ নিচিনা বেজেও দূৰ কৰিব নোৱাৰে।

সেই বন্ধুজনৰ নানা ৰকমৰ অসুবিধা আৰু বিকাৰৰ সম্বন্ধে মই জানিছিলোঁ। সেই কাৰণে গিৰসপ্পা (জোগ)ৰ ওচৰতো মই দুই মিনিট তেওঁৰ লগত কথা নপতাকৈ থাকিব নোৱাৰিলোঁ। মই গিৰসপ্পাৰ সম্বন্ধে তেওঁক অলপ পৰিচয় দিলোঁ আৰু তেওঁক প্ৰসন্ন কৰিবলৈ যত্ন কৰিলোঁ।

ৰাজা-প্ৰপাতৰ পাছফালৰ গুহাত অসংখ্য চৰাই থাকে, ইহঁতে দূৰ-দূৰণিৰ খেতিৰপৰা ঠোঁটেৰে বাচি আনি "উচ্ছিষ্ট" আৰু উৎকৃষ্ট শস্য সংগ্ৰহ কৰে। এবাৰ কোনো মানুহৰ মুখে শুনিছিলোঁ যে এই সংগ্ৰহ ইমান সৰহ হৈ যায় যে শেহত চৰকাৰে তাক নীলাম কৰিব লগীয়া হয়। মৌ-মাখিবোৰৰ মৌক মানুহে যদি জোৰ কৰি কাটি লব পাৰে, চৰাইবোৰৰ সংগ্ৰহ কৰা এই শস্যবোৰ কাঢ়ি লোৱাত নো আচৰিত কি? যি সংগ্ৰহ কৰা হয় তাকেই লুট কৰা হয়। সৃষ্টিত এনেকুৱা নিয়মেই দেখা যায়। 'পৰিগ্ৰহো ভয়ায়ৈৱ'।

আকৌ চাৰিও ফালে কুঁৱলীয়ে ঢাকি ধৰিলে। আকৌ ভাব-ৰাজ্যত বিচৰণ কৰিবলৈ সুযোগ মিলিল। এনেকুৱা অনুপম দৃশ্যত কি ৰহস্য আছে? ভৌগোলিক আৰু ভূতত্ত্ববিদ্ সকলে তৎক্ষণাত মত প্ৰকাশ কৰিব যে "ইয়াৰ পৰ্ব্বতত নিস্ (Gneiss) জাতীয় অৰ্থাৎ বালিচন্দাৰ নিচিনা এবিধ জিলিকি থকা শিল পোৱা যায়। উপত্যকাৰ এটা দাঁতি ভাগি গল আৰু তাৰ কাষৰ মাটিবোৰ খহি পৰিল। এবাৰ প্ৰপাত আৰম্ভ হলে যি তলৰ মাটিক অতি

দ লৈকে খাব্দি পেলায় আৰু য'ৰ পৰা প্ৰপাত আৰম্ভ হয় সেই চুকক নিমজ কৰি পেলায়। ওপৰৰ সেই মুখ যদি টান শিলৰ হয়, তেতিয়া হলে তাৰ উচ্চতা হেজাৰ হেজাৰ বছৰলৈকে স্থিৰ হৈ থাকে। প্ৰপাতৰপৰা সাগৰ বেচি দূৰত নোহোৱাৰ কাৰণে নৈৰ আগফালৰ অংশ পৰিষ্কাৰ হৈ গৈছে আৰু তথাপি প্ৰপাতৰ উচ্চতা স্থায়ী হৈ আছে। ইয়েই হল প্ৰপাতৰ জড় ৰহস্য। যদি কোনো আধুনিক বৈজ্ঞানিকক সোধে, তেতিয়া-হলে তেওঁ কব—"যে অকল গিৰসপ্পা প্ৰপাততে এনেকুৱা প্ৰচণ্ড সামৰ্থ্য আছে যেন মহীশূৰ আৰু কানাড়া (কৰ্ণাটক) এই দুয়োখন জিলাক যিমান শক্তি লাগে দিব পাৰে।

আপুনি বিজুলী শক্তিলৈ প্ৰত্যেক গাঁৱক আলোকিত কৰক, যন্ত্ৰ-পাতি চলাওক আৰু আপোনাৰ দেশক অথবা আনৰ দেশৰ লাগিলে যিমান মানুহকে হওক নিষ্কৰ্ম্মা কৰি পেলাওক। প্ৰকৃতিৰপৰা মানুহে যি সুবিধা ভোগ কৰে—তাক পৃথিবীৰ সকলোবোৰ সন্তানে মিলি জুলি নিজৰ ভিতৰত ভাগ কৰি লয় আৰু জীৱন যাত্ৰাৰ বোজা পাতল কৰে, এনেকুৱা ধৰণৰ সদ্ বুদ্ধি যিদিনা মানুহৰ মনলৈ আহিব তেতিয়াৰ কথা বেলেগ। কিন্তু আজি যদি মানুহৰ হাতলৈ কোনো ধৰণৰ শক্তি আহে তেতিয়া তেওঁ তৎক্ষণাত সেই শক্তিক আনক পৰাজিত কৰাত খটুৱাই আৰু সেইদৰেই তেওঁ নিজৰ শ্ৰেষ্ঠতা প্ৰমাণ কৰে। লাগিলে এই শ্ৰেষ্ঠতা আনক মাৰিয়েই হওক—দাসত্ব কৰিয়েই হওক বা আধা পেটীকৈ খায়েই হওক।

মহীশূৰ ৰাজ্য এখন আগ বঢ়া ৰাজ্য। ডাঙৰ ডাঙৰ ইঞ্জিনিয়াৰ সকলে মন্ত্ৰী-পদ সুশোভিত কৰি ইয়াৰ সমৃদ্ধি বঢ়োৱাৰ চেষ্টা কৰিছে। যদি আমি গোটেই সংসাৰৰ কাৰণে প্ৰয়োজনীয় চন্দন তেল কেৱল মহীশূৰ ৰাজ্যইহে দিয়ে বুলি কওঁ, তেন্তে বৰ বেচি অত্যুক্তি নহব। ভাৰতবৰ্ষৰ ডাঙৰ ডাঙৰ সোণৰ খনি মহীশূৰতহে আছে। ভদ্ৰাৱতীৰ লোহাৰ কল-কাৰখানাৰ কীৰ্ত্তি দিনে দিনে বাঢি যাবলৈ ধৰিছে। কৃষ্ণসাগৰ পুখুৰী মানৱ পৰাক্ৰমৰ এক সুন্দৰ উদাহৰণ। এই মহীশূৰ ৰাজ্যৰ গিৰসপ্পা-প্ৰপাত ধ্বংস কৰিবলৈ যে চেষ্টা চলা নাছিল এনে নহয়, কিন্তু এতিয়ালৈকে সফল হব পৰা নাই। এনেকুৱা ডাঙৰ শক্তিক কিহত উপযোগ কৰা উচিত এইটো নজনা কাৰণেই

হওক অথবা সীমা বিবাদৰ বাবেই হওক, নহলে আন কিবা কাৰণেই হওক এতিয়াও এই সৌন্দৰ্য্য হানি কৰা হোৱা নাই। কিন্তু ইয়াত কোনো সন্দেহ নাই যে গিৰসপ্পাৰ শোভা এতিয়াও আগৰ দৰে উদাত্ত আৰু অক্ষুণ্ন হৈ আছে।

ভগিনী-নিবেদিতাৰ বিখ্যাত তুলনাৰ কথা মনত পাৰে। কোনো ঠাইৰ ৰমণীয়তাই যেতিয়া ভাৰতবাসীক আকৃষ্টত কৰে, তেতিয়া তেওঁ ততালিকে তাৰ ধাৰ্ম্মিক ৰূপ দিয়ে। যেতিয়া তেওঁ কোনো অদ্ভুত ৰমণীয় বা ভব্য দৃশ্য দেখে, তেতিয়া তেওঁ তৎক্ষণাৎ এইটো অনুভৱ কৰে যে যিদৰে গাই-গৰুৱে নিজৰ পোৱালীক মাতে সেইদৰেই পৰমাত্মাই জীৱাত্মাক মাতে। নায়গ্ৰাৰ জলপ্ৰপাত যদি ভাৰতবৰ্ষত গঙ্গা আইৰ প্ৰবাহ হলহেঁতেন, তেতিয়াহলে ইয়াৰ জনতাই তাৰ বায়ুমণ্ডলক কি চকুৰে চালেহেঁতেন? কেনেকুৱা ধাৰ্ম্মিক ৰূপ দিলেহেঁতেন? ইয়ালৈ মানুহ আমোদ-প্ৰমোদ, বাণিজ্য আৰু ভ্ৰমণৰ কাৰণে নাহি প্ৰপাতৰ পূজা কৰিবৰ কাৰণে আহিলহেঁতেন। ভোগ-বিলাসৰ সকলো সাধনেৰে ভৰা হোটেলৰ সলনি প্ৰপাতৰ দাঁতিত বা ওচৰত নিজৰ অন্তৰৰ ভক্তিভাব দেখুৱাবৰ কাৰণে ডাঙৰ ডাঙৰ মন্দিৰ সজোৱা হলহেঁতেন। য'ত আজি মানুহে অতি আড়ম্বৰেৰে আৰু বিলাসিতাৰে জীৱন যাপন কৰিছে, তাৰ সলনি মানুহে ইয়াত জপ-তপ কৰিলেহেঁতেন। আজি মানুহে এই বিৰাট শক্তিক বন্দী কৰি নিজৰ সুখ আৰু আনন্দৰ সাধন কৰি তুলিছে। যদি এই প্ৰপাত গঙ্গাৰ নিচিনা পবিত্ৰ হলহেঁতেন, তেতিয়াহলে মানুহে ইয়াত জপ-তপ কৰি এই পানীত নিজৰ জীৱন উৎসৰ্গা কৰি দিলেহেঁতেন।

কিন্তু প্ৰকৃতিৰ এই ভব্যতা দেখি তাত নিজৰ শৰীৰ ত্যাগ কৰাতনো কেনেকুৱা আধ্যাত্মিকতা আছে? ইয়াত কোনো সন্দেহ নাই যে লাগিলে শৰীৰৰ বান্ধোন ছিগি যাওক তথাপি—"যি কোনো অৱস্থাত জীৱিত থাকিমেই" এনেকুৱা ধৰণৰ তুচ্ছ জীৱনৰ আশা যদি মানুহে এৰি দিয়ে, তেতিয়াহলে তাতেই আধ্যাত্মিক প্ৰগতি। কিন্তু এই বৃত্তি স্থায়ী হোৱা উচিত। ইয়াত ক্ষন্তেকীয়া উন্মাদনাৰ কোনো অৰ্থ নাই। 'সোঽহং' হোৱাৰ ইচ্ছা প্ৰত্যেক মানুহৰ অন্তৰতে কোনো এসময়ত নহয় এসময়ত জাগি উঠে। ই প্ৰেমৰে এক বিকাৰ। ইয়াত কোনো আধ্যাত্মিক তত্বৰ

জিনিচবিলাক দেখি তাৰ ওপৰত আসক্ত হোৱা মানুহৰ জীৱনৰ কাৰণে মহত্ত্বপূৰ্ণ নহয়। ভগবান বুদ্ধই নিজৰ অব্যৰ্থ দৃষ্টিৰ দ্বাৰা সেইবোৰ বস্তুক বিভৱ-তৃষ্ণা নাম দি তাক অৱহেলা কৰিছে। বিভৱৰ অৰ্থ হৈছে—নাশ। ভগৱান মনুৱে এই কথা স্পষ্ট কৈ গৈছে :—"নাভিনন্দেত মৰণং নাভিনন্দেত জীৱিতম্।"

ইয়াত কোনো সন্দেহ নাই যে গিৰসপ্পাৰ নিচিনা প্ৰপাতৰ লোমহৰ্ষক দৃশ্যৰ তুলনাত যন্ত্ৰ-শক্তি, বিজুলীৰ পোহৰ, বা কল-কাৰখানাৰ সম্বন্ধে ভৰা মানে আমাক পাহৰি বাহিৰৰ বৈভৱৰ ফালে আকৰ্ষিত হোৱাৰ নিচিনা। কিন্তু ওচৰ চুবুৰীয়া প্ৰদেশ যদি আকালপীড়িত হয়, মানুহ নানাৰকম ব্যাধিৰ মুখত পৰে আৰু প্ৰপাতৰ পানী সদুপযোগ কৰিলে জনতাৰ এই দুঃখ দূৰ হয়, তেতিয়াহলে সেই সময়ত আমাৰ কি আগ্ৰহ হব?

সৃষ্টি-সৌন্দৰ্য্যৰ ৰসপান কৰা আমাৰ মনৰ আনন্দৰ সাধক—প্ৰপাত যিদৰে আছে, সেইদৰেই ৰখাৰ আগ্ৰহ হব নে আমাৰ বিপদগ্ৰস্ত ভাইইতৰ দুঃখ-দুৰ্দ্দশা দূৰ কৰিবৰ কাৰণে তাক বলিদান দিয়াৰ আগ্ৰহ? য'ত পৰ্য্যাপ্ত পৰিমাণে শস্য পোৱা নাযায়, যদি তাত শস্যৰ ঠাইত গোলাপ ফুলৰ খেতি কৰা হয়, তেতিয়াহলে ইয়াৰ দ্বাৰা জানো আমাৰ অন্তৰৰ বিকাশ হব? গোলাপ ফুলৰ ভিতৰত কাব্য আছে, আৰু শস্যৰ ভিতৰত কৰুণতা— দুয়োটাৰ ভিতৰত আমি কাক বাচি লম? ইংলেণ্ডৰ এজন প্ৰাচীন ৰজাই বহুত গাঁও নষ্ট কৰি চিকাৰৰ কাৰণে এখন বিৰাট উপবন তৈয়াৰ কৰাইছিল। ইয়াত কোনো সন্দেহ নাই যে এই ৰজাই বীৰত্বপূৰ্ণ খেল ধেমালি বৰ ভাল পাইছিল; কিন্তু এনেকুৱা ৰজাক আমি প্ৰজাবৎসল বুলি কম জানো? যেতিয়া কলাৰ সন্মুখত সেৱাৰ প্ৰশ্ন উঠে, তেতিয়া কাব্যক সমৰ্থন কৰিম নে কৰুণতাক? যেতিয়া এইটো বিচাৰ কৰিব লগীয়া হয়, তেতিয়া কি ধৰণেৰে বিচাৰ কৰা উচিত? প্ৰজ্বলিত ৰোম নগৰী দেখি নীৰোৱে বাঁহী বজোৱা আৰু জলি থকা মিথিলাক দেখি জনক ৰজাই আধ্যাত্মিক আলোচনা কৰা এই দুয়োটাৰ ভিতৰত প্ৰভেদ আছে।

জনতাৰ যথাসাধ্য সেৱা কৰাৰ পাছত অনৰ্থক এই চিন্তাত অন্তৰক দগ্ধ কৰাতকৈ ভগৱানৰ স্মৰণ কৰাৰ চেষ্টাই হৈছে—আৰ্য্য বৃত্তিৰ লক্ষণ।

মুষ্টিমেয় মানুহৰ বিলাস বা ঐশ্বৰ্য্যৰ কাৰণে প্ৰাকৃতিক শক্তিৰ উপযোগ কৰা আৰু প্ৰাকৃতিক সৌন্দৰ্য্যক নষ্ট কৰাই হৈছে অধৰ্ম্ম। কিন্তু সকলো জীৱবে আত্মিনাশৰ দ্বাৰা অন্তৰৰ বিকাশক এৰি প্ৰকৃতিৰ বিভূতি দৰ্শনত ভগৱানক বিচৰাৰ ইচ্ছা কৰা উচিত হয় নে নহয় ই এক চিৰন্তন প্ৰশ্ন।

সেই অসন্তোষীয়া ভাই জনে নিজৰ কল্পিত অপমানৰ পোৰণিত আগ-ফালৰ দৃশ্যৰ কথা পাহৰি গৈছিল আৰু মই নিজৰ আত্মিক-কল্পনা বিহাৰত শূন্য দৃষ্টিৰে আগলৈ চাই আছিলো।

আমি দুয়ো বৰ দুৰ্ভগীয়া। কিয়নো কল্পনা বা অনুশোচনাৰ কাৰণে আমি পাছতো বহুত সময় পালোঁহেঁতেন। আকৌ কুঁৱলীৰ আৱৰণে ছাটি ধৰিলে। এতিয়া প্ৰপাত দেখা যাব নেকি? ৰাজাজীয়ে কলে—"যেতিয়া গৰম দিনত প্ৰপাতৰ পানী বাগৰে, তেতিয়া পানীৰ ফোৰাৰাত নানা ৰকমৰ ৰামধেনু দেখা যায়। সেই সময়ৰ শোভা একেবাৰে অনুপম হৈ পৰে।" জোনাক ৰাতি যে ৰামধেনু দেখা নাযায় সেইটো কথা কব নোৱাৰি। মহীশূৰৰ সৰ্ব্বসংগ্ৰাহকে (গেজেটিয়ৰ) য়ে লিখিছে যে যাইঁৰ ডাঙৰ ডাঙৰ মুঠাত জুই লগাই প্ৰপাতত পেলাই দিলে এনেকুৱা লাগে যেন আন্ধাৰ ৰাতি গোটেই উপত্যকা জ্বলি উঠিছে। কিছুমান মানুহে ইয়াত ৰাতি আতচ্ বাজী দেখুৱাই অদ্ভুত আনন্দ পায়। উৎপতীয়া মানুহে বাৰু কি কি কৰা নাই? কিন্তু মোৰ এইবোৰ ভাল নালাগে।

এনেকুৱা ঠাইত প্ৰকৃতিয়ে যি খোৰাক পৰিবেশন কৰিছে তাৰ স্বাভাৱিক ৰুচি অনুভৱ কৰাতে প্ৰকৃত ৰসিকতা আছে। ইয়াত মানুহে যদি কৃত্ৰিম সাধনেৰে বেলেগ ৰূপ দিবলৈ বিচাৰে তেতিয়া হলে প্ৰাকৃতিক সৌন্দৰ্য্যৰ ৰূপ ধ্বংস হৈ যাব।

এতিয়া আমি বঙলাৰ ভিতৰ পালোঁহি। লগত যি খোৱা বস্তু আনিছিলোঁ সেইবোৰ উদৰস্থ কৰিলোঁ। ইয়াৰ পানী খাব নোৱাৰি; কাৰণ খালে লগে লগে মেলেৰিয়া হয়। বেছি ভাগ মানুহে গৰম গৰম কফি খাই পিয়াহ গুচাইছিল। মই কিন্তু সেইদিনা চাকৈ-চকোৱাৰ দৰে কেইটোপাল মান বৰষুণৰ পানী পায়েই সন্তোষ লভিছিলোঁ।

আৰু এবাৰ প্ৰপাত দৰ্শন কৰি আমি উলটি আহিলোঁ। এতিয়া এইটো

ভালকৈ স্পষ্ট হৈ পৰিল যে—প্ৰপাত তিনিটা নহয় চাৰিটা। বাওঁফালৰ প্ৰথম ডাঙৰ প্ৰপাতটোৰ নাম ৰাজা। তাৰ দাঁতিৰ গুহাৰপৰা আক্ৰোশ কৰি তাৰ লগত আহি মিলিত হোৱা ৰ'ৰাৰ (Roarer) মই দিয়া নাম ৰুদ্ৰ। মূৰৰ ফালে উৰি থকা শুভ্ৰ জটাধাৰী 'ৰাকেট' তাক এতিয়া 'বীৰভদ্ৰ' নুবুলিলে উপায় নাই। শেহৰ প্ৰপাতৰ নাম মই তন্বঙ্গী 'পাৰ্ব্বতী' দিছোঁ। ইংৰাজ সকলে ৰুদ্ৰৰ নাম ৰ'ৰাৰ, বীৰভদ্ৰৰ নাম ৰাকেট আৰু পাৰ্ব্বতীৰ নাম লেডী দিছিল।

এতিয়া আমি উলটি আহিলোঁ। ভৰিত জোক লাগে বুলি ভয় লাগিছিল। কাৰণ ইয়াৰ মানুহে আমাক সাৱধানে খোজ কাঢ়িবলৈ সতৰ্ক কৰি দিছিল। তেওঁলোকে কৈছিল যে—"যেতিয়া জোকে ধৰিব, তেতিয়া আপোনালোকে গমেই নাপাব। ইফালে সি আপোনাৰ তেজ চুহি থাকিব।"

মই কলোঁ—"ইয়াৰ কাৰণে আপোনালোকে ভাবিব নালাগে। ইংৰাজক যেতিয়া আমি চিনিব পাৰিছোঁ, তেতিয়া জোকক নোৱাৰিম কিয়?" তথাপি মাজে মাজে প্ৰায় মানুহৰ ভৰিতে এটা দুটা জোক লাগি ধৰিছিল। হয়তো মোৰ তেজত তেনেকুৱা আকৰ্ষণ নথকা কাৰণে বা মোৰ তেজ কেঁহা হোৱাৰ কাৰণে, নহলে মই কাক-দৃষ্টিৰে চাই চাই যোৱাৰ কাৰণে জোকৰ হাতৰপৰা ৰক্ষা পাইছিলোঁ। আমি অলপ আগ বাঢ়ি গলোঁ। . কিন্তু মণি বহনৰ কাৰণে আৰু বেচি যাব নোৱাৰিলোঁ। "অলপ ৰবচোন। পাৰিলে আকৌ এবাৰ এইফালৰপৰা প্ৰপাত চাই লওঁ।" "কিন্তু যদি কুঁৱলী আঁতৰি নাযায়?" "নাতৰিলে কোনো কথা নাই। তথাপি এবাৰ চাবলৈ দিয়ক।"

উলটি আহিবৰ সময়ত এডোখৰ ছিগা বাট আছিল। সেইফালেদি গৈ কেইজনমানে এইবাৰ একেবাৰে ওচৰৰপৰা পাৰ্ব্বতীক দৰ্শন কৰিলে, আৰু তাৰ মাটিবোৰ লেকেটা হোৱাৰ কাৰণে "বন্দে মাতৰম্" বুলি কৈ পাৰ্ব্বতীক সাষ্টাঙ্গে প্ৰণিপাত কৰিলোঁ।

যাবৰ সময়ত যি বাটেদি অজ্ঞাত আৰু অনুভূতিহীন কাব্যৰ অনুভৱ কৰিছিলোঁ সেই বাটেদি উলটিবৰ সময়ত আমি পূৰ্ব্বানুভূত কাব্যক আকৌ

স্মৰণ কৰিলোঁ যেন লাগিল। যদিও সেই দৃশ্য বিপৰীত দিশৰপৰা চোৱাত নতুনত্বৰ অভাৱ হোৱা নাছিল। যাবৰ সময়ত যি গছবোৰৰ সম্বন্ধে আমি কথা-বতৰা পাতি গৈছিলোঁ, ঘূৰি আহিবৰ সময়ত সেই গছেও আমাৰ দৃষ্টি আকৰ্ষণ কৰিছিল। সেই কাৰণে এই পৰিচিত গছবোৰক বাক কুশল-মঙ্গলৰ প্ৰশ্ন নোসোধাকৈ কেনেকৈ আগ বাঢ়িম? এজোপা গছৰ লগত আনজোপা গছৰ প্ৰেমৰ সেতু বন্ধ লতাবোৰ? তেওঁলোকৰ নম্ৰতাক নমস্কাৰ নকৰাকৈ আগ বাঢ়ি যোৱাটো নীৰস মানুহৰ লক্ষণ। লাহে লাহে আমি নৈৰ পাৰ পালোঁহি। এতিয়া সেই শান্ত প্ৰবাহৰ ওপৰেদি উলটি যাব লাগিব। চাৰিও ফালে কুঁৱলীৰ মেঘ সিঁচৰিত হৈ পৰিছিল। নৈৰ শান্ত পানী লাহে লাহে প্ৰপাতৰফালে আগ বাঢ়ি যোৱা দেখি বলিদানৰ কাৰণে দল-বান্ধি যোৱা ভেড়া ছাগলীৰ ছবি চকুৰ আগত ভাহি উঠিছিল। মই সেই পানীক কলোঁ— তোমাৰ কপালত কিমান ডাঙৰ অধঃপতনৰ কথা লিখা আছে তাকৈ তোমাৰ ভ্ৰূক্ষেপ নাই। সেইকাৰণে তুমি ইমান শান্ত মনে আগবাঢ়ি গৈ আছা। নহলে হয়তো মই নিজেই ভুল কৰিছোঁ। তুমি যে জীৱন ধৰ্ম্মী। বিনাশলৈ তোমাৰ ভয় কিহৰ?"

"প্ৰায়ঃ কন্দুক-পাতেন পতত্যাৰ্য্যঃ পতন্নপি।" যিমান ওখৰপৰা পৰিবা সিমান ওপৰলৈ যাব পাৰিবা। তোমাৰ দয়া গ্ৰহণ কৰোঁতা মইনো কোন? শৰাৱতীৰ পবিত্ৰ পানী স্পৰ্শ কৰিবৰ কাৰণে মই নিজৰ হাত আগ বঢ়ালোঁ। পানীয়ে খিলখিলাই হাঁহি কলে—'ন হি কল্যাণকৃৎ কশ্চিৎ দুৰ্গতিং তাত গচ্ছতি।" নাও আহি এই পাৰত লাগিল আৰু আমি ঠিক কৰিলোঁ যে যদি মটৰ এইফালে অলপ তললৈকে নিব পৰা যায়, তেতিয়াহলে আকৌ আমি সেই প্ৰপাতৰ সোঁ ফালে যাব পাৰিম। আমি যি ফালেদি আহিছিলোঁ তাক "মহীশূৰৰ ফাল" আৰু তাৰ বিপৰীত ফালক "বম্বেৰ ফাল" বুলি কয়। কাৰণ জোগ-প্ৰপাত দুয়োখন ৰাজ্যৰ সীমাত আছে।

এইবাৰ আমি একেবাৰে আহি ওচৰ পালোঁহি। ডাঙৰ ডাঙৰ শিলৰ মাজত মই নবিবলৈ ধৰিলো। দুৰ্বহৰমান বেমাৰত পৰি থকা কাৰণে সকলোৰে মোৰ ওপৰত চকু আছিল। সেইকাৰণে মই নবা দেখি বাকাজী আচৰিত হৈ গল। কোনোবা এজনে কলে—"এখেতটো মহাবাস্ত্ৰী আৰু

হিমালয়ৰ যাত্ৰীও—। যিদৰে মানুহ পানী প্ৰিয়, সেইদৰে মাৰাঠীসকলৰ কাৰণেও পৰ্ব্বত বৰ প্ৰিয়।" এইবোৰ কথা শুনিবলৈ মোৰ সময় ক'ত? মই লৰি লৰি ৰাজা প্ৰপাতৰ দাঁতিৰ সেই বিখ্যাত টিলাটোৰ ওচৰ পালোঁহি। ইয়াত থিয় হলে তলৰফালে একো দেখা নাযায়। বুৰ ঘুৰাই মানুহ পৰি যাব খোজে। চাৰিওটা প্ৰপাতৰ শব্দ ইমান ভয়ানক আছিল যে শুনিবৰ কাৰণে মানুহৰ ধৈৰ্য্য হেৰাই গৈছিল। যিদৰে প্ৰপাতৰ পানী ওপৰৰ পৰা তললৈ পৰি আকৌ ওপৰলৈ উঠে সেইদৰে হয়তো মানুহৰ কাণতো এই শব্দ বোৰৰ হো-হোৱনি হৈ থাকে। প্ৰথমতে ৰাজাৰ গণ্ডস্থলত ওলমি থকা মুক্তাৰ হাৰৰ ওপৰত মোৰ চকু পৰিল। আৰু লগে লগে জল প্ৰলয়ৰ সঙ্কটৰপৰা মানুহক ৰক্ষা কৰিবৰ কাৰণে যিদৰে সাহসী বীৰ পানীত জপিয়াই পৰে সেইদৰে এই প্ৰপাতৰ ওপৰেদি উৰি যোৱা সাহসী চৰাই-বোৰলৈকো চকু গল। এই চৰাইবোৰে হয়তো এই প্ৰপাতৰ ভীষণ ভয়াবহতাৰ কথা নাজানে। নহলে ঈশ্বৰে ইহঁতৰ অন্তৰত এইদৰে সাহস সুমাই দিছে নেকি? 'মোৰ মনেৰে বাহিৰৰপৰা অহা চৰাইবোৰৰ ইমান সাহ নহব। এই জোগবাসীবোৰৰ জন্ম ইয়াতে হৈছে আৰু প্ৰপাতৰ ওচৰত থকা পৰ্ব্বতৰ গুহাত ইহঁত ডাঙৰ দীঘল হৈছে।

যিদৰে সাগৰৰ মাছবোৰে ঢউত থাকি আনন্দ পায় সেইদৰে এই জোগৰ সন্তানবোৰেও জোগৰ লগত খেলি ভাল পায়।

ৰাজা প্ৰপাতক যেতিয়া মহীশূৰৰ ফালেদি দূৰৰপৰা দেখিছিলোঁ, তেতিয়া তেওঁৰ প্ৰভাৱ আন ধৰণৰ আছিল। ইয়াত আমি এওঁৰ ইমান ওচৰত আছিলোঁ যে হাতীৰ গণ্ডস্থলত শোৱা যেনহে লাগিছিল। ওপৰৰ পানী প্ৰপাতৰ ফালে বাগৰি অহাত এনেকুৱা লাগিছিল যেন কোনো প্ৰজাই জ্ঞান বা অজ্ঞানত, ইচ্ছা বা অনিচ্ছাত মহান বিপ্লৱৰ ফালে আগ বাঢ়ি গৈছে। কোনো প্ৰজা যেতিয়া সামাজিক আৰু ৰাজনৈতিক প্ৰগতিৰ সোঁতত বৈ যায়, তেতিয়া ভৱিষ্যতে কি হব সেই সম্বন্ধে তেওঁ লোকৰ কোনো জ্ঞান নাথাকে আৰু যদি থাকেও "আমাৰ ক্ষেত্ৰত ই খাতিৰ নোৱাৰে। আমি যি কোনো উপায়েৰে সাৰি যাম", তেওঁলোকৰ এনেকুৱা বিশ্বাস থাকে। লগে লগে প্ৰগতিৰ আকাঙ্ক্ষা বাঢ়ি যাবলৈ ধৰে। শেহত উগ্ৰ প্ৰকৃতিৰ মানুহবোৰে তেওঁলোকক

সংযমৰ উপদেশ দিয়ে আৰু শান্ত প্ৰকৃতিৰ মানুহবোৰে একো নভবা-নিচিন্তাকৈ দায়িত্বহীন মানুহৰ লগত মিলি যায় আৰু পাছত ইচ্ছা কৰিলেও এই অভ্যাস এৰিব নোৱাৰে। যদি তেওঁ পাছ পৰি যায়, তেতিয়াহলে আৰু কি হব? ধেনুৰপৰা ওলোৱা কাঁড়ক জানো কেতিয়াবা পাছলৈ টানি আনিব পাৰি? যি স্থায়ী নহয় সি বিপ্লব কিহৰ? প্ৰপাতৰ পানী কিমান তললৈ যায় তাক দেখা বা জনা অসম্ভৱ। কাৰণ ওফন্দি থকা পানীৰ ডাঙৰ ডাঙৰ কণিকাবোৰ প্ৰপাতৰ ভৰিত লিপিট খাই লাগি আছিল। পানীৰ এই উন্মাদনা দেখি এনেকুৱা লাগিছিল যেন মহাদেৱে সংহাৰকাৰী তাণ্ডৱ নৃত্যহে কৰিছে আৰু আগ ফালৰ ৰুদ্ৰই তাৰ লগত তাল দি আছে। কিন্তু বীৰভদ্ৰয়ো ৰোমাঞ্চকাৰী শোভাৰ পৰম উৎকৰ্ষ দেখুৱাই আছিল। ইয়াত পানী পৰিছেনে নাই, জপিয়াইছে সেইটো আপুনি ধৰিবই নোৱাৰিব। কোনো শব্দৰ দ্বাৰা সেই দৃশ্যৰ বৰ্ণনা কৰিবনোৱাৰি, কাৰণ শব্দৰ সুৰক্ষা 'শান্তি আৰু ব্যৱস্থা'ৰ মাজতহে হয়। আমি কাতি হৈ ইয়াৰ পৰা সেই দৃশ্য প্ৰাণভৰি চালোঁ। সৰ্চাকৈয়ে কবলৈ গলে আমি যিমানেই চাইছিলোঁ তথাপি তৃপ্তি পোৱা নাছিলোঁ। শেহত উলটিবৰ কাৰণে সাজু হলোঁ। উলটি যোৱাটো বৰ সহজ কথা নাছিল, আৰু কাৰো উঠিবৰ ইচ্ছাও নাছিল। যদি এজনক তুলিবলৈ আন এজন যায়, তেতিয়াহলে তেওঁ সেই নয়নোৎসৱত আবদ্ধ হৈ পৰে। যেতিয়া প্ৰথমজন অনিচ্ছাৰ সৈতে উঠে, তেতিয়া মাতিবলৈ অহা জন তাত লাগি ধৰে। অতি কষ্টেৰে যেতিয়া আত্মসম্বৰণ কৰি এই দুজন তাৰপৰা উলটি আহে, তেতিয়া তৃতীয়জন ভায়ে এওঁলোকৰ ওপৰত খং কৰি অলপ সময়ৰ কাৰণে নিজৰ চকুক তৃপ্ত কৰিবলৈ তাত থিয় হৈ ৰয় আৰু লগে লগে আন দুজনৰ সংযমো শিথিল হৈ পৰে। তেওঁলোক দুয়ো ভাবে এনেকুৱা কঠোৰ সমাজ নিয়ন্তা, নিজে যিমান সুবিধা বিচাৰে আমি যদি সিমানেই সুবিধা লওঁ তাতনো ক্ষতি কি? আমি জানো তেওঁলোকতকৈ অধিক সংযমী হোৱাৰ দাবী কৰিছো?

মই ভাবিছিলো যে যদি সেই শিলৰ ওপৰলৈ যাওঁ, তেতিয়াহলে বাজাৰ পানীত ভৰি তিয়াব পাৰিম। কিন্তু নৈৰ পানী অলপ বাঢ়ি গৈছিল আৰু তাত সেই শিলৰ এটা সৰু দ্বীপৰ নিচিনা দেখা গৈছিল। সেই কাৰণে

ৰাজাজীয়ে মোক মানা কৰিলে। মই ভাবিলো যে যদি তেখেতৰ কথা নুশুনো তেতিয়াহলে বৰ উদ্ভণ্ডালি কৰা হব। ৰাজাজীৰ আদেশ কেনেকৈ অমান্য কৰা যায়? আৰু ৰাজাৰ মুখৰ ওপৰতনো কেনেকৈ গুৰি থোৱা যায়?

আমি উলটি আহিলোঁ। ভক্তি, বিস্ময়, মানৱ জীৱনৰ ক্ষণভঙ্গুৰতা, দৃশ্যৰ ভব্যতা আৰু সময়ৰ এই উৎকৃষ্টতা আদি কেইবা ধৰণৰো কথাবোৰে মোৰ অন্তৰ ভৰাই দিছিল। ভাব বিচাৰৰ এই কল্পনা এক অদ্ভুত বস্তু। এজন সুস্থ মানুহৰ অন্তৰত যদি হঠাৎ অপ্ৰত্যাশিত ভাবে ধেনুৰ কাঁড়ৰ দৰে কোনো আঘাতে বিন্ধে, তেতিয়া যিজনে সেই অৱস্থা অনুভৱ কৰিব পাৰে তেওঁহে সেই বেদনা বুজিব পাৰিব।

এই ঠাইতনো বাৰু কিয় মন্দিৰ নাই? আমাৰ মন্দিৰবোৰ যেন জন্মভূমিৰ কাব্যময় ঠাইহে। পৰ্ব্বতৰ কোনো শিখৰ যদি উত্তুঙ্গ হয়, তেতিয়াহলে তাত কোনো ঋষি নিশ্চয় ধ্যান কৰিবলৈ বহে, আৰু ভক্তসকলে তাত এটা মন্দিৰ সজাই দিয়ে। লাগিলে সি পুনাৰ ওচৰৰ পাৰ্ব্বতী শিখৰেই হওক, চম্পা নগৰৰ দাঁতিৰ পাৰা পড়য়েই হওঁক, জুনাগড়ৰ ওচৰৰ গিৰনাৰেই হওঁক বা হিমালয়ৰ কৈলাস শিখৰেই। দক্ষিণ ফালে বৈ অহা নৈ জানো কেতিয়াবা উত্তৰ বাহিনী হৈছে? তেতিয়াহলে আহক, তাত দুই এখন তীৰ্থ স্থাপন কৰা হওঁক, যত কোটি কোটি মানুহ আহি পবিত্ৰ হৈ যাব। যি ঠাইত ডাঙৰ ডাঙৰ দুখন নৈ পৰস্পৰ মিলি গৈছে, সেই প্ৰয়াগত আমাৰ সন্তসকলে তৃতীয় সৰস্বতী নৈকো বোৱাই দিছে। সকলো তীৰ্থ শেষ কৰি যেতিয়া সাগৰ পোৱা হয়, তাতো ভক্তসকলে জগন্নাথ দেৱৰ নহলে সেতুবন্ধ মহাদেৱৰ স্থাপনা কৰিছে। যত ভূমিৰ শেষ ভাগ দেখা যায় সি কন্যাকুমাৰী বা দেবদ্ৰি হব। দীৰ্ঘ মৰুভূমিত যদি দুই এখন সৰোবৰ দেখা পোৱা যায়, তেতিয়াহলে সি নাৰায়ণৰ সৰোবৰেই হব। তাত নিশ্চয় পূজা দিয়া আৰু লগতে ক্ষীৰভৱানী স্থাপন কৰা উচিত।

আমাৰ সন্ত কবিসকলে ক'ত ক'ত তীৰ্থস্থান পাতিছিল, যদি ইয়াক বিচাৰিবলৈ যাওঁ, তেতিয়াহলে ভাৰতবৰ্ষৰ গোটেইখন ভূগোল সম্পূৰ্ণ কৰিব লাগিব। মছলমান সন্ত আৰু ৰোমান-কেথেলিক পাদুৰী সকলেও আমাৰ

ইয়াত এনেকুৱা ৰমণীয় আৰু কাব্যময় ঠাই পচন্দ কৰিছিল আৰু তাত পূজা প্ৰাৰ্থনাবো দিহা কৰিছিল। তথাপি এই প্ৰপাতৰ ওচৰত নো বাৰু কিয় মন্দিৰ নাই ? জীৱন বাশিৰ ইমান বিৰাট অধঃপতন দেখি ঋষি মুণি সকল ক্ষুণ্ণ হোৱা নাছিল জানো ? ভৈৰৱ ঘাটীৰ দৰে ইয়াতো দেহত্যাগ কৰাৰ ইচ্ছা হয়। যাৰ কাৰণে হয়তো লোক সংগ্ৰহ মুনিসকলে লোক যাত্ৰাৰ কাৰণে এই ঠাই অপচন্দ কৰিছিল ? ইয়াৰ অখণ্ড আৰু ভীষণ গৰ্জ্জন সমাধিৰ কাৰণে অনুকূল নহয় বুলি ভাবিয়েই ইয়াৰপৰা উপাসকসকল বিমুখ হৈছিল নেকি ? নহলে এই প্ৰপাতেই স্বয়ং অভয় ব্ৰহ্ম-মূৰ্ত্তি—। তেওঁৰ ধ্যান আকৰ্ষণ কৰিব পাৰে এনেকুৱা কি মূৰ্ত্তি ইয়াত স্থাপন কৰা যায় এই দোমোজাত পৰি তেওঁলোকে ইয়াত মূৰ্ত্তি স্থাপন কৰা নাছিল নেকি ? এই কথা কোনে কব পাৰিব ? আমাৰ পূৰ্ব্ব পুৰুষসকলে ইয়াত কোনো মন্দিৰ সজোৱা নাই কাৰণে মোৰ অলপো দুঃখ লগা নাই ; কিন্তু এই ঠাই দেখি তেওঁলোকে নিশ্চয় দুই এটা তাণ্ডৱ-স্তোত্ৰ লিখিব পাৰিলেহেঁতেন। য'ত পাৰ্থিব মূৰ্ত্তি কামত নালাগে, তাত বাগ্দেবীৰ মূৰ্তি নিশ্চয় উদ্দীপক হব পাৰে।

এই সকলোবোৰ শোভা আমি প্ৰপাতৰ মূৰৰ ফালৰপৰা চাই আছিলোঁ। হোন্নাৱৰৰ ফালৰপৰা অহা মানুহবোৰ উত্তৰ কানড়া জিলাৰ মহা কান্তাৰেদি আহে। তেওঁলোকে তলৰ ফালৰপৰা এই প্ৰপাতৰ আপাদ-মস্তক দেখে চাগে। দুয়ো ফালৰ মাজত কোন ফালৰ দৰ্শন বেচি মনোৰম এইটো কথা অনুভৱ নকৰাকৈ কব নোৱাৰি। ইয়াকনো কিমান খিনি অনুভৱ কৰা সম্ভৱ? প্ৰকৃতিৰ বেলেগ বেলেগ বিভূতিবোৰৰ জানো কেতিয়াবা তুলনা কৰিব পাৰি ? হিমালয়ৰ ৰমণীয়তা, সাগৰৰ গভীৰতা, মৰুভূমিৰ ভয়াবহতা আকাশৰ অসীমতাৰ তুলনা কোনে কৰিব পাৰিব ? এই কাৰণেই এবাৰ হোন্নাৱৰেদি জোগ দৰ্শন কৰিবলৈ আহিব লাগিব। সাগৰৰ জাহাজত থকা কেইজনমান অনুভৱী সামৰিক কৰ্ম্মচাৰী এবাৰ প্ৰপাত জুখিবলৈ আহিছিল, আৰু চৌত বাগৰি বাগৰি প্ৰপাতৰ পাছফালে গৈ আছিল। তেতিয়া চাগে তেওঁলোকে কেনেকুৱা অনুভৱ কৰিছিল! জোগৰ চৰাইবোৰে তেওঁলোকক কিদৰে অভ্যৰ্থনা জনাইছিল ? প্ৰপাতৰ আৱৰণৰ ভিতৰত বিয়পি থকা

বাহিৰৰ প্ৰকাশ চাগৈ তেওঁলোকৰ কেনেকুৱা লাগিছিল। আন্ধাৰ ৰাতি যদি প্ৰপাতৰ পাছ ফালে বাইঁৰ জুই জলাই দিয়া হয়, তেতিয়া হলে গোটেই উপত্যকা কেনেকুৱা ধৰণৰ গন্ধৰ্ব নগৰী হৈ পৰিব সেই সম্বন্ধে জানো কোনোবাই কল্পনা কৰিছে ?

যেতিয়া ইয়াত বিজুলী শক্তিৰ কল-কাৰখানা তৈয়াৰ হব, তেতিয়া কিছুমান কল্পনা-প্ৰিয় মানুহে এই প্ৰপাতৰ পাছ ফালে নিশ্চয় শাৰী শাৰী বিজুলী বাতি জলাব, আৰু কেতিয়াও সংসাৰে নেদেখা ধৰণৰ ইন্দ্ৰজাল দেখুৱাব। সেই সময়ত গোটেই উপত্যকা এক মহান ৰঙ্গভূমিত পৰিণত হব আৰু ইয়াক চাবৰ কাৰণে চাৰিও দিশৰ ভূ-দেৱে অৱতাৰ গ্ৰহণ কৰিব। কিন্তু সেই সময়ত জানো কাৰোবাৰ ঈশ্বৰলৈ মনত পৰিব ? মোৰ এনেকুৱা লাগে যেন মানুহে নিজৰ বুদ্ধি আৰু শক্তিৰ প্ৰয়োগ ঈশ্বৰক জানিবৰ কাৰণে নকৰি ঈশ্বৰক পাহৰিবৰ যুক্তি আৰু পদ্ধতিৰ সন্ধানৰ কাৰণেহে কৰিছে। সম্ভৱ এনেকুৱা হব পাৰে যে সকলো ফালৰপৰা পৰাজিত হোৱাৰ পাছত আমাৰ বুদ্ধিয়ে ঈশ্বৰক ভালকৈ চিনিব পাৰিব। প্ৰত্যেক বস্তুৰ এক চৰম-সীমা আছে। এই কাৰণে আমাৰ এই জোগ যাত্ৰাও শেষ হল। অত্যন্ত পবিত্ৰ আৰু মধুৰ স্মৃতি বহন কৰি আমি উলটি আহিলোঁ। তথাপি আকৌ এবাৰ তালৈ যোৱাৰ অভিলাষ বৈ গল। এতেকে 'পুনৰাগমনায় চ' শাস্ত্ৰৰ এই শব্দ উচ্চাৰণ কৰি আমি ভাৰত-বৈভৱৰ এই অসাধাৰণ বিভূতিৰপৰা বিদায় ললোঁ।

চেপ্তেম্বৰ ১৯২৭ চন।

## ১৩ ॥ যোগ প্ৰপাতৰ পুনৰ্দৰ্শন

যি দেশত হিমালয়, নীলগিৰি আৰু সহ্যাদ্ৰিৰ নিচিনা উত্তুঙ্গ পৰ্ব্বত, সিন্ধু, নৰ্ম্মদা, ব্ৰহ্মপুত্ৰৰ নিচিনা সুদীৰ্ঘ নদ-নদী, চিল্কা, বুলৰ তথা মঞ্চৰৰ দৰে প্ৰসন্ন সৰোবৰ বিৰাজমান, সেই দেশত যদি দুই এটা মহান ভীষণ আৰু ৰোমাঞ্চকৰ জলপ্ৰপাত নাথাকে তেতিয়াহলে প্ৰকৃতি মাতৃয়ে কৃতাৰ্থতা অনুভৱ কেনেকৈ কৰিব? দক্ষিণ ভাৰতৰ কাৰবাৰ জিলাত তথা মহীশূৰ ৰাজ্যৰ সীমাত এনেকুৱা এটা প্ৰপাত আছে, যি সংসাৰত অদ্বিতীয় বা সৰ্ব্বশ্ৰেষ্ঠ পদৰ একমাত্ৰ অধিকাৰী নহলেও ইয়ো যে সৰ্ব্বশ্ৰেষ্ঠৰ ভিতৰৰে এটা তাত একো সন্দেহ নাই। ইংৰাজ সকলে ইয়াৰ নাম "গিৰসপ্পা ফল্‌চ্" দিছিল। ইয়াৰ স্বদেশী নাম "জোগ"।

লৰ্ড কাৰ্জ্জন যেতিয়া ভাৰতলৈ আহিছিল, তেতিয়া জোগ প্ৰপাত চাবলৈ ইমান উৎসুক হৈ পৰিছিল যে এই দেশলৈ অহাৰ পাছত অলপ আজৰি উলিয়াই তেওঁ জোগ প্ৰপাত চাবলৈ গৈছিল আৰু তাৰ অনুপম সৌন্দৰ্য্য ৰাশি পান কৰি তেওঁ নিজৰ নয়ন তৃপ্ত কৰিছিল। ইয়াৰ পাছৰ পৰা আমাৰ দেশত এই প্ৰপাতৰ সন্মান বৃদ্ধি হল। য'ৰপৰা লৰ্ড কাৰ্জ্জনে প্ৰপাত চাই নিজক কৃতাৰ্থ কৰিছিল সেই ঠাইত মহীশূৰ চৰকাৰে এটা বেদী সজাই দিলে। তাক "কাৰ্জ্জন চিট" বোলে।

প্ৰপাতৰ কাষতে মহীশূৰ চৰকাৰে এটা অতিথি-শালা সাজি দিছে। তাৰ অতিথি সূচীত দেশী-বিদেশী, প্ৰকৃতি প্ৰেমী যাত্ৰী সকলে সময়ে সময়ে নিজৰ আনন্দোদ্‌গাৰ লিখি থৈ যায়। এই উদ্গাৰবোৰ সংগ্ৰহ কৰি যদি প্ৰকাশ কৰা হয়, তেতিয়াহলে সি প্ৰকৃতি-কাব্যৰ এক অসাধাৰণ মঞ্জুষা হৈ পৰিব। এই সকলোবোৰ কাব্য যদি উচ্চ ধৰণৰ হয়, তথাপি জোগৰ প্ৰত্যক্ষ দৰ্শনে এই কাব্যকো চেৰ পেলাব। আৰু মুখৰপৰা হঠাৎ এই উদ্গাৰ ওলাব: "এতাবানস্য মহিমা ততো জ্যায়াংশ্চ পুৰুষঃ।"

শৰাৱতী দেখাত এখন সৰু নৈ। তথাপি তেওঁৰনো বাৰু তিনিটাকৈ

নাম কিয় থোৱা হল? প্ৰথমতে তেওঁক ভাৰঙ্গী বা বাৰগজা বোলা হয়; মাজ ছোৱাত শৰাৱতী, যত তেওঁ প্ৰৌঢ় হৈ সাগৰৰ লগত মিলিত হৈছে তাত তেওঁক বালনদী বোলা হয়। শৰাৱতীৰ প্ৰবাহে যদি এই ৰোমাঞ্চকাৰী প্ৰপাতৰ ৰূপ ধাৰণ নকৰিলেহেঁতেন তথাপি তেওঁ নিজৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ যোগে মানুহৰ মন মুহিলেহেঁতেন। কিন্তু তেতিয়া তেওঁ ভাৰতবৰ্ষৰ অসংখ্য সুন্দৰ নৈৰ নিচিনা এখন নৈ হৈয়ে বলহেতেন। এই প্ৰপাতৰ কাৰণেই শৰাৱতী ভাৰতবৰ্ষৰ এখন অদ্বিতীয় নৈত পৰিণত হৈ গল।

জোগৰ এই অলৌকিক দৃশ্য দৰ্শন কৰিবৰ কাৰণে মই প্ৰথমবাৰ তালৈ ৰাজাজী আৰু আন আন বন্ধুৰ লগত গৈছিলোঁ আৰু তেতিয়াৰ সেই অদ্ভুত দৃশ্য দৰ্শন কৰি নিজৰ কৌতূহল শান্ত কৰিছিলোঁ। এনেতে মানৱ স্বভাৱৰ অনুসৰি মনত এক নতুন প্ৰশ্ন জাগিল, এই নৈ ইমান ওখৰপৰা বাগৰি আগ-ফালেনা কলৈ যায়, আৰু তালৈ গৈ তেওঁৰ ৰূপ কেনেকুৱা হয়? সাগৰৰ লগতনো তেওঁৰ বাৰু মিলন কিমান সুখৰ হয়? এই সকলোবোৰ কেতিয়াবা নহয় কেতিয়াবা এদিন নিশ্চয় চোৱা উচিত। আৰু সম্ভৱ হলে সৰু নবাৰ দৰে শৰাৱতীৰ বক্ষস্থলত নৌকাবিহাৰ কৰিব পাৰিলেতো ভালেই।

অন্তৰাত্মাৰ এই সত্য-সঙ্কল্পৰ প্ৰশ্নক ঈশ্বৰে আশীৰ্ব্বাদ দিলে আৰু এটা যুগ (বাৰ বছৰ) পূৰা হোৱাৰ আগতে আকৌ দ্বিতীয়বাৰ জোগ-দৰ্শনৰ সৌভাগ্য ঘটিল। প্ৰথমবাৰ আমি প্ৰপাতলৈ ওপৰ পিনে গৈছিলোঁ। এই বাৰ নৈৰ মুখৰফালে সোমাই নাৱত বহি বিপৰীত ফালে যাত্ৰা কৰিলোঁ। য'ত নাও বান্ধিলে, তাৰপৰা মটৰৰ সহায়েৰে আমি ঘাট পাৰ হৈ প্ৰপাতৰ মূৰ পালোঁগৈ। তাত শৰাৱতীৰ সেই অৰ্দ্ধচন্দ্ৰাকাৰ উপত্যকাত চাৰিটা প্ৰপাত আছে। সোঁ ফালে 'ৰাজা' নামৰ প্ৰপাত—যি ওপৰৰপৰা একেবাৰে ৯৬০ ফুট তললৈ বাগৰিছে। এওঁৰ ৰাজা নাম সঁচাকৈয়ে সাৰ্থক হৈছে। এওঁৰ জলৰাশি, উন্মাদকতা আৰু সাহস এনেকুৱা যে যাক কোনো জগত-বিখ্যাত সম্ৰাটৰ শক্তিৰ লগত তুলনা কৰিব পাৰি। ইয়াৰ বাওঁফালে মহাৰুদ্ৰৰ দৰে গৰজি থকা "ৰুদ্ৰ" (Roarer) প্ৰপাত গৈ ৰাজাৰ চৰণত পৰে। ৰুদ্ৰৰ ভয়ঙ্কৰ গাজনিত দাঁতি কাষৰৰ দ্বীপ আৰু উপত্যকা বহুত দূৰলৈকে

প্ৰতিধ্বনিত হৈ উঠে। তাৰ ধ্বনি মেঘ-গম্ভীৰ বা সাগৰ-গম্ভীৰ কোনো এটা নামত অভিহিত কৰিব নোৱাৰি। কাৰণ মেঘৰ গাজনিয়ে আকাশক বিদীৰ্ণ কৰা সত্বেও ক্ষণস্থায়ী হয়, আৰু সাগৰৰ চিৰন্তন গৰজনিয়ে জোৱাৰ-ভাটাৰ অনুসৰি নাচি থাকে। রুদ্ৰৰ ধ্বনি অবিৰত, অখণ্ড আৰু ধাৰাবাহিক হয়। সেই ধ্বনিৰ উন্মাদকতাত এক নতুনত্বৰ আভাস পোৱা যায়।

সংসাৰৰ যি কোনো ঠাইতে ৰজা আৰু রুদ্ৰই সম্ৰাটৰ পদবী পাব পাৰে ; কিন্তু জোগৰ প্ৰকৃত বৈভৱ আকাশত নানা ৰূপে উৰি ফুৰা "বীৰভদ্ৰ" ( Rocket )ৰ শুভ্ৰ জলধাৰাৰ কাৰণে। বীৰভদ্ৰ প্ৰপাত হাতীৰ গণ্ডস্থলৰ সিচিনা এক বিশাল শিলাখণ্ডৰ ওপৰত পৰি তাৰ পৰাই ক্ৰমান্বয়ে আকাশলৈ উৰি যায়। ই শঙ্কৰৰ তাণ্ডৱ নৃত্য নেকি ? নহলে মহাকবি ব্যাসৰ নিত্য-নতুন কল্পনাৰ বিলাস ? নাইবা সূৰ্য্যৰ প্ৰতিবিম্বৰ পৃষ্ঠ ভাগৰপৰা বাহিৰলৈ ওলোৱা সৰ্ব্বসংহাৰকাৰী কিন্তু কল্পনাৰ ৰম্য অগ্নিশিখা। নহলে ভূ-মাতাৰ বাৎসল্যজনিত স্তনধাৰাৰ ফোৱাৰা ? এনেকুৱা ধৰণৰ নানা ৰকমৰ কল্পনাই মনত ভুমুকি মাৰে। সচাঁকৈয়ে বীৰভদ্ৰই দৰ্শকৰ চকুক মতলীয়া কৰি দিয়ে

বীৰভদ্ৰৰ বাওঁফালে ক্ষীণকায়া, কৰ্পূৰগৌৰা আৰু অনুদৰী পৰ্ব্বতকন্যা "পাৰ্ব্বতী" ( Lady ) য়ে নিজৰ লাৱণ্যৰ দ্বাৰা আমাক আনন্দ দিছিল। এই চাৰিওটা প্ৰপাতক ৰক্ষা কৰিবৰ কাৰণেহে যেন তেওঁলোকৰ দুয়ো দাঁতিয়ে দুটা পৰ্ব্বত থিয় হৈ আছে। এই চিপাহীয়েনো থিয় হৈ থিয় হৈ বাৰু কি কৰিব ? প্ৰপাতৰ অখণ্ড গৰ্জ্জনক প্ৰতিক্ষণ প্ৰতিধ্বনিত কৰি তোলা, তাৰ ৰামধেনুক ধাৰণ কৰা আৰু নিজৰ শৰীৰক বিভিন্ন ধৰণৰ বনস্পতিৰে সুসজ্জিত কৰি পুলকিত হৈ থকা ইয়েই পৰ্ব্বতৰ অবিৰত প্ৰবৃত্তি হৈ পৰিছে।

এইবাৰ যেতিয়া আমি গৈছিলোঁ, তেতিয়া জহ কালি আছিল। ভাৰতীৰ পানী তললৈ বাগৰি আহিছিল। ক'তো বীৰভদ্ৰৰ জটা দৃষ্টিগোচৰ হোৱা নাছিল। রুদ্ৰৰ অবিৰত চঞ্চলতাও কমি গৈছিল। পাৰ্ব্বতীয়ে এতিয়া বিৰহিণী বেশ ধাৰণ কৰিছে, কম পক্ষেও ৰজাৰ বৈভৱ নিশ্চয় চাব লগীয়া হব আমি সেইটোকে আশা কৰি গৈছিলো। কিন্তু যিদৰে বিশ্বজিৎ যজ্ঞৰ শেষত নিজক ধন্য অনুভৱ কৰা যি কোনো সম্ৰাটে নিজক অকিঞ্চন বুলি

ভাবে আৰু সেই অৱস্থাতো নিজৰ বৈভৱক ব্যক্ত কৰে ৰজাবো এতিয়া ঠিক সেই অৱস্থাই।

আমি এইবাৰ শৰাৱতীৰ সোঁ ফালে অৰ্থাৎ উত্তৰ ফালে আহিছিলোঁ। অতিথিশালাত নোৰোৱাকৈ আমি পোনেই গৈ ৰজা প্ৰপাতৰ ওচৰত থিয় হলোঁ। তাত এফালে চোকা ৰ'দ আৰু আনফালে তলত উৰি ফুৰা বৰফৰ শীতল কুঁৱলী — এই দুয়োৰে মাজত পৰি আমাৰ যি অৱস্থা হৈছিল সি অবৰ্ণনীয়। ৰাজমুকুটৰ দৰে সুশোভিত উত্তপ্ত শিলৰপৰা আমি তলৰ উপত্যকালৈ জুমি চাইছিলোঁ। ওপৰৰপৰা ৰজাৰ যি ধাৰা তললৈ বাগৰিছিল, সি একেবাৰে মাটি পোৱাহি নাছিল। কোনো মদোন্মত্ত হাতীৰ শুঁড়ৰ নিচিনা কৈ এক প্ৰচণ্ড সোঁত ওপৰৰপৰা তললৈ বাগৰা দেখা গৈছিল। তললৈ পৰোতে পৰোতে ই শতধা বিদীৰ্ণ হৈ সহস্ৰ ধাৰাত পৰিণত হৈ গৈছিল, আৰু তাৰ পাছত গৈ সেই ধাৰাবোৰ ডাঙৰ ডাঙৰ জলবিন্দু হৈ যোৱাৰ কাৰণে ইয়াক ঠিক মুক্তাৰ মালাৰ দৰে লাগিছিল। আগলৈ যোৱাৰ পাছত এই মুক্তাবোৰ চূৰ্ণ-বিচূৰ্ণ হৈ গল আৰু তাৰ ডাঙৰ ডাঙৰ কণাবোৰ আমাৰ চকুত পৰিল। ইয়াত সিহঁতে তল ফালে আৰু আগফালে নগৈ স্বচ্ছ বিহাৰ আৰম্ভ কৰিলে। সেই ডাঙৰ কণাবোৰ ছিন্ন ভিন্ন হৈ গল। সিহঁতে পানীৰ সূক্ষ্ম-বিন্দুৰ ৰূপ ধাৰণ কৰি ডাৱৰৰ দৰে বিহাৰ কৰিবলৈ ধৰিলে। কিন্তু ইমানতো প্ৰকৃতি-মাতৃ সন্তুষ্ট নহল। পাছত গৈ এই নীহাৰিকাবোৰেই কুঁৱলী হৈ পৰিল আৰু বতাহৰ ঢৌৰ সৈতে উৰি বতাহক শীতল কৰিবলৈ ধৰিলে। সকলোতকৈ আচৰিত কথা এইটো যে ইমান বিশাল জলধাৰাৰ এটোপালো মাটিত নপৰে। তলৰ মাটি গৰম আৰু ওপৰৰ ঠাণ্ডা। এই স্থিতি দেখি মোৰ ৰজাসকলৰ সঙ্কল্পবিহীন দানৰ কথা মনত পৰিছিল। আকালপীড়িত প্ৰজাসকলক দেখি আমাৰ ৰজাই যেতিয়া মুক্ত হস্তে দান দিবলৈ ধৰে, তেতিয়া ভেওঁলোকৰ জয়নাদত সমস্ত বায়ুমণ্ডল মুখৰিত হৈ পৰে। কিন্তু বেচেৰা দুখীয়া প্ৰজাৰ মুখলৈ হলে চাউলৰ খুদ-কণ এটাও নাযায়। মাজতে কৰ্ম্মচাৰীসকলে সকলো গ্ৰাস কৰি পেলায়।

অলকেশ্বৰৰ অন্তৰতো ৰামধেনুৰ শোভাই হিংসা জগাব পাৰে এনেকুৱাই আছিল ইয়াৰ সৌন্দৰ্য্য। ইয়াত কেৱল পাৰ্থক্য ইমানেই আছিল যে এই

ৰামধেনুবোৰ স্থায়ী নহয়। যেতিয়া বতাহৰ চৌৱে দিশ সলাবলৈ ধৰে, তেতিয়া সেই জলবিন্দুবোৰেও নিজৰ ঠাই সলাই থাকে। এই কাৰণেই যিদৰে পাৰ্ব্বতীৰ ইঙ্গিতত শঙ্কৰে নৃত্য আৰম্ভ কৰিছিল, সেই দৰে এই ৰামধেনু-বোৰকো ইফালে সিফালে দৌৰি ফুৰা দেখা গৈছিল। যদি এক মুহূৰ্ত্তত ই ক্ষীণ হৈ পৰে, তেতিয়া হলে আকৌ পাছ মুহূৰ্ত্ততে মায়াসুৰৰ অট্টালিকাৰ শোভাৰ ৰূপ ধাৰণ কৰে। যিদৰে কৰ্ম্ম কৰিলে ফল পোৱা যায়, সেইদৰে প্ৰত্যেক ধেনুৰ লগত তাৰ প্ৰতি-ধেনুৱে নিজৰ বৰ্ণক্ৰমক সজাই নিজক বিপৰীত ভাবে উপস্থিত কৰে। আমি ঠাই সলোৱাৰ লগে লগে সেই ৰামধেনুবোৰেও ঠাই সলনি কৰিলে। সুৰধনু আৰু সুৰধুনীৰ এই আনন্দ-দায়ক খেল-ধেমালি আমি বহুত সময়লৈকে বিস্ময়-বিমুগ্ধ ভাবেৰে চাবলৈ ধৰিলোঁ। ইয়াক যিমানেই বেচি চোৱা যায়, দৰ্শকৰ তৃষ্ণাও সিমানেই বাঢ়ি যায়। আমি ভাবিছিলো যে আমি ইয়াত দুই এঘন্টামানহে থাকিব পাৰিম। আমাৰ সময়ৰূপী পুণ্য প্ৰতিক্ষণ ক্ষীণ হৈ আহিছে, আৰু অলপ সময়ৰ পাছতে আমি আকৌ মৰ্ত্ত্য লোকলৈ উলটিব লাগিব। সেই কথা আমাৰ মনত আছিল। স্বৰ্গলোভী দেৱতাই যি বিষাদৰ সৈতে স্বৰ্গসুখ উপভোগ কৰে, পৰাক্ৰমী পুৰুষে যিদৰে নিজৰ যৌৱনৰ শেষ মুহূৰ্ত্তত নিজৰ সঙ্কল্প পূৰ্ণ কৰিবলৈ অধীৰ হৈ পৰে, সেইদৰে বিষাদ আৰু অস্থিৰতাৰ সৈতে আমি সকলোৱে সেই গন্ধৰ্ব্ব নগৰীক আমাৰ সমস্ত ইন্দ্ৰিয়ৰ সৈতে উপভোগ কৰিছিলোঁ, আৰু লগে লগে আমাৰ কল্পনাৰ দ্বাৰা সেই আনন্দ শতগুণ হৈ উঠিছিল।

*  *  *

আগদিনাই আমি তিনিখন নাও লৈ ওলাইছিলোঁ। মাজৰ নাৱত লৰা-ছোৱালী আৰু তিৰোতা সকল আছিল আৰু আমি সকলোবোৰ দুয়ো দাঁতিৰ দুখন নাৱত বহিছিলোঁ। তেতিয়া ৰাতি হৈছিল। ওপৰৰ আকাশত জোনবায়ে হাঁহি আছিল। চন্দ্ৰৰ সেই কাব্যক নাৱত থকা কিশোৰীবোৰে হৃদয়ঙ্গম কৰিছিল আৰু তেওঁলোকৰ অন্তৰৰ ভাববোৰ সুৰৰ যোগেদি মূৰ্ত্ত হৈ উঠিছিল। এওঁলোকৰ এই গানৰ সুৰ কাণত পৰাৰ লগে লগে দাঁতিৰ নাৰিকল আৰু তামোল গছবোৰ ৰোমাঞ্চিত হৈ উঠিছিল আৰু সিহঁতে নিজৰ উন্নত মস্তক অলপ দোঁৱাই সেই সুৰ লহৰী পান কৰিছিল। কিশোৰী-

যোৰে ভাগৰ নলগাকৈকে গান গালে। তাৰ পাছত তেওঁলোক শুই পৰিল। চন্দ্ৰ অস্ত গল। চাৰিও ফালে আন্ধাৰৰ সাম্ৰাজ্যই চাটি ধৰিলে। অন্তহীন তৰাবোৰে দাঁতি কাষৰৰ টিলাবোৰ অনিমেষ দৃষ্টিৰে চাবলৈ ধৰিলে। দাঁতি কাষৰৰ নীৰৱ শান্তি শুই আছিল নে নাই সাৰ পাই আছিল কোৱা টান।

যেতিয়া আমি টোপনিৰপৰা সাৰ পালোঁ, তেতিয়া কেতিয়াবা বঠাৰ শব্দ কেতিয়াবা খালাচীবোৰৰ বাঁহৰ লগত যুঁজ-বাগৰ, আৰু কেতিয়াবা এজন খালাচীয়ে আনজনক চিয়ঁৰি মতাৰ শব্দ শুনিবলৈ পাইছিলোঁ। শেহত ৰাতি পুৱাল। চৰাই-চিৰিকতিবোৰে নিজৰ কলৰৱ আৰম্ভ কৰিলে। মই ভাবিলোঁ মাজৰ নাৱত শুই থকা কুলি চৰাইবোৰে যদি সাৰ পায়, তেতিয়াহলে কিমান ভাল হয়। তেওঁলোকে নিজৰ সুৰৰ যোগেৰে মোৰ এই গন্ত নিমন্ত্ৰণৰ উত্তৰ দিলে। গছবোৰে ৰাতি শুনা সুৰৰ কথা মনত পেলালে। "এইটোৱেই ৰাতিৰ সঙ্গীত" ইয়াকে কবৰ কাৰণে এজোপাই আনজোপা গছৰ ফালে চাই নিজৰ মূৰ জোকাৰিবলৈ ধৰিলে। ৰাতিৰ জলবিহাৰ সচাঁকৈয়ে সাত্বিক, শান্তিময় আৰু যৌৱনময় আছিল। যিদৰে এই প্ৰপাতৰ দৰ্শন আচৰিত, ভযাবহ আৰু লোমহৰ্ষক আছিল, সেইদৰেই ইয়াৰ উষা কালৰ জলবিহাৰ সাত্বিক, শান্তিময় আৰু যৌৱনোন্মত্ত আছিল। এতিয়া সেই কিশোৰীবোৰৰ চেহেৰাৰপৰা প্ৰাতঃ কালৰ মুগ্ধ-প্ৰসন্নতা লুপ্ত হৈ গৈছিল। "ইমান আচৰিত দৃশ্যৰ সৃষ্টি কেনেকৈ হল? সচাঁকৈয়ে আমি পৃথিৱীত আছোঁ নে স্বপ্নলোকত?" তেওঁলোকৰ চেহেৰাৰ ভিতৰত এই বিস্ময় স্পষ্টভাৱে প্ৰতিফলিত হৈ পৰিছিল। তেওঁলোকে এজনীয়ে আনজনীৰ চকুলৈ চাই নিজৰ বিস্ময় প্ৰকাশ কৰিছিল। আৰু তেওঁলোকৰ এই বিস্ময় দেখি আমি এনেকুৱা গৰ্ব্ব অনুভৱ কৰিছিলোঁ যেন এই কাব্যময় সৃষ্টিৰ আমিহে বিধাতা।

খাবৰ সময় হল। আমি নাৱৰপৰা উঠি এখন গাঁৱৰ ওচৰ পালোঁহি। তাত এটা ধানবনা ঢেকীৰ কল আছিল। সেই ঢেকীয়ে ঢক্-ঢক্-ঢক্ শব্দ কৰি দুখীয়া মানুহৰ শান্তি, স্বাস্থ্য আৰু আজীবিকা নষ্ট কৰি পেলাইছিল। আমি তৃপ্তিৰ সৈতে দুপৰীয়াৰ আহাৰ খালোঁ আৰু আমাৰ অপেক্ষাত থিয় হৈ থকা মটৰত উঠিলোঁ।

পেট্ৰোলৰ এটা টিনত অকণমান তেল বাকী আছিল। আমাৰ সাৰথিয়ে তাত পানী ভৰাই আনি মটৰত ভৰালে। পানী গৰম হৈ পৰিল আৰু তেলৰ খোৱা পানীৰ লগত মিহলি হৈ গল। এতিয়া খোজে পতি মটৰ ৰৰলৈ ধৰিলে। গৰ্জন কৰিবলৈ লাগিল। অভিযোগ কৰিবলৈ ধৰিলে আৰু লগে লগে মটৰৰপৰা দুৰ্গন্ধ ওলাল। আমি অতিষ্ঠ হৈ পৰিলোঁ। প্ৰথমতে খঙো উঠিল। কিন্তু শেহত যেতিয়া কোনো উপায় নাই বুলি বুজিলো তেতিয়া শান্ত হৈ পৰিলোঁ। বঙ্গালী ভাষাৰ এটা যোজনালৈ মোৰ মনত পৰিল—"তেলে জলে মিশ খায়না"। কোনো ৰকমে অতি কষ্টত আমি পানী থকা ঠাই পালোহি আৰু মটৰৰপৰা আগৰ বিপ্লৱী পানী উলিয়াই পেলাই বিশুদ্ধ পানী ভৰাই ললোঁ। ইয়াৰ পাছত আমাৰ পথ একেবাৰে সুগম হৈ পৰিল।

বহুত বছৰৰ পৰা এই আলোচনা চলি আছে যে—গিৰসপ্পা প্ৰপাতৰ পৰা বিজুলী শক্তি তৈয়াৰ কৰিব পৰা যাবনে নাযায়। শৰাৱতীৰ পানী এফালৰ পৰা আনফালে ঘুৰাই ডাঙৰ ডাঙৰ নলৰ যোগেদি তললৈ আনি তাৰ সহায়েৰে যদি বিজুলী শক্তি প্ৰয়োগ কৰা হয়, তেতিয়া হলে গোটেই মহীশূৰ ৰাজ্যক কম দামত বিজুলী শক্তি দিব পৰা যাব। কেৱল ইমানেই নহয়— উত্তৰ আৰু দক্ষিণ কানাড়া জিলাকো বিজুলী শক্তি যোগাব পৰা হব। ইয়াৰ দ্বাৰা মানুহো বৰ উপকৃত হৈ পৰিব। কিন্তু এনে কৰিলে সেই অদ্ভুত ৰম্য প্ৰাকৃতিক দৃশ্য চিৰদিনৰ কাৰণে নষ্ট হৈ যাব। এই দুয়োটা প্ৰশ্নৰ ভিতৰত কোনটো অভিপ্ৰেত এতিয়ালৈকে ইয়াৰ নিৰ্ণয় কৰিব পৰা নাই। ইয়াৰ দ্বাৰা হেজাৰ হেজাৰ নহয় লাখ লাখ মানুহে পেট ভৰাই খাবলৈ পাব। শ শ বৈজ্ঞানিকে নিজৰ যোগ্যতাক সিদ্ধ কৰিবলৈ সুযোগ পাব। হেজাৰ হেজাৰ জন্তু-জানোৱাৰৰ দুঃখ দূৰ হব। যদি এঠাইত এই ধৰণৰ কাৰখানা সফল হয়, তেতিয়া হলে ভাৰতবৰ্ষৰ সকলো প্ৰপাতক এনেকুৱা কামত লগাব লাগিব আৰু চিৰদিনৰ কাৰণে দেশৰ এক মহান শক্তিৰ উপকাৰিতা উপলব্ধি কৰিব পৰা যাব। তেনেহলে কেৱল জানো এই ৰমণীয় দৃশ্যৰ লোভত বহুতৰ হিতকৰ এই পৰিকল্পনাক আমি বাদ দিম? কলাৰ উপভোগৰ জানো কোনো নিৰ্দ্দিষ্ট সীমা আছে? নিজৰ ৰাণীৰ

মনোবিনোদৰ কাৰণে ৰাজধানী বোমত জুই জলাই দিয়া নীৰোৰ চুলতানী বৃত্তিৰ ভিতৰত আৰু এনেকুৱা ধ্বংসৰ কলা ভক্তিৰ ভিতৰত প্ৰভেদ কি? এই প্ৰশ্নৰ উত্তৰত যিবোৰ কথা কোৱা হৈছে তাক আলোচনা কৰাৰ আগতে অলপ আন বিষয়ে ভবা আৱশ্যক। যেতিয়া ইউৰোপত মহাযুদ্ধ লাগিল, আৰু লাখ লাখ নব-যুবক টোপ আৰু বন্দুকৰ গুলিত নিহত হল, তেতিয়া সাহিত্য-শিৰোমণি ৰোঁমা-ৰোলাৰ হিয়া পমি গল আৰু আন মানুহৰ-দৰে তেওঁ স্বয়ং ঘূণীয়া মানুহবোৰৰ সেৱাৰ ভাৰ ললে। কিন্তু যেতিয়া উভয়-পক্ষৰ শত্ৰুৱে এজনে আনজনৰ কলাপূৰ্ণ প্ৰসাদৰ ওপৰত বোমা বৰ্ষণ কৰিলে, তেতিয়া তেওঁৰ কলাপ্ৰিয় আত্মা ব্যাকুল হৈ উঠিল আৰু তেওঁ খুব গম্ভীৰ শব্দেৰে গোটেই ইউৰোপক সতৰ্ক কৰি দিলে—"হে দুৰাত্মা! তোমালোকে যদি এজনে আনজনক মাৰিব খুজিছা, তেতিয়া হলে মাৰি পেলোৱা, যদি তুমি এই সংসাৰৰ পৰা একেবাৰে নষ্ট হৈ যাব খুজিছা নষ্ট হৈ যোৱা। কিন্তু এই কলা-কীৰ্ত্তিবোৰ যে আত্মাক অভিব্যক্ত কৰা অমৰ কীৰ্ত্তি—। ইয়াৰ দ্বাৰাই সমস্ত মানৱ জাতিৰ আত্মাই নিজে নিজক ব্যক্ত কৰিছে, আন নহলেও অন্ততঃ এইবোৰক নাশ নকৰিবা!!"

ইউৰোপৰ আত্মাই ৰোঁমা ৰোলাৰ আৰ্য-বাণী শুনিলে, আৰু যুঁজাৰু পক্ষই কলা-কীৰ্ত্তিৰ সংহাৰ বন্ধ কৰি দিলে। এতিয়া এইটো প্ৰশ্ন উঠে যে কলা-কীৰ্ত্তিবোৰ সচাঁকৈয়ে মানৱ আত্মাৰ অভিব্যক্তিৰ পৰিচায়ক নে প্ৰেৰক? নহলে উচ্চ অভিৰুচিৰ আৱৰণৰ অন্তৰালত থকা বিলাসিতাৰ সাধন-সামগ্ৰী? যি কলাক ভালকৈ চিনে তেওঁ ততালিকে কৈ দিব যে কলা আৰু বিলাসিতাৰ ভিতৰত স্বৰ্গ আৰু মৰ্ত্ত্যৰ প্ৰভেদ। প্ৰকৃত কলা কৃতিৰদ্বাৰা যি নিৰতিশয় আনন্দ পোৱা যায়, সচাঁকৈয়ে সি নিদ্ৰিত আত্মাক জাগ্ৰত কৰে। কোটি কোটি বাষ্পেৰে বিদ্যুৎ শক্তি জন্ম দি লাখ লাখ মানুহৰ জীৱিকাৰ উপায় কৰা বৰ সহজ কথা নহয়। কিন্তু কলাৰ দ্বাৰা অসংখ্য মানুহে যি আনন্দ লাভ কৰে সি তেওঁলোকৰ আত্মাক পোষণ কৰা সামগ্ৰী।

জোগ কোনো মানৱ-কৃত কলা-কৃতি নহয়, বৰং সি কলাকাৰ সকলক একেলগে ভব্যতা আৰু সভ্যতাৰ শিক্ষা আৰু দীক্ষা দিয়া প্ৰকৃতি মাতাৰ অলৌকিক বিভূতি। তাক নষ্ট কৰা নাস্তিকৰ বিদ্ৰোহৰ নিচিনা। তাক

নষ্ট কৰাৰ আগতে আমি এশবাৰ ভাবিব লাগিব। জোগ প্ৰপাত বৰ্ত্তমান যুগৰ সম্পত্তি নহয়। আমাৰ পূৰ্বজ ঋষিসকলে তাৰ পাৰত বহি ঈশ্বৰৰ উপাসনা কৰিছিল, আৰু আমাৰ ভৱিষ্যত বংশধৰ সকলে তাক দৰ্শন কৰি নিজৰ জীৱনৰ অজ্ঞাত আত্মানুভূতি আৰু শক্তিৰ সাক্ষাৎকাৰ কৰিব। আমি যেন ভৌতিক বাদৰ আশ্ৰয় লৈ "অল্পস্য হেতোৰ্বহু হাতুমিচ্ছন্" নিচিনা জড় নহওঁ। এই প্ৰপাতক সুৰক্ষিত কৰি ৰাখি ইয়াৰপৰা যদি কোনো জনহিতকৰ কাম কৰিব পৰা যায়, তেতিয়া হলে মানৱ বুদ্ধিৰ কাৰণে এই কথা একো অসম্ভৱ নহয়। কিন্তু এই তাণ্ডৱ যোগৰ দৰ্শনৰ পৰা মনুষ্য জাতিক বঞ্চিত কৰাৰ কাৰো অধিকাৰ নাই। মন্দিৰত যিদৰে আমি মূৰ্তি স্থাপন কৰো, সেইদৰে প্ৰকৃতিয়েও ইয়াত আমাৰ আগত বিৰাট স্বৰূপৰ ভৰা প্ৰতিমা স্থাপন কৰিছে। ইয়ালৈ কেৱল দৰ্শন, ধ্যান আৰু উপাসনাৰ কাৰণে অহা উচিত আৰু অন্তৰত যদি তেনেকুৱা কিবা শক্তি আছে, তেতিয়াহলে ইয়াৰ লগত একাকাৰ হৈ যোৱা উচিত। এয়েই আমাৰ অধিকাৰ।

মে' ১৯৩৮ চন।

## ১৪ ॥ জোগৰ শুকান প্ৰপাত

মনত নপৰে কোন কবিয়ে এই ভাৱক প্ৰকাশ কৰিছিল, কিন্তু তেওঁৰ এই ভাৱক মই ইয়াত নিজৰ ভাষাত ব্যক্ত কৰিছোঁ।

"সাগৰৰ উঠি থকা ঢৌবোৰ সচাঁকৈয়ে বৰ ভয়ঙ্কৰ যেন লাগে। কিন্তু যদি তাৰ সকলো পানী শুকাই তলি উদং হৈ যায়, তেতিয়া হলে হেজাৰ হেজাৰ মাইললৈকে বিয়পি থকা ডাঙৰ ডাঙৰ খালবোৰ যে কিমান ভয়াবহ লাগিব, সেইটো কল্পনা কৰাও টান। এইটো ঠিকেই যে যদি কোনো দুৰাচাৰী মানুহৰ হাতত সম্পত্তিৰ ভঁৰাল থাকে, তেতিয়াহলে তেওঁ তাৰ অসদ ব্যৱহাৰ কৰি মানুহক দুঃখত পেলাব। কিন্তু যদি তেওঁৰ সেই সম্পত্তি

ধ্বংস হৈ যায় আৰু দীন-দৰিদ্ৰ হৈ পৰে, তেতিয়া হলেও জানো তেওঁ নিজৰ এই অসৎ প্ৰবৃত্তি এৰিব ? এই কাৰণেই হয়তো প্ৰকৃতিয়ে সাগৰক পানীৰে ভৰপূৰ কৰি থৈছে আৰু দুৰাচাৰী মানুহৰ হাততো দুষ্টতাৰূপী জুই নুমাবৰ কাৰণে যথেষ্ট সম্পত্তি দিছে।"

জোগ প্ৰপাতত ৰাজা আৰু ৰুদ্ৰৰ শুকান প্ৰপাত দেখি কবিয়ে ওপৰত কোৱা উক্তিৰ কথা মনত পৰাৰ যদিও কোনো কাৰণ নাছিল, তথাপি সেই উক্তি মনত পৰিল।

১৯২৭ চনত যেতিয়া মই প্ৰথম জোগ প্ৰপাত দেখিছিলোঁ, তেতিয়া তাৰ বৈভৱ ষোল কলাৰে পৰিপূৰ্ণ আছিল। পানীৰ প্ৰধান প্ৰপাত নিজৰ প্ৰচণ্ড জলৰাশিৰ লগত ৮৪০ ফুট তললৈ জপিয়াই আহি তলৰ উপত্যকাক প্ৰপাতৰ প্ৰবাহৰ দ্বাৰা নিৰ্ম্মিত হোৱা ১৫০ ফুট দ পুখুৰীত পৰিছিল। এই প্ৰধান প্ৰপাতৰ মান বঢ়াবৰ কাৰণে তাৰ দুয়োফালে মুক্তাৰ মালাৰ দৰে পানীৰ অসংখ্য ধাৰা নানাৰূপেৰে বাগৰি আছিল। তাৰ দক্ষিণ ফালে বেঁকা জগলাৰ ওপৰেদি ৰুদ্ৰই জপিয়াই আহি আধাতকৈ অধিক পানী নষ্ট হোৱাৰ পাছত ৰজাৰ পানীত পেলাই দিছিল। প্ৰায় তল পোৱাৰ পাছতহে ৰজাৰ গৰ্জন আৰম্ভ হৈছে। ৰুদ্ৰ প্ৰপাতে ৰাৱণৰ দৰে জন্ম হোৱাৰ লগে লগে চিয়ঁৰিবলৈ ধৰিছে।

দুয়োটা প্ৰপাত অদ্ভুত ধৰণৰ। কিন্তু সেই সময়ত মোৰ চকুত যি দৃশ্য অলৌকিক যেন লাগিছিল সি হৈছে জঁটাৰ নিচিনা বীৰভদ্ৰৰ চঞ্চল ধাৰা। এই দৃশ্য মই আৰু পাছত কেতিয়াও দেখা নাছিলোঁ। কোনো ছবিতো বীৰভদ্ৰৰ সেই জঁটা দেখা নাই।

শেহৰ প্ৰপাত পাৰ্ব্বতী। তেওঁক দেখিলেই নাৰীসুলভ উদাৰতাৰ কথা মনত পৰে। দহ বছৰৰ পাছত যেতিয়া মই জোগৰ দৰ্শন কৰিলোঁ, তেতিয়া ৰজাৰ সোঁত যথেষ্ট ক্ষীণ হৈ পৰিছিল। বীৰভদ্ৰৰ জঁটাবোৰ নষ্ট হৈ গৈছিল। ৰুদ্ৰৰ গৰ্জনি যদিও কমা নাছিল, তথাপি জোগৰ ক্ষীণ প্ৰপাতৰ লগত তাৰ সেই বিৰাট তালৰ সংযোগ হোৱা নাছিল আৰু পাৰ্বতীতো একেবাৰে কৃশাঙ্গী তপস্বিনীৰ নিচিনা হৈ পৰিছিল। কিন্তু প্ৰপাতৰ শীতল ভাপৰপৰা উৎপন্ন হোৱা বামধেনুৰ সৌন্দৰ্যত এই সকলো দ্বিধা পাহৰাই

দিব পৰা বিশেষত্ব আছিল। যি ফালৰ পৰাই এই শোভা চোৱা যায়, সেইফালৰ পৰাই বামধেনুৱে নিজৰ মুখ ঘূৰাই নতুন নতুন সৌন্দৰ্য প্ৰকাশ কৰিছিল।

আকৌ ঠিক দহবছৰ পাছত যেতিয়া আমি এইবাৰ জোগপ্ৰপাত চাবলৈ গলোঁ। যেতিয়া চাৰিটা প্ৰপাতৰ ভিতৰত তিনিটা একেবাৰেই শুকাই গৈছে। ৰুদ্ৰৰ অভাৱত চাৰিওফালে শ্মশানৰ নিচিনা শান্তি বিৰাজমান হৈ আছিল। "ৰজা" শুকাই যোৱা কাৰণে তাৰ পাছফালে দুটা ডাঙৰ ডাঙৰ ফাট মেলিছিল যি আওৰঙ্গজেবে উলিয়াই পেলোৱা সম্ভাজীৰ দুটা চকুৰ নিচিনা ভয়াবহ যেন হৈ পৰিছিল।

পাৰ্ব্বতী যেন দক্ষযজ্ঞলৈ গৈ ভষ্ম হৈ গৈছে আৰু বীৰভদ্ৰক এনেকুৱা লাগিছে যেন দক্ষক নাশ কৰাৰ পাছত অলপ শান্ত হৈ নিজৰ প্ৰভুৰ শঙ্কৰেকৰ মৃত্যুৰ কাৰণে নীৰৱে চকুপানী টুকিছে। এনেকুৱা বিষণ্ণতা হয়তো মহাভাৰতৰ যুদ্ধৰ পাছত কুৰুক্ষেত্ৰতো দেখা পোৱা নগৈছিল।

প্ৰথমবাৰ আমি শিমোগা সাগৰৰ পথেদি গুজৰাটৰ বানপানীৰ সময়ত গৈছিলোঁ। দ্বিতীয়বাৰ ইৰাদতন সাগৰৰ সীমাৰ বিপৰীত ফালেদি গৈছিলোঁ। শৰাৱতীৰ পানীত ওপৰৰ ফালে যাত্ৰা কৰি আমাৰ পূৰ্ব্বপুৰুষসকলে কৈছে—'নদীমুখেনৈব সমুদ্ৰমাৱিশেৎ' এই উপদেশৰ বিপৰীতে আমি শৰাৱতীৰ সাগৰ-সঙ্গমত নাৱত বহি প্ৰতিকূল ফালৰপৰা প্ৰপাতৰ দাঁতিলৈকে গলোঁ, আৰু তাৰপৰা পৰ্ব্বতৰ ঠেক বাটেদি ওপৰলৈ উঠি প্ৰপাতৰ মূৰ পালোঁগৈ। এইবাৰ আমি তৃতীয় পথেদি যাত্ৰা কৰিলোঁ। শিৰসীয়েদি সিদ্ধাপুৰ হৈ বম্বেৰ ফালে থকা প্ৰপাতৰ মূৰলৈ গলোঁ আৰু তাত ৰজাৰ মূৰৰ ওপৰত বিৰাজমান হৈ থকা এটা ডাঙৰ শিলত আউজি তলৰ লোমহৰ্ষক দৃশ্য চালোঁ। আলাৰ নিচিনা ভয়াবহ ফাটৰ মূৰৰ ফালৰপৰা তললৈ চালে গোটেই শৰীৰ কঁপি উঠে। মনত এইটো সন্দেহ নোপজাকৈ নাথাকে যে এই শিলে নিজৰ ভাৰত কৰবাত বাগৰি নপৰিবনে?

এই শিলৰ দাঁতিত সিমানেই ডাঙৰ আৰু ভয়াবহ ঠাইত আন এটা শিল আছে। প্ৰাচীন কালত সেই শিলৰ ওপৰত কোনো ৰজাক হয়তো লগ্ন মণ্ডপৰ কাৰণে থিয় কৰোৱা হৈছিল। সেই মণ্ডপৰ চাৰিটা স্তম্ভ যত আছিল

তাত এতিয়াও সেই বেদী দেখা যায়। এই ভয়াবহ প্ৰপাতৰ ফাটৰ দাঁতিত মণ্ডপ কৰি বিয়া কৰোৱা ৰজাৰ কাব্যময় বুদ্ধিক ধন্যবাদ। এনেকুৱা বিলাসী ৰজাই যি ৰাজকুমাৰীক বিয়া কৰাইছিল, এই মণ্ডপত বহিবৰ সময়ত চাগৈ সেই ৰাজকুমাৰীৰ কেনেকুৱা লাগিছিল। কোনোৱে কয় যে অত্যধিক বেগেৰে বগাল সেই ৰজাৰ নামেৰে এই প্ৰপাতৰ নাম "ৰজা" ৰখা হল। মই মনতে ভাবিলোঁ—তেওঁ বিয়া কৰোৱা ৰাজকুমাৰীৰ নাম যেতিয়া আমি নাজানো তেতিয়া আমি তেওঁক পাৰ্ব্বতীনো নোবোলো কিয়? পৰ্ব্বতৰ ফাটৰ কাষত তেওঁলোকৰ বিয়া হৈছিল, গতিকে তেওঁক পাৰ্ব্বতী বুলিবলৈ এয়েই যথেষ্ট নহয় জানো?

পৰ্ব্বতৰ এনেকুৱা দ ফাট্ যে মই দেখা নাই এনে নহয়। কিন্তু ৰজাৰ তলৰ ফাটৰ মুখ কালপুৰুষৰ মুখতকৈও দ আৰু ডাঙৰ। তাৰ ভিতৰত চৰায়ে য'ত ঠাই পায় ত'ত নিজৰ বাঁহ সাজে, বিচাৰি অনা শস্যবোৰ গোটাই থয়। বগ্বৰ ফালৰপৰা বা উত্তৰ ফালৰপৰা প্ৰাণভৰি চোৱাৰ পাছত আমি মটৰেৰে পূবফালে গলোঁহঁক। তাত দুখন নাও বান্ধি এখন মাৰ নাৱৰ ওপৰত আমাৰ মটৰ তুলি লৈ আমি শৰাৱতী নৈ পাৰ হৈ দক্ষিণ ফাল পালোঁহি। তাত মহীশূৰ চৰকাৰৰ অতিথিশালাৰ ওচৰৰপৰা আকৌ এবাৰ গোটেই ফাটৰ দৃশ্য চলোঁ। বিশ বছৰৰ আগতে ইয়াৰ পৰাই ৰজা, বীৰভদ্ৰ আৰু পাৰ্ব্বতীৰ দেৱ-দুৰ্লভ দৃশ্য চাইছিলোঁ। এইবাৰ শুকান দৃশ্যৰ ভিতৰতো যে কাব্য নাছিল এনে নহয়। এটাৰ তলত এটাকৈ দুটা প্ৰকাণ্ড শিল ৮৪০ ফুট ওপৰত আছিল। এনেকুৱা দৃশ্য বিধাতাৰ এই বিচিত্ৰ সৃষ্টিৰ প্ৰত্যেক ঠাইতে দেখিবলৈ পোৱা যায় জানো? মোৰ মনক আবৃত কৰি ৰখা বিষাদ মই এই গছবোৰত দেখা নাছিলোঁ। দুয়োটা ফাটত উৰি ফুৰা চৰাইবোৰৰ ভিতৰতো বিষণ্ণতাৰ চিন-চাব নাছিল। আকাশত সাঁতুৰি থকা আৰু প্ৰপাতৰ ফাটত জুমি চাই থকা মেঘবোৰো গম্ভীৰ যেন নালাগিছিল। তেতিয়া হলে ৰিক্ততাৰ এই দৃশ্য দেখি মই নিজেনো কিয় ইমান ব্যাকুল হৈ পৰিছোঁ? বিশ বছৰৰ আগতে ইয়াত দেখা জল সমৃদ্ধিৰ কথা মনত পৰা কাৰণেই নেকি? নহলে দহ বছৰৰ আগতে ইয়াৰ ভিতৰত দেখা ৰামধেনুৰ কথা মনত পেলাই? কিন্তু সেই জল সমৃদ্ধি, আৰু বৰ্ণ বৈচিত্ৰ্য,

সেই চমৎকাৰ চিৰদিনৰ কাৰণে লুপ্ত হৈছে জানো ? হেজাৰ হজাৰ বছৰৰ পৰাই বোধকৰো প্ৰত্যেক গ্ৰীষ্ম কালতে আমি এনেকুৱা বিকৃতা দেখিবলৈ পাওঁ। আৰু প্ৰত্যেক বৰ্ষাকালত ভাৰতীয়ে গোটেই উপত্যকাক জলমগ্ন কৰি পেলায়। এই নিয়ম চলি থাকিব। তেতিয়া হলে "তত্ৰ কা পৰিদেৱনা ?"

জোগ প্ৰপাতৰ এই তৃতীয় দৰ্শনৰ পাছত আমি ইয়াৰ ইতিহাসৰ নতুন অধ্যায় মেলিলোঁ। বিশ বছৰৰ আগতে মই শুনিবলৈ পাইছিলোঁ যে মহীশূৰ চৰকাৰে এই প্ৰপাতৰ পানীৰ দ্বাৰা বিজুলী তৈয়াৰ কৰিব খুজিছে। বম্বে চৰকাৰ আৰু মহীশূৰ চৰকাৰ মাজত এই সম্বন্ধে পত্ৰ বিনিময় কৰা হৈছে। এতিয়ালৈকে এই দুয়ো চৰকাৰ একমত হব পৰা নাই আৰু এই কাৰণেই এই বৈদ্যুতিক পৰিকল্পনাক এতিয়াও কামত লগাব পৰা নাই। ঈশ্বৰে যেন দুয়ো চৰকাৰক একমত নকৰে—সেই সময়ত মই মনে মনে তাকেই খাটিছিলোঁ।। মোৰ মনত ভয় আছিল যে বিজুলী তৈয়াৰ কৰি কল কাৰখানা চলালে ইয়াৰ যোগেদি দেশৰ সমৃদ্ধি বঢোৱাৰ চলেৰে দেশৰ দুখীয়া ৰাইজক শোষণ কৰাহে হব। আৰু ইয়াতকৈয়ো বেচি ব্যাকুলতাৰ কথা এয়েই আছিল যে যন্ত্ৰ-পাতি চলালে এই প্ৰপাত নষ্ট হৈ যাব আৰু চিৰদিনৰ কাৰণে প্ৰকৃতিৰ এই ভব্য দৰ্শন বিলুপ্ত হৈ পৰিব। কিন্তু সৌভাগ্য বশতঃ মোৰ এই ভয় সঁচা নহল। ইঞ্জিনিয়াৰ সকলে প্ৰপাতৰ অলপ ওপৰত এটা বান্ধ বান্ধি তাত পানী জমা কৰি থৈছে। এতিয়াও এই কাম সম্পূৰ্ণ হোৱা নাই। বান্ধ বান্ধি যি পানী ৰাখি থোৱা হৈছে, সেই চাৰিওটা খালৰ পানী একে লগে নি মহীশূৰৰ ফালে প্ৰপাতৰপৰা অলপ দূৰত ওপৰৰ পৰা তললৈ এৰি দিয়া হৈছে—প্ৰপাতৰ ওপৰত নহয় বৰং বেঁকা-বেঁকি কৰি মহাকায় চাৰিটা নলৰ দ্বাৰা। নলৰ যোগেদি গৈ পানী য'ত পৰেগৈ তাত এই পানীৰ গতিত চলা যন্ত্ৰ থৈ তাৰপৰা বিজুলী শক্তি উৎপাদন কৰা হয়। এতিয়া ইয়াত ইমান বিজুলী উৎপাদন হব যে ই মহীশূৰ ৰাজ্যৰ দৰিদ্ৰতাক দূৰ কৰি অলপ হায়দৰাবাদ ৰাজ্যকো দিব পাৰিব। শৰাৱতী নৈ বম্বে ৰাজ্যৰ হোন্নাবৰ অঞ্চলৰ সীমাইদি গৈছে। সেইকাৰণে এতিয়া বম্বে চৰকাৰকো কেই-হেজাৰমান কিলোৱাট বিজুলী দিব লাগিব। ন্যায়সঙ্গত ভাবে এই বিজুলীৰ

ওপৰত সকলোতকৈ প্ৰথমতে ছোম্নাবৰ অঞ্চল আৰু কাৰবাৰ জিলাবহে অধিকাৰ আছে। কিন্তু ঔদ্যোগিক দৃষ্টিৰ ফালৰ পৰা এই জিলা এতিয়াও আগ বঢ়া নাই। সেই কাৰণে এইটো স্থিৰ কৰা হৈছে যে ধাৰবাড় জিলাকে বিজুলী শক্তি দিয়া হওক। এই বাবে কাৰবাৰ জিলাৰ মানুহ অসন্তুষ্ট হৈছে। কাৰবাৰ জিলাৰ খনিজ সম্পত্তি আৰু উদ্ভিদ্ সম্পত্তি ধাৰবাড় জিলাতকৈ শতগুণে বেচি। সাগৰৰ পাৰত থকা কাৰণে কাৰবাৰ জিলাৰ বেহা-বেপাৰ যথেষ্ট পৰিমাণে বাঢ়ি যাব, আৰু কাৰবাৰ জিলাত কালী, গঙ্গাৱলী, অঘ-নাশিনী আৰু শৰাৱতী এই চাৰিখন নৈত নাৱৰ আৱাগমন অনুকূল হোৱাৰ কাৰণে এই জিলাৰ উদ্যোগীকৰণো সহজ। কিন্তু এই জিলাত তেনেকুৱা ডাঙৰ উদ্যোগ নাই বুলি আজি ইয়াত বিজুলী শক্তি দিবলৈ আপত্তি কৰা হৈছে আৰু তাৰ ওচৰত বিজুলী শক্তি নথকাৰ কাৰণে তাত উদ্যোগো বঢ়াব পৰা নহব বুলি তেওঁলোকক শুনাই দিয়া হৈছে।। তামিল ভাষাত এটা যোজনা আছে যে—"বিয়া নোহোৱাৰ কাৰণেই ছোৱালীৰ পাগলামি গুচা নাই আৰু পাগলামি গুচা নাই কাৰণেই তাইৰ বিয়া হোৱা নাই।" ইয়াৰ পৰিস্থিতিও এনেকুৱাই।

মই আশা কৰিছোঁ যে আমাৰ চৰকাৰে এই অন্যায় দূৰ কৰিব আৰু কাৰবাৰ জিলাই নিশ্চয় শৰাৱতীৰ বিজুলী পাব। ইয়াৰ বাহিৰে কাৰবাৰৰ ওচৰত উচঁল্লী মাগোদ্ৰৰ নিচিনা আন সৰু ডাঙৰ তিনি-চাৰিটা প্ৰপাত আছে। শৰাৱতীৰ বিজুলী পালে তাৰ সহায়েৰে আন প্ৰপাতকো কামত খটুৱাব পৰা যাব আৰু তেতিয়াহলে কাৰবাৰ জিলাত ৰবযুগৰ দৰে বিজুলী শক্তি উৎপাদন হব। য'ত চাৰিখন নৈ পৰ্ব্বতৰ ওপৰৰপৰা তলত পৰিছে, তাত মানুহে আজি নহয় কাইলৈ ব্যৱসায়ৰ কাৰণে নিশ্চয় বিজুলী শক্তি উৎপাদন কৰিব।

মই এই কাৰণেই সন্তোষ পাইছো যে শৰাৱতাৰ পানীৰ দ্বাৰা বিজুলী শক্তি তৈয়াৰ কৰা সত্ত্বেও জোগ প্ৰপাতৰ প্ৰাকৃতিক স্বৰূপ অলপো নষ্ট হোৱা নাই। বাস্তৱ কাৰণে লাগিলে যিমান পানীয়েই ৰাখি থোৱা হয়, তথাপি নৈৰ সামান্য প্ৰবাহত পানীৰ অভাব নহয়। ৰবযুগৰ পানী ভৰাই দিয়াৰ পাছত এই চিৰন্তন প্ৰবাহ অবিৰাম হৈ থাকিব। ইয়াত প্ৰবাহৰ দিক, গতি

বা পানীৰ ভঁৰাল কোনো এটাৰে নাটনি নহব। বৰং এয়েই লাভ হব যে হেজাৰ হেজাৰ বছৰৰ পৰা যি প্ৰপাত শুকাই আহিছে এতিয়া কেতিয়াবা তাক ইচ্ছা কৰিলে আমি এই পানীৰ ভঁৰালৰপৰা পানী আনি থবালিৰ সময়তো বাৰিষাৰ দৰে ইয়াৰ ভয়াবহ ৰূপৰ দৰ্শন কৰিব পাৰিম। যাক দেখি আকাশৰ উম্বপা দেৱতাসকলো বিস্মিত হৈ পৰিব। ধন্য হে মানৱী বিজ্ঞান।

এপ্ৰিল ১৯৪৭ চন।

## ১৫। গুৰ্জৰ মাতা সাবৰমতী

ইংৰাজ চৰকাৰৰ বিৰুদ্ধে অসহযোগ মন্ত্ৰৰ দ্বাৰা মহাত্মাজীয়ে স্বৰাজ আন্দোলন কৰিছিল। আহমদাবাদত গুজৰাট বিদ্যাপীঠৰ স্থাপন কৰা হৈছিল। এই মহাবিদ্যালয়ত স্বাধীনতাপ্ৰেমী যুবক সকল গোট খাইছিল। তেওঁলোকে নিজৰ আশা-আকাঙ্ক্ষা আৰু কল্পনা প্ৰকাশ কৰিবৰ কাৰণে এখন মাহেকীয়া আলোচনী উলিয়াব খুজিলে। তেওঁলোকে আহি মোক সুধিলেহি—মাহেকীয়া আলোচনীখনৰ নাম কি ৰাখিম? কি ৰাখিলে ভাল হব? সেইটো এনেকুৱা এটা যুগ আছিল যি সময়ত দদায়েকেও ভতিজাকৰ কাম কৰিব লগীয়া হৈছিল।

মই কলোঁ—"মাহেকীয়া আলোচনী আজিকালি বহুত ওলাইছে। তোমালোকে দুমাহে দুমাহে আৰু ঋতুৱে ঋতুৱে নতুন সাজত এখন আলোচনী প্ৰকাশ কৰা আৰু তাৰ নাম "সাবৰমতী" থোৱা।" দুমহীয়া আলোচনীৰ কথা শুনি সকলোৱে ভাল পালে। কিন্তু "সাবৰমতী" নামটো শুনি কলে কোনেও ভাল নাপালে। সাবৰমতী হৈছে আমাৰ চিৰপৰিচিত নৈ। আমি সদায় তাত গা ধোঁও। তাৰ ভিতৰত এনেকুৱা কি নবীনতা আছে যে আমি নৱ-চেতনাৰে অনুপ্ৰেৰিত আমাৰ এই আলোচনী খনৰ নাম "সাবৰমতী" থম।

মই কলোঁ—"সাবৰমতীৰ প্ৰবাহ চিৰন্তন, সেই কাৰণে ই নিত্য-নতুন।" উদাহৰণৰদ্বাৰা মই নিজৰ যুক্তি দেখুৱালোঁ।—"সিন্ধ, হায়দৰাবাদত আমাৰ বন্ধুসকলে নিজৰ কলেজৰ আলোচনীৰ নাম "ফুলেলী" ৰাখিছে। "ফুলেলী" সিন্ধুৰ এটা খাল আৰু আমাৰ এই অনাবিলা সাবৰমতীও গান্ধীযুগৰ প্ৰতীক। তোমালোকে মোৰ কথা শুনা, আৰু 'সাবৰমতী' নামটো পচন্দ কৰি লোৱা। যুৱক সকলে মোৰ আদেশ পালন কৰিবৰ কাৰণে 'সাবৰমতী' নামটো ললে যদিও তেওঁলোকে ইয়াতকৈ অধিক উত্তেজনাপূৰ্ণ নাম বিচাৰিছিল।

মই নৰহৰি ভাইক কলোঁ—"সাবৰমতী গুজৰাটৰ লোক-মাতা। আবুৰ পৰিসৰৰপৰা যি নৈৰ উদ্গম হৈছে তাৰ ভিতৰত এওঁৰেই জ্যেষ্ঠ আৰু শ্ৰেষ্ঠ। এওঁৰ বিষয়ে এটা গদ্য স্তোত্ৰ লিখি দিব।" তেওঁ বৰ উৎসাহেৰে এটা সৰু আৰু সুন্দৰ প্ৰবন্ধ লিখি দিলে। ইয়াৰ দ্বাৰা বিদ্যাৰ্থী সকলৰ ভাৱনা শক্তি জাগ্ৰত হল। এই লোক-মাতাৰ প্ৰতি তেওঁলোকৰ ভক্তি ওপজা দেখি মই এই সুযোগ হেৰুৱাব নুখুজিলোঁ, আৰু বিদ্যাৰ্থীসকলক কলোঁ—"মই পচন্দ কৰা নাম তোমালোকে অনিচ্ছা সত্ত্বেও গ্ৰহণ কৰা সেইটো মই নিবিচাৰোঁ। সেই কাৰণে লাগিলে মই তোমালোকক আন নাম বাচি দিম।" সকলোৱে একে সুৰে উত্তৰ দিলে—"নাই, নাই, আমাক আন নাম নালাগে। 'সাবৰ-মতী'য়ে সকলোতকৈ সুন্দৰ নাম।" মই কলোঁ—"ইয়াত কোনো সন্দেহ নাই।"

* * *

মোৰ নদী-পূজক অন্তৰে সময়ে সময়ে ভাৰতৰ অশেষ নৈত অঞ্জলি অৰ্পণ কৰিছে। সিন্ধুকে আদি কৰি ব্ৰহ্মপুত্ৰ আৰু ইৰাৱতীলৈকে, দক্ষিণফালে পিনাকিনী তথা কাবেৰীলৈকে বহুত নৈক মই শ্ৰদ্ধাঞ্জলি যাচিছোঁ। কিন্তু ইয়াৰ ভিতৰত গুজৰাটৰ নৈবোৰ বাদ পৰি যোৱাৰ কাৰণে কেইবাজনো পাঠকে মোক এই বিষয়ে সুধিলে আৰু গুজৰাটৰ লোক-মাতাৰ বিষয়ে লিখিবলৈ আগ্ৰহ দেখুৱালে। মই কলোঁ—"নৈৰ উপস্থানৰ প্ৰেৰণা মই আগতে দি আহিছোঁ। এতিয়া গুজৰাটৰ নৈৰ সম্বন্ধে গুজৰাটীত কোনো গুৰ্জৰীপুত্ৰই লিখা উচিত।"

ইয়াৰ কাৰণে যথেষ্ট সময় বাট চাই থকা হল আৰু ব'ৰে বাৰে

তেওঁলোকে মোক লিখাৰ কাৰণে উৎসাহ দিবলৈ ধৰিলে। শেহত মোৰ শ্ৰদ্ধাই বাস্তৱ ৰূপ ধাৰণ কৰিলে। গুজৰাট বিদ্যাপীঠৰ এজন গুজৰাটী বনস্পতি উপাসক শ্ৰীশিৱশঙ্কৰে গুজৰাটৰ লোক-মাতাৰ বিষয়ে লিখিবলৈ আৰম্ভ কৰিলে। কোনো এসময়ত এই কাম নিশ্চয় পূৰা হবগৈ। তেওঁ সাবৰমতীৰ প্ৰবাহৰ সম্বন্ধে পৰ্য্যাপ্ত পৰিমাণে লিখা দেখি মই বৰ সন্তোষ পাইছোঁ। সেই কাৰণে মই আৰু বিস্তাৰিত ভাবে এই বিষয়ে লিখাৰ কোনো প্ৰয়োজন নাই। কিন্তু যি নৈৰ পাৰত মই মহাত্মাজী আৰু আন সকলো লগৰীয়াৰ সৈতে পঁচিশ ত্ৰিশ বছৰ কটালোঁ, সেই নৈক শ্ৰদ্ধাঞ্জলি জনোৱাৰ কৰ্ত্তব্য মোৰ হৈ গৈছে, আৰু তাক আনন্দৰ সৈতে পূৰা কৰিবৰ কাৰণে অলপ লিখিব লগীয়া হৈছে।

আমাৰ কবিসকলে প্ৰত্যেক নামৰ সংস্কৃত ৰূপ দিবলৈ প্ৰযত্ন কৰি আহিছে। সাবৰমতীৰ সংস্কৃত শব্দ তৈয়াৰ কৰিবৰ সময়ত তেওঁলোকে "সাভ্ৰমতী" বিচাৰি পালে আৰু তাৰ দুই ধৰণেৰে পদচ্ছেদ কৰা হল। এদলে কলে—'সা ভ্ৰমতি'—তেওঁ ভ্ৰমণ কৰে আৰু একাবেঁকাকৈ গৈ থাকে। আনদলে কলে যে এই নৈৰ ওপৰৰ আকাশত অভ্ৰ-(মেঘ) দেখা যায়। সেই কাৰণেই তেওঁ অভ্ৰমতী বা সাভ্ৰমতী। মোৰ মনেৰে এই সকলো প্ৰয়াসেই ভুল।

যি নৈৰ পাৰত গৰুৰ দল চৰি ফুৰে আৰু তাত পৰিপুষ্ট হয়, যিদৰে তেওঁ গো-দা ( গোদাবৰী ) বা গো-মতী হয়, যি নৈৰ পাৰত আৰু প্ৰবাহত বহুত শিল থকাৰ কাৰণে যিদৰে দৃষদ্-বতী হয়, সেইদৰেই বহুত সৰোবৰক একত্ৰিত কৰাৰ কাৰণে বা সাৰস-পক্ষীৰ দ্বাৰা সুশোভিত হৈ থকাৰ কাৰণে এই নৈক সৰস-বতী বা সাৰস্-বতী বুলি কোৱা হয়। এই যুক্তিমতে আমাৰ পূৰ্ব্ব-পুৰুষসকলে ভাৰতৰ নদীবোৰৰ নাম বাঘমতী, হাথী-মতী, ঐৰাবতী, আদি দি গৈছে। ইয়াৰ ভিতৰত হাথ-মতী সাবৰমতী নৈৰ লগত মিহলি হৈ গৈছে। যাৰ পাৰত হৰিণ বা সাবৰ বাস কৰে, যুদ্ধ কৰে আৰু স্বাধীনতাৰ সৈতে বিহাৰ কৰে সেয়ে হৈছে সাবৰমতী। 'অভ্ৰ'ৰ লগত তেওঁৰ সম্বন্ধ পাতি দিয়াৰ কোনো প্ৰয়োজন নাই।

গুজৰাটৰ নৈৰ ভিতৰত তিনি চাৰিখন আন্তৰ প্ৰান্তীয় ডাঙৰ নৈ আছে।

নৰ্ম্মদা, তাপ্তী, মহী এই তিনিখন নৈ দূৰৰপৰা ওলাই আহি পূবফালে গুজৰাটত সোমাই পৰিছে আৰু ইয়াৰ পাছত সাগৰত বিলীন হৈ গৈছে। সাবৰমতী ইয়াতকৈ অলপ বেলেগ। এওঁ আৰাবলী পৰ্ব্বতৰপৰা জন্ম লৈ তথা বহুত নৈক লগত লৈ দক্ষিণৰফালে বৈ আহি শেহত সাগৰৰ লগত মিলিত হৈছেগৈ। সাবৰমতীৰ নিচিনা কুটুম্ব-বৎসল নৈ আমাৰ দেশত বৰ বেচি নাই। সেই কাৰণে সাবৰমতীক বিশেষৰূপে গুৰ্জ্জৰী-মাতা বুলি কব পাৰি। তেওঁৰ পাৰত সনাতন যুগৰ পৰা গুজৰাটৰ আদিম নিবাসীয়ে বসবাস কৰি আহিছে। তেওঁৰ পাৰত বহি ব্ৰাহ্মণসকলে জপ-তপ কৰিছে। ৰাজপুতসকলে কেতিয়াবা ধৰ্ম্মৰ কাৰণে, বহুতবাৰ নিজৰ মূৰ্খতাপূৰ্ণ জেদৰ কাৰণে বীৰত্ব বা পুৰুষাৰ্থ দেখুৱাই আহিছে। বৈশ্যসকলে ইয়াৰ পাৰত গাঁও আৰু নগৰ বহুৱাই গুজৰাটৰ সমৃদ্ধি বঢ়াই আহিছে, আৰু এতিয়া আধুনিক যুগৰ অনুকৰণ কৰি শূদ্ৰ সকলেও সাবৰমতীৰ পাৰত কল কাৰখানা বহুৱাইছে। প্ৰকৃততে কবলৈ গলে এই নৈৰ পাৰত পশু-পক্ষীৰ দৰে আদিম অধিবাসীসকলৰো ঘনিষ্ঠ সম্বন্ধ আছে। এই কাৰণে সাবৰমতীৰ আত্মীয় কুটুম্ব বিস্তাৰৰ কাবাক যদি একেলগে গোটোৱা হয় তেতিয়া হলে পুৰাণৰ-ফালে চোৱাৰ সলনি আমাৰ চকু আদিম অধিবাসীসকলৰ লোক-কথা আৰু লোক-গীতিৰ ফালে যাব। মোৰ এই কাৰণে ভয় হয় যে আজিৰ সমাজ-সংস্কাৰক যুবক-সকলৰ ভিতৰত এই কামৰ কাৰণে উৎসাহ জন্মাৰ আগতে, আৰু আদিম অধিবাসী পৰ্ব্বতীয়া ভাইহঁতৰ লগত মিলা-প্ৰীতিৰ ভাৱ বাঢ়ি যোৱাৰ আগতে এই নৈৰ কাহিনী যেন লুপ্ত হৈ নাযায়।

কেৱল নদী-ভক্তিত প্ৰেৰিত হৈ যেতিয়া লৈকে আদিম অধিবাসীসকলৰ "বৌঠা" মেলা হৈ থাকিব তেতিয়ালৈকে এই বিষয়ে একেবাৰে নিৰাশ হব নালাগে। সাতখন নৈৰ পানী ক্ৰমান্বয়ে এখনে আনখনৰ লগত মিলি যি ঠাইত একত্ৰিত হয়, তাৰ কাব্যৰ আনন্দ উপভোগ কৰিবৰ কাৰণে বা তাত গা-ধুবৰ কাৰণে যত পৰ্ব্বতীয়া ভাইহঁত আৰু আন মানুহ গোট খায়, সেই ঠাইৰ "বৌঠা" মেলাত সাবৰমতীৰ আদিম কথা আৰু জন্ম ৰহস্যৰ বিষয়ে আমি বহুত তথ্য পাব পাৰোঁ।

সাবৰমতীৰ পুৰণা নাম বিচাৰিলে কশ্যপ-গঙ্গা বা তেনেকুৱা আন দুই

এটা নাম নিশ্চয় পোৱা যাব। যেতিয়ালৈকে আৰ্য্যসকলে নৈক যি কোনো প্ৰকাৰে গঙ্গাৰ অৱতাৰৰ ৰূপ দিব পৰা নাছিল, তেতিয়ালৈকে তেওঁলোকে সন্তোষ পোৱা নাছিল। মোক কিন্তু সাবৰমতীৰ পুৰনা নাম 'চন্দনা'ই সকলোতকৈ বেচি মোহিত কৰে। কাৰণ মই শুনিছিলোঁ যে কোনো ঠাইত হালধিয়া মাটিৰ মাজেদি বৈ যোৱাৰ কাৰনে তেওঁ গো-ৰোচনা বং ধাৰণ কৰিছিল। কিন্তু সাবৰমতীৰ যি পাৰত মই ত্ৰিশ বছৰ কটালো তাৰ পানী একেবাৰে সাধু আৰু মহাত্মাৰ মনৰ নিচিনা স্বচ্ছ আৰু নিৰ্ম্মল আছিল।

যি ঠাইত নৈৰ পানীত বেচি সোঁত নাথাকে আৰু সহজতে সকলোৰে সিপাৰলৈ যাব পাৰে সংস্কৃতত এনেকুৱা ঠাইক 'তীৰ্থ' বুলি কয়। বহুত ঠাইত চেষ্টা কৰি চোৱাৰ পাছত যাত্ৰী সকলে স্থিৰ কৰে যে অমুক ঠাইত এনেকুৱা ঘাট আছে। এতেকে বহুত ঘূৰা পকাৰ পাছত যাত্ৰীসকল এনেকুৱা ঘাটৰ ওচৰলৈ আহে, ইয়াত একত্ৰিত হয়, বিশ্ৰাম কৰে, কথা-বাৰ্ত্তা পাতে, আৰু যদি হঠাৎ নৈৰ পানী বাঢ়ি যায়, তেতিয়াহলে যেতিয়ালৈকে পানী নকমে, তেতিয়ালৈকে কেইঘণ্টামান নহলে কেইদিনমান তাত থাকি যায়। এইদৰে যি ঠাইত মানুহ স্বাভাবিক ভাৱত গোটা খায়, তাত ধৰ্ম্ম-সেৱা আৰু লোক-সেৱাৰ কাৰনে পৰম কৰুণাময় সাধু সকলো আহি বহি পৰে। সেই কাৰণেই তীৰ্থ শব্দই নতুন অৰ্থ পালে। আচলতে তীৰ্থ শব্দৰ অৰ্থ কেৱল এনেকুৱা ঘাট—যত অতি সহজতে নৈ পাৰ হব পাৰি। ইয়াতকৈ অধিক অৰ্থ আৰু আন একো নাই। কিন্তু যত সাধু-সন্তসকলে ভৱ-সাগৰ পাৰ হোৱাৰ আশ্বাস দিয়ে আৰু তাৰ কলা শিকায়, সেই তীৰ্থ স্থানে নিজে নিজেই বিশেষ পবিত্ৰতা লাভ কৰে।

আহমদাবাদৰ ওচৰৰ সাবৰমতীৰ বেলৰ দলঙৰপৰা চৰ্দাৰ পুললৈকে আৰু দক্ষিণফালে, ইয়াতকৈয়ো বেচি তীৰ্থস্থান আছে। ইয়াৰ ভিতৰত যি ঠাইত চন্দ্ৰভাগা নৈ সাবৰমতীৰ লগত মিলিছে আৰু যত দধীচিয়ে তপস্যা কৰিছিল, সেই ঠাইক অধিক পবিত্ৰ বুলি ধৰা হয়। সেই বাবে দাঁতি-কাষৰৰ মানুহে ইহলোক এৰি পৰলোকলৈ যোৱা পথিক সকলকো অগ্নিদাহ কৰি বিদায় দিবৰ কাৰণে এইডোখৰ ঠাইকে পচন্দ কৰিছে। এই কাৰণে ই স্মশানঘাটো শ্মশানৰ অধিপতি দুধেশ্বৰ মহাদেৱ ইয়াত ৰক্ষক-ৰূপে বিৰাজমান হৈ আছে।

সেইটো দিনৰ কথা মোৰ আজিও মনত আছে। যেতিয়া পূজনীয় গান্ধীজীয়ে নিজৰ প্ৰিয় ৰেঙ্গুনবাসী ডাঃ প্ৰাণজীৱন মেহতা আৰু বনোলীত থকা মোৰ প্ৰিয় নাথাভাই পেটেলক লগত লৈ আশ্ৰমৰ মাটি পচন্দ কৰিবলৈ ওলাইছিল সেই সময়ত ময়ো তেখেতৰ লগতে আছিলোঁ। সেইদিনাৰ পৰাই এই মাটিৰ লগত মোৰ সম্বন্ধও কটকটীয়া হৈ পৰিছিল। এই ঠাইত পোনতে ময়েই কোৰ মাৰিছিলোঁ আৰু প্ৰথম তম্বুও ময়েই তৰিছিলোঁ। ইয়াৰ পাছত বহুত তম্বু তৰা হল। ঝুপুৰী সাজিলোঁ, ঘৰ সজালোঁ। খাদী প্ৰবৃত্তি, খেতি আৰু গো-শালা প্ৰবৃত্তি, ৰাষ্ট্ৰীয় শালা, ৰাষ্ট্ৰীয় উৎসৱ, ৰাস-নৃত্য, লোক-সঙ্গীত তথা শাস্ত্ৰীয় সঙ্গীত, সত্যাগ্ৰহ, মিল-মালিকৰ লগত মজদুৰৰ কাজিয়া, আৰু শেহত বৃটিছ সাম্ৰাজ্যৰ শিপা উঘালি পেলাবলৈ আৰম্ভ কৰা দাণ্ডী-যাত্ৰা, এই সকলোবোৰ প্ৰবৃত্তিৰ জন্ম এই আশ্ৰমতে হৈছিল, আৰু ইয়াৰ পৰাই সেইবোৰ বিকশিতো হৈছিল। ৰৌলেট এক্ট'ৰ বিৰুদ্ধে আন্দোলনৰ প্ৰতিক্ৰিয়া স্বৰূপে পাঞ্জাবৰ জঁালিয়ঁানাবাগৰ হত্যা-কাণ্ড, খেড়া সত্যাগ্ৰহ, বাৰডোলীৰ যুদ্ধ, গুজৰাট বিদ্যাপীঠ স্থাপন, কংগ্ৰেছ অধিবেশন, দেশৰ নানাৰকম বাজিাক, সাংস্কৃতিক, সামাজিক আৰু আৰ্থিক আন্দোলন, এই সকলোৱোবৰ কেন্দ্ৰ আছিল সাবৰমতীৰ এই পাৰ। সাবৰ-মতীৰ বালিত যেতিয়া সভা বহিছিল, তেতিয়া তাত লাখ লাখ মানুহৰ ভিৰ হৈছিল। এই সাবৰমতীৰ জীৱন লীলাই কেবল গুজৰাটৰে নহয় বৰং গোটেই ভাৰতবৰ্ষৰে জীৱন সলাই দিলে। সেই সময়ৰ বায়ুমণ্ডলে বিশ্বৰ ৰাজনীতিত এটা নতুন অধ্যায়ৰ পাতনি মেলিছে আৰু নতুন যুগৰ ভেঁটি স্থাপন কৰিছে।

এই সাবৰমতীৰ পানীত আমি কি কি আনন্দ উপভোগ কৰা নাছিলোঁ। আশ্ৰমৰ বহু লৰা-ছোৱালী আৰু শিক্ষকক মই তাত সাঁতোৰা বিদ্যা শিকাই-ছিলোঁ। তেওঁৰ বালিত গীতা, উপনিষদৰ সম্বন্ধে চিন্তন আৰু মনন কৰিছিলোঁ। ইয়াত আমি বহুত সপ্তাহ গীতা-পাঠো কৰিছিলোঁ। এই আশ্ৰম ভূমিৰ ওপৰত থিয় হৈ থকা প্ৰায় সকলো বোৰ গছেই আমি নিজৰ হাতেৰে কটছিলোঁ।

সেই ৰচনাকাল অদ্ভুত আছিল। প্ৰত্যেকৰ অন্তৰতে এক নতুন

৬

শক্তিশালী আত্মাই বাস কৰিছিল। তেওঁ সকলোৰে পৰা নানা ৰকমৰ কাম লব পাৰিছিল। আমি তাত কেৱল আহাৰৰ পৰীক্ষা কৰা কামেই কৰা নাছিলোঁ, বৰং পাৰিবাৰিক জীৱনৰ বহুত কথাও অধ্যয়ন কৰিছিলোঁ। ইয়াত বহুত বাৰ শিক্ষাৰ পদ্ধতি সলনি হল, আৰু কেইবাবাৰ বিপ্লৱো হল। জীৱনৰ প্ৰত্যেক স্তৰৰ কাৰণে আমি নতুন নতুন স্মৃতিক গঢ় দি আহিছিলোঁ। এই সকলো পুৰুষাৰ্থৰ সাক্ষী আমাৰ এই সাবৰ-মতী!

যেতিয়ালৈকে ভাৰতবৰ্ষৰ ইতিহাস পৃথিবীৰ কাৰণে বোধগম্য হৈ থাকিব আৰু ভাৰতৰ ইতিহাসত মহাত্মা গান্ধীৰ স্থান দৃঢ় হৈ থাকিব, তেতিয়ালৈকে মানুহৰ মুখত সাবৰমতীৰ নাম অমৰ হৈ ৰব।

মে ১৯৫৫ চন।

## ১৬। উভয়ান্বয়ী নৰ্ম্মদা

আমাৰ দেশ ভাৰতবৰ্ষ হৈছে মহাদেৱৰ এক মূৰ্ত্তি। যদি ভাৰতবৰ্ষৰ মানচিত্ৰ ওলোটাই ধৰা যায়, তেতিয়াহলে তাৰ আকাৰ শিৱলিঙ্গৰ নিচিনা হব। উত্তৰ ফালৰ হিমালয় পৰ্ব্বত তেওঁৰ স্তম্ভ, আৰু দক্ষিণ ফালৰ কন্যাকুমাৰী তেওঁৰ শিখৰ।

গুজৰাটৰ মানচিত্ৰ যদি অলপ ঘুৰাই দিয়া যায়, আৰু পূবফালৰ অংশ তলফালে তথা সৌৰাষ্ট্ৰৰ সীমা—ওখা মণ্ডল—ওপৰ ফালে লৈ যোৱা হয় তেতিয়া হলে ইয়াকো শিৱলিঙ্গৰ নিচিনাই লাগিব। আমাৰ ইয়াত যিমানবোৰ পৰ্ব্বত শিখৰ আছে সেই সকলোবোৰেই শিৱলিঙ্গ। কৈলাসৰ শিখৰৰ আকাৰো শিৱলিঙ্গৰ নিচিনা। এই পৰ্ব্বতৰ ফাৰিৰপৰা যেতিয়া কোনো নৈ ওলায়, তেতিয়া কৱিসকলে "এয়াযে সদাশিৱৰ জঁটাৰ পৰা গঙ্গা আই ওলাই আহিছে"—এইবুলি নোকোৱাকৈ নাথাকে। কিছুমান

মানুহে পৰ্ব্বতৰ-পৰা ওলোৱা পানীৰ সোঁতক অপেশ্বৰী বুলি কয় আৰু কিছুমান মানুহে এই অসংখ্য পৰ্ব্বত জীয়াৰীক পাৰ্ব্বতী বুলি কয়। এনেকুৱা অপেশ্বৰীৰ নিচিনা নৈৰ সম্বন্ধে আজি মোৰ অলপ কবলগীয়া আছে। মহাদেৱ পৰ্ব্বতৰ ওচৰত মেকল বা মেখল পৰ্ব্বতৰ নামনিত অমৰ কণ্টক নামৰ এটা পুখুৰী আছে। তাৰ পৰাই নৰ্ম্মদাৰ জন্ম হৈছে। য'ত ভাল ঘাঁহ গজে, আৰু য'ৰ সুন্দৰ ঘাঁহ খাই গৰুবোৰ পৰিপুষ্ট হয়, সেই নৈক গো-দা বুলি কয়। যশ দিওঁতাক য-শো-দা আৰু যি নিজৰ প্ৰবাহ তথা পাৰৰ সুন্দৰতাৰ দ্বাৰা 'নৰ্ম' অৰ্থাৎ আনন্দ দিয়ে, তেওঁক নৰ্ম্মদা বোলা হয়। ইয়াৰ পাৰত ফুৰোঁতে মেলোতে হয়তো যিজন ঋষিয়ে অতি আনন্দ পাইছিল, তেনেকুৱা কোনো ঋষিয়ে এই নৈৰ নাম নৰ্ম্মদা থৈছিল। এওঁক মেখল কন্যা বা মেখলা বুলিও কোৱা হয়।

যিদৰে হিমালয় পৰ্ব্বতে তিব্বত আৰু চীনক ভাৰতবৰ্ষৰপৰা পৃথক কৰি ৰাখিছে, সেইদৰে আমাৰ এই নৰ্ম্মদা নৈয়ে 'উত্তৰ-ভাৰত অথবা ভাৰতবৰ্ষ, দক্ষিণ-ভাৰত বা দক্ষিণৰ মাজত আঠশ মাইলৰ এটা জিলিকি থকা, নাচি থকা ৰেখা টানি দিছে। কোনেও যাতে কেতিয়াও ইয়াক নষ্ট নকৰে সেই উদ্দেশ্যে ঈশ্বৰে এই নৈৰ উত্তৰে বিন্ধ্যা আৰু দক্ষিণফালৰ সাতপুড়াৰ দীঘল দীঘল পৰ্ব্বত বোৰক ৰখীয়া কৰি থৈছে। এনেকুৱা উপযুক্ত ৰখীয়াৰ ৰক্ষণা-বেক্ষণৰ মাজত থাকি নৰ্ম্মদাই লৰি-ঢাপৰি বহুত প্ৰদেশ পাৰ হৈ ভৃগুকচ্ছ বা ভৰোচৰ ওচৰত গৈ সাগৰৰ লগত মিলি গৈছে।

অমৰ কণ্টকৰ ওচৰত নৰ্ম্মদাৰ উদ্গম সাগৰৰ পাৰৰপৰা প্ৰায় পাঁচ হেজাৰ ফুট ওপৰৰপৰা হৈছে। এতিয়া আঠশ মাইলত পাঁচহেজাৰ ফুট নামি অহা বৰ সহজ কথা নহয়। সেই কাৰণেই নৰ্ম্মদাই ঠায়ে ঠায়ে দুই এটা জাপ মাৰিছে। এই বাবেই আমাৰ কবি আৰু পূৰ্ব্বপুৰুষ সকলে নৰ্ম্মদাৰ আন এটা নাম ৰেবা ৰাখিছে 'ৰেব' ধাতুৰ অৰ্থ হৈছে—জপিওৱা। যি নৈয়ে খোজে পতি জাপ মাৰে তেওঁ নৌকা-বিহাৰৰ কাৰণে উপযুক্ত নহয়। সাগৰৰপৰা অহা জাহাজ অতি কষ্টেৰে নৰ্ম্মদাৰ ত্ৰিশ-পঁয়ত্ৰিশ মাইললৈকে যাব পাৰে। বৰ্ষা ঋতুৰ শেহত অতি বেচি পঞ্চাশ মাইললৈকে যোৱা সম্ভৱ।

এই নৈৰ উত্তৰ আৰু দক্ষিণ ফালে দুটা পৰ্ব্বত থিয় হৈ আছে। সেই

কাৰণে ইয়াৰ পানীনো খাল খান্দি দূৰলৈ কেনেকৈ নিয়া যায়? এতেকে যিদৰে নৰ্ম্মদা নৌকা-বিহাৰৰ কাৰণে উপযুক্ত নহয়, সেইদৰে খেতিত পানী সিঁচিবৰ কাৰণেও সুবিধাজনক নহয়। তথাপি আনফালৰ পৰা চাবলৈ গলে এই নৈয়ে মানুহৰ আৰু আন জীৱজন্তুৰ সেৱাও বৰ কম কৰা নাই। তেওঁৰ পানীত বিচৰণ কৰি থকা ঘঁৰিয়াল আৰু মাছবোৰ, তেওঁৰ পাৰত চৰি ফুৰা গৰু-মহ আৰু খেতিয়কসকল, আন আন পশু তথা আকাশত কলৰৱ কৰি ফুৰা পক্ষীবোৰ এই সকলোবোৰৰ তেঁৱেই মাক।

যদিও ভাৰতবাসীয়ে নিজৰ সকলো শ্ৰদ্ধা-ভক্তি গঙ্গাৰ চৰণত উজাৰ কৰি দিছে, তথাপি আমাৰ মানুহে নৰ্ম্মদাৰ পাৰত খোজেপতি যিমান মন্দিৰ সাজিছে, আন কোনো নৈৰ পাৰত সজা নাই। পৌৰাণিক-সকলে গঙ্গা, যমুনা, গোদাবৰী, কাবেৰী, গো-মতী, সৰস্বতী আদি নৈত স্নান-পান আৰু তাৰ পাৰত কৰা দানৰ মহাত্ম্য বৰ্ণনা লাগিলে যিমানেই নকৰক কিন্তু কোনো ভক্তই এই নৈ বোৰ প্ৰদক্ষিণ কৰাৰ কথা ভৰা নাছিল। আনফালে নৰ্ম্মদাৰ ভক্ত সকলে কবিৰ কল্পনাৰ দৰে নৰ্ম্মদা-পৰিক্ৰমা কৰা নিয়ম বান্ধি দিছে।

নৰ্ম্মদাৰ উদ্গমৰপৰা আৰম্ভ কৰি দক্ষিণ পাৰৰ সাগৰৰ সঙ্গমলৈকে যাওক আৰু তাত নাৱত বহি উত্তৰ পাৰলৈ গৈ তাৰপৰা আকৌ খোজ কাঢ়ি অমৰ কণ্টলৈকে যাওক, তেতিয়া হলেহে এটা পৰিক্ৰমা সম্পূৰ্ণ হব। নিয়ম কেৱল ইমানেই। 'পৰিক্ৰমা'ৰ মাজত কতো নৈৰ প্ৰবাহক উলঙ্ঘন কৰিব নালাগে। আৰু প্ৰবাহৰ পৰা বহুত আঁতৰিও যাব নালাগে। অনবৰত নৈৰ দৰ্শন হৈ থাকিব লাগে, তেতিয়া পানীও কেৱল নৰ্ম্মদাৰহে খাব লাগে। নিজৰ হাতত অজস্ৰ ধন-সম্পত্তি নাইবা বিলাসৰ কোনো বস্তু ৰাখিব নালাগে, যাতে নৰ্ম্মদাৰ পাৰৰ হাবিত থকা আদিম অধিবাসীসকলে যাত্ৰী সকলৰ ধন-সম্পত্তিৰ প্ৰতি বিশেষ চকু নিদিয়ে। আপোনাৰ ওচৰত যদি বহুত কানি কাপোৰ, কাঁহি-বাতি বা টকা-পইচা থাকে, তেতিয়াহলে তেওঁলোকে আপোনাক এই বোজাৰ পৰা নিশ্চয় মুক্ত কৰি দিব। এনেকুৱা অকিঞ্চন আৰু ক্ষুধিত ভাই সকলক পুলিচৰ হতুৱাই শাস্ত কৰাৰ কথা আমাৰ মানুহে কেতিয়াও ভৰা নাই আৰু আদিম-অধিবাসী ভাই সকলেও যাত্ৰী সকলৰ ওপৰত এইটো তেওঁলোকৰ ন্যায্য দাবী বুলিয়েই মানি আহিছে।

যি যাত্ৰীক হাবিত লুট কৰি পেলোৱা হয়, যেতিয়া তেওঁ হাবিৰ বাহিৰলৈ আহে তেতিয়া দানী সকলে যাত্ৰীক নতুন কাপোৰ আৰু খাবলৈ সিধা দিয়ে।

শ্ৰদ্ধালু মানুহে সকলো নিয়ম পালন কৰি বিশেষকৈ-ব্ৰহ্মচৰ্য্য নিয়ম ৰক্ষা কৰি লাহে লাহে তিনি বছৰত নৰ্ম্মদাৰ পৰিক্ৰমা পূৰা কৰে। বাৰিষাৰ চাৰিমাহ যাত্ৰীসকলে সাধু সন্তৰ লগত থাকি জীৱনৰ ৰহস্য জানিবলৈ চেষ্টা কৰে। এনেকুৱা পৰিক্ৰমা দুই ৰকমৰ হয়। তাৰ ভিতৰত যি কঠোৰ ধৰণৰ হয়, সেইমতে সাগৰৰ ওচৰতো নৰ্ম্মদাক উলঙ্ঘন কৰিব নাপায়। উদ্গমৰ পৰা মুখলৈকে যোৱাৰ পাছত আকৌ সেই বাটেৰে উদ্গম স্থানলৈ অহা আৰু উত্তৰ পাৰৰ পৰা সাগৰলৈকে যোৱা আকৌ সেই বাটেদিয়েই উদ্গমলৈ ঘূৰি অহা। এই পৰিক্ৰমা এইদৰে দুগুণ হৈ পৰে। ইয়াৰ নাম "জলেৰী"।

ভোগ-বিলাসক বাদ দি এখন নৈৰ একমনে ধ্যান কৰা, তাৰ পাৰৰ মন্দিৰ দৰ্শন কৰা, দাঁতি-কাষৰত থকা সন্ত-মহাত্মাৰ বাণী ভক্তিভাবে শুনা, প্ৰকৃতিৰ সুন্দৰতা তথা ভব্যতাৰ সেৱন কৰি জীৱনৰ তিনিটা বছৰ কটাই দিয়াটো বৰ সহজ কথা নহয়। ইয়াত কঠোৰতা আছে, তপস্যা আছে, বীৰত্ব আছে, ধ্যানস্থ হৈ আত্ম-চিন্তন কৰা আৰু দুখীয়াৰ লৈতে একৰূপ হোৱাৰ ভাৱ সৃষ্টি কৰা, এয়েই হৈছে প্ৰকৃতিৰ প্ৰধান মন্ত্ৰ আৰু প্ৰকৃতিৰ যোগেদি প্ৰকৃতিত থকা বিৰাজমান ভগৱানৰ দৰ্শন কৰাৰ সাধনা।

এই নৈৰ পাৰৰ সমৃদ্ধি সাধাৰণ নহয়। অসংখ্য যুগৰপৰা উচ্চধৰণৰ সন্ত-মহন্ত, বেদান্তী, সন্ন্যাসী আৰু ঈশ্বৰৰ লীলা চাই গদ্‌গদ্ হোৱা ভক্ত-সকলে এই নৈৰ পাৰত নিজৰ নিজৰ ইতিহাস থৈ গৈছে। নিজৰ বংশ-মৰ্য্যাদাৰ গৌৰৱ ৰক্ষক আৰু প্ৰজাৰ হিতৰ কাৰণে নিজক আত্মাহুতি দিয়া ক্ষত্ৰিয় বীৰ সকলেও এই নৈৰ পাৰতে নিজৰ পৰাক্ৰম দেখুৱাই গৈছে। বহুত ৰজাই নিজৰ ৰাজধানী কৰিবৰ উদ্দেশ্যে নৰ্ম্মদাৰ পাৰত সৰু-ডাঙৰ দুৰ্গ সজাইছিল। ভগৱানৰ উপাসক সকলে ধাৰ্ম্মিক-কলাৰ সমৃদ্ধিৰ কাৰণে ইয়াত ঠায়ে ঠায়ে মন্দিৰ স্থাপন কৰিছিল। প্ৰত্যেক মন্দিৰে নিজৰ কলাৰ দ্বাৰা মানুহৰ মনক আকৰ্ষিত কৰি শেহত নিজৰ শিখৰৰূপী আঙুলিৰ যোগেদি অনন্ত আকাশত ব্যাপ্ত হৈ থকা শ্যামবৰ্ণৰ মেঘৰ ধ্যান কৰিবলৈ

প্ৰেৰণা দিয়ে। যিদৰে "আজান"ৰ ধ্বনি শুনি ধাৰ্ম্মিক মছলমান সকলৰ নামাজৰ কথা মনত পৰে, সেইদৰেই দূৰ-দূৰণিৰপৰা জিলিকি থকা শিখৰৰূপী মন্দিৰৰ আঙ্গুলীবোৰে আমাক স্তোত্ৰ গাবৰ কাৰণে আহ্বান কৰে।

নৰ্ম্মদাৰ পাৰত সদাশিৱ বা বিষ্ণুৰ, শ্ৰীৰামচন্দ্ৰ বা শ্ৰীকৃষ্ণৰ, জগৎপতি বা জগদম্বাৰ স্তোত্ৰ আৰম্ভ কৰাৰ আগতে নৰ্ম্মদাষ্টক পঢ়ি লব লাগে।

'সবিন্দু-সিন্ধু-সুস্খলৎ তৰঙ্গ-ভঙ্গ ৰঞ্জিতম্।' যেতিয়া এইদৰে পঞ্চ চামৰৰ লঘু গুৰু আখৰে নৰ্ম্মদা প্ৰবাহৰ অনুকৰণ কৰে তেতিয়া ভক্তসকলে গদ্‌গদ্ হৈ কৰলৈ ধৰে 'হে মা! তোৰ পবিত্ৰ পানী দূৰৰপৰা দৰ্শন কৰিলেই এই সংসাৰৰ সকলো বাধা-বিঘিনি দূৰ হৈ গল :—"গতং তদৈৱ মে ভয়ং ত্বদম্বু বীক্ষিতং যদা।"—সেহত ভক্তিত লীন হৈ তেওঁলোকে সেৱা কৰে—"ত্বদীয় পাদ-পঙ্কজং নমামি দেৱি নৰ্ম্মদে।"

আমি এইটো পাহৰা উচিত নহয় যে যিদৰে নৰ্ম্মদা আমাৰ আৰু আমাৰ প্ৰাচীন সংস্কৃতিৰ মাতৃ, সেইদৰে তেওঁ আমাৰ জন-জাতি ভাই সকলৰো মাতৃস্বৰূপা। এওঁলোকে নৰ্ম্মদাৰ দুয়ো পাৰে হেজাৰ হেজাৰ বছৰ ৰাজ্য কৰিছিল, কেইবাটা দুৰ্গও সজাইছিল আৰু নিজৰ এক বিশাল আৰণ্যক সংস্কৃতিৰ বিকশিত কৰিছিল। মই ভাবো যে ভাৰতবৰ্ষৰ ইতিহাস কোনো প্ৰদেশৰ বা ৰাজ্যৰ আলমত লিখাতকৈ যদি নৈৰ আলমত লিখিলেহেঁতেন তেতিয়া হলে জনতাৰ জীৱন প্ৰকৃতিৰ লগত ওতঃপ্ৰোত হৈ গলহেঁতেন আৰু প্ৰত্যেক প্ৰদেশৰ বৈভৱ নৈৰ উদ্‌গমৰপৰা শেষলৈকে বিয়পি পৰিল হেঁতেন। যিদৰে আমি সিন্ধুৰ পাৰৰ ঘোঁৰাক সৈন্ধৱ বোলো, ভীমাৰ পাৰত প্ৰতিপালিত হোৱা ভীমথৰি টট্টুৰ প্ৰশংসা কৰো, কৃষ্ণা উপত্যকাৰ গৰুবোৰ আমি ভাল পাওঁ, ঠিক সেইদৰেই প্ৰাচীন কালত প্ৰত্যেক নৈৰ পাৰত বিকশিত হোৱা সংস্কৃতিবোৰক বেলেগ বেলেগ নামত চিনি পাওঁ।

ইয়াত নৰ্ম্মদা নৈক ভাৰতীয় সংস্কৃতিৰ দুটা প্ৰধান বিভাগৰ সীমা ৰেখা বুলি ধৰা হয়। ৰেৱাৰ উত্তৰ ফালে পঞ্চ-গৌড়ৰ বিচাৰ প্ৰধান সংস্কৃতি আৰু ৰেৱাৰ দক্ষিণফালে পঞ্চ-দ্ৰাবিড়ৰ আচাৰ প্ৰধান সংস্কৃতিক শ্ৰেষ্ঠ বুলি ধৰা হৈছিল। বিক্ৰম সম্বত্ আৰু শালিবাহন শঁকৰ সম্বন্ধও নৰ্ম্মদাৰ লগতে জড়িত।

এইটো সঁচা যে নৰ্ম্মদাই উত্তৰ তথা দক্ষিণ ভাৰতৰ মাজত এডাল ৰেখাৰ কাম কৰিছে, কিন্তু তেওঁৰ লগত প্ৰতিস্পৰ্দ্ধা কৰা আৰু আন এখন নৈ আছে। নৰ্ম্মদাই মধ্য ভাৰতৰ পশ্চিম পাৰলৈকে সীমাৰেখা টানিছে, কিন্তু এইটো ঠিক হোৱা নাই বুলি গোদাবৰীয়ে পশ্চিমৰ সহ্যাদ্ৰি পৰ্ব্বতৰ পৰা পূব সাগৰলৈকে আৰু এডাল ত্ৰিকোণ ৰেখা টানি দিছে। এতেকে উত্তৰ ফালৰ মানুহে সঙ্কল্প কৰিবৰ সময়ত—"ৰেৱায়া : উত্তৰে তীৰে" বুলি কয় আৰু পৈঠনৰ কাৰণে গৰ্ব্ব কৰা আমি দাক্ষিণাত্যৰ ব্ৰাহ্মণসকলে—"গোদাবৰ্য্যাঃ দক্ষিণে তীৰে" বুলি কওঁ। যি নৈৰ পাৰত শালিবাহন বা সাতবাহন ৰজাসকলে মাটিৰ পৰা মানুহৰ জন্ম দি যৱনক পৰাজিত কৰিছিল সেই গোদাবৰীয়ে সঙ্কল্পত ঠাই নাপাব সেইটো কেনেকৈ সম্ভৱ ?

* * *

নৰ্ম্মদা নৈৰ "পৰিক্ৰমা" মই কৰা নাই। অমৰকণ্টকলৈকে গৈ তেওঁৰ উদ্‌গমস্থান দৰ্শন কৰিবলৈ মোৰ বহুত দিনৰ পৰাই ইচ্ছা আছিল। যোৱা বছৰ আমি বিন্ধ্য প্ৰদেশৰ ৰাজধানী ৰেৱালৈ গৈছিলোঁ। কিন্তু অমৰকণ্টকলৈ যাব নোৱাৰিলোঁ। নৰ্ম্মদাৰ দৰ্শন ঠায়ে ঠায়ে কৰিছোঁ কিন্তু তেওঁৰ বিশেষ কাব্যৰ অনুভৱ জবলপুৰৰ ওচৰত ভেড়াঘাটতহে কৰিব পাৰিছোঁ। যেতিয়া আমি ভেড়াঘাটত নাৱত বহি মাৰ্ব্বল পাথৰৰ নীলা, ছালধীয়া শিলবোৰৰ মাজত জলবিহাৰ কৰিছিলোঁ তেতিয়া আমাৰ এনেকুৱা লাগিছিল যেন আমি যোগ-বিদ্যাত প্ৰৱেশ কৰি মানৱ মনৰ গূঢ় ৰহস্য ব্যক্ত কৰিছোঁ। এতিয়াও যেতিয়া আমি বন্দৰ কূদৰ ওচৰ পাওঁহক, আৰু আগৰ ৰজাসকলে যোঁৱাক ইঙ্গিত কৰা মাত্ৰকে সি জপিয়াই যায় আদি সাধুবোৰ শুনো তেতিয়া মধ্যযুগৰ ইতিহাস যেন আকৌ আমাৰ চকুৰ আগত সজীব কৈ নাচি উঠে।

এই ৰহস্যপূৰ্ণ ঠাইৰ মহাত্ম্য জানিয়েই হয়তো কোনো যোগ-বিদ্যাৰ উপাসকে ওচৰৰ টিলাত চৌষষ্ঠি যোগিনীৰ মন্দিৰ সজাইছিল আৰু সেই চক্ৰৰ মাজত হয়তো বৃষৰ ওপৰত অৱস্থিত শিৱ-পাৰ্ব্বতী স্থাপন কৰিছিল। এই যোগিনী সকলৰ মূৰ্ত্তিবোৰ দেখি ভাৰতীয় স্থাপত্য কলাৰ আগত মূৰ দোঁ খাই যায়। এনেকুৱা মূৰ্ত্তি খণ্ডিত কৰোঁতা সকলৰ গোড়ামিৰ প্ৰতি গ্লানি

জন্মে। কিন্তু আমিতো এতিয়া খণ্ডিত মূৰ্ত্তি দেখি দেখি অভ্যস্ত হৈ পৰিছোঁ।

* * *

ধোঁৱাধাৰ হৈছে এক প্ৰাকৃতিক স্বাধীন কাব্য। পানীক যদি জীৱন বোলা হয়, তেতিয়াহলে অধঃপাতৰ কাৰণে খণ্ড-বিখণ্ড হোৱাৰ পাছতো যি অনায়াসে পূৰ্ব্বৰূপ ধাৰণ কৰে আৰু শান্তিৰে আগলৈ বৈ যায় তাক সচাঁকৈয়ে উৎকৃষ্ট জীৱন বুলি কব পাৰি। যেতিয়া বাৰিষা কালত গোটেই প্ৰদেশ জলমগ্ন হৈ যায়, তেতিয়া ইয়াত সোত বা শীতল ভাপৰ নিচিনা ধোঁৱাও নাথাকে। এই চাৰি মাহৰ পাছতহে ধোঁৱাধাৰৰ উন্মাদকতা দেখিবলৈ পোৱা যায়। প্ৰপাতৰ ফালে একেৰাহে চাই থাকি মই ভাল নাপাওঁ। কাৰণ প্ৰপাত হৈছে এটা উন্মাদক বস্তু। এই প্ৰপাতক যেতিয়া ধোবী-ঘাটৰ ওপৰৰ পৰা চাবোনৰ পানীৰ নিচিনা দেখা যায়, আৰু দাঁতি কাষৰত শীতল ভাপৰ ডাৱৰে ধেমালি খেলি থাকে, তেতিয়া যিমানেই চোৱা যায় সিমানেই মন অস্থিৰ হৈ পৰে। প্ৰাণভৰি এই দৃশ্য চাই উলটিবৰ সময়ত এনেকুৱা লাগে যেন জীৱনৰ কোনো কঠিন প্ৰসঙ্গৰ পৰা আমি ওলাই আহিছোঁ .আৰু এই অনুভৱৰ পাছত যেন আমি কিবা নতুনত্ব লাভ কৰিছোঁ।

* * *

ইটাৰসী হোশঙ্গাবাদৰ ওচৰৰ নৰ্ম্মদা একেবাৰে আন ধৰণৰ। তাৰ শিলবোৰ মাটিৰ তলত পোত খাই আছে। কেতিয়া এনেকুৱা ভূমিকম্প হৈছিল যাৰ কাৰণে এই শিলবোৰৰ অৱস্থা এনেকুৱা অস্বাভাৱিক হৈ গল তাক কোনেও কব নোৱাৰে। নৰ্ম্মদাৰ পাৰত ভগৱানৰ আকৃতি ধাৰণ কৰি বহি থকা শিলবোৰেও এই বিষয়ে একো নাজানে। সেই নৰ্ম্মদাই যেতিয়া মুৰৰ পাগুৰিৰ নিচিনা দীঘল কিন্তু ঠেক ভটৌৰ্চৰৰ পাৰ ধুই পেলাই আৰু অকলেশ্বৰৰ খালাচীবোৰক ধেমালি কৰায় তেতিয়া তেওঁক একেবাৰে নতুন যেন লাগে।

* * *

কবীৰ বড়ৰ ওচৰত যি নিজৰ কোলাত এটা দ্বীপক লালন-পালন কৰি

আনন্দ পাইছে তেওঁ সাগবৰ সঙ্গমৰ সময়তো যদি এনেকুৱা ধৰণৰ এটা বা বহুত দ্বীপক পালন-পোষণ কৰে, তেতিয়াহলে তাত আচৰিত কি ?

ভাৰতবৰ্ষৰ বহুত আচৰিত বস্তুৰ ভিতৰত কবীৰ বড়ো এটা। যাৰ ছাঁত লাখ লাখ মানুহ বহিব পাবে আৰু ডাঙৰ ডাঙৰ সৈনিক শিবিৰ পাতিব পাৰি, এনেকুৱা এজোপা বটগছে নৰ্ম্মদাৰ প্ৰবাহৰ মাজৰ এটা দ্বীপত বিষ্ণুৰ দৰে অনন্ত কাল প্ৰতীক্ষা কৰি আছে। যেতিয়া বাৰিষাৰ ঢল আহে, তেতিয়া দ্বীপৰ দুই এটা ভাগ উটি যায় আৰু লগত এই বটবৃক্ষৰ বহুত শাখা তথা তাৰ ওপৰত ওলমি থকা শিপাও উটি যায়। এতিয়ালৈকে কবীৰবড়ত কিমান বাৰ এনেকুৱা ঘটনা ঘটি গৈছে ইতিহাসে তাৰ কি সন্ধান ৰাখে। নৈ বৈ যায় আৰু বৰ গছ বোৰত কুঁহি-পাত ওলায়। সনাতন কাল বুঢ়া আৰু বালকো সি ত্ৰিকাল জ্ঞানী আৰু বিস্মৰণশীল।

যি নৰ্ম্মদাৰ পাৰত কালৰূপী ভগবানৰ আৰু কালাতীত পৰমাত্মাৰ অখণ্ড ধ্যান কৰা ঋষি-মুনি সন্ত-মহাত্মা লোক-সকল যুগ-যুগান্তৰৰপৰা বাস কৰি আছিছে, আৰ্য্য-অনাৰ্য্য সকলোৰে মাতৃ সেই নৰ্ম্মদাই ভূত-ভবিষ্যত আৰু বৰ্ত্তমান কালৰ মানুহৰ কল্যাণ কৰক। জয় নৰ্ম্মদা, তোৰ জয় হওক ।।।

আগষ্ট ১৯৫৫ চন।

## ১৭। সন্ধ্যা-বস

হঠাৎ গৌৰী শঙ্কৰ *পুথুৰী দৰ্শন কৰিলোঁ। আমি ফুলনিত গৈ গছ-লতাৰ শোভা চাইছিলোঁ। চীনা মাটিৰে সজা খালবোৰৰ টুকুৰাৰ দ্বাৰা নিৰ্ম্মিত নিৰ্জ্জীৱ হাতী-ঘোঁৰা আৰু সিংহৰ সাহসিক কৃতী চাই তথা গছবোৰৰ মাজত বিহাৰ কৰি থকা সজীৱ চৰাই-চিৰিকতিবোৰৰ কলৰৱ শুনি পুখুৰীৰ ওচৰ চাপিলোঁ। ইয়াত থকা অখলাইদি ওপৰলৈ উঠিবলৈ ধৰিলোঁ আৰু লগে লগে শীতল বতাহৰ স্নিগ্ধতা অনুভৱ কৰিলোঁ। তথাপি তেতিয়াও মন কৰা

* সৌৰাষ্ট্ৰৰ ভৱ নগৰৰ যোৰ পুখুৰী।

নাছিলোঁ যে ইয়াত এটা পুখুৰী আছে। শেষ ( অৰ্থাৎ ওপৰৰ ) অংশলৈ ভৰি থওঁতেই হঠাৎ যেন দিগন্ত ভেদ কৰি কোনো অপেশ্বৰীহে ওলাই আহিল। এইদৰেই সৰোবৰৰ পানীয়ে আমাৰ কাণে মিচিকিয়া হাঁহিৰে চাবলৈ ধৰিলে। লাগিলে আপুনি অকলেই সৰোবৰ দৰ্শন কৰিবলৈ যাওক কিন্তু তাত আপুনি অকলশৰীয়া হৈ নাথাকে। আপুনি দেখিব আকাশৰ মেঘ আৰু সকলোতকৈ বেগাই দৌৰি অহা সন্ধ্যা তাৰকাই আপোনাৰ লগত সৰোবৰৰ সৌন্দৰ্য্য পান কৰিবলৈ আহিছে। সৰোবৰ সদায় দ হৈ থাকে। যেতিয়া পৰ্ব্বতৰপৰা নামি তললৈ আহে, তেতিয়া আমি সৰোবৰৰ পানীত ভৰি ধুব পাৰোঁ। কিন্তু ই যেন গন্ধৰ্বৰ সৰোবৰহে, যি ভাৱৰবোৰক গলাই লৈ টিলাৰ মূৰ চুবলৈ গৈছে।

সিপাৰৰ দাঁতি দেখা যায় এনেকুৱা সৰোবৰ বাৰু কাৰ ভাল লাগিব? ইয়ানবোৰ পানী কৰপৰা আহিছে যাৰ মনত এনেকুৱা অতৃপ্ত প্ৰশ্ন নাজাগে সৌন্দৰ্য্য সম্বন্ধে তেওঁৰ মনত গভীৰ ভাবে কেনেকৈ ঠাই পাব পাৰে? ৰেলৰ লাইন যদি একেবাৰে সমান হয়, তেতিয়াহলে আমাৰ ভাল নালাগে। ওখ, চাপৰ, সোঁফালে, বাঁওফালে বেঁকা হোৱা দেখিলেহে আমাৰ ভাল লাগে। সৰোবৰ তেনেকুৱা প্ৰপাত নহয় যি ওখ চাপৰৰ খেমালি দেখুৱাব। গৌৰী-শঙ্কৰৰ চাৰিওফালে টিলাৰে আগুৰি আছে। কিন্তু এই টিলাবোৰ মৃত্যুলৈ ভয় নকৰা বীৰৰ দৰে ভিৰ পাতি থিয় হৈ থকা নাই। এই কাৰণে পানীয়ে সকলোফালে বাগৰিবলৈ সুবিধা পাইছে।

সৰোবৰৰ বান্ধৰ ওপৰৰ পৰা পশ্চিমফালে চালে পানীৰ ভিতৰত নানা-ৰকমৰ ৰঙ দেখা পোৱা যায় যেন ইয়াত কোনো উপন্যাসৰ নটা ৰসহে গুথি থোৱা হৈছে। ভৰিৰ তলত আত্মহত্যাৰ লীলা ডাঠ ৰঙে আমাক যেন প্ৰতি মুহূৰ্ত্তে ভিতৰলৈ মাতি আছে। ইয়াতো সকলো ঠাইত সমানতা নাই। কোনো কোনো ঠাইত জেটুকা পাতৰ দৰে ডাঠ, কোনো ঠাইত নিম পাতৰ দৰে সেউজীয়া। অলপ সময় চোৱাৰ পাছত এনেকুৱা লাগে যেন ই পানীৰ ৰঙ নহয় বৰং পানীত লুকাই থকা মুক্ত বিহহে। অলপ আগলৈ চালে বাদামী ৰঙ দেখিবলৈ পোৱা যায় যেন নিৰাশাৰ ভিতৰত আশাৰ বেঙনিহে দেখা গৈছে। দেখাত যদিও ইয়াৰ ৰঙ বাদামী, কিন্তু তাত ধাতুৰ জিলিকনি

আছে। আগত গৈ এই বঙেই সুমথিৰা টেঙাৰ ৰূপত ৰূপান্তৰ হৈ সন্ধ্যাৰ উপস্থান কৰা দেখা গৈছে। যদি ইয়াৰ মাজত ভাৰবৰ কাম্-ৰবণীয়া ছাঁ নপৰিলহেঁতেন, তেতিয়াহলে কব নোৱাৰি এই ফালৰ সুমথিৰা আৰু সিফালৰ সোণালী বৰণৰ মাজত কেনেকুৱা শোভাৰ সৃষ্টি হলহেঁতেন। সোণালী বৰণত আমাৰ চকু পৰিল আৰু তাৰ লগতে লাহে লাহে বলি থকা বতাহে পানীত পকনীয়াৰ সৃষ্টি কৰিলে। আমাক কলে—"শুনক! এয়া সময়োচিত স্তোত্ৰ।" আগফালৰ টিলাই যদি মুৰ নুতুলিলেহেঁতেন, তেতিয়াহলে এই ৰসপূৰ্ণ পৃথিৱী কেনেকৈ পূৰ্ণ হলহেঁতেন আৰু এই নিঃশব্দ আকাশ কৰপৰা আৰম্ভ হলহেঁতেন। তেতিয়া এইটো জনা কোনো পণ্ডিতৰ কাৰণে টান হৈ পৰিলহেঁতেন।

বাওঁফালে কাটি-মেলি সমান কৰা জেটুকাৰ জেওৰা আছে। এনেকুৱা সুসজ্জিত জেওৰানো বাৰু কাৰ ভাল নালাগিব। কিন্তু সৌন্দৰ্য্যৰ সাধন— জেটুকাৰ এই বিলৈ দেখি মোৰ অসহ্য লাগিছিল। সোঁফালে সৰোবৰ, আৰু বাওঁফালে ডাঠ ফুটুকানি—। এনেকুৱা বিভিন্ন বায়ুমণ্ডলৰ মাজত আমি জনক ৰজাৰ নিচিনাকৈ নিস্পৃহ হৈ আগ বাঢ়িলোঁ। তাত এক নিৰাধাৰ সেতু দেখিবলৈ পালোঁ। সংস্কৃত কবিসকলে যদি তাক দেখিলে-হেঁতেন, তেতিয়াহলে তেওঁলোকে তাৰ নাম শিক্য-সেতু থলেহেঁতেন। সম্ভৱ এনেকুৱা সেতুৰ সন্ধান প্ৰথমতে হিমালয়ৰ বনেচৰহঁতে কৰিছিল।

এই নিৰাধাৰ সেতুৱে পানীৰ ভিতৰত জপ কৰি থকা ঋষিৰ নিচিনা এটা দ্বীপলৈ আমাক লাহে লাহে লৈ গল। সেতুৰ মাজলৈ গলে অতিথিপৰায়ণ পানীয়ে "সাৱধানে যাওক। সাৱধানে যাওক।।" বুলি সতৰ্ক কৰি দিয়ে। আৰু সুযোগ পোৱা সত্বেও তাত ভৰি ধুবলৈ সময় নহয়।

আৰু সেই দ্বীপ? সি যে নীৰৱ শান্তিৰ প্ৰতিমূৰ্ত্তি। পানীত চন্দ্ৰমাই ইমান খিলখিলায় হাঁহে তথাপি তাৰ প্ৰতিধ্বনি ক'তো শুনা নাযায়। কৰবাত কেনেবাকৈ তপস্যাৰত ঋষিৰ শান্তিত বাধা পৰে বুলি প্ৰকৃতিয়ে ভয় কৰে। ইয়াত সাপো নাই জেঠীও নাই। যদি চৰাই আছে, তেতিয়াহলে সিহঁত ইমান পৰে নিজৰ বাহত নিশ্চিন্ত মনেৰে শুই পৰিছে। এতিয়া আমি অতিথিশালা পালোঁহি। চাৰিওফালে পানীৰ ঘন অন্ধকাৰ বিয়পি আছিল।

অষ্টমীৰ চন্দ্ৰমাও পানীৰ ওপৰলৈ নামি আহিছিল। কেৱল সুৰ-অসুৰৰ গুৰুৱে যেন দীৰ্ঘ বিগ্ৰহত আমনি পাই সন্ধিৰ কাৰণে পশ্চিমফালে গোৰ্ট খাইছিল। পোহৰ আৰু আন্ধাৰৰ ভিতৰত সন্ধি কৰিবলৈ সন্ধ্যাই বহুতবাৰ প্ৰযত্ন কৰিছিল। ইয়াত যদি কেতিয়াবা তেওঁ সফল হব পাৰে, তেতিয়া হলে দেৱতা আৰু অসুৰৰ ভিতৰৰ চিৰদিনৰ সমস্যা সমাধান হৈ যাব। চাওক, দুয়োৱে গুৰুৱে নিজৰ দিক্ সলাই স্বভাৱোচিত গতিৰে গৈ আছে। সন্ধ্যাৰ বঙ্কিম কালিমাই কাকো পক্ষপাত নকৰাকৈ দুয়োকো আবৰি আছে। যি চিৰদিন কেৱল যুদ্ধ বিগ্ৰহেই কৰি থাকে তাৰ এদিন অন্ত অনিবাৰ্য্য।

এতিয়া পানীয়ে নিজৰ বং সলালে। পানীত চন্দ্ৰমাৰ যি ৰূপালী পোহৰ অবাবতে দেখা গৈছিল, সি নাইকিয়া হৈ গল। যথেষ্ট ধেমালি কৰা হল, এতিয়া গম্ভীৰতাৰ সৈতে কিবা ভবা উচিত। এনেকুৱা কিবা ভাব অহাৰ কাৰণে পানীবোৰলৈ যেন গাম্ভীৰ্য্য আহিল। টিলাবোৰো প্ৰেতাকৃতিত পৰিণত হৈ পৰিল। গম্ভীৰ শান্তিয়েও যে কেতিয়াবা মানুহক কিমান অস্থিৰ কৰিব পাৰে এইটো কথা ইয়াত সম্পূৰ্ণভাৱে বুজিব পাৰি। সকলো টিলাই যেন আমাৰ এটা শব্দ শুনিবৰ কাৰণে অপেক্ষা কৰি আছে। ইয়াত কোনো সন্দেহ নাই যে অলপ শব্দ কৰিলেই তেওঁলোক দৌৰি আহিব। কিন্তু তেওঁলোকক মাতিবলৈ সাহস ক'ত? মাজৰাতি বাৰু সকলোৱে অলক্ষ্যে এই টিলাবোৰ নগ্ন হৈ সৰোবৰত গা ধুবলৈ নামে নেকি? আজি তেওঁলোক নানামে। কাৰণ আজি নিলাজ জোনবায়ে মাজৰাতিলৈকে একেবাহে সৰোবৰক চাই থাকিব। অলপ সময়ৰ পাছতে মাঘ মাহৰ ডাঠ কুঁৱলীয়ে গোটেই সৰোবৰক ঢাকি ধৰিব। কব নোৱাৰো উষা কালৰ আগতে আকৌ এওঁলোকৰ মাঘস্নান কৰাৰ ইচ্ছা হবনে নহয়? এনেকুৱা কোনো পুণ্য সঞ্চয় নকৰাকৈয়েনো বাৰু এই টিলাবোৰ কেনেকৈ ইমান স্থিৰ হৈ আছে?

দলঙৰ ওপৰৰ পৰা কোনোবা ওলাই আহিল। পানীত তাৰ খলখলনি উঠিল আৰু তাৰপৰা উঠা সৰু সৰু ঢৌবোৰ দূৰ দূৰণিলৈ বিয়পি পৰিল। যিদৰে গাওঁৰ মানুহবোৰ নিজৰ গাঁৱত থাকে, তথাপি তেওঁলোকৰ মুখে মুখে চাৰিওফালে নানা বাতৰি বিয়পি পৰে, সেইদৰে দলঙৰ ওপৰত যি অসন্তোষ আৰম্ভ হল সি পাৰ পাৰহিয়েই। যিদৰে শৰীৰৰ এঠাইত আঘাত লাগিলে

সৰ্ব্বাঙ্গ শৰীৰে তাক অনুভৱ কৰে—পানীৰ ক্ষেত্ৰতো সেই একে অৱস্থা। যেতিয়া পানীৰ শান্তি ভঙ্গ হয়, তেতিয়া তাৰ পৰিণাম-স্বৰূপে পানীৰ ভিতৰত এক বিপ্লৱৰ সৃষ্টি হৈ পৰে। এতিয়া তৰাবোৰৰ ৰাসলীলা আৰম্ভ হল। পানীক তাৰ অনুকৰণ কৰা দেখা গল, কিন্তু ভূ-লোকৰ তাল যে ভিন্ন-প্ৰকৃতিৰ।

ফেব্ৰুৱাৰী ১৯২৭ চন।

## ১৮। ৰেণুকাৰ শাপ

ৰেণুকাৰ অৰ্থ হৈছে—বালি। তেওঁৰ শাপতনো বাৰু কোনখন নৈ শুকাই নাযাব? গয়াৰ ফল্গু নৈয়ো এইদৰেই অন্তঃস্ৰোতা হৈ গল নহয়। তেতিয়াহলে মৰুবানৰ ওচৰৰ ভোগাবোৰ নো কিয় এনেকুৱা দশা নহব? সৌৰাষ্ট্ৰত ভোগাবো ( বৰষুণৰ পাচত শুকাই যোৱা নৈ সমূহ ) বহুত আছে। প্ৰত্যেকৰ গাতে কোনো এগৰাকী নহয় এগৰাকী ৰাণক দেবীৰ অভিশাপ লাগিছে নেকি? শেত্ৰঞ্জী, ভাদৰ, মচ্ছু, আজী, ৰঙ্গমতী, মেগল আদি চাৰিওফালে বৈ থকা এই নৈবোৰৰ ভিতৰত এনেকুৱা কিমান নৈ আছে, যি বাৰমাহে পানীৰে পৰিপূৰ্ণ হৈ থাকে। খণ্ডিত ভাৰতবৰ্ষ, সৌৰাষ্ট্ৰ, কাঠিয়া-বাড়ক বহুত কথাত সুকীয়া যেন লাগে। তাৰ আকাৰো কেনেকুৱা। চোটীলা বা বৰডা, শেত্ৰঞ্জা বা গিৰনাৰ পৰ্ব্বতে যদি পানী দিয়ে তেতিয়া-হলেনো বাৰু কিমান দিব? আৰু তাৰ ছোৱালীবোৰেওনো বাৰু কিমান পানী কঢ়িয়াই আনিব পাৰিব? নীলগিৰি, সহ্যাদ্ৰি, সাতপুৰা, বিন্ধ্যাদ্ৰি, হিন্দুকুশ আৰু হিমালয়, নগা, খাচীয়া ব্ৰহ্মীয়োমাৰ নিচিনা সুযোগ্য পৰ্ব্বত বোৰেহে মেঘৰপৰা পানী পায়। পৰ্ব্বত জীয়াৰীবোৰো গৌৰৱত কিমান অলস-লুলিত হৈ ফুৰে। তেওঁলোকৰ তুলনাত বেচেৰী কাঠিয়াবাড়ৰ নৈ

যোৱৰ নো থাক কিমান শক্তি আছে? বাৰিষাৰ লগে লগে নৈত পানী উপচি পৰে আৰু বৰষুণ বন্ধ হোৱাৰ লগে লগেই শুকাই যায়।

প্ৰত্যেক নৈয়ে দুই এখন নগৰক আশ্ৰয় দিছে। ভোগাখো নৈৰ কাৰণেই বঢৱান (বৰ্ত্তমানৰ সুৰেন্দ্ৰ নগৰ)ৰ শোভা। যদি ৰাণক দেবীৰ অভিশাপ নালাগিলেহেতেঁন তেতিয়াহলে এই নৈৰ মুখ কিমান উজ্জ্বল হল হেঁতেন। অন্ত্যজ সকলৰ অভিশাপ লৈ ভাবী বংশধৰ সকলে সুদূৰ ভবিষ্যতত তেওঁৰ কি অৱস্থা কৰিব? শেত্ৰঞ্জীৰ বক্ৰতা যদি চাব খুজিছে তেতিয়াহলে তেওঁৰ বীৰ (ভায়েক)ৰ শিখৰৰপওপৰৰপৰা চাওক। কুণ্ড ফুলৰ নিচিনা ফালধীয়া খাইবোৰ গজি আছে। দূৰ-দূৰণিলৈকে দলিচাৰ নিচিনা পথাৰবোৰ বিয়পি আছে। তাৰ মাজেদি শেত্ৰঞ্জীয়ে নিজৰ পথ পৰিষ্কাৰ কৰি লৈছে। শেত্ৰঞ্জীৰ এই গতি পবিত্ৰ আৰু চিত্তাকৰ্ষক।

মেগলৰ নাম মেগল (ময়গল?) কিয় হল? দেৱধৰাত ঘৰিয়ালে কোনো হাতীক ধৰি ৰাখিছিল এই কাৰণেই নেকি? নহলে সাগৰ আৰু তাৰ মাজত থকা ওখ বালি-ৰাশিৰ ওপৰত তেওঁ মুৰ খুন্দিয়াইছিল? সাগৰৰ লগত মিলিত হোৱাৰ অধিকাৰ প্ৰত্যেক নৈৰ আছে; কিন্তু দুৰ্ভাগিনী মেগলৰ ভাগ্যত বছৰৰ ভিতৰত আঠ মাহ খণ্ডিতাৰ দৰে দূৰৈৰ পৰাই নিজৰ স্বামীক দৰ্শন কৰিবলগীয়া হৈছে। যেতিয়া বৰ্ষা ঋতুত সাগৰ উত্তেজিত হৈ পৰে তেতিয়া এই দুয়োৰো সঙ্গম হয়। চোৰবাড়ৰ মানুহে এই সঙ্গমত শ্মশান পাতিবলৈ কি ভাল পালে। নহলে ইয়াৰ ভিতৰত যে'কোনো যুক্তি নাই—কোনে কব? শ্মশানো ইহলোক আৰু পৰলোকৰ সঙ্গম ন'য় জানো?

ভাদৰো এনেকুৱা এখন নৈ যাৰ কাৰণে কাঠিয়াবাড়ে গৌৰৱ কৰিব পাৰে। ভাদৰৰ আচল নাম কি হব? ভাদ্ৰপদী নে ভদ্ৰাৱতী? বাহাদুৰ কেতিয়াও হব নোৱাৰে। এই নৈয়ে যথেষ্ট সন্মান পাইছে। জেতপুৰ, নবাগড আৰু নবী বন্দৰৰ নিচিনা ঠাই তেওঁৰ পাৰত অৱস্থিত। যেতিয়া নবী বন্দৰ পত্তা হৈছিল তেতিয়া চাগৈ তেওঁক "নবী" (নতুন) নাম দিয়া পুৰুষৰ অন্তৰত কিমান আশা, কিমান আকাঙ্ক্ষা আৰু কিমান উৎসাহ আছিল। পোৰবন্দৰতকৈয়ো ই শ্ৰেষ্ঠ হব, দূৰ দেশৰ বয়-বস্তুবোৰ ডাঙৰ ডাঙৰ জাহাজে ইয়ালৈকে কঢ়িয়াই আনে। যদি দৈৱ অনুকূল হলহেঁতেন তেতিয়াজানো ভাদৰে টেমচ্ নদীৰ

সম্মান নাপালে হেঁতেন? কিন্তু নৈৰ প্ৰতিষ্ঠা যে তেওঁৰ পুত্ৰসকলৰ পুৰুষাৰ্থৰ ওপৰত নিৰ্ভৰ কৰে। আজি যে ভাদৰে ভাৰতৰ পশ্চিম-বাহিনী নৈ সমূহৰ নেতৃত্ব কৰিবলৈ পাইছে, এয়েই যথেষ্ট।

বঙ্গমতী, আজী আৰু মচ্ছু নৈ লাগিলে যিমানেই পৰোপকাৰী হওক আৰু নবা নগৰ, ৰাজকোট আৰু মোৰবীৰ বৈভৱক তেওঁ যিমানেই গৌৰবেৰে চাওক, তথাপি তেওঁ সাগৰক এৰি সৰু অখাতকহে বিয়া কৰাইছে। কাঠিয়াবাড়ৰ এই নৈ সমূহে দেশীয় ৰাজ্যবোৰৰ কাৰ্য্য তথা ষড়যন্ত্ৰবোৰ প্ৰাচীন কালৰ পৰাই দেখি আহিছে। কিন্তু কাঠিয়াবাড়ৰ বিভিন্ন বিভাগৰ ৰীতি নীতিৰ দৰ্শন যদি তেওঁ আমাক কৰাই দিয়ে, তেতিয়াহলে সেই গল্প নিশ্চয় বৰ উপাদেয় হব।

সৌৰাষ্ট্ৰৰ নদী-সমূহৰ পানী খোৱা সন্তানসকলৰ এইটো কৰ্ত্তব্য যে তেওঁলোকে যেন এই নৈ বোৰৰ মুখৰ পৰা জন সাধাৰণক তেওঁলোকৰ অনুভৱৰ কথা জানিবলৈ দিয়ে।

১৯২৬-২৭ চন।

## ১৯। অম্বা—অম্বিকা

গৰম দিনত আমি আবু পাহাৰৰ ওপৰৰ সৰস্বতী আৰু বনাস নৈ দৰ্শন কৰিছিলোঁ। এই নৈয়ে ইচ্ছা কৰা সত্ত্বেও সাগৰৰ ওচৰ চাপিব পৰা নাই। মাজত কচ্চৰ মৰুভূমিতে তেওঁলোক শুকাই ক্ষীণাই নাইকিয়া হৈ গৈছে। অম্বা-অম্বিকাৰ দৰে কৌমাৰ্য্য, সৌভাগ্য আৰু বৈধব্য এই তিনিওটাৰ ভিতৰত এওঁলোকৰ ভাগ্যত এটাৰো সুযোগ নঘটিল। গুজৰাট আৰু ৰাজপুতনাৰ ইতিহাসত এই নদীদ্বয় যিমানে মহত্ত্বপূৰ্ণ হওক বজা কৰ্ণৰ দ্ৰুটোপা চকুৰ পানীৰ বাহিৰে আমি এওঁলোকক কি দিব পাৰোঁ?

১৯২৬-২৭ চন।

## ২০। লাৱণ্য-ফলা লূণী

থাৰচী ( মাৰোৱাৰ জংছন )ৰ পৰা সিন্ধ হায়দৰাবাদলৈ যাওঁতে বহুত বাৰ লূণী নৈ দৰ্শন কৰিছিলোঁ। উটৰ দেশ যোধপুৰলৈ যোৱাৰ বাটো লূণী জংছনৰ পিনেই। এই কাৰণেও এই নৈৰ নাম স্মৃতি পটত অঙ্কিত হৈ আছে। ইয়াৰ ষ্টেনত কম দামত পহুৰ ছাল কিনিবলৈ পোৱা যায়। মই ইয়াৰপৰা কেইখনমান কোমল পহুৰ ছাল কিনি মোৰ কেইজনমান প্ৰিয়-পূজ্য লোকক ধ্যানাসনৰ কাৰনে উপহাৰ দিছিলোঁ। কব নোৱাৰোঁ ছালৰ এই ব্যৱহাৰৰ কাৰণে হৰিণাই তেওঁলোকৰ তপস্যাৰ অলপ পুণ্যৰ অংশ পালেনে নাই!

লূণীৰ নাম শুনিলেই অন্তৰত এক বিষাদৰ সৃষ্টি হয়। এনেয়ে সকলো নৈয়েই নিজৰ মিঠা পানী লৈ লূণীয়া সাগৰৰ লগত মিলি যায়। আৰু এই দৰেই নিজৰ পানীক গেলি-পচি যোৱাৰ পৰা ৰক্ষা কৰে। সাগৰৰ সঙ্গম হোৱালৈকে নৈৰ পানী মিঠা হৈ থাকিলে ভালেই। কিন্তু বেচাৰী লূণীৰ সাগৰৰ লগত সঙ্গমো নহল আৰু শেহলৈকে তেওঁৰ পানী মিঠা হৈ নাথাকিল।

যদি এই নৈ সাম্ভৰ সৰোবৰৰপৰা ওলালহেঁতেন, তেতিয়াহলে তেওঁৰ খাৰুৱা গুণক আমি ক্ষমা কৰিলোঁহেঁতেন, কিন্তু তেওঁৰ উদ্গম আজমীৰৰ ওচৰৰ অৰৱলী, আৰাৱলী বা আড়াবলী পৰ্ব্বতৰ পৰা। তাতো তেওঁক সাগৰমতী বুলি কোৱা হয়। তেওঁ গোবিন্দগড় পোৱাৰ পাছত তাৰ সৰস্বতী নৈয়ে পুষ্কৰ সৰোবৰৰ পবিত্ৰ পানী লগত লৈ আহি তেওঁৰ সৈতে লগ লাগিছে;

লূণীৰ আচল নাম আছিল লৱণ-বাৰি। ইয়াৰ অপভ্ৰংশ হল লোণ-বাৰি আৰু আজিৰ মানুহৰ মুখত হল লূণী। আজমীৰৰপৰা আবুলৈকে যি আৰাৱলী পৰ্ব্বত শ্ৰেণী বিস্তাৰিত হৈ আছে তাৰ পশ্চিম ফালৰ সকলোবোৰ পানী সৰু ডাঙৰ সোঁতৰ যোগেদি লূণীয়ে পায়। এই পানীৰ কাৰণেই যোধপুৰ ৰাজ্যৰ আধা ভাগত ভাল ধান খেতি হয়। পানী-শিঙ্গৰি ( চিঙ্ঘাৰা )ৰ খেতিও ইয়াত যথেষ্ট পৰিমাণে হয়। যিবোৰ ঠাইত লূণীৰ বান আহে, তাৰ কৃষকসকলে তেওঁক অন্তৰৰপৰা আশীৰ্ব্বাদ দিয়ে।

যেতিয়া লূণী বাদোতৰা পায়হি, তেতিয়া তেওঁ সুখৰ সলনি দুঃখ-ভোগ কৰিব লগীয়া হয়। যত মাটিয়েই থাকবা তাত বেচেৰী নৈয়ে কি কৰিব।

যোধপুৰৰ ৰজা যশোবন্তসিংহৰ সুবুদ্ধি হল। তেওঁ লূণী নৈৰ পানী খাকবা হোৱাৰ আগতে বিলাড়াৰ ওচৰত এটা ডাঙৰ মথাউৰি বান্ধি দিলে আৰু ২২ বৰ্গমাইলৰ এটা বিশাল সৰোবৰ সজাই দিলে। ১৩ হেজাৰ বৰ্গমাইল পানী এই সৰোবৰত গোট খায়। ইয়াৰ গভীৰতা বৰ বেছি ৪০ ফুট হব। যশোবন্ত ৰজাই এই সৰোবৰ সজোৱাৰ কাৰণে ইয়াৰ নাম "যশবন্ত সাগৰ" থোৱাটো উচিত হৈছে। যদি কৃষক সকলক সোধা যায়— তেতিয়াহলে তেওঁলোকে ইয়াক লূণী-প্ৰসাদ বুলি কব।

এই নৈয়ে নিজৰ দুশ মাইল যাত্ৰাৰ অন্তত কচ্ছৰ যুদ্ধত নিজৰ ভাগ্যক ধিক্কাৰ দি লুপ্ত হৈ গৈছে। এওঁৰ তিনিওখন মুখ নিমখেৰে ইমান ভৰি আছে যে সাগৰেও এওঁৰ পানীৰে আচমন কৰিবলৈ সঙ্কোচ কৰে।

এইটো লক্ষ্য কৰিব লগীয়া বিষয় যে লূণী, সৰস্বতী, বনাস আৰু এনেকুৱা যিবোৰ নৈয়ে নিজৰ পানী শ্ৰদ্ধাৰ সৈতে কচ্ছৰ যুদ্ধত সমৰ্পণ কৰিছে তেওঁলোকে সেই শ্ৰদ্ধাৰ ফল কেতিয়া পাব আৰু এই যুদ্ধৰ পাঁৰবৰ্ত্তে এই মাটি কেতিয়া উৰ্ব্বৰ হব। আজি লূণী নৈ প্ৰায় পাকিস্তানৰ সীমা পাইছেগৈ আৰু দিনে দিনে কচ্ছক বেছি লূণীয়া কৰি পেলাইছে। এনেকুৱা লোণ-প্ৰধান লোণ সমৃদ্ধ নৈক যদি আমি 'লাবণ্য-বতী' বুলি কওঁ তেতিয়াহলে বৈয়াকৰণিকসকলে সেই নামক নিশ্চয় সন্মান কৰিব। অৱশ্যে কাব্য-ৰসিকে কি কব সেইটো কোৱা টান।

১৯৫৭ চন।

## ২১। উংচল্লীৰ প্ৰপাত

এইবাৰ জোগৰ একেবাৰে শুকান প্ৰপাত দৰ্শনৰ ব্যথাক অলপ পাতল কৰিবৰ কাৰণে আন দুই এটা ভব্য আৰু প্ৰসন্ন দৃশ্য চোৱাৰ আৱশ্যক

আছিল। কাৰবাৰ জিলাৰ সৰ্ব্বসংগ্ৰহ—"গেজেটিয়ৰ"ৰ পাত লুটিয়াওঁতে জানিব পাৰিলোঁ যে জোগতকৈ অলপ সৰু উংচল্লী নামৰ এটা সুন্দৰ জল-প্ৰপাত শিৰসীৰ অলপ ওচৰত আছে। লশিংটন নামৰ এজন ইংৰাজে ১৮৪৫ চনত ইয়াৰ অনুসন্ধান কৰিছিল। বোধকৰোঁ ইয়াৰ আগতে ইয়াৰফালে কাৰো দৃষ্টি আকৰ্ষিত হোৱা নাছিল। যেতিয়া ই ইংৰাজৰ চকুত পৰিল তেতিয়া পৃথিৱীত ইয়াৰ যশস্যা বিয়পি পৰিল। এই উংচল্লী কত? তালৈ কোন ফালেদি যাব পাৰি? আমি কেনেকৈ যাম? আমাৰ কাৰ্য্যক্ৰমত সি ঠাই পাবনে নাপায়? তৎক্ষণাত মই এইবোৰ সোধা পোচা আৰম্ভ কৰি দিলোঁ। শ্ৰীশঙ্কৰৰাও গুলৱাড়ীদেৱে দেখিলে যে এতিয়া উংচল্লীৰ কাৰ্য্যক্ৰম স্থিৰ নকৰিলে শান্তি বা স্বাস্থ্য ৰক্ষা নহয়। এই বিষয়ে তেওঁ নিজেও মোতকৈ কম উৎসাহী নাছিল। তেওঁ কলে যে যেতিয়া বিজুলী শক্তি তৈয়াৰ কৰিবৰ উদ্দেশ্যে কাৰবাৰ জিলাৰ প্ৰপাতসমূহ পৰীক্ষা আৰু জৰীপ কৰা হৈছিল তেতিয়া ইঞ্জিনিয়াৰসকলে উংচল্লী প্ৰপাতক প্ৰথম, গিৰসপ্পা বা জোগ প্ৰপাতক দ্বিতীয়, মাগোডাক তৃতীয় আৰু সুপাৰ ওচৰৰ প্ৰপাতক চতুৰ্থ স্থান দিছিল।

সাগৰৰ লগত কাৰবাৰ জিলাৰ সম্বন্ধ ঘটোৱাৰ গুৰিত চাৰিখন প্ৰধান নৈ আছিল। কালীনদী, গঙ্গাবলী, অঘনাশিনী আৰু শৰাৱতী। ইয়াৰ ভিতৰত শৰাৱতী বা বালনদী গৈ হোন্নাৱৰৰ ওচৰৰ সাগৰত পৰিছেগৈ। দহ বছৰৰ আগতে যেতিয়া আমি দ্বিতীয়বাৰ জোগপ্ৰপাত দেখিছিলোঁ তেতিয়া নাৱত উঠি এই শৰাৱতী নৈয়েদি হোন্নাৱৰৰ আগলৈ গৈছিলোঁ। শৰাৱতীৰ পাৰ যেন বনলক্ষ্মীৰ সাম্ৰাজ্যহে।

এইবাৰ যেতিয়া আমি হুবলীৰ পৰা অঙ্কোলা আৰু কাৰবাৰলৈ গলোঁ তেতিয়া আৰবেন গিৰিপথেদি "নাগমোড়ী"ৰ পথ উলিওৱা গঙ্গাবেলীক দেখিলোঁ। আৰু অঙ্কোলাৰ পৰা গো-কৰ্ণলৈ যোৱাৰ সময়ত নাৱত উঠি এইফালেই গলোঁ। মই সৰু কালত কাৰবাৰত কালী নৈ দৰ্শন কৰিছিলোঁ। পঞ্চাশ বছৰৰ এই স্মৃতি দহ বছৰৰ আগতে আৰু এবাৰ নবীন হৈ উঠিছিল আৰু এইবাৰো কাৰবাৰ পায়েই মই দুবাৰ গৈ কালী নৈ দৰ্শন কৰিলোঁ। কিন্তু ইমানতো মনত সন্তোষ নলগাৰ কাৰণে কাৰবাৰৰপৰা হলগালৈকে দহ মাইল পথ নাৱত অহা-যোৱা কৰিলোঁ।

চতুৰ্থ নৈ অঘনাশিনী তেওঁৰ নাম কিমান পবিত্ৰ। গোকৰ্ণৰ দক্ষিণফালে ওলড়ী বন্দৰৰ ওচৰত তেওঁ বেঁকা-বেঁকিকৈ গৈ খুব বিস্তৃত হৈ পৰিছে। কিন্তু সাগৰলৈ যাবলৈ যি বাট পাইছে সি একেবাৰে সৰু। যত এই অঘনাশিনীয়ে সাগৰৰ লগত মিলিবলৈ উত্ৰাবল হৈ সহ্যাদ্ৰি পৰ্ব্বতৰ ওপৰৰপৰা তললৈ জপিয়াই পৰিছে, সেই ঠাই উংচল্লী প্ৰপাত নামত জনাজাত।

আমি সিদ্ধাপুৰৰ পৰা শেৰসীৰ ফালে আগ বাঢ়িলোঁ। এটা বাট শিৰসীৰপৰা যোৱাৰ সলনি পশ্চিম ফালে ওলাই আহিছে। আমি সেই পিনে দিয়েই গৈ নীলকুণ্ড পালোঁগৈ। তাত শ্ৰীগোপাল মাভগাম্বৰৰ দদায়েক থাকে। তেওঁ বৰ প্ৰভাৱশালী জমিদাৰ। তেওঁৰ আতিথ্য গ্ৰহণ কৰি আমি উংচল্লীৰ সন্ধানত ওলাই পৰিলোঁ। নীল কুণ্ডৰপৰা হোসতোত (নতুন বাগিচা) লৈ যাব লগীয়া আছিল। তাত আমি এখন সামৰিক বিভাগৰ জীপ যোগাৰ কৰিলোঁ। সেই কাৰণে আমাৰ এই হাবি পাৰহোৱাৰ কাৰণে কোনো চিন্তা নাথাকিল। হোসতোতৰ পৰা আমি হোন্নেকো (সোণৰ শিং) ৰ পথেদি যাবলগীয়া আছিল। কিন্তু এই বাটেদি মটৰ গাড়ীতো দূৰৰ কথা গৰু গাড়ী বা দোলাত যোৱাও অসম্ভৱ। ইয়াক বাঘৰ বাটহে বোলা উচিত। আমি আমাৰ জীপখন এজোপা গছৰ ছাঁত জিৰাবৰ কাৰণে থলো আৰু "অথাতো প্ৰপাত-জিজ্ঞাসা" বুলি কৈ হাবিত বাট উলিয়াবলৈ লাগি গলোঁ। হোসতোতৰ পৰা এজন স্থানীয় যুৱকে হাতত এখন ডাওৰ কাচি লৈ আমাক বাট দেখুৱাবৰ কাৰণে আগে আগে গৈ আছিল। বোধকৰো এই বেচেৰাৰ লাহে লাহে যোৱাৰ আৰু সৃষ্টি-সৌন্দৰ্য্য চোৱাৰ অভ্যাস নাছিল। তেওঁ বৰ বেছি আগে আগে যাবলৈ ধৰিলে। সেই কাৰণে তেওঁ অহাত আমাৰ বৰ সুবিধা নহল। আমি অলপ আগ বাঢ়ি গলোঁ। তাৰ পাছত ওপৰলৈ উঠিলোঁ, তললৈ নামিলো আৰু এইদৰেই উঠানমা কৰি আগ বাঢ়িবলৈ ধৰিলোঁ। এনেতে হাবিখোৰ ভাঠ হৈ আহিল আৰু অলপ সময়ৰ পাছতে চাৰিওফালে আন্ধাৰে চাটি ধৰিলে।

**So steep the path, the foot was fain**
**Assistance from the hand to gain.**

হাবিতলীয়া বাটেই আমাৰ প্ৰধান অন্তৰায় আছিল। তাত ইয়াম শুকাৰ

পাত জমা হৈ আছিল যে ভৰি পিচলি নোযোৱাটোহে আচৰিত—। ভগবানৰ কৃপাত এই শুকান পাতৰ মাজৰ পৰা কোনো সাপ-বেং নোলাল। নহলে আমাৰ উংচল্লী যাত্ৰা যেনে আছিল তেনেই বৈ গল হেঁতেন। যি ঠাইত বৰ বেছি ঢলালৈ নামি যাবলগীয়া হৈছিল তাত লাখুটিৰে পাতবোৰ আঁতৰাই লৈ কোনো শিল বা গছৰ শিপা আছে নেকি চাবলগীয়া হৈছিল। দুপৰীয়া বাৰ বাজি গল। কিন্তু গছৰ "স্নিগ্ধ ছাঁয়াত—" তেতিয়াও বদৰ আগমন হোৱা নাছিল। যাওঁতে যদি আমি গৰম কাপোৰ লৈ নগলোঁহেতেন, তেন্তে আমাৰ বৰ জাৰ লাগিল হেঁতেন। অলপ আগ বাঢ়ি গৈ এজনে আনজনক সুধিলে—"আমি বাৰু কিমান আহিলোঁ? এতিয়া আৰু কিমান বাকী আছে?" সকলোৰেই অনভিজ্ঞ। কিন্তু সিদ্ধাপুৰৰ পৰা এজন আয়ুৰ্ব্বেদিক কবিৰাজ কেমেৰা লৈ আমাৰ লগত আহিছিল। এই ভদ্ৰলোক এবছৰৰ আগতে আন কোনো বাটেদি উংচল্লীলৈ গৈছিল। নিজৰ আগৰ অনুভৱৰ যোগেদি তেওঁ আমাক বাট দেখুৱাই নিছিল। মাজে মাজে এই নাম মাত্ৰ বাটটো বন্ধ হৈ গৈছিল আৰু আমি কেবল অনুমানৰ দ্বাৰা আগ বাঢ়িব লগীয়া হৈছিল। কিন্তু আচল বিপদ বাট বন্ধ হৈ গলে নহয় বৰং যেতিয়া এটা হাবিতলীয়া বাট ফাটি দুটা হৈ যায় তেতিয়াহে। যেতিয়া আচল বাট দেখুৱাবলৈ কোনো নাথাকে আৰু কেবল অনুমানৰ দ্বাৰা বাট উলিয়াব লগীয়া হয় তেতিয়া—'যদ্ ভাবি তদ্ ভৱতু', যি হব লগা আছে সি হবই ইয়াকে কৈ নিজৰ ভাগ্যক ধিয়াই কোনো এটা হাবিতলীয়া বাট ধৰি লব লগীয়া হয়। কোনোবাই কৈছিল যে দূৰৰ পৰা প্ৰপাতৰ শব্দ শুনা যায়। মোৰ কাণ বৰ চোকা নহয়। এখনে কেতিয়াবাই পদত্যাগ কৰিলে আৰু আনখনে কেবল কামৰ কথাহে শুনে। কিন্তু নিজৰ কল্পনা শক্তিৰ সম্বন্ধে মই সেইটো নকওঁ। মই কাণ আৰু কল্পনা দুয়োৰো সহায়ত শুনাৰ চেষ্টা কৰিলোঁ। কিন্তু যাক প্ৰপাতৰ শব্দ বুলি কোৱা যায় তেনেকুৱা একো শব্দ শুনা নাছিলোঁ। যদি কৰবাত মৌ মাখিয়ে গুণ-গুণালে হেঁতেন তেতিয়াহলে ময়ে কলোঁহেতেঁন—"এৰা হয় সচাঁকৈয়ে প্ৰপাতৰ শব্দ শুনিবলৈ পোৱা গৈছে।" কঠিন পথ যাত্ৰাত তৎক্ষণাত বন্ধুৰ লগত একমত হোৱাটো যদিও মোৰ স্বভাৱ আছিল কিন্তু ইয়াত মই নিৰুপায় আছিলো।

একালে মই হাখিৰ ভয়াবহ সুন্দৰতাৰ ৰস-পান কৰিছিলোঁ। আৰু আনফালে মোৰ মৰমৰ সৰোজৰ কাৰণে চিন্তা আছিল। যেতিয়া সৰোজে কলে যে "এনেকুৱা অৰণ্য যাত্ৰাৰ অন্তত যদি কোনো প্ৰপাত দেখা নাযায় তথাপি এইটো কব লাগিব যে ইয়ালৈ অহা অসাৰ্থক হোৱা নাই। কিমান শুৱনী এই হাবি! আৰু ডাঙৰ ডাঙৰ গছবোৰক আকোঁৱালি থকা এই লতাবোৰ। ইয়াৰ সকলোবেই সুন্দৰ—।" তেতিয়া মনে মনে বৰ সন্তোষ পালোঁ। আমাৰ কাৰণে এই বাটত যোৱাটো বৰ অসম্ভৱ যেন হৈ পৰিছিল। এহাতত লাখুটি আৰু আন হাতেৰে কাৰোবাৰ কান্ধত ভৰ দি নমা সন্দেহপ্ৰদ আছিল। কিন্তু তেতিয়াও সৰোজৰ উৎসাহ কমা নাছিল। সি কলে— "মোৰ বৰ ভাল লাগিছে, কিন্তু আনক অসুবিধাত পেলাইছোঁ কাৰণেহে মোৰ বেয়া লাগিছে। এতিয়া নামিছোঁ, আকৌ যে উঠিব লাগিব।"

মই কলো—"এবাৰ উংচল্লী দৰ্শন কৰাৰ পাছত যি কোনো প্ৰকাৰে ঘূৰি আহিব লাগিবই। কিন্তু আমি অলপ জিৰাই শতাইহে যাম। প্ৰপাতলৈ আৰু বেছি দূৰ নাই। ইয়াৰ পৰাই প্ৰপাতৰ শব্দ শুনিবলৈ পোৱা গৈছে। গতিকে এতিয়া যিমান সোনকালে পৰা যায় আগ বঢ়াহে উচিত।" আমাৰ পথ প্ৰদৰ্শকে তললৈ গৈ বিভিয়ালে। কবিৰাজজনে কলে—"বোধকৰো তেওঁ পানী দেখিছে।" এইবাৰ আমাৰ উৎসাহ আৰু বাঢ়ি গল। আমি আকৌ নামিলো আৰু আগুৱাই গলোঁ। তাৰ পাছত সোঁফালে ঘূৰিলোঁ। প্ৰপাত চাবৰ কাৰণে আমাৰ মন ব্যাকুল হৈ আছিল। শেহত সেই প্ৰপাতৰ মুখ দেখিবলৈ পালোঁ।

এটা ঠেক গিৰিপথৰ একাষে আমি থিয় হৈ আছিলোঁ আৰু আনফালে অঘনাশিনীৰ পানী যাক বাতিপুৱা আমি জীপেৰে আহোঁতে তিনি চাৰিবাৰ অতিক্ৰম কৰি আহিছিলোঁ। ইয়াত এটা তিনিচুকীয়া ডাঙৰ শিলৰ যোগেদি তললৈ নামিবলৈ সাজু হলো। যিদৰে বাদ্যযন্ত্ৰ নহলে গান শুনি ভাল নালাগে সেইদৰে প্ৰপাতৰ পানীৰ শব্দ নুশুনিলেও প্ৰপাত দৰ্শন সাৰ্থক যেন নালাগে।

উংচল্লী প্ৰপাত জোগৰ বাজাৰ দৰে একে জাপতে তললৈ নামি নাহে। যিদৰে আমি বাতিপুৱা পাতল টোপনিত প্ৰত্যেক অংশক অৰ্দ্ধজাগ্ৰত অৱস্থাত অনুভৱ কৰোঁ, সেই দৰে অঘনাশিনীৰ পানীয়ে এটা এটা চিৰিৰ পৰা জপিয়াই

বগা বৰ্ণৰ বহুত ৰকমৰ পৰ্দ্দা তৈয়াৰ কৰে। এনেকুৱা শুভ্র পানীত সংসাৰৰ মহাপাপো 'অঘ' (পাপ) সহজতে ধুই মচি পেলাব পাৰি।

যিদৰে কুলাত ধান জাৰিলে ধানবোৰ নাচি-বাগি সৌফালৰ চুকলৈ দৌৰি আহে, সেই দৰে ইয়াৰ পানী পৰ্ব্বতৰ শিলৰ ওপৰৰপৰা বাগৰা সময়ত বেঁকা হৈ পৰে আৰু ফেনৰ বলয় হৈ তললৈ জপিয়ায়। যেতিয়ালৈকে এই পানীৰ জাঁতি-গুৰি নাপাওঁ তেতিয়ালৈকে মোৰ মনত সন্তোষ নালাগে। কিছুমান মানুহ আমাতকৈ আগ বাঢ়ি গল আৰু গছৰ ডালত ধৰি তললৈ নামিবলৈ ধৰিলে। এইদৰে যাওঁতে যাওঁতে আমি গৈ সম্পূর্ণ প্রপাতৰ সৈতে অখণ্ড সাক্ষাৎকাৰ কৰোঁৱা এটা ডাঙৰ শিলৰ ওচৰ পালোঁগৈ। তাৰ ওপৰত থিয় হৈ আগফালৰ ডাঙৰ ওখ শিলৰপৰা বাগৰা পানীৰ প্রপাতক চোৱা জীবনৰ এক অনুপম আনন্দ আছিল। আমি একে দৃষ্টিৰে পানী চাবলৈ ধৰিলোঁ। কিন্তু পানীৰ হলে আমাৰ ফালে চাবলৈ সময় নাছিল। তেওঁ নিজৰ আনন্দ বিহ্বলতাত মত্ত হৈ আছিল। ফাকুৰ গুৰিৰ বগা ৰঙৰ ভিতৰত যি উৎকৃষ্টতা থাকে সেই জীৱনবত্তাৰত সেয়েই আছিল।

ভগবান সূৰ্য্য নাৰায়ণে ওপৰৰপৰা আমাক আশীৰ্ব্বাদ দিছিল। ৰদত সকলোৰে গা দেই-পুৰি গৈছিল। কিন্তু আমি প্রপাত চোৱাত ইমান ব্যস্ত আছিলো যে সেইফালে আমাৰ ভ্ৰূক্ষেপেই নাছিল। সূৰ্যাদেৱৰ আশীৰ্ব্বাদ লোৱাত উৎচল্লী প্রপাতৰ যি শক্তি আছিল মোৰ ভিতৰত তেনেকুৱা শক্তিৰ অভাব আছিল। পানীয়ে চিকমিকাই বগা পাতৰ কাপোৰৰ নিচিনা শোভা দেখুৱাই আছিল। A moving tapestry of white stain and silver filigree. কটকত ৰূপৰ তাঁৰৰ দ্বাৰা অতিশয় সূক্ষ্ম আৰু অত্যন্ত সুন্দৰ ফুল, গহনা আদি তৈয়াৰ হয়। মই উৰিষ্যাত তাঁৰেৰে তৈয়াৰী পিপল গছৰ পাত, পদুম ফুল আদি বহুত ধৰণৰ বস্তু হেঁপাহ পলুৱাই চাইছিলোঁ আৰু কৈছিলোঁ যে নিঃসন্দেহে এই গহনাই কটকৰ নাম সাৰ্থক কৰিছে। ইয়াত আকৌ প্ৰকৃতিৰ হাতেৰে সজা আৰু ক্ষণে ক্ষণে পৰিবৰ্ত্তন হৈ থকা ৰূপৰ সুন্দৰ আৰু সজীৱ গহনাবোৰ দেখি মোৰ কটকৰ কথা মনত পৰিছিল। সোণৰ চাকনীৰে হয়তো সত্যৰ ৰূপ ঢাক খাই যাব পাৰে। কিন্তু ৰূপৰ সজীব তাঁৰৰ কামৰ দ্বাৰা প্ৰকৃতিৰ বাস্তৱিকতা আচৰিত ধৰণে ব্যক্ত হৈ

পৰিছিল। এতিয়া এই সত্যক কি কৰোঁ। কিদৰে ইয়াক আত্মসাৎ কৰোঁ। কত থওঁ? কিদৰে তুলি লৈ যাওঁ। মই এই মধুৰ ব্যাকুলতা অনুভব কৰিছিলোঁ। এনেতে পুৰণা অভ্যাসৰ কাৰণে মোৰ মুখৰ পৰা অনায়াসে 'ঈশাবাস্য'ৰ মন্ত্ৰ উচ্চাৰণ হল। এৰা, সঁচাকৈয়ে এই জগতক ঐশ্বৰ্য্যৰ দ্বাৰা ঢকা উচিত যিদৰে আগফালৰ বেঁকা শিল পানীৰ আৱৰণত ঢাক খাই যায় আৰু সেই আৱৰণ চেতনাৰ জিলিঙনিত বিয়পি পৰে। যি যি দেখা যায় লাগিলে সি চৰ্ম্ম চক্ষুৰ দৃষ্টিৰে হওক বা কল্পনাৰ দৃষ্টিৰেই হওক সকলোকে আত্মতত্বৰ দ্বাৰা ঢাকি পেলাব লাগে। তেতিয়াহে নিৰ্লিপ্তভাৱে শেহলৈকে অখণ্ড জীৱনৰ আনন্দ পোৱা যায়। ইয়াৰ বাহিৰে মানুহৰ কাৰণে আন কোনো পথ নাই।

মোৰ চকু তললৈ গল। তাত এটা শীতল কুণ্ডৰ সেউজীয়া নীলা পানীত প্ৰপাতৰ পানী পৰি আছিল। এই পৰিগ্ৰহ ভাল নহয় বুলি জানি অলপ সময়ৰ পাছতে এক সুন্দৰ প্ৰবাহত সেই সমুদায় জলৰাশি বোৱাই দিছিল। অঘনাশিনীয়ে নিজৰ একা বেঁকা গতিৰে দাঁতি কাষৰৰ সকলো ভূমিক পবিত্ৰ কৰাৰ আৰু মানৱ জাতিৰ অনেক ধৰণৰ (জুহৰাণ) পাপ (এনস্) ক ধুই পেলোৱাৰ ব্ৰত অবিৰত ভাবে পালন কৰি আছিছে। শেহত মই তেওঁৰ প্ৰাৰ্থনা কৰিলোঁ।

যুযোধি অস্মৎ জুহৰাণম্ এন'
ভূয়িষ্ঠাং তে নম উক্তিং বিধেম।

হে অঘনাশিনী। আমাৰ এই কুটীল পাপক নাশ কৰি দিয়া। আমি তোমাৰ কাৰণে অশেষ স্তোত্ৰ ৰচনা কৰিম।

জুন ১৯৪৭ চন।

## ২২ ॥ গো-কৰ্ণ যাত্ৰা

মাকৰ আদেশ অনুসৰি লঙ্কাপতি ৰাৱণে হিমালয়লৈ গৈ তপস্যা কৰিবলৈ বহিল। শিব ভক্ত মহান সম্ৰাট ৰাৱণৰ মাকে নো ৰাক সাধাৰণ শিলৰ

লিঙ্গক কেনেকৈ পূজা কৰে ? তেওঁ পুত্ৰেকক কলে—"যোৱা বোপাই, কৈলাসলৈ গৈ সদাশিৱৰ পৰা তেওঁৰ আত্মলিঙ্গ লৈ আহা। তেতিয়াহে মই পূজা কৰিব পাৰিম।" মাতৃভক্ত ৰাৱণ খাওনা হল। তেওঁ প্ৰত্যেক দিনাই মানস সৰোবৰৰ পৰা এশ পদুম ফুল তুলি কৈলাসনাথৰ পূজা কৰিবলৈ ধৰিলে। তেওঁৰ এই তপস্যা এহেজাৰ বছৰলৈকে চলিল।

এদিন কব নোৱাৰি কেনেকৈ নটা পদুম ফুল কম আছিল। পূজা কৰি থাকোঁতে মাজত উঠিব নোৱাৰি আৰু এশটাৰ ভিতৰত এটা পদুম ফুল কম হলেও পূজা কৰিব নোৱাৰি। এতিয়া কি কৰা যায় ? আশুতোষ মহাদেৱ সোণকালে ৰুষ্টও হয়। তেওঁৰ সেৱাত যদি অলপো ত্ৰুটী হয়, তেতিয়া হলে সৰ্ব্বনাশ হল বুলিয়েই ধৰি লওক। ৰাৱণৰ বুদ্ধি আৰু সাহসো কেঁচা নাছিল। তেওঁ নিজৰ এটা এটা মূৰ-ৰূপী পদুম ফুল তুলি পূজাত নিবেদন কৰিবলৈ ধৰিলে। এনেকুৱা ভক্তিৰ দ্বাৰা কি প্ৰাপ্ত নহয় ? ভোলানাথ প্ৰসন্ন হৈ গল আৰু তেওঁ কবলৈ ধৰিলে "বৰ লোৱা। তুমি যিমান বৰেই বিচাৰা তথাপি তোমাৰ এই তপস্যাৰ আগত সি একোৱেই নহয়।" ৰাৱণে কলে—"মোৰ আই পূজাত বহি আছে। আপোনাৰ আত্মলিঙ্গ লাগে।" কেৱল মাত্ৰ ৰাৱণৰ মুখৰপৰা কথাটো ওলাবলৈহে পালে শম্ভুৱে নিজৰ হিয়া ফালি আত্মলিঙ্গ উলিয়ালে আৰু ৰাৱণক দি দিলে।

ত্ৰিভুৱনত হাঁহাকাৰ লাগি গল। দেৱাদিদেৱ মহাদেৱে আত্মলিঙ্গ দিছে। আৰু সিনো ৰাক কাক ? সুৰাসুৰৰ কাল ৰাৱণক। এতিয়া তিনিও লোকৰ অৱস্থা কি হব ? ব্ৰহ্মাই বিষ্ণুৰ ওচৰলৈ ঢাপলি মেলিলে। লক্ষ্মীয়ে সৰস্বতীক সুধিবলৈ গল, ইন্দ্ৰ অজ্ঞান হৈ পৰিল। শেহত সকলোৱে বিঘ্ন-নাশক গণপতিক আৰাধনা কৰিবলৈ ধৰিলে আৰু তেওঁক কলে—"লাগিলে যিহকে নকৰক কিন্তু এই লিঙ্গ যাতে লঙ্কা নাপায়গৈ, তেনেকুৱা কিবা এটা উপায় কৰক।"

মহাদেৱে ৰাৱণক কৈছিল—"এই লিঙ্গ লোৱা। ইয়াক যি ঠাইতে থবা তাতেই স্থিৰ হৈ যাব।" মহাদেৱৰ লিঙ্গ পাৰাতকৈও গধুৰ আছিল। ৰাৱণে তাক লৈ পশ্চিম সাগৰৰ পাৰেদি গৈ আছিল। সন্ধ্যা লাগি আহিল।

ইফালে ৰাৱণৰ প্ৰস্ৰাৱ কৰিব লাগিল। শিৱলিঙ্গ হাতত লৈ বহিব নোৱাৰি। মাটিতনো থয় কেনেকৈ? ৰাৱণৰ মনত দোধোৰ-মোধোৰ লাগিল। এনেতে দেৱতা সকলৰ নিৰ্দ্দেশ অনুসৰি গণেশে গৰখীয়া লৰাৰ ৰূপ ধৰি গৰু চৰাই চৰাই তাত উপস্থিত হল। ৰাৱণে কলে—"হেৰা গৰখীয়া, এই লিঙ্গটো অলপ ধৰাচোন। মাটিত নথবা।" গণেশে কলে—এইটোতো বৰ গধুৰ। যদি ভাগৰি পৰোঁ তেতিয়াহলে তিনিবাৰমান তোমাক চিঞঁৰিম। সিমান সময়ত যদি তুমি আহা ভালেই, নহলে তোমাৰ কথা তুমিয়েই জানিবা।" তেওঁৰ প্ৰস্ৰাৱ কৰোতেনো বাৰু কিমান সময় লাগিব? ধৰাণ বহিল। বহোঁতেতো বহিল কিন্তু কৰ নোৱাৰি কেনেকৈ আজি তেওঁৰ পেটৰপৰা সাত-সমুদ্ৰ তেৰ নৈৰ পানী বৰলৈ ধৰিলে। কাণত লগুণ আছিল। মুখেৰে মাতিব নোৱাৰে। সিদ্ধি বিনায়কে তেওঁৰ কথা অনুসৰি তিনিবাৰ ৰাৱণৰ নাম ললে। আৰু শেহত খুব চিঞঁৰি সেই লিঙ্গটো মাটিত নমাই থৈ দিলে যেন তেওঁৰ এই বোজা অসহ্য হৈ পৰিছিল। মাটিত থোৱাৰ লগে লগে লিঙ্গ গৈ পাতালত প্ৰবেশ কৰিলে। ৰাৱণে খঙত অলি পকি গণপতিৰ মূৰত খুব জোৰেৰে এটা ঘোঁচা মাৰি দিলে। গজাননৰ মূৰ তেজেৰে লুতুৰি-পুতুৰি হৈ পৰিল। ইয়াৰ পাছত ৰাৱণে লিঙ্গ উলিয়াবলৈ ঢপলিয়াই গল। কিন্তু পাতালত প্ৰবেশ কৰা লিঙ্গক কেনেকৈ অনা যায়? গোটেই পৃথিৱী কঁপিবলৈ ধৰিলে। তথাপি লিঙ্গ বাহিৰলৈ নোলাল। শেহত ৰাৱণে লিঙ্গটো খামোচ মাৰি ধৰি মুচৰি পেলালে। আৰু ইয়াৰে চাৰিটা টুকুৰা তেওঁৰ হাতলৈ আহিল। হতাশ হৈ তেওঁ চাৰিওটা টুকুৰা চাৰি দিশে পেলাই দিলে। শেহত শুদা হাতেৰে লঙ্কালৈ উলটি গল।

যতেই লিঙ্গ মুচৰি পেলোৱা হৈছিল সেয়েই হৈছে "গো-কৰ্ণ মহা-বলেশ্বৰ।" গোটেই পৃথিৱীত ইয়াতকৈ অধিক পবিত্ৰ তীৰ্থস্থান আৰু নাই।

গো-কৰ্ণ মহাবলেশ্বৰ কাৰবাৰ আৰু অঙ্কোলা বন্দৰৰ মাজত অৱস্থিত তদড়ী বন্দৰৰ প্ৰায় ছয় মাইল উত্তৰে ঠিক সাগৰৰ পাৰত। দক্ষিণত ইয়াক কাশীতকৈও অধিক পবিত্ৰ বুলি ধৰা হয়। লিঙ্গৰ বেছি ভাগ মাটিৰ ভিতৰতহে আছে। তাৰ জলাধাৰৰ মাজত এটা ডাঙৰ কুটা আছে। তাৰ ভিতৰত বুঢ়া আঙুলি সুমাই দিলে লিঙ্গ স্পৰ্শ কৰিব পৰা যায়। দৰ্শনৰতো

প্ৰশ্নই নুঠে। তাৰ পূজাৰীয়ে কয় যে লিঙ্গৰ শিল অতিশয় কোমল। ভক্ত সকলৰ স্পৰ্শত ই ক্ষয় যাব পাৰে। সেই কাৰণেই আগৰ মানুহে এনেকুৱা দিহা কৰি থৈ গৈছে। বছত বছৰৰ পাছত কেতিয়াবা কেতিয়াবা কিবা মঙ্গলজনক চিন দেখিলে তাৰ ওপৰৰ ঢাকনীখন খুলি পেলোৱা হয় আৰু দাঁতি কাষৰৰ চূণ বালিৰ কামক আঁতৰাই মূল লিঙ্গক দুই তিনিহাত দলৈকে মুকলি কৰি দিয়া হয়। কেইমাহমান মুকলি কৰি থোৱাৰ পাছত মুক্তা পিহি তৈয়াৰী কৰা চূণেৰে আকৌ দাঁতি কাষৰৰ চূণৰ কাম কৰা হয়। যদি মই পাহৰা নাই, তেতিয়াহলে এই কামৰ নামক "অষ্ট বন্ধ" বা তেনেকুৱা কিবা বুলি কয়।

যেতিয়া আমি কাৰৱাৰত আছিলোঁ, তেতিয়া এবাৰ কপিলাষষ্ঠীৰ নিচিনা দুৰ্লভ অষ্ট বন্ধ যোগ পাইছিলোঁ। পূজনীয় পিতাদেউ, আই আৰু মই—এই যাত্ৰাত আমি তিনিও গৈছিলোঁ। তদভী বন্দৰত মোক ডাঙি লবলৈ 'ভাৰী' লোৱা হল। ভাৰীৰ কান্ধত উঠি মই গোকৰ্ণলৈ গলোঁ। কোটি তীৰ্থত স্নান কৰিলোঁ। গো-কৰ্ণ মহাবলেশ্বৰ দৰ্শন কৰিলোঁ। শ্মশান-ভূমি আৰু তাৰ ৰক্ষক হৰিশ্চন্দ্ৰকো দৰ্শন কৰিলোঁ। যত হাড়বোৰ পেলাই দিলে গলি যায়, তেনেকুৱা এখন তীৰ্থ দেখিলোঁ। অহল্যাবাঈৰ অন্নসত্ৰত সেই সতী-সাধ্বীৰ মূৰ্ত্তি চালো। মূৰত দুখ পোৱাৰ চিন থকা আৰু দুখন হাত থকা গৰখীয়া গণেশ (গজানন) ক দৰ্শন কৰিলোঁ। তাত ব্ৰহ্মাৰ এটা মূৰ্ত্তি দেখিবলৈ পালোঁ। সকলোতকৈ ডাঙৰ কথা এইটোৱেইযে ৰাৱণৰ সেই প্ৰসিদ্ধ প্ৰস্ৰাৱ কুণ্ডটোও দেখিলোঁ। আজিও তাত পানী ভৰি আছে আৰু তাৰপৰা দুৰ্গন্ধ ওলাইছে। তাত আৰু বহুত কিব। কিবি দেখিছিলোঁ, কিন্তু সেইবোৰ কথা আজি মোৰ মনত নাই।

এই প্ৰদেশৰ এটা বিশেষত্বৰ কথা কবলৈ মই পাহৰি গৈছিলোঁ লাগিলে দুখীয়াৰ ঘৰেই হওক বা চহকীৰ ঘৰেই হওক, সকলোৰে ঘৰৰ মজিয়া পকা আছিল আৰু সিও কলা মাৰ্ব্বল পাথৰৰ নিচিনা টান আৰু চকচকীয়া, যত নিজৰ মুখ দেখা যায়। গৰম কালি দুপৰীয়া মানুহে একো কানি-কাপোৰ নপৰাকৈ সেই পকাত খুব সুখেৰে শুব পাৰে। মাজে মাজে সেই পকাক গোবৰ আৰু কাজল মিহলাই ধোৱা হয়। কিন্তু হাতেৰে মচিব নোৱাৰি।

ইয়াত তামোল গছৰ এক প্ৰকাৰৰ ছাল পোৱা যায়। তাৰে মজিয়া মচিলে খুব চকচকীয়া হয়। তাৰ ভাষাত এই ছালক "পোৱলী" বুলি কয়।

গো-কৰ্ণৰ পৰা উলটি আহোঁতে ভদড়ী লৈকে সাগৰেদি "ষ্টীম লাঞ্চ"ত অহাৰ ইচ্ছা আছিল। মৌচুমী বতাহ আৰম্ভ হবলৈ মাত্র অলপ দিনহে বাকী আছিল। আঠ দিনৰ পাছত "মেচিন ব'টো" বন্ধ হোৱাৰ কথা—। এই কাৰণে উলটি অহা যাত্রীবোৰৰ ভিৰ বৰ বেচি হৈছিল। ভদভী বন্দৰেদি অহা যাত্রীয়ে জাহাজত ঠাই পায়নে নাপায় সিও সন্দেহজনক হৈ পৰিছিল। সেই কাৰণে আমি 'ষ্টীম লাঞ্চ'ত উঠি সোণকালে জাহাজ ধৰিবলৈ ইচ্ছা কৰিছিলোঁ।

গোকৰ্ণৰ বন্দৰ বান্ধি থোৱা নাছিল। তাৰ দাঁতিত মোৰ এবুকু-পানী হৈছিল। ইয়াৰ পৰা নাৱত উঠি "ষ্টীম লাঞ্চ"লৈ যাব লগীয়া হল। ডেকা মানুহ বোৰ নাৱলৈকে খোজ কাঢ়ি যায়। কিন্তু তিৰোতা আৰু কেচুৱা লৰা-ছোৱালীবোৰ ভাৰীৰ বোকোচাত উঠি নহলে দুটা ভাৰীৰ 'হাত পাল্কী'ত বহি যোৱাৰ বাহিৰে আৰু আন একো উপায় নাই।

আৰম্ভতে এটা অমঙ্গল হল। এজনী দুখীয়া বুঢ়ী মানুহ অলপ শকত আৱত আছিল। কিন্তু তাইৰ হাতত দুটা ভাৰী ভাৰা কৰিব পৰা পইচা নাছিল। তাই এটা পইচা লুভীয়া ভাৰীক বেচি পইচা দিয়াৰ লালচ দেখুৱাই তাক বোকোচাত তোলাবলৈ মান্তি কৰিলে। মানুহটোও ক্ষীণ আছিল। সি বুঢ়ীক উঠাবলৈ মাটিত বহিল। বুঢ়ী তাৰ কান্ধত উঠিল। সি বুঢ়ীক লৈ থিয় হোৱাৰ লগে লগে দুয়ো ধপ্‌কৰে পৰিল। এনেতে এক চঞ্চল ঢৌৱে দৌৰি আহি দুয়োকে কৃতাৰ্থ কৰি দিলে। এইখন মেচিন ব'ট শেহৰ কাৰণে গোকৰ্ণৰ যাত্রীও বহুত আছিল। এই সকলোবোৰ ইয়াত কেনেকৈ আঁতিৰ। এই কাৰণে এশজন মানুহ বহিব পৰা এখন ডাঙৰ নাও 'ষ্টীম লাঞ্চৰ' পাচফালে বান্ধি দিয়া হল। কাষ্টম বিভাগৰ এজন অফিচাৰ বহা এখন নাৱো তাত বান্ধি দিয়া হৈছিল। মই দেখিলোঁ যে প্ৰাইভেট নাওবোৰৰ ব'ঠা 'ফেন'ৰ নিচিনা ঘূৰণীয়া আছিল আৰু কাষ্টম বিভাগৰ অফিচাৰৰ নাৱৰ ব'ঠা ক্ৰিকেটৰ বেটৰ নিচিনা দীঘল আৰু চেপেটা—। আমাৰ দলটো ঠিক সময়তে ওলাই পৰিল। দুই এমাইল মান আগ

বাঢ়িলোঁ। এনেতে গোটেই আকাশখন মেঘে ঢাকি ধৰিলে। বতাহ বেগেৰে বলিবলৈ ধৰিলে। ঢৌবোৰে জোৰেৰে জপিয়াবলৈ ধৰিলে যেন তেওঁলোকে কিবা বৰ ডাঙৰ নিমন্ত্ৰণহে পাইছে। নাওবোৰ আৰু ষ্টীম লাঞ্চ জোকাৰিবলৈ ধৰিলে। ইয়াৰ পাছত ৰবমুণৰ ডাঙৰ ডাঙৰ চিটিকনি। এতিয়া কি হব? ষ্টীম লাঞ্চ খনো পোহ নমনা গৰুৰ দৰে তলে ওপৰে জপিয়াবলৈ লাগিল। পাছফালৰ নাৱৰ ৰচিবপৰা কৰ্‌কৰ-কৰ্‌কৰ শব্দ আহিবলৈ ধৰিলে। এনেকুৱাতে ষ্টীম লাঞ্চ আৰু নাৱৰ মাজত এনেকুৱা এটা প্ৰকাণ্ড ঢৌ আহিল যে নাওবোৰ তাত অদৃশ্য হৈ গল।

মই ষ্টীম লাঞ্চৰ 'বয়লাৰ'ৰ ওচৰত কাঠৰ তক্তাৰ ওপৰত বহিছিলোঁ। আমাৰ কেপ্টেইন অতি বেগা-বেগিকৈ আহি জাহাজৰ ওচৰ পাবছি লাগে। সেই কাৰণে তেওঁ অধৈৰ্য্য হৈ ষ্টীম লাঞ্চখন খুব বেগাই এৰি দিলে। তক্তাখন গৰম হৈ গল আৰু মোৰ গা পুৰিবলৈ ধৰিলে। কি কৰো বুজিব পৰা নাছিলোঁ। অলপ ইফাল সিফাল হলেই সাগৰত পৰাৰ ভয় আছিল। আৰু তাত সেইদৰে বহি থকাও মোৰ কাৰণে অসম্ভৱ হৈ পৰিছিল। এই কষ্টৰ পৰা মই অতি আচৰিত ধৰণেৰে হাত সাৰিলোঁ। সাগৰৰ এটা প্ৰচণ্ড ঢৌ মোৰ পিনে আগ বাঢ়ি আহিল আৰু সি মোক ভৰিৰপৰা মূৰলৈকে গা ধুৱাই দিলে। মোৰ পিতাদেউ বৰ ক্লান্ত হৈ পৰিছিল আৰু আয়ে কুল-দেৱতাক স্মৰণ কৰিবলৈ ধৰিলে।

'মঙ্গেশা! মহাৰুদ্ৰা! মায়বাপা! তুঞ্চ আতাং আংহাংলা তাৰ।'

মূষল ধাৰেৰে ৰবষুণ দিবলৈ ধৰিলে। আমি ষ্টীম লাঞ্চত অলপ সুৰক্ষিত হৈ আছিলোঁ। কিন্তু পাছফালৰ সেই নাওবোৰৰ কি দশা হৈছিল? প্ৰথমতে ষ্টীম লাঞ্চে পানী কাটি যাবলৈ ধৰিলে। যেতিয়া লৈকে কেৱল বতাহৰ জোৰ আছিল তেতিয়ালৈকে নাৱত পানী সোমোৱা নাছিল। কিন্তু যেতিয়া বতাহ আৰু ৰবষুণৰ ভিতৰত প্ৰতিযোগিতা চলিল আৰু দুয়োবো অট্ট-হাস্য বাঢ়িব ধৰিলে তেতিয়া একোটা ঢৌতে নাৱৰ প্ৰায় আধাভাগ ঠাই পানীৰে উপচি পৰিল। যেতিয়া ঢৌ আগফালৰ পৰা আহিছিল তেতিয়া-লৈকে ঠিকেই আছিল। নাওবোৰ ঢৌত উঠি আগবাঢ়ি গৈছিল। আকৌ কোনো কোনো সময়ত যেতিয়া নাওঁবোৰ ঢৌৰ বুকুৰপৰা নামিছিল তেতিয়া

তলৰ পৰা নতুন ঢৌ উঠি নাওবোৰক জোকাৰি পেলাইছিল। আৰু নাৱত যিবোৰ মানুহ থিয় হৈ আছিল তেওঁলোক এজন আনজনৰ গাৰ ওপৰত পৰি গৈছিল।

কিন্তু এতিয়া ঢৌ দাঁতিয়েদি আহিবলৈ ধৰিলে। নাৱৰ ভিতৰত বহি থকা তিৰোতা আৰু লৰা ছোৱালীবোৰে কেৱল উচুপি উচুপি কন্দাৰ বাহিৰে আৰু কি কৰিব? তাত যিমান যুৱক-যুৱতী আছিল তেওঁলোক সকলোৰে টেমা, কলহ আদি হাতত যিহকে পাইছিল তাৰেই বাহিৰলৈ পানী পেলাইছিল। ফায়াৰ ইঞ্জিনৰ পাইপেও জানো ইয়াতকৈ বেগাই কাম কৰিব পাৰিলেহেঁতেন? নাও শুদা থাকক বা নাথাকক দুই এটা নিষ্ঠুৰ ঢৌৱে বিকট হাঁহিমাৰি নাৱক খুন্দিয়াই থৈ ভিতৰলৈ সোমাই গৈছিল। সেই সময়ত লৰা-ছোৱালীৰ চিয়ঁৰ-বাখৰ আৰু উচুপনিয়ে কাণ ফালি দিব খুজিছিল। ইয়াক শুনি আমাৰ হৃদয় বিদীর্ণ হৈ পৰিছিল। কিছুমান যাত্ৰীয়ে দত্তাত্রেয় দেৱতাক কিছুমানে পংচৰপুৰৰ বিঠোবা দেৱতাক, কোনো কোনোৱে অম্বা ভৱানীক আৰু কোনোবাই-বিঘ্ন-হৰ্ত্তা গণেশক মাতিবলৈ ধৰিলে। প্ৰথমতে ষ্টীম লাঞ্চৰ কেপ্তেইন আৰু খালাচীয়ে আমাক আশ্বাস দি কলে—"হেৰি। আপোনালোকে ভয় কৰিছে কিয়? ইয়াৰ দায়িত্ব আমাৰ ওপৰতহে। আমি এনেকুৱা কিমান ধুমুহা দেখিছোঁ।" কিন্তু চাওঁতে চাওঁতে ইমান ভয়াবহ পৰিস্থিতি হৈ পৰিল যে কেপ্তেইনৰ মুখো শেঁতা পৰি গল। তেওঁ কবলৈ ধৰিলে—"আপোনালোকে কান্দিলে কি হব? মানুহ এবাৰ মৰিবই লাগিব। লাগিলে সেই মৰণ বিচনাতে হওক, ঘোঁৰাৰ ওপৰতে হওক, চিকাৰতে হওক বা সাগৰতে হওক। আমি যে সকলো ৰকমৰ চেষ্টা কৰিছো সেইটো আপোনালোকে নিজেই দেখিছে। কিন্তু মানুহৰ শক্তি কিমান? ভগৱানে যি বিচাৰে সেয়ে হয়।" মই একেৰাহে তেওঁৰ মুখলৈ চাই আছিলোঁ। যাত্ৰাৰ আৰম্ভত যি মানুহৰ মুখ পকা থেকেৰাৰ নিচিনা ৰঙা আছিল, সিয়েই এতিয়া কেহেৰাজৰ নিচিনা ক'লা হৈ পৰিল।

তেতিয়া মই নিচেই সৰু আছিলোঁ। কিন্তু এনেকুৱা গম্ভীৰ মুহূৰ্ত্তত শিশুৱেও প্ৰকৃত পৰিস্থিতি বুজিব পাৰে। পলে পলে মই স্থানচ্যুত হৈ

পৰিছিলোঁ। নিজৰ সুযোগৰ হাতেৰে খামোচ মাৰি ধৰি অতি কষ্টেৰে মই নিজৰ ঠাইত আছিলোঁ। আমাৰ গোটেইবোৰ বস্তু এফালে পৰি আছিল। কিন্তু সেইবোৰৰ পিনে চাব কোনে? মোৰ হাতত যিটো 'সামৰণী'ত দেৱমূৰ্ত্তি, পূজাৰ ফুল আৰু নাৰিকল আছিল তাক মই নিজৰ কোলাত লৈ বহিবলৈ পাহৰা নাছিলোঁ। সেই সময়ত মোৰ মনলৈ কেনেকুৱা কেনেকুৱা ভাব আহিছিল, সেইটো আছিল মোৰ মুগ্ধ ভক্তিৰ সময়। সেই সময়ত সদায় ৰাতিপুৱা মই সুধণ্টাকৈ ভজন গাইছিলোঁ। তেতিয়া মোৰ উপনয়ন হোৱা নাছিল। গতিকে সন্ধ্যা-পূজানো কেনেকৈ কৰিম? তথাপি যেতিয়া মোৰ পিতাদেউ পূজাত বহিছিল তেতিয়া তেখেতৰ ওচৰত বহি তেখেতক সহায় কৰি মই খুব আনন্দ পাইছিলোঁ। মনে মনে ভাবিলো—যদি আজি আমাৰ ভাগ্যত ডুবিব লগীয়া আছে, তেতিয়াহলে দেৱতাৰ এই 'সাংৰণী' বুকুত লৈয়ে ডুবিম। পাছ মুহূৰ্ত্ততে মনলৈ ভাব আহিল যে যদি মই মোৰ আইৰ চকুৰ আগত নাইকিয়া হৈ যাওঁ তেতিয়াহলে আইৰ কি অৱস্থা হব? এই চিন্তা ইমান অসহ্য হৈ পৰিছিল যে মোৰ উশাহ বন্ধ হৈ গৈছিল। বুকুত কোনোবাই এটা গধুৰ শিল তুলি থোৱাৰ নিচিনা ব্যথা অনুভব কৰিছিলোঁ। মই ঈশ্বৰক প্ৰাৰ্থনা কৰিবলৈ ধৰিলোঁ।—"হে প্ৰভু। যদি ডুবাবই খুজিছা তেতিয়া হলে মোক যেন মোৰ আইৰ বুকুৰ মাজতে ডুবোৱা।"

প্ৰত্যেক সন্তানৰ চকুত তেওঁৰ পিতাক যেন ধৈৰ্য্যৰ মেৰুদণ্ডহে। বালকে বিশ্বাস কৰে যে লাগিলে আকাশখনেই খহি পৰক, তথাপি তেওঁৰ পিতাকৰ ধৈৰ্য্য নেহেৰায়। সেই কাৰণে এনেকুৱা ক্ষেত্ৰত যেতিয়া বালকে নিজৰ পিতাকক বিমোৰত পৰা দেখে তেতিয়া সিয়ো ব্যাকুল হৈ পৰে। মই পিতাদেউৰ চেহেৰা তথা তেখেতৰ কম্প কণ্ঠস্বৰ শুনি যিমান ভয় খাইছিলো, বতাহ-ধুমুহা বা বৰষুণ দেখি সিমান ভয় খোৱা নাছিলোঁ। চৌৰ এই মাৰাত্মক ৰূপেও মোক বিচলিত কৰা নাছিল।

প্ৰত্যেক যাত্ৰীয়ে কেপ্তেইনক সুধিছিল—"আমি কিমান দূৰ আহিলোঁ আৰু কিমান বাট বাকী আছে? চাৰিওফালে কেৱল বতাহ-বৰষুণ, ধুমুহা আৰু চৌৰ তাণ্ডৱ লীলা—। ইমান বৰষুণ দিলে, কিন্তু তথাপি আকাশখন অলপো ফৰকাল নহল। মই কেপ্তেইনক কাকুতি-মিনতি কৰি কলোঁ—

"লালখন অলপ দীঘলৈ নৈ বলক চোন। যদি ই ভুবি যায় তেতিয়াহলে কিছুমান মানুহ পাবলৈ সাঁতুৰি যাব পাৰিব।" তেওঁ করুণ হাঁহিৰে উত্তৰ দিলে—"কি মূৰ্খ অ' এই লৰাটো। পাৰৰ পৰা যিমান দূৰত থকা যায় সিমানেই মঙ্গল। যদি অলপ মান ওচৰলৈ যাওঁ, তেতিয়াহলে শিলত খুন্দা খাই চুৰমাৰ হৈ যাব। সেই কাৰণে আজি আমি জানি-শুনি পাৰৰপৰা দূৰত আছো। যদি জাহাজ পাবগৈ পাৰোঁ, তেতিয়াহলে গঙ্গা স্নান কৰিলোঁ বুলি ধৰি লবা। ইয়াৰ বাহিৰে আজি আৰু আন একো উপায় নাই।"

ইয়াৰ আগতে মই কেতিয়াও ডাঙৰ মানুহক এজনে আনজনৰ ডিঙিত ধৰি কন্দা দেখা নাছিলোঁ। সেই দৃশ্য আজি এই নাৱত দেখিলোঁ। ইয়াত স্ত্রী-পুৰুষ এজনে আনজনক সাবটি উচুপি উচুপি কান্দিছিল। দুই তিনিটা কেচুৱা থকা এগৰাকী মাকে নিজৰ আটাই কেইটা সন্তানক একেলগে কোলাত তুলি লবলৈ চেষ্টা কৰিছিল। কেৱলমাত্র কেইজনমান যুৱকেহে প্ৰাণপণে সাগৰৰ লগত যুঁজি আছিল। ধুমুহাৰ প্ৰকোপ ইমান বাঢ়িবলৈ ধৰিলে আৰু ষ্টীম লাঞ্চ আৰু নাও ইমান বেচিকৈ জোকাৰ খাবলৈ ধৰিলে যে মানুহে ভয়ত কান্দিবলৈকো পাহৰি গল। মৃত্যুৰ এক ক'লা ছাঁ চাৰি-ওফালে বিয়পি পৰিল। কেৱল নাৱত থকা সাহসী যুৱক আৰু ক'লা ক'লা পোছাক পিন্ধা খালাচী কেইজনহে অলপ থিৰেৰে আছিল। আমাৰ কেপ্তেইনে আদেশ দি দি কেতিয়াবা ক্লান্ত হৈ পৰিছিল, কিন্তু খালাচীয়ে অবিৰাম একাগ্ৰ মনেৰে অক্লান্ত ভাৱে নিজৰ নিজৰ কাম কৰি গৈছিল। কৰ্ম্মযোগ ইয়াতকৈ জানো ভিন্ন ?

শেহত তদন্তী বন্দৰ পালোহি। আমি জাহাজ দেখাৰ আগতে জাহাজে আমাৰ লালখন দেখিলে। জাহাজে নিজৰ উঁকি মাৰিলে—ভোঁ ·· । সকলোৱে করুণ নিনাদ শুনি যেন ঈশ্বৰেহে 'মা ভৈঃৰ' আকাশবাণী কৰিলে। আমাৰ ষ্টীম লাঞ্চে নিজৰ তীক্ষ্ণ স্বৰেৰে উত্তৰ দিলে। সকলোৱে হিয়াত আশাৰ অঙ্কুৰ গজিল। চাৰিওফালে জয়-জয়কাৰ হল।

এনেকুৱাত যেন শেষ প্ৰযত্ন কৰাৰ ইচ্ছা আৰু আমাৰ সকলোৱে ভাগ্যৰ ওচৰত পৰাজিত হোৱাৰ আগতে শেষ যুদ্ধ কৰিবৰ কাৰণে এটা প্ৰচণ্ড ঢৌ আমাৰ লাঞ্চৰ ওপৰত জপিয়াই পৰিল আৰু মোৰ পিতাদেউ য'ত বহি

আছিল তেখেত তাতেই লুটি খাই পৰিল। মই ভয়ত চিঞঁৰি উঠিলোঁ। এতিয়ালৈকে মই কন্দা নাছিলোঁ। কিন্তু এতিয়া এটা চিঞঁৰতে যেন মই তাৰ সম্পূৰ্ণ প্ৰতিশোধ লব খুজিলোঁ। অলপ পাছতে পিতাদেউ উঠি বহিল আৰু মোক বুকুত সুমাই লৈ কবলৈ ধৰিলে—'দত্তু, ভয় নকৰিবা। মোৰ একো হোৱা নাই।"

আমি আহি জাহাজৰ ওচৰ পালোঁহি, কিন্তু একেবাৰে ওচৰলৈ যাবলৈ কোনে সাহ কৰিব? কাষ্টম বিভাগৰ নাওখন তেওঁলোকে কেতিয়াবাই বেলেগ কৰি দিছিল, কাৰণ লাঞ্চ বা ডাঙৰ নাবৰ বেগ সি সহিব পৰা নাছিল। এই সময়ত নাওখন বেলেগ কৰি দিয়াটোৱেই প্ৰয়োজনীয় হৈ পৰিছিল। দূৰৰ পৰাই ষ্টীম লাঞ্চে জাহাজৰ প্ৰদক্ষিণ কৰিছিল; কিন্তু কোনো ৰকমেই ওচৰলৈ যাবলৈ সুযোগ পোৱা নাছিল। ঢৌৰ ঠেকাত যদি লাঞ্চখন জাহাজৰ সৈতে খুন্দা খাই গলহেঁতেন, তেতিয়াহলে একেবাৰেই শেষ মুহূৰ্ত্তত আমি সকলো চুৰমাৰ হৈ গলোহেঁতেন। শেহত ওপৰৰপৰা ৰচি পেলোৱা হল আৰু আমাৰ খালাচীয়ে লাঞ্চৰ চালত থিয় হৈ দীঘল দীঘল বাঁহেৰে জাহাজক ঠেলিবলৈ ধৰিলে। ঢৌৱে খালাচীটোক জাহাজৰ ফালে পেলাবলৈ চেষ্টা কৰিছিল, কিন্তু খালাচীয়ে নিজৰ দীঘল বাঁহৰ জোৰেৰে এই অৱস্থাৰ প্ৰতিৰোধ কৰি আছিল। তথাপি শেহত জাহাজৰ চিৰিৰ লগত ষ্টীম লাঞ্চৰ চালৰ খুন্দিয়া-খুন্দি লাগিল আৰু কৰ্ কৰ্ শব্দ কৰি ওপৰৰ এটা দীঘল অংশ ভাগি সাগৰত পৰিল।

মই ওচৰতে আছিলোঁ, সেই কাৰণে মোৰ গাতে জাহাজত উঠাৰ প্ৰথম পাল পৰিল। কিন্তু উঠিম ক'ত? ফুটবলৰ দৰে আমাক পেলাই দিয়া হৈছিল। স্বয়ং কেপ্তেইন আৰু আন এজন খালাচী লাঞ্চৰ ওচৰত থিয় হল আৰু প্ৰত্যেক মানুহকে ধৰি ধৰি জাহাজৰ আটাইতকৈ তলৰ চিৰিত থিয় হৈ থকা খালাচীৰ হাতত এৰি দিলে। ঢৌ উঠাৰ লগে লগে কেপ্তেইন আৰু খালাচী সাজু হৈ আছিল আৰু নাইকিয়া হোৱাৰ লগে লগে যাত্ৰী-সকলক বিশেষ সতৰ্কতাৰ সৈতে জাহাজত উঠোৱাৰ দিহা কৰিছিল। দুয়োফালৰ খালাচীয়ে যদি মানুহৰ হাতত ধৰি থাকে, আৰু যদি সেই সময়ত ঢৌ আহে তেতিয়াহলে মানুহবোৰ খণ্ড-বিখণ্ড হৈ গলহেঁতেন। মই ওপৰৰ

চিৰিত উঠিলোঁ আৰু আই আহিছে নে নাই অহা মুখ ঘূৰাই চালো। যেতিয়া এজন একেবাৰে অচিনাকি মছলমান মানুহে আইৰ হাতত ধৰা দেখিলোঁ, মোৰ মন অস্থিৰ হৈ উঠিল। কিন্তু সেইটো প্ৰাণৰক্ষাৰ সময় আছিল। তাত সুকোমল ভাবৰ কি প্ৰয়োজন? অলপ পাছতে পিতাদেউ আহিল। দেৱতাৰ 'নামৱলী' মই নিজৰ কান্ধত লৈছিলোঁ। ওপৰত এডোখৰ ভাল ঠাই চাই পিতাদেৱে মোক বহুৱাই দিলে আৰু নিজে বস্তু আনিবলৈ গল। মোৰ পিতাদেউক মই যথেষ্ট শ্ৰদ্ধা কৰিছিলোঁ, কিন্তু তথাপি সেই সময়ত মোৰ পিতাদেউৰ ওপৰত অঁচাকৈয়ে খং উঠিছিল। ৰসাতললৈ যাওক আটাইবোৰ বস্তু। নিজৰ জীৱনক বিপদৰ মুখত পেলাবলৈ তুৰাৰ কিয় যাব লাগে? কিন্তু তেখেত তিনবাৰ গল। শেহৰ বাৰ আহি কবলৈ ধৰিলে—"গোকৰ্ণ মহাবলেশ্বৰৰ প্ৰসাদৰ নাৰিকল পানীত পৰি গল।" মই আৰু আই দুয়ো একেলগে কৈ উঠিলোঁ: আয়ে কলে "কি কি?" আৰু মই কলো "মাত্ৰ সিমানেইহে?"

লাঞ্চৰ সকলো যাত্ৰী নমাৰ পাছত নাৱৰ যাত্ৰীসকলৰ পাল পৰিল। তেওঁলোকো সকলোবোৰ নামিল। ইয়াৰ পাছত লাঞ্চ আৰু নাও দুয়ো নিশাচৰ ভূতৰ দৰে চিঞৰি চিঞৰি তদড়ীৰ পাৰ পালেগৈ আৰু পাৰত তপস্যা কৰা সকলক অলপ অলপকৈ কঢ়িয়াই আনিলে। বতাহ ধুমুহা এতিয়া অলপ শান্ত হৈছে। কিন্তু অন্ধকাৰ ৰাতি আৰু নাচি থকা ঢৌবোৰৰ মাজত প্ৰতিযোগিতা দেখি তেওঁলোকৰ যি অৱস্থা হৈছিল তাৰ বৰ্ণনা কোনে কৰিব পাৰে?

জাহাজ যাত্ৰীৰে ভৰি পৰিল। যেয়েই কথা পাতিছিল কেৱল সাগৰত ডুব যোৱা নিজৰ বয়বস্তুৰ কথাহে কৈছিল। শেহত সকলো যাত্ৰী আহি পৰিল। ভগৱানৰ কৃপাত কাৰো জীৱন হানি নহল। এইবাৰ জাহাজ যাবলৈ ধৰিলে আৰু মানুহে অতীতৰ এনেকুৱা বিপদজনক যাত্ৰাৰ স্মৃতি স্মৰণ কৰি আজিৰ দুঃখ লাঘৱ কৰিবলৈ চেষ্টা কৰিলে। বহুত সময়লৈকে কাৰো টোপনি অহা নাছিল। মই কেতিয়া শুলো, ৰাতিপুৱা কেতিয়া কাৰৱাৰ বন্দৰ পালোঁহি আৰু আমি কেতিয়া আহি ঘৰ পালোহি আজি মোৰ একো কথাই মনত নাই। কিন্তু সেইদিনাৰ ধুমুহাৰ সেই প্ৰলয়

আজিও মোৰ স্মৃতিপটত ইমান সজীৱ হৈ আছে, যেন ই কালিৰহে ঘটনা। সচাঁকৈয়ে 'দুঃখং সত্যং সুখং মিথ্যা দুঃখং জন্তোঃ পৰং ধনম্।'

অক্টোবৰ ১৯২৫ চন।

## ২৩। ভৰতৰ দৃষ্টিত

পাৰত থিয় হৈ সাগৰৰ শোভা পান কৰিলে আনন্দত অন্তৰ ভৰি যায়। কোনো ওখ ঠাইৰপৰা যদি এই শোভা চাবলৈ সুযোগ পোৱা হয়, তেতিয়া-হলে আৰু কি লাগিছে? জাহাজৰ ওপৰ ফালৰপৰা বা দেবগড়ৰ নিচিনা দীপৰ মূৰৰ ফালৰ সাগৰৰ পাৰত হোৱা ঢৌৰ অবিৰাম ক্ৰীড়া দেখিলে এক অপূৰ্ব্ব আনন্দ জাগি উঠে। আমাৰ মনত যেতিয়া এনেকুৱা ভাবৰ জন্ম হয় যে আমি সাগৰৰ ৰজা আৰু ঢৌৰ এই সৈন্যবোৰে আমাৰ পক্ষৰ পৰা আগ-ফালৰ ভূমিক পৰাজিত কৰি আছে, তেতিয়া আমাৰ মনত এক প্ৰকাৰৰ অহঙ্কাৰ জন্মে। মনোযোগেৰে চালে বুজিব পাৰি যে সাগৰৰ সেউজীয়া সেউজীয়া বা ক'লা ক'লা পানীয়ে আনন্দত আহি বগা বালিৰ পাৰত জোৰেৰে আক্ৰমণ কৰে আৰু শেষ মুহূৰ্ত্তত—"হেৰি, এইটো এটা ধেমালিহে আছিল" বুলি কৈ হাঁহি পেলায়। তেতিয়া তেওঁৰ এই মিথ্যা ভাষণ শুনি আমিও খিল-খিলাই হাঁহি দিওঁ।

যি সকল মানুহ সাগৰৰ পাৰত থাকে তেওঁলোকৰ ভাগ্যত এনেকুৱা দৃশ্য দেখাৰ কেতিয়াবা সুযোগ হৈ যায়। কিন্তু যত সাগৰ আৰু বালিয়ে অখণ্ড জল ক্ৰীড়া কৰি আছে, সেই দিশৰ সমকোণৰ ওপৰত থিয় হৈ বালিৰ এই জল-বিহাৰ আৰু ঢৌৰ এই বালি-বিহাৰ অপলক দৃষ্টিত চোৱাৰ সৌভাগ্য যদি কেতিয়াবা পোৱা যায়, তেতিয়া হলে মানুহে 'অদ্য মে সফলা যাত্ৰা; ধন্যোঽহং অপপ্ৰসাদতঃ', কিয় নাগাব?

১৮৯৫ চনত মই যিখন গোকৰ্ণলৈ গৈছিলো আৰু দহ বছৰৰ আগত যি

গোকৰ্ণৰ দৰ্শন মই শ্ৰীগদাধৰ ৰাও দেশপাণ্ডেৰ লগত কৰিছিলোঁ, সেই গোকৰ্ণৰ পৱিত্ৰ পাৰত সংগৰবেলা * ৰ সাগৰ দৰ্শন কৰাৰ সৌভাগ্য হোৱাত মই আনন্দ-বিভোৰ হৈ পৰিছিলোঁ। গোকৰ্ণৰ সাগৰ তট যথেষ্ট বিস্তৃত আৰু মনোৰম। সোঁফালে বা উত্তৰ পিনে কাৰৱাৰৰ পৰ্ব্বত আৰু দ্বীপবোৰ কুঁৱলীৰ আকাশত অস্পষ্ট ভাবে দেখা যায়; বা দক্ষিণফালে ৰামতীৰ্থৰ পাহাৰ তাৰ ওপৰত অৱস্থিত ভৰতৰ সৰু মন্দিৰটো আৰু সন্মুখত অগাধ অনন্ত সাগৰ "অমৰ হৈ আহা" বুলি কৈ পিনে মাতিয়ে আমন্ত্ৰণ জনায়। হৃদয় উতলা কৰা এনেকুৱা দৃশ্য যদি এবাৰ দেখা যায়, তেতিয়াজানো কেতিয়াবা ইয়াক পাহৰিব পাৰি? ৰামতীৰ্থ পৰ্ব্বতৰ ওপৰলৈ গৈ তাৰ নিজৰাত স্নান কৰা সংকল্প যদি মই আগতে নকৰিলোঁহেঁতেন, তেতিয়াহলে সেই সাগৰৰ এই মনোৰম দৃশ্যত সাঁতুৰি থাকিবলৈ ভাল পালোঁহেঁতেন। নাৰিকলৰ বাগিচা আৰু খহটা শিলবোৰ পাৰ হৈ আমি ৰামতীৰ্থ পালোঁহি। তাৰ জলধাৰাৰ তলত বহি গা ধোৱাৰ সাত্বিক আনন্দ উপভোগ কৰি ৰামেশ্বৰৰ দৰ্শন কৰিলোঁ।

শাণ্ডিলা মহাৰাজ নামৰ এজন সাধুৱে অসংখ্য মানুহক উৎসাহ দি এই মন্দিৰটো বিনামূল্যে নিৰ্ম্মাণ কৰাই লৈছিল। এই মন্দিৰ সাগৰৰ বুকুত সোমাই থকা আৰু বহুত দূৰলৈকে বিয়পি থকা এটা ওখ পৰ্ব্বতৰ ওপৰত অৱস্থিত। বালিৰ পট আৰু ঢৌৰ পট, এটাই আনটোক আলিঙ্গন কৰি যত ধেমালি কৰি আছিল, সেই সৌন্দৰ্য্য আমি মন্দিৰৰ ওপৰৰ পৰা চাইছিলোঁ। দুই এজোপা নাৰিকলগছে এই ঠাইত থিয় হৈ সাগৰ আৰু বালি মিলনৰ এই আনন্দ উপভোগ কৰিছিল। তেওঁলোকে নিজৰ ডাল জোকাৰি আমাক কলে—"আহক, আহক। এই ডোখৰ ঠায়েই ভাল, ইয়াৰপৰা বালি আৰু সাগৰৰ মিলনৰ দৃশ্য পোনপটীয়াকৈ দেখা যাব।"

ইয়াৰপৰা মই দেখিলোঁ যে সাগৰে পানীৰ ঢৌক আশ্ৰয় দিছে; কিন্তু বালিৰ পটক এতিয়া কোনে আশ্ৰয় দিব? কাষত কোনো পাহাৰ নাছিল

* গৰুৰ গাখীৰ খীৰোৱাৰ পাছত তথা গোহালী পৰিষ্কাৰ কৰাৰ পাছত আটাইবোৰ গৰুকে পথাৰত চৰাবলৈ গোটোৱা হয়, সেই সময়ক (প্ৰায় বাতিপুৱা ন বজা) 'সংগৰবেলা' বুলি কয়। এই শব্দ বেদকালীন।

সেই কাৰণে নাৰিকল আৰু সবোৰ ( এবিধ গছ ) নিচিনা গছবোৰে নিজৰ মূৰতে ইয়াৰ দায়িত্ব লৈছিল। এই ওখ গছবোৰ আৰু সাগৰৰ গভীৰ পানী—দুয়োবো সেউজীয়া ৰঙৰ ভিতৰত নিশ্চয় ভিন্নতা আছিল, কিন্তু তেওঁলোকৰ কামত কোনো পাৰ্থক্য দেখা নগৈছিল ; গছে নিজৰ ভৰিৰ তলত থকা বালিক আশীৰ্ব্বাদ দিয়ে, আৰু সাগৰৰ গভীৰ পানীয়ে ঢৌবোৰক আগুৱাই যাবলৈ উৎসাহ দিয়ে ; এই দৃশ্য দেখি বাৰু কাৰ তৃষ্ণা গুচিব ?

কোনো দৃশ্য দেখি মানুহে তৃপ্তি নাপায়, সেই কাৰণে মানুহে যি কোনো এঠাইত থিয় হৈ সেই ঠাইৰ দৃশ্য পান কৰি ভাল নাপায়। মই দেখিলোঁ যে ৰামতীৰ্থৰ নিজৰা আৰু ৰামেশ্বৰ মন্দিৰৰ তত্ত্বাৱধান কৰিবৰ কাৰণেই যেন ৰামচন্দ্ৰৰ প্ৰতিনিধি ভৰত এই পৰ্ব্বতৰ ওপৰত থিয় হৈ আছে। তেওঁক দৰ্শনতো কৰিবই লাগিব আৰু যদি সম্ভৱ হয়, তেতিয়াহলে উপযুক্ত ওখ ঠাইলৈ গৈ তেওঁৰ দৃষ্টিৰে সাগৰক চাবও লাগিব। ওপৰলৈ উঠিব নোৱাৰিলে বিশাল দৃষ্টি কেনেকৈ পোৱা যাব ? খটখটীবোৰে মোক নিমন্ত্ৰণ কৰিলে, সেই কাৰণে মই নাচি-বাগি, জপিয়াই আৰু বতাহৰ দৰে গৈ ভৰতৰ মন্দিৰ পালোগৈ। মোৰ গাত যেন তেতিয়া পাখিহে গজিছিল। তাত সৰু শুভ্ৰকায় ভৰতে সুন্দৰ পীতাম্বৰ পিন্ধি সমুদ্ৰ দৰ্শন কৰি আছিল। মোৰ বোধেৰে ভৰতৰ মূৰ্ত্তিৰ দাঁতি কাষৰত মন্দিৰ সাজিব নালাগিছিল ? তেওঁক ৰদত, বতাহত আৰু বৰষুণত তপস্যা কৰিবলৈ দিব লাগিছিল। সমুদ্ৰৰ ওপৰৰপৰা অহা শীতল বতাহৰ ভিতৰত তেওঁ সূৰ্য্যৰ উত্তাপ সহজে সহিব পাৰিলেহেঁতেন। মানুহে এইটো কথা কেনেকৈ পাহৰি গল যে প্ৰকৃততে ভৰত সূৰ্য্যবংশী ৰাজপুত্ৰ আছিল ? বায়ুপুত্ৰ হনুমান আৰু সূৰ্য্যবংশী ৰাঘৱৰ কথা স্মৰণ কৰি আমি তাত ভালেখিনি সময় থিয় হৈ ৰলোঁ। অন্তৰত ভক্তি ভাৱৰ সোঁত বৈ আছিল আৰু আগ ফালে আছিল সাগৰৰ পানীত জোঁৱাৰৰ ভাটা।

সেইদিনাৰ সেই অনুপম আৰু পবিত্ৰ দৰ্শনৰ কাৰণে মই ৰামতীৰ্থ আৰু দিক্‌পাল মহাৰাজ ভৰতৰ ওচৰত চিৰকৃতজ্ঞ হৈ থাকিম।

মে ১৯৪৭ চন।

## ২৪। বেলগঙ্গা সীতাৰ স্নানৰ স্থান

বেলগ্ৰামৰ সেউজীয়া কুণ্ড চাই উলটি আহিবৰ সময়ত বাটত বেলগঙ্গাৰ নিজৰা দেখিছিলোঁ। নিজৰাটো ইমান সৰু আছিল যে তাক বলা বুলিও কব নোৱাৰি। তথাপি সি বেলগঙ্গাৰ নিচিনা প্ৰতিষ্ঠিত নাম পালে। নৈৰ নাম শুনাৰ পাছত তাৰ উদ্‌গম কত তাৰ সন্ধান নকৰাকৈ জানো থাকিব পাৰি ? কিন্তু আমি যে গুহাৰ কাৰুকাৰ্য্যত মগ্নলীয়া হৈ ঘুৰি ফুৰিছিলো ; সেই কাৰণে আমাৰ বেলগঙ্গাৰ কথা পৰ্য্যন্ত মনত পৰা নাছিল। 'অপৌৰুষেয়' কাৰুকাৰ্য্যৰ কৈলাসৰ গুহা চাই আমি জৈন তীৰ্থঙ্কৰৰ ইন্দ্ৰসভাৰ ফালে আগ বাঢ়িছিলোঁ। এনেতে শ্ৰীঅচ্যুত দেশপাণ্ডেই কলে—"বেলগঙ্গাৰ উদ্গম এয়েই" নাম শুনিয়েই বেলগঙ্গাৰ কথা মনত পৰিল।

ইন্দ্ৰসভাৰপৰা উলটিবৰ সময়ত আমি ২৯ নম্বৰৰ গুহালৈ গলোঁ। বহুতো গুহা ঘুৰা কাৰণে আমি যথেষ্ট ক্লান্ত হৈ পৰিছিলোঁ। আমাৰ গোটেই গাত বিষ উঠিছিল। ঠিক সেই সময়তে বৰ্ষৰ ওচৰত অৱস্থিত ধাৰা পুৰীৰ এলিফেন্টা গুহাৰ কথা মনত পেলাই দিয়া ইয়াৰ ২৯ নম্বৰ গুহাটোৱে এক অপূৰ্ব্ব শোভা বিস্তাৰ কৰিছিল। ঘুৰি পকি আমাৰ ভৰি বেচি ভাগৰি পৰিছিলনে চাই চাই আমাৰ চকু বেচি ভাগৰি পৰিছিল সেইটো কোৱা টান আছিল। অলপ জা-জলপান খাই ভাগৰ পলোৱাৰ পাছত আমি আগ বাঢ়ি যাম বুলি ঠিক কৰিছিলোঁ। এনেতে সীতাৰ স্নানৰ কথা মনত পৰিল।

অযোধ্যাৰ পৰা জনকপুৰীলৈকে সীতা খোজ কাঢ়ি গৈছিল আৰু তাৰ পৰাই ৰাৱণে তেওঁক তুলি লঙ্কালৈ নিছিল। খুব সম্ভৱ দুঃখাবেগত সীতাই দক্ষিণৰ এই প্ৰদেশখন দেখাই নাছিল। কিন্তু যেতিয়া ৰামে ৰাৱণক বধ কৰি তেওঁক পুষ্পক ৰথত তুলি লঙ্কাৰ পৰা অযোধ্যালৈ আকাশী যাত্ৰা কৰিলে, তেতিয়া চাগৈ তলৰ এই প্ৰাকৃতিক দৃশ্য দেখি সীতা দেৱীয়ে কিমান আনন্দ পাইছিল। ৰামায়ণত বাল্মীকিয়ে যতে-ততে প্ৰাকৃতিক সৌন্দৰ্য্যৰ প্ৰতি সীতাৰ পক্ষপাতিতা বৰ্ণনা কৰিছে। যদি সীতাই ভাৰতৰ লালিত্য, সৌন্দৰ্য্য আৰু পবিত্ৰ ঠাইৰ বৰ্ণনা স্বয়ং লিখিলেহেঁতেন, তেতিয়া-

হলে ইয়াৰ পাছত সংস্কৃতৰ কোনো কৱিয়ে সৃষ্টি বৰ্ণনাৰ এপাৰীও লিখিবলৈ সাহ নকৰিলেহেঁতেন।

সীতাদেৱীয়ে পৰ্ব্বতবোৰ দেখি আনন্দিত হৈছিল, নিজৰ আনন্দাশ্ৰুৰে নৈবোৰক গা ধুৱাইছিল, হাতী-পোৱালীবোৰক মৰম কৰিছিল, ক্ৰৌঞ্চ (চাকৈ-চকোৱা) যুগলক আশীৰ্ব্বাদ দিছিল, সুগন্ধি ফুলৰ সৌৰভত উন্মত্তা হৈছিল, আৰু প্ৰত্যেক ঠাইত সকলো আনন্দকে ৰামময় কৰি লৈ নিজক পাহৰি গৈছিল। লঙ্কাতো ৰামৰ বিৰহত ব্যাকুল হোৱা সীতা তাৰ এখন নৈৰ লগত একাকাৰ নোহোৱাকৈ থাকিব নোৱাৰিছিল। আজিও লঙ্কাৰ "সীতাৱাকা" বৰ্ষা ঋতুত দুয়োপাৰৰ পৰা উথলি উঠে, আৰু যিমানবোৰ পথাৰ তলনিয়ায়, সেই সকলোবোৰকে সুবৰ্ণময় কৰি তোলে। সীতাৰ জন্মই মাটিৰ পৰা হৈছিল। ভাৰত ভূমিৰ ভক্তিৰূপত আজিও ই আমাক দৰ্শন দিয়ে।

গোদাৱৰীৰ বিশাল প্ৰদেশত ঘূৰি ঘূৰি হয়তো আমি এতিয়া ভাগৰি পৰিছোঁ বুলি সীতাই ভাবিছিল। লক্ষ্মণক বনৰ ফল-মূল আনিবৰ কাৰণে পঠিয়াই দিব আৰু ৰামেতো ধনু-কাঁড় লৈ পহৰা দি থাকিবই, তেতিয়াহলে এই বেলগঙ্গাৰ আতিথ্য স্বীকাৰ কৰি অলপ জলবিহাৰনো কিয় কৰি নলওঁ?

প্ৰথমতে আমাৰ কোনো উপযুক্ত ঠাইৰপৰা কেৱল বেলগঙ্গাৰ সুন্দৰ জলপ্ৰপাত দৰ্শন কৰাৰ ইচ্ছা আছিল। সেই কাৰণে ২৯ নম্বৰ গুহাৰ বাওঁফালে আৰু আমাৰ সোঁফালে যি ফুটা দেখা গৈছিল, আমি তালৈ গলোঁ। অৱশ্যে আমাৰ মনে মনে এইটো আশা আছিল যে যদি তললৈ যাব পৰা যায়, তেতিয়াহলে তাৰ আনন্দ নোলোৱাকৈ নাথাকো। গুহাৰ ফুটাৰপৰা চালো—এটা কমনীয়া প্ৰপাত ৰভাহৰ লগত ধেমালি কৰি তললৈ নামি আহিছে আৰু নিজৰ আঙুলি জোকাৰি আমাক নীৰৱে নিমন্ত্ৰণ জনাইছে। মই ভাবিবলৈ ধৰিলোঁ যে তললৈ নামিব পৰা যাবনে নাযায়? ইমানখিনি সময় খৰচ কৰা উচিত হবনে নহয়? মোৰ লগৰীয়া সকলৰ মোৰ এই স্বাধীনতা ভাল লাগিবনে নাই? মোক এনেকুৱা সমস্যাত পৰা দেখি উপত্যকাত লৰি-চাপৰি ফুৰা অকণমান চৰাইবোৰে মোক তিৰস্কাৰ কৰি হাঁহি পেলালে "চোৱাচোন, কিমান নীৰস মানুহ। প্ৰপাতে

ইমান আগ্ৰহেৰে নিমন্ত্ৰণ কৰিছে আৰু এওঁ চিন্তাৰ সাগৰত ডুবি আছে। এই মানুহবোৰৰ মাজত কাব্যলিখা মানুহ বহুত আছে, কিন্তু কাব্য অনুভৱ কৰিব পৰা মানুহ নিচেই কম। সন্মুখৰ এই মানুহজনে নিজক প্ৰকৃতিৰ বালক বুলি কয়। সৌৱা চোৱা, তেওঁ কেনেকৈ প্ৰপাতৰ ফালে একেৰাহে চাই আছে। স্ফটিকৰ নিচিনা তলৰ নিৰ্ম্মল পানী দেখি এওঁৰ অন্তৰ আনন্দত নাচি উঠিছে, কিন্তু এওঁ একো ঠিক কৰিব পৰা নাই। সেই কাৰণেই এওঁ আগবাঢ়িব পৰা নাই। এওঁক কোনোবাই 'তই ইয়াত শিল হৈ থাক' বুলি শাপ দিয়া নাই নহয়। তথাপি এওঁ শিলৰ নিচিনাকৈ অচল হৈ আছে।"

চৰাইবোৰৰ এই তিৰস্কাৰ শুনি মই লাজ পালোঁ, আৰু আকৌ প্ৰকৃতিস্থ হোৱাৰ আগতেই মই নামিবলৈ ধৰিলোঁ। মই ভাবি আছিলোঁ যে সোঁ-ফালৰ খাল পাৰ হৈ সেই পাৰেদি প্ৰপাতৰ ওচৰলৈ যাম নে বাওঁফালে প্ৰপাতৰ দাঁতিয়েদি ২৮ নম্বৰৰ সৰু গুহালৈ যাম আৰু তাৰপৰা প্ৰপাতৰ জলবিন্দুৰ আনন্দ উপভোগ কৰিম? যেতিয়া বাওঁফালৰ বাটত কাব্য আছিল, তেতিয়া সোঁফালৰ বাট দীঘল আৰু সুৰক্ষিত আছিল। মই গা-ধুবৰ কাৰণে সাজু হৈয়েই নামিছিলোঁ, সেইবাবে তিতাৰ প্ৰশ্নই উঠা নাছিল।

২৮ নম্বৰৰ সৰু গুহাত ২।১ টা মূৰ্ত্তি আছে, কিন্তু সেই গুহাৰ ভিতৰত কোনো বিশেষ কাব্য নাই। কাব্য যে বাহিৰতহে ব্যাপ্ত হৈ আছিল। এই গুহাত বহি যদি কোনোবাই বাহিৰৰ ফালে চায়, তেতিয়াহলে পানীৰ পাতল আৱৰণৰপৰা তেওঁ নিজৰ সন্মুখৰ সৃষ্টিৰ জীৱনময় বিকাশ দেখিবলৈ পাব। প্ৰপাত বাগৰে, কিন্তু তাৰ সোঁত ইমান স্থূল নহয় যে দাঁতি কাষৰৰ একো দেখা পোৱা নাযাব। এই গুহা পানীৰ আৱৰণৰ অন্তৰালত ঢাক খাই থকা সত্বেও নিতিতে, কাৰণ চঞ্চল বতাহে পানীৰ কণিকাবোৰক গুহাৰ ভিতৰলৈ নৈ নাযায়। গুহাৰ অলপ বাহিৰলৈ ওলাই আহিলে আপুনি এইটো অভিযোগ নকৰিব যে বতাহে আপনাক কিয় তিয়াই দিলে।

আমি এই গুহাৰ পৰা তললৈ নামিলোঁ। যি শিলৰ ওপৰত প্ৰপাতৰ পানী বাগৰি আছিল মই তাতে বহিলোঁ। এশফুট ওপৰৰ পৰা যি পানী

পৰিছিল, সি কেৱল মানুহৰ শৰীৰক স্পন্দিত কৰিয়েই ক্ষান্ত নহয়। প্ৰথমতে সেই পানীয়ে মুৰত কোবাবলৈ আৰম্ভ কৰিলে। তাৰ পাছত কাণত মাৰিবলৈ ধৰিলে, আকৌ পিঠিত থপ্ থপালে। এই দৰে যাত্ৰাৰ সকলো ভাগৰ নাইকিয়া হৈ গল। প্ৰায়েই আমি প্ৰথমতে মালিচ কৰাই পাছত গা ধোওঁ। ইয়াত মালিচ আৰু স্নানৰ মাজত কোনো পাৰ্থক্য নাছিল। সীতা আয়ে ইয়াত নিজৰ চুলি মেলি পানীত পৰিষ্কাৰ কৰিছিল চাগৈ।

কিন্তু ই কি? মই যাযাবৰ যাত্ৰী নে পৃথিৱীৰ বাদচাহ্? মোৰ কাৰণে এই ৰত্নখচিত আসন কৰপৰা আহিল? চাৰিওফালে পানীৰ কণিকা এইদৰে বিয়পি আছিল, যেন মুক্তাৰ মালাহে। মোৰ আসনৰ তলত সুন্দৰ ৰামধেনুৰ নিচিনা ছুটা শিলে মোক সম্ৰাটৰ উপাধি প্ৰদান কৰিছিল। অলকাপুৰীৰ কুবেৰতকৈ মোৰ বৈভৱ নো কোনগুণে কম আছিল? ৰামধেনুৰ ছুয়ো দাঁতিত ৰূপৰ আসনত বহি আছিলোঁ আৰু মুক্তা মালাৰ উত্তৰীয় গাত লৈ ইয়াত আনন্দ উপভোগ কৰিছিলোঁ। মূৰৰ ওপৰত সূৰ্য্যনাৰায়ণৰ উজ্জ্বল ছাতি আৰু চাৰিওফালে উৰি ফুৰা দ্বিজ সকলে জগন্নাথৰ স্তোত্ৰ গাই আছিল।

শৰীৰ পৰিষ্কাৰ কৰিবৰ কাৰণে নহয়, বৰং ব্যায়াম আনন্দ উপভোগ কৰিবৰ কাৰণে মই শিলৰ ওপৰত উঠি প্ৰপাতৰ তলত নিজৰ গোটেই গাতো ঘঁহিলোঁ। স্নান-পানৰ আনন্দ ললোঁ আৰু ৰামৰক্ষা স্তোত্ৰ মনত পেলালোঁ। সীতা আয়ে যি ঠাই ভাল পাইছিল, তাত ৰাম-ৰক্ষা-স্তোত্ৰ মনত পৰাটো স্বাভাৱিক আছিল। মূৰৰপৰা ভৰিলৈকে গোটেই গা ঘঁহি পৰিষ্কাৰ কৰাৰ সময়ত 'শিৰো মে ৰাঘৱঃ পাতু, ভালং দশৰথাত্মজঃ' আদি শ্লোক মনত পেলাবলৈ এই ঠাই কিমান উপযুক্ত আছিল। স্বৰ্গলৈ যোৱা মানুহো যদি শেহত মৰ্ত্ত্য লোকলৈ উলটি আহে, তেতিয়াহলে যদি মই এই প্ৰপাতত গা-ধোৱাৰ পাছত আকৌ স্বাভাৱিক জীৱনলৈ ঘুৰি যাব খোজোঁ, তাত আচৰিত কি?

এই কাৰণে শেহত এই সকলো আনন্দ স্বেচ্ছাৰে ত্যাগ কৰি আৰু মোৰ নিজৰ সংযমৰ কাৰণে গৌৰৱ অনুভৱ কৰি উলটিলোঁ আৰু নতুন কাপোৰ সলাই জা-জলপান খাবৰ কাৰণে সাজু হলোঁ। জলপাননো কি—

ইয়ো কলা নিৰীক্ষণৰ কাৰণে দুৰ্পৰীয়ালৈকে কৰা তপস্যা আৰু প্ৰপাতত স্নানৰ শান্তিৰ লগত অমৃত ভোজন—তথা বেলগঙ্গাৰ কৃপা-প্ৰসাদ আছিল। গুহাত স্থিৰ হৈ থিয় হৈ থকা মূৰ্ত্তীৰ যদি চকু থাকিলহেঁতেন, তেতিয়াহলে তেওঁৰ নিশ্চয় আমাক দেখি হিংসা লাগিলহেঁতেন।

চেপ্তেম্বৰ ১৯৪০ চন।

## ২৫। কৃষক নদী ঘটপ্ৰভা

ঘটপ্ৰভা আৰু মলপ্ৰভা আমাৰ ফালৰ কৰ্ণাটকৰ দুখন প্ৰধান নদী। এওঁলোকৰ স্বভাৱ কৃষকৰ নিচিনা। এওঁলোক যি ঠাইলৈকে যায়, তাতে খেতি কৰে, মাটিত সাৰ দিয়ে, পানী দিয়ে আৰু পৰিশ্ৰমী মানুহক সমৃদ্ধি যোগায়। ইয়াৰ উপৰিও গোকাকৰ ওচৰত এটা ডাঙৰ মথাউৰি সাজি মানুহে এই নৈৰ শক্তিৰ দ্বিগুণ কৰিছে। যি ঠাইলৈ নৈৰ পানী নগৈছিল এতিয়া এই মথাউৰিৰ কাৰণে তালৈ পানী যাব পাৰে। ঘটপ্ৰভাৰ নাম লোৱাৰ লগে লগে গোকাকৰ ওচৰৰ দীঘল মথাউৰিটোৰ কথা নিশ্চয় মনলৈ আহিব। ডাঙৰ ডাঙৰ নৈবোৰে য'ৰে-তৰে পৰা বোকা কঢ়িয়াই লৈ যায় আৰু সৰু সৰু নৈবোৰে অলপ অলপ ভাল সাৰুৱা বোকা কৃষক সকলক নিজৰ পানীৰ লগত বিনামূল্যে দি নিজৰ সন্তানক পালন কৰে। সচাঁকৈয়ে ঘটপ্ৰভা কৃষক সকলৰ নদী।

বেল গ্ৰামৰ ইমান ওচৰত থকা সত্ত্বেও গোকাকৰ ওচৰৰ ঘটপ্ৰভাৰ প্ৰপাত এতিয়াও চাবলৈ বাকী আছে।

১৯২৬-২৭ চন।

## ২৬। কাশ্মীৰৰ দুধগঙ্গা

শ্রীনগৰতনো বাৰু পানীৰ কেনেকৈ আকাল হব? সতীসৰ নামৰ পৌৰাণিক সৰোবৰক ভেদ কৰি কাশ্মীৰ প্ৰদেশ তৈয়াৰ কৰা হৈছে। এই উপত্যকাৰ দীঘল-বহল ভূখিবলৈকে যেন ঝিলাম নৈ সৰ্পাকাৰে বৈ গৈছে। ইয়াৰ বাহিৰে যিফালেই চকু দিয়া যায়, সেইফালেই পদুম ফুল, পানী-শিঙৰি (চিঙ্ঘাৰা) তথা নানা তৰহৰ শাক-পাচলী জন্ম দিয়া সৰোবৰ বিস্তৃত হৈ আছে। যি বছৰ জলপ্ৰলয় নহয়, সেই বছৰক সৌভাগ্যৰ বছৰ বুলি ধৰি লওক। এনেকুৱা প্ৰদেশত গাড়ীৰ ঠেক বাবৈৰ নিচিনা তুচ্ছ প্ৰবাহকনো বাৰু কোনে শোধে?

তথাপি কাশ্মীৰতো এনেকুৱা এক প্ৰবাহে সন্মান পাইছে। ইয়াত লাগিলে পানী সৰহ নহওক, তথাপি এই প্ৰবাহ অখণ্ড ৰূপত বৈ আছে। ই কমো হোৱা নাই আৰু বেচিও হোৱা নাই। ইয়াৰ পানী বগা, সম্ভৱ সেই কাৰণেই ইয়াৰ নাম দুধগঙ্গা ৰখা হৈছিল। আমি যি নাৰায়ণা-শ্ৰমত আছিলোঁ, তাৰ ওচৰেদিয়েই এই দুধগঙ্গা বৈ গৈছে। এডাল দীঘল কাঠ পেলাই তাৰ ওপৰত দলং সজা হৈছিল। গা ধুবৰ কাৰণে দুধগঙ্গা বৰ উপযুক্ত। তাত থিয়ৈ থিয়ৈ গা ধুব পাৰি, আৰু সাঁতুৰিব খুজিলে অলপ সাঁতুৰিবও পাৰি। বুৱাৰ বেমাৰ হৈছিল। সেই কাৰণে কাঁহি-বাতি ধোৱা, কাপোৰ ধোৱা আৰু আন কামত দুধগঙ্গাৰ পৰা মই যথেষ্ট সহায় পাইছিলোঁ। সেই অপৰিচিত প্ৰদেশত যেতিয়া আমি দুয়ো বেমাৰত পৰিলো, তেতিয়া যদি আমি দুধগঙ্গাৰ সহায় নাপালোঁহেতেন, তেতিয়াহলে আমাৰ কি দশা হলহেতেন?

কৃতজ্ঞতাৰ কাৰণে দুধগঙ্গাৰ মাহাত্ম্যৰ বিষয়ে জানিবলৈ ইচ্ছা হল। ৰাজহুৱা পুথি-ভঁৰাললৈ গৈ মই ভালেমান কিতাপ বিচাৰি উলিয়ালোঁ। এইটো জানি মই আচৰিত হলোঁ যে ইমান সৰু দুধগঙ্গা বহুত দূৰৰ পৰা আহিছে আৰু দূৰ দূৰণিলৈকে বৈ গৈছে। কোন ঋষিয়ে দুধগঙ্গাক জন্ম দিছিল কোনে কোনে ইয়াৰ পাৰত তপস্যা কৰিছিল আদি সকলো তথ্য মই

খিচাৰি উলিয়ালোঁ। ইতিহাসৰ অনন্ত ঘটনাৰ দৰে এই তথ্য বিস্মৃতিৰ প্ৰবাহত আকৌ উটি গল আৰু কেৱল প্ৰকৃত কৃতজ্ঞতাহে বাকী থাকিল। ইমানেই মনত আছে যে প্ৰত্যেক দিনেই ৰাতিপুৱা মঠৰ সাধুসকল গা ধুবৰ কাৰণে এই নৈত গোট খায় আৰু ৰাতি যেতিয়া সকলো শোৱে, তেতিয়া মই দুধগঙ্গাৰ পাৰত বহি আকাশৰ ধ্ৰুৱ তৰাৰ ফালে চাই থাকোঁ। অৱশ্যে মই বেচি সময় চাব নোৱাৰোঁ। কাৰণ কাশ্মীৰত ধ্ৰুৱ ইমান ওপৰত আছে যে তেওঁৰ ফালে চাই থাকিলে ডিঙিৰ বিষ হৈ যায়। তাত সপ্তৰ্ষিৰপৰা অৰুন্ধতীৰ সৈতে বশিষ্ঠক একেবাৰে মূৰৰ ওপৰত বিৰাজমান দেখি কেনেকুৱা আচৰিত যেন লাগে।

কাশ্মীৰ জলবাহিনী সতী কন্যা দুধগঙ্গাক মোৰ নমস্কাৰ।

১৯২৬-২৭ চন।

## ২৭। স্বধূৰ্ণী বিতস্তা

"সংসাৰত যদি কৰবাত স্বৰ্গ আছে,
তেতিয়াহলে সঁচাকৈয়ে ইয়াতে, ইয়াতে, ইয়াতে আছে।"

ঝিলম নৈৰ উদ্গম্ স্থান চোৱাৰ পাছত সম্ৰাট জাহাঙ্গীৰৰ মুখৰপৰা এনেকুৱা শব্দ ওলাইছিল। তেওঁৰ এই উক্তি তাৰ আঠচুকীয়া পুখুৰীৰ ওপৰৰ শিলত খোদিত কৰা আছে। সঁচাকৈয়ে এই ঠাই ভূ-স্বৰ্গ পদৰ অধিকাৰী। বেদকালত এই নৈৰ নাম বিতস্তা আছিল।

যি ঠাইৰ বতাহে মানুহৰ অঙ্গ-প্ৰত্যঙ্গ আৰু শিৰা-উপশিৰাত স্পন্দন জগাব পাৰে, যত বন-লক্ষ্মীয়ে নিজৰ যৌৱনৰ সম্পূৰ্ণ উন্মাদকতা প্ৰকাশ কৰে, য'ৰ পৰ্ব্বতে নিজৰ সৌন্দৰ্য্যৰ পৰা মনত এই সন্দেহৰ জন্ম দিয়ে, ই পৰ্ব্বত নে বঙ্গ মঞ্চৰ আৱৰণ ; আৰু য'ৰ শান্তি চেতনাৰে পৰিপূৰ্ণ হৈ আছে, তাৰপৰাই ঝিলামৰ উদ্গম্ হৈছে। জাহাঙ্গীৰে এই উদ্গম্ স্থানত এটা আঠচুকীয়া পুখুৰী সজাইছিল। আৰু ইয়াৰ ভিতৰৰ পানী? সি যেন নীল মণিৰ

অনুভৱ হয়। দেখিলেই মনলৈ এনেকুৱা ভাব আহে যেন ইয়াত কোনোবাই নীলা বৰণ কাপোৰহে ধুইছে। ইয়ান স্বচ্ছ আৰু মিঠা পানী বাৰু আন ঠাইত ক'ত পোৱা যাব? এই পুখুৰীৰ এফালে যি সুন্দৰ সমান খাল বৈ গৈছে, সেয়ে হৈছে আমাৰ বিতস্তা-ঝিলাম। এই স্বৰ্গৰ আনন্দ উপলব্ধি কৰিবৰ কাৰণে যেন গন্ধৰ্ববিলাকে মাছৰ-ৰূপ ধাৰণ কৰি এই পুখুৰী আৰু খালত গা ধুবলৈ নামি আহিছে। এনেকুৱাই ইয়াৰ শোভা। এই প্ৰদেশত মাছ ধৰাৰ যদি কঠোৰ নিষেধ নাথাকিলহেঁতেন, তেতিয়া হলেনো বাৰু এই সৌন্দৰ্য্যৰ কি দশা হলহেঁতেন? মই এটা ডাঙৰ পাত্ৰ খালত ডুবাই দিলো, লগে লগে তাতে পাঁচ সাত ৰকমৰ মাছ আহি সোমাই পৰিল। ইমানেই সৰল ইহঁত। মই আকৌ সিহঁতক খালত এৰি দিলোঁ।

এই ঠাইক 'বেৰী নাগ' বুলি কয়। ইয়াৰ আগত খনবল নামৰ এডোখৰ ঠাই আছে। এই ঠাইৰপৰা ঝিলাম নৈখন নাও চলাৰ পৰা বহল হৈ গৈছে। খনবলঁৰ ওচৰতে অনন্ত নাগ নামৰ এটা সুন্দৰ পুখুৰী, তাৰ পাছত ইয়াৰ সকলো ভূমি সমতল। কাশ্মীৰৰ সকলো উপত্যকা চাৰিওফালে এনে ধৰণৰে।

ঝিলামে পোনাই গৈ ভাল নাপায়। পাক লৈ পাক লৈ মৃদু গতিৰে আগ বাঢ়ি যায়। ইয়াৰ পাৰত এক বিৰাট বৈভৱশালী সংস্কৃতিৰ বিকাশ হৈছিল আৰু শেহত পতনো হল। কিন্তু আজিও বিতস্তা সেইদৰেই বৈ আছে।

খনবলৰ পাছত বীজব্যাৰা নামৰ এডোখৰ ঠাই পোৱা যায়। তাত আমি চিনাৰ নামৰ এজোপা বিশেষ ধৰণৰ গছ দেখিলোঁ। ন জন মানুহে হাত মেলি তাক আলিঙ্গন কৰিছিল আৰু তাৰ ডালবোৰ জুখিছিল। ই ঠিক ৫৪ ফুট ঠাই আগুৰি আছিল।

বীজব্যাৰাৰ মন্দিৰৰ সম্বন্ধে আমি ইয়াত এক আমোদজনক জনশ্ৰুতি শুনিলোঁ, এই জনশ্ৰুতি ইংৰাজ লিখকেও লিখি থৈ গৈছে।

যেতিয়া কিছুমান ধৰ্ম্মান্ধ মছলমান এই মন্দিৰ ভাঙিবলৈ আহিল, তেতিয়া ইয়াৰ পূজাৰীসকলে তাত কোনো বিৰোধিতা নকৰিলে বা ধন দি মন্দিৰক ৰক্ষা কৰাৰ চেষ্টাও নকৰিলে। তেওঁলোকে কলে—"আহক, আহক।

মন্দিৰ ভাঙি পেলাওক। আমাৰ শাস্ত্ৰত্ যি লিখা আছে, সি মিছা হব নোৱাৰে।" বুতশিকন গাজীয়ে ভাবিলে—"এওঁলোকৰ মন্দিৰ যদি ভাঙি পেলাওঁ, তেতিয়াহলে এই কাফিৰৰ শাস্ত্ৰ সত্য প্ৰমাণিত হব। তাতকৈ এই এটা মন্দিৰ এৰি দিয়াই শ্ৰেয়।" কব নোৱাৰোঁ এই সাধু কিমান দূৰ সচাঁ। কিন্তু ইয়াক আমাৰ ইয়াৰ 'সাউদৰ সাধু' যেন লাগে আৰু এইটো কথাও সচাঁ যে বীজব্যাৰাৰ মন্দিৰ মহলমানৰ আক্ৰমণত বা তেওঁলোকৰ ৰাজ্যকালত ভগা নাছিল। ইয়াৰপৰা অলপ আতঁৰত অনন্তপুৰ নামৰ এখন প্ৰাচীন নগৰ মাটিৰ তলত পোত খাই এটা সৰু পাহাৰ হৈ গৈছে। মাটি খন্দাৰ সময়ত পুৰণি কালৰ সুন্দৰ শিল্পকলা, কেইবাটাও প্ৰাচীন কোঠা আৰু কয়লা হৈ যোৱা যি চাউল ইয়াত পোৱা হৈছে, তাক মই নিজৰ চকুৰে দেখি আহিছোঁ।

এই নৈখন ইফালে সিফালে ঘূৰি-পকি ইমান লাহে লাহে বৈছে যে ইয়াৰ পানীৰ প্ৰবাহ বুজিবই নোৱাৰি। নৈৰ প্ৰবাহৰ বিপৰীত দিশত যেতিয়া যাব লগা হয়, তেতিয়া ব'ঠা মৰাৰ সলনি নাৱৰ মুখ দীঘল ৰচিৰে বান্ধি দুই এজন মানুহে তাক দাঁতিয়েদি চোচোৰাই নিয়ে। নাও সোঁতৰ মাজেদি যাব লাগে। এই কাৰণে নাৱত বহি থকা নাৱৰীয়াই নাওখন পাৰত নালাগিবৰ কাৰণে হাতত থকা ব'ঠা বেঁকাকৈ ধৰে।

'কাশ্মীৰী শাল'ৰ চুকত আম বা কাজু আদিৰ নানা তৰহৰ যি ফুল বচা থাকে ই ইয়াৰ শিল্পকলাৰ উৎকৃষ্ট নিদৰ্শন। ঝিলাম নৈৰ এই সৰ্পিল গতি দেখিয়েই ইয়াৰ শিল্পীবোৰে এই শিল্পকলা উলিয়ালে বুলি কোৱা হয়। আমি এবাৰ এই নৈত এটা ঘাটৰপৰা আন এটা ঘাটলৈ চৈধ্য মাইল যাত্ৰা কৰিলোঁ। এৰেকুৱাতে পাছৰ ঘাটৰপৰা অলপ পলমকৈ অহা যাত্ৰীয়েও খোজ কাঢ়ি আহি আমাক লগ ধৰিলেহি। তেওঁলোকে মাত্ৰ আঠে মাইলহে খোজ কাঢ়িব লগীয়া হৈছিল। ইয়াৰ পৰাই বুজিব পাৰি যে এই নৈত কিমান পাক। এই পাকৰ কাৰণে ইয়াৰ সোঁতৰ গতি যথেষ্ট কম আৰু নৈৰ ভলো বাম হৈ থাকে। যেতিয়া বান পানী আহে তেতিয়া কেৱল 'সৰ্বতঃ সংপ্লুতোদকে'ৰ নিচিনা অৱস্থা হৈ পৰে। ইয়াৰ প্ৰাচীন ইঞ্জিনিয়াৰ আৰু ৰজাসকলে বান পানীৰ সময়ত এই নৈক নিজৰ হাতৰ মুঠিত ৰাখিবৰ কাৰণে এনেকুৱা বহুত পাক আৰু খাল খান্দিছে।

এই চিকিৎসা ইমান অব্যৰ্থ যে আজিও ইয়াৰ অনুকৰণ কৰিব লাগে। এখন ডাঙৰ নাৱৰ পৰা গাহৰিৰ দাঁতৰ নিচিনা এখন বিৰাট হালে নৈৰ তলৰ মাটি ফালি আগ বাঢ়ি যায় আৰু ভিতৰৰ পললবোৰক বিজুলী পাম্পৰ দ্বাৰা বাহিৰলৈ পেলাই দিয়ে। এই সকলোবোৰ কাম 'বৰাহ মূল', (আজিৰ বাৰামুল্লা) ত দেখিবলৈ পোৱা যায়।

বাৰামুল্লা কাশ্মীৰ উপত্যকাৰ সিপাৰৰ শেষ সীমা। ইয়াৰ পৰা ঝিলাম নৈ বেগাই আগ বাঢ়ি গৈছে।

এই প্ৰদেশৰ মাজ ভাগত কাশ্মীৰৰ ৰাজধানী আছে। নৈৰ দুয়ো পাৰে শ্ৰীনগৰ চহৰ পতা হৈছে। নৈৰ ওপৰত অলপ আঁতৰে আঁতৰে সাতোটা সেতু সজোৱা হৈছে। ইয়াৰ বাহিৰেও দুয়ো ফালে নৈৰ পৰা নগৰৰ ভিতৰলৈকে খাল থকাৰ কাৰণে ইয়াত শান্ত জলধাৰা প্ৰবাহিত হয়। নৈৰ প্ৰধান প্ৰবাহেই হৈছে ৰাজপথ। বাকী খালবোৰ হৈছে এই ৰাজপথৰ লগত আহি 'মিহলি হোৱা ক্ষুদ্ৰ ক্ষুদ্ৰ পথ। শুকান বাটত যিদৰে গাড়ী চলে, সেইদৰে ইয়াতো দীঘল আৰু ঠেক "শিকাৰা" (মাছ মৰা নাও) বোৰ কাঁড়ৰ দৰে বেগাই গৈ থাকে। নৈত লাগিলে যিমানেই বেচি নাও থাকক তথাপি তাৰ পৰা কোনো শব্দ নোলায়।

যেতিয়া দুপৰীয়া মহাৰাজৰ মন্দিৰৰ পূজা সম্পূৰ্ণ হয়, আৰু আগদিনাৰ পূজাৰ ফুল নিৰ্ম্মালি নৈৰ বুকুত পেলাই দিয়া হয়, তেতিয়া এই ফুলবোৰ প্ৰায় আধা মাইলৈকে লাহে লাহে দীঘলীয়া হাৰৰ নিচিনাকৈ এনেদৰে উটি যায় যে ইয়াক চাই বৰ ভাল লাগে।

এই নৈৰ পাৰত হৈ থকা বিচিত্ৰ ধৰণৰ কামবোৰো তেনেকুৱা। কৰবাত সতৰঞ্চি বয়, কৰবাত আকৌ ধুনীয়া ধুনীয়া দলিচা। এঠাইত আখৰুট কাঠৰ ওপৰত সুন্দৰ সুন্দৰ কাৰুকাৰ্য্য, আন ঠাইত পাটৰ কাৰখানাত পাট পলুবোৰক সিজাই সুন্দৰ পাটৰ সূতা তৈয়াৰ কৰা—এই সকলোবোৰ কাম সঁচাকৈয়ে চাবলগীয়া। চীন, তিব্বত, সমৰকণ্ড আৰু বুখাৰাৰ সদাগৰসকল ইয়াত আহি বহুদিন তম্বু কৰি থাকে আৰু চতুৰ পাঞ্জাবী সকলে ইয়াত তেওঁলোকৰ লগত বেপাৰত মচগুল হৈ থাকে। যিফালেই চোৱা যায় সেইফালেই দীঘল দীৰ্ঘল কোটপিন্ধা মানুহবোৰ ঘূৰি ফুৰা দেখিবলৈ পোৱা যায়।

এই ঝিলামেই আগত গৈ ভাৰতবৰ্ষৰ সকলোতকৈ ডাঙৰ সৰোবৰ বুলৰত পৰিছে আৰু তাত বিলীন হৈ শুধু তাৰে দীৰ্ঘ যাত্ৰা কৰি আন সীমাইদি বাহিৰলৈ ওলাই আহি বাৰামুল্লাৰ ফালে বৈ গৈছে। তাত এই নৈৰ পৰা এটা কৃত্ৰিম খাল খান্দি যি বিজুলী শক্তি তৈয়াৰ কৰা হৈছে সি কাশ্মীৰ ৰাজ্যক পৰ্য্যাপ্ত পৰিমাণে শক্তি প্ৰদান কৰিছে। এই নৈয়ে অৰটাবাদৰ ওচৰত দিক সলাই ক্ষিপ্ৰ গতিৰে আগ বাঢ়ি গৈছে। ঝিলামৰ সম্পূৰ্ণ উপত্যকা সৌন্দৰ্য্যৰ কাৰণে বিখ্যাত।

লোক কথাত কোৱা হয় যে এই উপত্যকৰ সৌন্দৰ্য্য দেখি বাদচাহ আকবৰ ওপৰৰ পৰা তললৈ জপিয়াই পৰিছিল। লাগিলে ই কবিৰ কল্পনাই হওক কিন্তু এই উপত্যকা দেখিলে এনেকুৱা ধৰণৰ উন্মাদকতা হোৱা সম্ভৱ যেন লাগে।

এনেকুৱা লোককথাবোৰ নৈৰ মাহাত্ম্য বা উৎকৃষ্টতা বৃদ্ধিৰ কাৰণে গঢ়ি লোৱা হৈছে। যেতিয়া ভাৰতবৰ্ষৰ প্ৰকৃত ইতিহাস লিখা হ'ব, তেতিয়া তাত ডাঙৰ ডাঙৰ নৈবোৰৰ অনুসৰি দেশক বিভক্ত কৰা হ'ব। এনেকুৱা ইতিহাসত ঝিলামৰ স্বৰ্গীয় সংস্কৃতিৰ অংশও কম মহত্বপূৰ্ণ নহয়। সঁচাকৈয়ে ঝিলামৰ স্ব ৰ্ধ্ণী নামেহে শোভা পায়।

১৯২৬-২৭ চন।

## ১৮। সেৱাব্ৰতা ইৰাবতী

সিন্ধু নৈক যি পাঁচখন নৈয়ে কৰ দিয়ে তাৰ ভিতৰত বিতস্তা (ঝিলাম) আৰু শতদ্ৰুয়েই হৈছে মহত্বপূৰ্ণ। বাকী নৈবোৰে নিজৰ ভাগত পৰা কামবোৰ নম্ৰতাৰ সৈতে শেষ কৰে। যিদৰে কোনো শ্ৰেষ্ঠ পুৰুষক লগ পাবৰ কাৰণে কোনো প্ৰতিনিধিমণ্ডল তেওঁৰ ওচৰলৈ যায়, সেইদৰে এই নৈবোৰো লাহে লাহে লগ লাগি শেহত সিন্ধুৰ লগত মিলিত হৈছে। ব্যাস চতলজৰ লগত মিলি গৈছে। চিনাব্ ঝিলামৰ লগত মিলিত হৈছে আৰু ইৰাৱতী এই দুয়োবো লগত মিলি গৈছে। মুলতানৰ ওচৰত তিনখন নৈৰ

পানী বহন কৰি অন্য ঝিলাম ভাৰতবৰ্ষৰ সিপাৰৰ পৰা অহা চন্দ্ৰভাগাৰ লগত মিলি গৈছে। আৰু শেষত এই সকলোৰে দ্বাৰা গঠিত পঞ্চনদ সিন্ধুৰ লগত মিলি কৃতাৰ্থ হয়। সিন্ধুৰ লগত বাৰ্তালাপ কৰা প্ৰতিনিধি মণ্ডলৰ ভিতৰত চন্দ্ৰভাগাক অধ্যক্ষ বুলি কব পাৰি কিয়নো এওঁ সিন্ধুৰ দৰে পৰলোকৰ পৰা ( হিমালয়ৰ সিপাৰৰ পৰা ) আহিছে।

এই পাঁচখন নৈৰ ভিতৰত ইৰাৱতী বা ৰাবীক মধ্যম স্থান দিব পাৰি। বেদত ইয়াৰ অৰ্থ হৈছে পানী, আহ্লাদজনক পেয়। এনেয়েতো নৈত পানী আছেই, কিন্তু এই নৈৰ বিশেষ গুণ দেখিয়েই ঋষিসকলে ইয়াৰ নাম ইৰাৱতী দিছিল। ব্ৰহ্মদেশৰ ঐৰাৱতীক ( ইৰাৱান্‌সাগৰ ) সাগৰৰ সমান বিস্তৃত দেখিয়েই এই নাম দিছিল নেকি? কিন্তু ইৰাৱতী ইমান বিস্তৃত নহয়। স্বামী ৰামতীৰ্থৰ জীৱনত ৰাবীৰ প্ৰসঙ্গ বহুত ঠাইত আহিছে। ইৰাৱতীক দেখি স্বামী ৰামতীৰ্থৰ অন্তৰ ভক্তি ভাৱত পৰিপূৰ্ণ হৈ পৰিছিল। এই নৈৰ পাৰতে তেওঁৰ বৈৰাগ্য আৰু সন্ন্যাসৰ কুমলীয়া ভাৱ পৰিপক্ক হৈ পৰিছিল, কিন্তু ইৰাৱতীক যে শিখ গুৰু অৰ্জ্জুনদেৱ আৰু শিখ মহাৰাজ ৰণজিৎ সিংহৰ কাৰণে চকুলো টোকা দেখা গৈছিল।

যেতিয়া মই লাহোৰলৈ গৈছিলোঁ তেতিয়া ইৰাৱতীৰ পূৰ্ণ দৰ্শন কৰিব পাৰিছিলোঁ। সেই সময়ত তেওঁ কিমান শান্ত আছিল। তেওঁৰ বিশাল পটৰ ওপৰত গোটেই লাহোৰ নগৰ অৱস্থিত। মানুহৰ ধুম-ধাম, ধনী সকলৰ জাক-জমক, তথা বিলাসিতাৰ ভিতৰতো ইৰাৱতীৰ শান্তি ক্ষুণ্ণ হোৱা নাছিল। ইয়াত ইৰাৱতীৰ দৃশ্য দেখি এনেকুৱা লাগিছিল যেন গোটেই লাহোৰ নগৰখনক তেওঁ নিজৰ কোলাত লৈ ধেমালি কৰি আছে। নিজৰ পবিত্ৰ আৰু পোষক পানী যোগান দিয়াৰ বাহিৰেও ইৰাৱতীয়ে বিশেষ ভাৱে নিজৰ সন্তানৰ সেৱা কৰিছে। হিমালয়ৰ অটব্য অৰণ্যত চীড়, দেৱদাৰু, বাঁঝ,, চপেতা আদি আৰ্য্য গছবোৰৰ বিৰাট নগৰ আছে। কোনো কোনো ঠাইত দুপুৰীয়া পৰতো সূৰ্য্যৰ কিৰণ দেখা বৰ বিৰল হৈ পৰে আৰু যদি কেতিয়াবা প্ৰকাণ্ড প্ৰকাণ্ড পুৰণি গছবোৰ উঘাল খাই বাগৰি পৰে, তেতিয়া বাকী গছবোৰে তাক ওপৰতে তুলি ৰাখে। তাঁতি কাষৰৰ গছবোৰে নিজৰ শক্তিশালী হাতেৰে তাক অন্তৰিক্ষত ধৰি ৰাখে যেন বাণ

শৰ্য্যাত পৰি থকা ভীষ্মাচাৰ্য্যহে। এইদৰে বহুত বছৰ ওপৰত থাকি থাকি শেহত জাৰ, বদ তথা বৰষুণ সহি সহি এই ভীষ্মাচাৰ্য্যৰ বিশাল শৰীৰ ছিন্ন-ভিন্ন হৈ পৰে।

এনেকুৱা হাবিৰ পৰা গৃহ নিৰ্ম্মাণৰ কাঠ কাটি অনাটো বৰ সহজ কথা নহয়। সেই কাৰণে মানুহে ইৰাৱতীৰ আশ্ৰয় ললে। ইৰাৱতীৰ পাৰত য'ত ডাঙৰ ডাঙৰ হাবি আছে থৰি কটীয়াসকল তালৈ যায় আৰু কাঠক ডাঙৰ ডাঙৰ কুণ্ডা কাটি ইৰাৱতীৰ প্ৰবাহত এৰি দিয়ে। কেতিয়াবা এলেহুৱা ফুলীয়া ছাত্ৰৰ দৰে ই বৈ বৈ লাহে লাহে আহি থাকে। কোনো কোনো সময়ত গধূলি পৰত লৰি-ঢাপৰি ঘৰৰ ফালে অহা ষাঁড়-গৰুৰ দৰে নাচি-বাগি, তল-ওপৰ কৈ এডালে আনডাল কাঠক খুন্দিয়াই দৌৰি আছে। যেতিয়া সজীৱ জীৱ জন্তুবোৰক খেদিবলৈকে গৰখীয়া লাগে, তেতিয়া এই নিৰ্জ্জীৱ কাঠবোৰনো নিজে নিজে কেনেকৈ আগ বাঢ়িব পাৰে? কোনোবা ফালে নৈৰ পাক দেখাৰ লগে লগে সকলো বৈ যায়। এডালক বোৱা দেখি আনডালো বৈ পৰে। সেই ডালৰ গাত গইনা দি তৃতীয়, চতুৰ্থও বৈ যায়। পঞ্চমে ভাৱে—কিহৰ কাৰণেনো এওঁলোক ইয়াত ৰৈছে। হয়তো এওঁলোকে আজি ইয়াতে জিৰণি লব। পঞ্চমক বোৱা দেখি পাছ ফালৰ পৰা অহা কাঠবোৰো বৈ পৰে। যত সকলো বৈ যায় 'সা কাষ্ঠা সা পৰা গতিঃ'।

বাতিপুৱা হোৱাৰ লগে লগে এই কাঠবোৰৰ গৰখীয়া আহে, আৰু আটাইবোৰকে আগলৈ খেদি নিয়ে। "হেৰ, ভাইহঁত। বল, বল।" বুলি কৈ এই যাত্ৰীৰ দলটোৱে আকৌ যাত্ৰা আৰম্ভ কৰে। যেতিয়ালৈকে নৈৰ প্ৰবাহ উপযুক্ত হয়, তেতিয়ালৈকে এই যাত্ৰা ঠিক মতে চলি থাকে। কিন্তু য'ত প্ৰবাহ বেচি দ, বাম বা শিলাময় হয় তাত বৰ অসুবিধা হৈ পৰে। দুই এডাল দীঘল কাঠে যদি এটা ডাঙৰ শিলৰ আশ্ৰয় পায়, তেতিয়াহলে সি তাতে বৈ যাব আৰু কব—"মই হলে ইয়াৰ পৰা আঁতৰা ভকত নহয়। মই নিজেও নাযাঁও আৰু আনকো যাবলৈ নিদিওঁ।" এতিয়া সিহঁতক বোৱা দেখি পাছৰ সকলোবোৰ কাঠো বৈ যায়, গৰখীয়াবোৰৰ ভালে সাঁতুৰি যোৱাৰ সাহ নহয়, কিয়নো এই কাঠবোৰতকৈ তেওঁলোকৰ নিজৰ

প্ৰাণ অধিক প্ৰিয়। সাঁতিত থিয় হৈ দীঘল দীঘল বাঁহেৰে ঠেলি ঠেলি কেইতালমান কাঠ উলিয়াব পাৰি ; কিন্তু যিবোৰ কাঠ প্ৰবাহৰ মাজত আহি বৈ গল সিহঁতক উলিয়াব কেনেকৈ? মানুহে এই সমস্যাৰো সমাধান কৰিছে। হিমালয়ত মহৰ নিচিনা ডাঙৰ জন্তু আছে। তাৰ গোটেই ছাল-খন বখলিয়াই তাক চিলাই কৰি তাৰে থৈলা তৈয়াৰ কৰা হয়। এই ছালৰ ভিতৰফালে বতাহ ভৰাই তাকো চিলাই কৰে। ইয়াৰ দ্বাৰা—এই জন্তু অপ্লবাৰ দৰে হয় আৰু মাংস নোহোৱাকৈ বতাহেৰে পৰিপূৰ্ণ হয় আৰু পানীত সাঁতুৰিবলৈ উপযুক্ত হৈ পৰে। তাৰ চাৰিওটা ভৰিৰ হাড় উলিয়াই তাতো বতাহ ভৰোৱা হয়। এই নিৰ্জ্জীৱ হাড় নোহোৱা জন্তুক পানীত নমাই দি তাৰ ওপৰত উঠি ভৰি জোকাৰি জোকাৰি গৰখীয়া-বোৰ নিৰ্দ্দিষ্ট ঠাই পায়গৈ। এই নিৰ্জ্জীৱ জন্তুৰ ওপৰৰ পৰা পানীত সাঁতোৰা সহজ হৈ পৰে। জন্তুৰ ভৰিত ভালকৈ ধৰি ললে সাঁতোৰাৰ সময়ত কেতিয়াও সি আঁতৰ হৈ নাযায়। খুব শক্তিশালী প্ৰবাহতো যদি কেতিয়াবা শিলৰ লগত খুন্দা খায়, তেতিয়াহলে এই ছালেহে দুঃখ পায়, তাৰ ওপৰত উঠা মনুহৰ কোনো ক্ষতি নহয়। ইমান চেষ্টা কৰাৰ পাছত সেই কাঠবোৰ কেনেকৈ য'লৈ ত'লৈ উটি যাব? ইয়াৰ পাছত এডাল এডালকৈ ই আগবাঢ়ি আছে। পৰ্ব্বতীয়া উপত্যকাৰ পৰা এবাৰ ওলাই অহাৰ পাছত এই কাঠবোৰ যাতে নিজৰ নিজৰ ইচ্ছানুসাৰে আন ঠাইলৈ যাব নোৱাৰে তাৰ কাৰণে গৰখীয়াই গোটেই কাঠবোৰ ৰচিৰে বান্ধি সিহঁতৰ ওপৰত উঠি সিহঁতক আগবঢ়াই লৈ যায়।

লাহোৰত ইৰাৱতীৰ প্ৰবাহত এই ধৰণৰ বহুতো কাঠৰ সমষ্টি থাকে। সিহঁতৰ শত্ৰুৱে সিহঁতক পানীৰ পৰা বাহিৰলৈ উলিয়াই টুকুৰা টুকুৰা কৰি পেলায়, আৰু আকৌ মানুহৰ ঘৰ বা অন্যান্য বস্তু-বাহনি তৈয়াৰ কৰিবৰ কাৰণে দধীচি ঋষিৰ দৰে সিহঁতে নিজৰ শৰীৰ অৰ্পণ কৰিব লগীয়া হয়। নিজৰ পৰ্ব্বতীয়া সহোদৰক এইদৰে মানুহৰ সেৱাত অৰ্পণ কৰাৰ সময়ত চাগৈ ইৰাৱতীৰ কেনেকুৱা লাগে? ইৰাৱতীয়ে, হয়তো ইমনেই কয় :— "ভাইহঁত। পৰোপকাৰায় ইদং শৰীৰম্।"

জুন ১৩৩৭ চন।

## ১৯। শুভ্র দায়িনী চিনাব

কাশ্মীবৰ পৰা উলটিবৰ সময়ত মোৰ ভবি আগ বাঢ়িব খোজা নাছিল। যাবৰ সময়ত মোৰ মনত যি উৎসাহ আছিল উলটিবৰ সময়ত সি কেনেকৈ থাকিব পাৰে? এই কাৰণেয় যাওঁতে যিটো বাটেদি গৈছিলোঁ আহঁতে তাৰ বিপৰীত বাটে পীৰ-পাঞ্জাল পৰ্ব্বত পাৰ হৈ জম্মুৰ ফালেদি আহিছিলোঁ। শ্ৰীনগৰৰ পৰা জম্মুলৈ মটৰৰ বাট নাছিল। যদি সাহ হয়, তেতিয়াহলে খোজ কাটি, নহলে কাশ্মীৰী টট্টু ঘোঁৰাৰ ওপৰত উঠি যাব লাগিব। বাটত যাওঁতে প্ৰকৃতিৰ সৌন্দৰ্য্য আৰু জাহাঙ্গীৰৰ বিলাসিতা প্ৰতি পদে পদে অনুভৱ কৰিব পৰা যায়। যিফালেই চোৱা যায় সেইফালেই বন্ধোৱা পুখুৰী আৰু পৰ্ব্বতৰ সজোৱা সুন্দৰ বাট। আজি চিমলাৰ যি মৰ্য্যাদা আছে জাহাঙ্গীৰৰ সময়ত শ্ৰীনগৰৰো সিমান বা তাতোকৈও অধিক মৰ্য্যাদা আছিল।

পৰ্ব্বতীয়া বাটেদি উলটিবৰ সময়ত ভগৱতী চন্দ্ৰভাগাৰ দৰ্শন কৰিলোঁ। মানুহে আজি তাক চিনাব্ নামেহে জানে।

যদি মই পাহৰা নাছিলোঁ, তেতিয়াহলে আমি ৰামবনৰ দাঁতি-কাষৰ কোনোবা এঠাইতে আছিলোঁ। গোটেই দিন আৰু গোটেই ৰাতি বাৰলগীয়া হৈছিল। জোনাক ৰাতি আছিল। আমি ক্লান্ত হৈ মদপীৰ দৰে ঢলং পলংকৈ গৈ আছিলোঁ। ভৰিৰ তলুৱাৰ ছাল ছিগি গৈছিল। আঁঠু বোৰতো বিষ হৈছিল। ভাগৰি পৰাৰ কাৰণে কোনো ঠাইতে শুব পৰা নাছিলোঁ।

এনেকুৱা অৱস্থাত যেতিয়া আমি আগবাঢ়ি গৈছিলো, তেতিয়া সোঁফালৰ গম্ভীৰ উপত্যকাৰ পৰা গুৰুগম্ভীৰ ধ্বনি শুনিবলৈ পালোঁ। আগফালৰ টিলাৰ পৰা অহা বতাহবোৰ শীতল আৰু সুগন্ধি যেন লাগিছিল। তন্দ্ৰা আঁতৰি গল আৰু আমি আকৌ প্ৰকৃতিস্থ হৈ পৰিলোঁ। আমাৰ চকুৱে কলৰৱৰ উদ্গম স্থান বিচাৰিবলৈ ধৰিলে। কিমান মনোহৰ দৃশ্য আছিল। ওপৰ ফালে গাধীৰৰ নিচিনা জ্যোৎস্না পৰি আছিল, একফালে

চন্দ্ৰভাগাই শিলৰ লগত খুঁজি খুঁজি বগা বগা ফেন জন্ম দিছিল। আৰু তাৰ আস্বাদ পাই তৃপ্ত হোৱা ৰভাহে আমাক তাৰ শীতলতা প্ৰদান কৰিছিল।

লগত অহা এজন মানুহক মই সুধিলোঁ—"এইখন কোনো নৈ নে নাই পৰ্ব্বতীয়া প্ৰবাহ?"— তেওঁ উত্তৰ দিলে—"ছুয়োটাই। এইখন হৈছে আমাৰ চিনাব আই।" মই চিনাবক সেৱা জনালোঁ। তললৈ নামি যাব নোৱাৰি। গতিকে দূৰৰপৰা দৰ্শন কৰিয়েই পবিত্ৰ হলোঁ। মনে মনে সেৱা জনাই কৃতাৰ্থ হলোঁ আৰু আগ বাঢ়িবলৈ ধৰিলোঁ।

এইখনেই বেদকালীন ভগৱতী চন্দ্ৰভাগা নেকি? হয়তো কিমান ঋষিয়ে ইয়াত ধ্যান কৰিছিল। আৰু কিমান মানুহে নিজৰ গৰুক ইয়াত পৰিপুষ্ট কৰিছিল। আজিও উদ্যোগী মানুহে এই নদী-মাতৃক কম দোহন নকৰে।

যেতিয়া মই তালৈ গৈছিলোঁ, সেই সময়ত প্ৰকাণ্ড প্ৰকাণ্ড, হৃষ্টপুষ্ট পাঞ্জাবীসকলে এই নৈৰ দাঁতিত খাল খন্দা দেখিছিলোঁ। আজি পঁচিশ লাখ একৰ মাটি সেই আইৰ গাখীৰৰ পৰা সাৰুৱা হৈছে আৰু পাঞ্জাবী বীৰসকলক ভৰণপোষণ কৰিছে। বেদৰ যুগৰ চিনাবৰ সাত্ত্বিকতাই আৰ্য্য সকলৰ মেধা-শক্তি বৃদ্ধি কৰিছিল। ৰণজিৎ সিংহৰ সময়ত এই জলধাৰাই শিখসকলক গুৰুৰ বিজয় কামনা কৰিছিল।

আজিও চিনাবৰ পানী একেবাৰে নিঃসত্ব হোৱা নাই। আকৌ পঞ্চ-নদৰ সম্মান বাঢ়িব আৰু সপ্তসিন্ধুৰ প্ৰদেশে ভাৰতবৰ্ষৰ সৌভাগ্যক বৃদ্ধি কৰিব।

১৯২৬-২৭ চন।

---

চিনাবৰ প্ৰবাহ আজি পঞ্জাবৰ ভাগ্য ৰক্ষা হোৱাৰ সলনি পঞ্জাবৰ বিভাগ ৰেখা হৈ পৰিছে। এইটো কিমান পৰিতাপৰ বিষয়।

*

কোনো নৈৰ সম্বন্ধে যদি কবলৈ একো নাথাকে তেতিয়াহলেনো ক্ষতি কি তথাপি তাত স্নান কৰা আনন্দ কমিব জানো ? নৈৰ মহত্ব হৈছে স্বতঃসিদ্ধ। তেওঁৰ নামৰ লগত যদি কোনো ইতিহাস জড়িত হৈ আছে তেন্তে ধন্য সেই ইতিহাস।

ইতিহাসৰ সম্বন্ধ যুদ্ধ-বিগ্ৰহৰ লগতহে বেচিকৈ থাকে। কিন্তু নৈৰ উদ্দেশ্য সন্ধি বা মিলাপ্ৰীতি—। কৃষক আৰু পথিক, পশু আৰু পক্ষীবোৰক নিজৰ পানীৰ দ্বাৰা সন্তুষ্ট কৰি যেতিয়া নৈ বৈ যায় তেতিয়া তেওঁক 'আত্মৰতি, আত্মক্ৰিয় আৰু আত্মন্যেৱ চ সন্তুষ্ট 'ৰ নিচিনা লাগে। আপুনি নৈক সোধক—"তোমাৰ ইতিহাস কি ?" তেওঁ উত্তৰ দিব—"মই পৰ্ব্বতৰ জীয়াৰী—। অসংখ্য মানৱ তথা জীৱ-জন্তুৰ মাতৃ। মই সাগৰৰ সেৱা কৰোঁ, আকাশৰ মেঘেই হৈছে মোৰ স্বৰ্গ।" এইখিনি ইতিহাসেই মোৰ চকুত অধিক মহত্বপূৰ্ণ। যদি বেচিকৈ সোধে, তেতিয়াহলে ভাবীয়ে কব যে—"দাঁতি কাষৰৰ প্ৰদেশক খুউৱাৰ পাছত মোৰ যিখিনি পানী বাকী থাকে, সেইখিনি মই চিনাবক দিওঁ। চিনাবে নিজৰ পানী ঝিলামত বিসৰ্জ্জন দিয়ে আৰু ঝিলাম আহি সিন্ধুৰ লগত মিলি যায়। সিন্ধুৱে আমাৰ সকলোৰে পানী সাগৰত অৰ্পণ কৰি নিজক আৰু আমাক সকলোকে কৃতাৰ্থ কৰে। সেয়ে হৈছে আমাৰ সাযুজ্য মুক্তি। বাকী তোমালোক বলীয়াবোৰৰ ইতিহাস তোমালোকেহে জানা। শত্ৰুতা আৰু বলিয়ালিৰ বুৰঞ্জী জানো কেতিয়াবা লিখা যায় ? সি যে পাহৰি যোৱা কথা পাহৰি যোৱা। তুমি এই শত্ৰুতাক স্থায়ী কৰি ৰাখিবৰ কাৰণে ইতিহাস লিখিছা নেকি ? এনেকুৱা ইতিহাসক লাগিলে পুৰি পেলোৱা নহলে ধুই পেলোৱা। সেৱাৰ ইতিহাসেই হৈছে—প্ৰকৃত ইতিহাস। ডোগ্ৰা, গদ্দী আৰু গুৰ্জ্জৰৰ নিচিনা প্ৰজাই হৈছে মোৰ সন্তান। তেওঁলোকৰ জীৱনেই মোৰ জীৱন।"

কাশ্মীৰৰ যাত্ৰা সম্পূৰ্ণ কৰি আমি জম্মুলৈ আহিলোঁ আৰু তাত ৰঘুনাথ দেৱৰ মন্দিৰত থাকিলোঁ। দাঁতিয়েদি তৱী বৈ গৈছে। জম্মুৰ কালৰ

ভনীৰ পাৰ যথেষ্ট ওখ। অন্যান্য বহুত নৈ যেনেকুৱা ভনীয়ে ঠিক তেনে-কুৱাই। তেওঁৰ ভিতৰত অসাধাৰণ একো নাই। আমি এজন মহাৰাষ্ট্ৰীয় ইঞ্জিনিয়াৰৰ লগত দেখা কৰিবলৈ গলোঁ। তেওঁ কলে যে—"ভনীৰ ওপৰত বিজুলীৰ যন্ত্ৰ লগোৱা আছে। এই বিজুলী শক্তিৰ দ্বাৰা বহুত কাম কৰিব পৰা যাব। কিন্তু ভনীৰ তাত কি? তেওঁ অবিৰাম বৈ আছে।'

১৯২৬-২৭ চন।

## ৩১। সিন্ধুৰ বিষাদ

হিমালয়ৰ সিপাৰত—পৃথিৱীৰ এই মান-দণ্ডৰ প্ৰায় মাজত কৈলাসনাথ দেৱৰ চকুৰ তলত চিৰহিমাচ্ছাদিত পুণ্যবান প্ৰদেশ যাৰ ক্ষুদ্ৰতম সীমাত আৰ্য্যাবৰ্ত্তৰ চাৰিখন লোক-মাতাৰ উদ্গম স্থান আছে। ইপাৰ আৰু সিপাৰৰ বিচাৰ যদি নকৰে, তেতিয়াহলে আমি কব পাৰোঁ যে উত্তৰ ভাৰতৰ প্ৰায় সকলোবোৰ নৈয়েই ইয়াৰ পৰা ওলাইছে।

হিমালয় ভাৰতৰহে। আন কোনো দেশৰ নহয় যেন ইয়াকে প্ৰমাণ কৰিবৰ কাৰণে হিমালয়ৰ উত্তৰফালে বৈ যোৱা পানীৰ এটা এটা টোপালক গোট খুৱাই, হিমালয়ৰ দুয়ো পাৰৰ পৰা ঘুৰি আহি তাক ভাৰত মহাসাগৰলৈ লৈ যোৱাৰ কাম সিন্ধু আৰু ব্ৰহ্মপুত্ৰ এই দুয়ো নদে অখণ্ড ৰূপত কৰি আছে। এই দুয়ো নদক এনেকুৱা লাগে যেন ভাৰতবৰ্ষক নিজৰ হাতৰ মুঠিত লবৰ কাৰণে কৈলাসনাথ দেৱেহে নিজৰ দুটা কৰুণাময় বাহু প্ৰসাৰিত কৰিছে। যেন হিমালয়ৰ বাধা সহ্য নোহোৱাৰ কাৰণে চতলজ আৰু ঘাগৰাই হিমালয়ৰ কোলাৰপৰা পোন বাট উলিয়াই ভাৰতবৰ্ষৰ দুখন ভাণ্ডৰ প্ৰদেশক মানস সৰোবৰৰ পানী খুৱাই আছে। আনফালে গঙ্গা, যমুনা, আৰু তেওঁলোকৰ অসংখ্য ভনীয়েকে নিজৰ বাপেকৰ সন্মান অক্ষুণ্ণ ৰাখি আগৰপৰাই সেই কাম কৰি আহিছে। পঞ্জাবৰ পাঁচখন নৈ আৰু উত্তৰ প্ৰদেশৰ পাঁচখন নৈ গোট খাই ভাৰতৰ সমৃদ্ধি দহ গুণে বৃদ্ধি কৰিছে। এই

দহোখন নৈ একেবাৰে ভাৰতীয়। কেবল সিন্ধু আৰু ব্ৰহ্মপুত্ৰক অতি-ভাৰতীয় বুলি কব পাৰি।

ভাৰতবাসীয়ে গঙ্গা আইক পাই সিন্ধুক যেন পাহৰি পেলাইছে। সিন্ধুৰ পাৰত আৰ্য্যসকলৰ প্ৰসিদ্ধ ধৰ্ম্মানুষ্ঠানৰ তীৰ্থ নাই। যিদৰে আমি বৈদিক দেৱতাসকলৰ দেৱতা ইন্দ্ৰক পাহৰি গলোঁ, সেইদৰেই সপ্তসিন্ধুৰ ভিতৰত প্ৰধান নৈ সিন্ধুকো যেন আমি পাহৰি পেলাইছোঁ। দক্ষিণ আৰু পূব ফালে মহা-সাম্ৰাজ্য স্থাপন কৰি প্ৰাচীন আৰ্য্যসকলে যেন বায়ব্য দিকৰ প্ৰতি অলপ উদাসীন হৈ পৰিছিল আৰু এই কাৰণেই ভাৰতেও চিৰদিনৰ বাবে বিপদৰ সম্মুখীন হব লগা হৈছে। উত্তৰ ফালেতো হিমালয়ে ৰক্ষা কৰি-ছিলেই। পশ্চিমফালে ৰাজপুতনাৰ মৰুভূমি আৰু ৰাজপুত তথা ডোগ্ৰা জাতিৰ বীৰত্বই দেশক সুৰক্ষিত কৰি ৰাখিছিল। ইয়াৰ বাহিৰে বেগ্ৱতী সিন্ধুৱেও ৰক্ষা কৰি আছিল। ইয়াৰ পাছত কৰতাৰ (খিৰণৰ)ৰ পৰা আৰম্ভ কৰি হিন্দুকুশলৈকে প্ৰচণ্ড পৰ্ব্বতমালা ৰক্ষী হৈ আছিল। পৰ্ব্বতীয়া পৰোপনিষদী ( আফগান ) মানুহৰ স্বতন্ত্ৰপ্ৰিয়তাই বিদেশী সকলক এইফালে আগবঢ়াত বাধা দিছিল। কিন্তু য'ত দেশবাসীয়েই উদাসীন হৈ পৰিল, তাত পৰ্ব্বতীয়া বেৰে আৰু নৈয়ে কিমান ৰক্ষা কৰিব—? পৰোপনিষদী মানুহবোৰৰ লগত যৱন আহি মিলি গল আৰু বাহ্লীকৰ ওচৰত ভাৰতৰ যি শাস্ত্ৰীয় সৈনিক সীমা আছিল ই লাহে লাহে সঙ্কুচিত হৈ অটকলৈ আহি তাত আবদ্ধ হৈ পৰিল। অটকেও বিদেশীক ভিতৰলৈ আহিবলৈ বাধা দিয়াৰ সলনি ভাৰতবাসীকো বাহিৰলৈ যাবলৈ বাধা দিলে। ৰাণী সেমীৰামিসয়ে ভাৰতলৈ আহোতে মাজত বাধা নাপালে। পাৰস্য সম্ৰাট দৰায়ুসো পাঞ্জাব আৰু সিন্ধুৰপৰা সুবৰ্ণ কৰভাৰ লবলৈ বৈ নাথাকিল। য়ুয়ুচী আৰু হূনবিলাক ভাৰতলৈ অহাৰ পথতো কোনেও হেঙাৰ নুপুতিলে। চিকণ্ডৰে পাঁচখন নৈ পাৰ হওঁতে মাজত বাধা নাপালে। মহ্মুদ বা বাবৰকো এই অটকে বাধা দিব নোৱাৰিলে। আমি বুজা উচিত যে যি নৈয়ে কাবুল নৈৰ পাণী গ্ৰহণ কৰিছে তেওঁ পশ্চিম ফালৰ পৰা অহা মানুহক বাধা নিদিয়ে।

তিব্বতৰ পশ্চিমফালে কৈলাসৰ নামনিত সিন্ধুৰ উদ্গম স্থান আছে।

তেওঁ তাৰপৰা পোন বেখাইদি বায়ব্যৰ ফালে লৰি গৈছে, কিয়নো শেহত তেওঁ নৈঋতাৰ ফালে যাব লাগিব। কাশ্মীৰত সোমাই লেহৰ সৈনিক শিবিৰৰ লগত দেখা কৰি কাৰাকোৰম্ পাহাৰৰ বক্ষাৰ কাৰণে তেওঁ পোনাই আগ বাঢ়ি গৈছে। স্কাৰ্দুৰ ওচৰত তেওঁৰ টোপনি ভাগিছে—মই ভাবতলৈ যাব লাগে। দূৰৰপৰা গিলগিটৰ দুৰ্গক চাই তেওঁ দক্ষিণফালে আগ বাঢ়িছে। চিত্ৰালৰ পিনেতো তেওঁ স্বয়ং যাব নোখোজে, কিন্তু তাৰ পানী কেনেকুৱা জানিবৰ কাৰণে স্বাত নৈক নিজৰ ওচৰলৈ মাতি আনিছে। স্বাত নো বাক কিয় অকলে আহিব? তেওঁৰ কাবুল নৈৰ প্ৰতি নিষ্ঠা আছে। বগা কোহৰ পানী অনা কাবুলৰ লগত মিহলি হৈ তেওঁ অটকৰ ওচৰত আহি সিন্ধুৰ সৈতে মিলিছে। এতিয়া সিন্ধু সম্পূৰ্ণ ভাৰতীয় হৈ পৰিছে। স্বাত আৰু কাবুলৰ পৰা শুনিব লগীয়া যথেষ্ট ইতিহাস আছে। খাইবৰ ঘাটৰপৰা কোন কোন মানুহ আহিছিল আৰু গৈছিল, বেক্‌ট্ৰিয়াৰ ইয়ুনানী মানুহ কোন বাটেদি আহিছিল, আৰু কৰ্ণেল ইয়ংহাচবেণ্ড তাৰপৰা চিত্ৰালৰ ওপৰলৈ কেনেকৈ উঠি গৈছিল আদি সকলো ইতিহাস এই দুখন নৈয়ে কব পাৰিব। আমীৰ আমানুল্লাই গৰমত বলিয়া হৈ অলপতে যি আক্ৰমণ কৰিছিল সেই সম্বন্ধে যদি সোধা যায়, তেতিয়াহলে তেওঁলোকে তাকো কৈ দিব পাৰিব। কোহাটৰ ক্ৰূৰতাৰ সৈতেও সিন্ধু অপৰিচিত নহয়। ওৱাজীৰিস্তান আৰু বান্নুত ক্ষাত্ৰধৰ্মক লজ্জিত কৰা যি ঘটনা ঘটিছিল, কুৰমৰ মুখৰপৰা তাৰ গল্প শুনি সিন্ধুৰ বুকু কঁপি উঠিছিল। যেতিয়া ক্ৰুমু বা কোৰম নৈ সিন্ধুৰ লগত মিলে, তেতিয়া তেওঁৰ প্ৰবাহ নষ্ট হৈ যায়। পৰ্ব্বতৰ অবিহনত তেওঁ সম্মানেৰে থাকিব নোৱাৰে। সৰু ডাঙৰ দ্বীপ সাজি সিন্ধুৱে ডেৰা ইচমাইল খাৰঁপৰা ডেৰা গাজী খাঁলৈকে আগ বাঢ়ি যায়।

এতিয়া সিন্ধুৱে পাঁচখন নৈৰ পানীৰ কাৰণে অপেক্ষা কৰি ঠেক হৈ আগ বাঢ়ি গৈছে। জম্মুৰ ফালৰপৰা অহা চিনাবো কাশ্মীৰৰ ঝিলাম নৈৰ লগত মিলি গৈছে। লাহোৰৰ বিভূতিক অনুভৱ কৰি তৃপ্ত হোৱা ইৰাৱতী এই দুয়োৰো লগত মিহলি হৈছে। ব্যাসৰ পানীৰপৰা পৰিপুষ্ট হোৱা সতলজ এই তিনিওৰে পানীৰ লগত মিলিছে। তাৰ পাছত উন্মত্ত হৈ পঞ্চনদৰ প্ৰবাহে নিজৰ সম্পূৰ্ণ গতিৰ দ্বাৰা মিট্টনকোটৰ ওচৰৰ সিন্ধুৰ ওপৰত জপিয়াই

পৰিছে। ইমান ডাঙৰ আক্ৰমণ সহ্য কৰি—আত্মসাৎ কৰি মাত্ৰ নিজৰ নাম ৰখা সিন্ধুৰ শক্তিও নিশ্চয় তেনেকুৱা মহান হবই লাগিব।

সিন্ধুৱে কেৱল নিজৰ নামকে প্ৰতিষ্ঠিত নকৰে ৰবং তেওঁ ইয়াৰপৰা নিজৰ জীৱনক উদাৰ কৰি ওচৰ চুবুৰীয়া প্ৰদেশকো নিজৰ সেৱা অৰ্পণ কৰে। তেওঁ 'ত্যাগায় সম্ভৃতাৰ্থানাম্'ৰ উদাহৰণস্বৰূপে আৰ্য্য ৰজাসকলৰ অনুকৰণ কৰে। ডাঙৰ ডাঙৰ সাতোটা উপত্যকাৰ পানীক তেওঁ নিশ্চয় গোট খুৱায়, অৱশ্যে সকলো বোৰ পানী বেলেগ বেলেগ মুখেদি মহাসাগৰক অৰ্পণ কৰিবৰ কাৰণেই। যদি মাজত কোনোবা স্বাৰ্থপৰ মানুহে সেই পানীক নিজৰ ইচ্ছানুসাৰে কামত খটুৱাব খোজে তেতিয়াহলে সিন্ধুৱে তাৰ কাৰণে আপত্তি নকৰে।

তথাপি সিন্ধুৰ ভিতৰত গঙ্গা আইৰ নিচিনা উদাৰতা নাই। সেই কাৰণে অটক আৰু সুক্কৰৰপৰা হায়দৰাবাদলৈকে তাৰ ওপৰত দলং সজা হৈছে। সুক্কৰৰ দলং সামৰিক দৃষ্টিৰ ফালৰপৰা অত্যন্ত মহত্বপূৰ্ণ। সিন্ধুত অৱস্থিত এটা ডাঙৰ দ্বীপক কেন্দ্ৰ কৰিয়েই এই দলং সজা হৈছে। কিন্তু ৰোহৰীৰ ফালে য'ত পানী আছে, তাত যি কোনো সময়তে এই দলং খুলি গোটাই থব পাৰি। যদি কেতিয়াবা এই দলঙেদি সৈনিকবিলাকক সিন্ধু পাৰ হবলৈ বাধা দিব লগীয়া হয়, তেতিয়াহলে এক নিমিষতে এই গোটেই দলং লুপ্ত কৰিব পৰা যায় তাৰ পাছত শিকাৰপুৰ সুক্কুৰ আৰু ৰোহৰী দুয়ো বেলেগ হৈ পৰিব।

শিকাৰপুৰ সুক্কৰক যে ইংৰাজে মহত্ব দিলে এইটো নহয়। প্ৰাচীন কালৰ পৰাই ইয়াৰ হিন্দু বেপাৰীয়ে বোলন ঘাটৰ পথেদি কান্দাহাৰলৈ গৈ মধ্য এছিয়াত বেহা-বেপাৰ কৰি আহিছে। হিৰাট বা সৰ্ব, বুখাৰা বা সমৰকণ্ড, যতেই চাওক শিকাৰপুৰৰ বেপাৰীক আপুনি নিশ্চয় দেখিব। শিকাৰপুৰৰ হুণ্ডী, মস্কো আৰু পিট্টাৰ্চবৰ্গ (লেলিন গ্ৰাড) তো চলে। সুক্কৰৰ কথা যেতিয়া মনত পৰে, তেতিয়া ডাঙৰ জাহাজৰ পানীত সাঁতুৰি থকা সাধুবেলা নামৰ দ্বীপৰ কথানো বাৰু কেনেকৈ মনত নপৰাকৈ থাকিব? সাধুসকলৰ কাব্যময় অভিৰুচিয়ে, সদায়েই সুন্দৰতকৈও সুন্দৰ ঠাই নিৰ্ব্বাচন কৰে। সাধুবেলাৰ সৌন্দৰ্য্য দেখি সম্ৰাটেও হিংসা কৰিব। কৰ নোৱাৰোঁ,

সিন্ধুৱে জিৰণি লৰ খুজিছিল নে সিদাৰা খাৰ খুজিছিল। তেওঁ ইয়াৰপৰা মৰুৰ সৰোবৰৰ ফালে লৰি যায়। কিন্তু সময়ত সাৱধান হৈ খা খিৰথৰ (কৰতাৰ) যে কোৱা মতে উলটি আছে আৰু শেৰৰৰ পৰা আগ্নেয় দিকৰ ফালে ঘূৰি হায়দৰাবাদলৈ যায়। এইখন প্ৰদেশ কেইবাখনো যুদ্ধৰ সাক্ষীস্বৰূপ। কৰ নোৱাৰোঁ জয়দ্ৰথৰ সময়ত ইয়াৰ অৱস্থা কেনেকুৱা আছিল। কিন্তু দাহিৰ আৰু জচ্চৰ সময়ত বোধকৰোঁ এই প্ৰদেশ বৰ পিছপৰা আছিল। চন্দ্ৰগুপ্তৰ আগতে ইৰাণী সাম্ৰাজ্যক সোন দি দি নিঃসত্ব হৈ যোৱাৰ কাৰণেই হওক বা তাৰ ব্ৰাহ্মণ ৰজা সকলৰ অনাচাৰৰ কাৰণেই হওক তাৰ প্ৰজা একেবাৰে দৰিদ্ৰ আৰু দুৰ্ব্বল হৈ পৰিছিল। ইৰাণৰ বাদচাহ আহিল বা চিকন্দৰ আহিল, বাগদাদৰ মহম্মদ-বিন কাচিম আহিল বা চাৰ চাল্‌স্‌ৰ্চ নেপিয়ৰেই আহিল, সিন্ধুৰ পাৰৰ মানুহবোৰ সকলো সময়তে পৰাজিত হৈছে।

যেতিয়া চিকন্দৰে জাহাজত বহি সিন্ধু পাৰ হৈছিল; তেতিয়া তেওঁ নিজক ৰক্ষা কৰিবৰ কাৰণে দুয়োপাৰে নিজৰ সৈন্যক আগবঢ়াই দিছিল। আজি ইংৰাজে সিন্ধুক ৰক্ষা কৰিবৰ কাৰণে নহয়, বৰং পাঞ্জাবৰ ঘেঁহু বিলাতলৈ পঠাবৰ কাৰণে সিন্ধুৰ দুয়োপাৰে ৰেলগাড়ী দৌৰাইছে। সিন্ধুৰ প্ৰবাহ অলপ তীব্ৰ হোৱা হলে গঙ্গাৰ দৰে তাত জাহাজ চলিব নোৱাৰিলে হেঁতেন। এই কাৰণে কৰাচীৰ ওচৰত কেটী বন্দৰৰ কোনো মহত্ব নাই। সিন্ধুৰ পুৰুষাৰ্থৰ কাৰণেই সিন্ধু, প্ৰদেশ দূৰ দূৰান্তৰ পৰা বোকা আৰু বালি আনি আনি সিন্ধুৱে তাত পেলাই আছে। পৰিণাম স্বৰূপে আৰব সাগৰ তাৰপৰা লাহে লাহে পিছুৱাই গৈ আছে। সিন্ধুৰ প্ৰবাহে নিজৰ বিস্তাৰ আৰু বেগৰ কাৰণে সিন্ধু নামক সুশোভিত কৰিছে। গৰম দিনত যেতিয়া তালৈ গলি যোৱা বৰফৰ পানী আহি পৰে, তেতিয়া তেওঁক ঘোঁৰা বা হাতীৰ লগত কেনেকৈ তুলনা কৰিব? সেই অৱস্থাত তেওঁক জল-প্ৰলয়ৰ প্ৰতিমূৰ্ত্তি বুলিহে কব লাগিব। যিদৰে সাগৰৰ ঢৌ জপিয়াই থাকে, সেইদৰে সিন্ধুৰ ঢৌৱেও জপিয়ায়। বৰিয়ালতকৈও বেছি সাঁতুৰিব জনা মানুহেও এই সময়ত পানীত নামিবলৈ সাহ নকৰে। প্ৰেমত বলিয়া সতী মোহিনীয়ে কাষত কলহ লৈ এনেকুৱা প্ৰবাহত জাপ দিবলৈকো পিচ পৰা নাছিল।

কিয়নো প্ৰেমৰ প্ৰবাহ, প্ৰেমৰ আবেগ আৰু প্ৰেমানুৰাগ হৈছে। সিন্ধুতকৈও ডাঙৰ।

চেপ্তেম্বৰ ১৯২১ চন।

## ৩২। মঞ্চৰৰ জীৱন বিভূতি

যিজনে পানীক জীৱন বুলি কৈছিল, তেওঁ কবি আছিল নে সমাজ-শাস্ত্ৰী? মোৰ মনেৰে তেওঁ দুয়োটাই আছিল। যেতিয়া পানীৰ অবিহনে বনস্পতি বা পশু পক্ষী কোনো জীয়াই থাকিব নোৱাৰে, তেতিয়া এই দুয়োৰো আশ্ৰিত মানুহ পানীৰ অবিহনে কেনেকৈ টিকি থাকিব? ঈশ্বৰে পৃথিৱীৰ বুকুত তিনিভাগ পানী আৰু এভাগ মাটি দি এইটো প্ৰমাণ কৰিছে যে পানীয়েহে জীৱন।

অজ্ঞান হোৱা মানুহৰ চকুত পানীৰ এটা চেঁচা টোপাল পৰিলেই তেওঁৰ জ্ঞান আহি যায়। এনে স্থলত অনন্ত বিন্দুৰে পৰিপূৰ্ণ সৰোবৰক দেখি যদি কোনোবাই জীৱন কৃতাৰ্থ হোৱাৰ নিচিনা আনন্দ উপভোগ কৰে, তাত আচৰিত কি?

অনন্ত সাগৰৰ অনন্ত তৰঙ্গ দেখিলে মানুহৰ মনত উন্মাদনা অহা স্বাভাৱিক। কিয়নো সৌম্য সৰোবৰৰ দৰ্শন বন্ধু-দৰ্শনৰ দৰেই আনন্দ-দায়ক। যেতিয়া সাগৰে অজ্ঞাত ভাৱে আমাক জপিয়াই পৰিবলৈ মাতে তেতিয়া আনফালে সৰোবৰে দৰ্পণৰ নিচিনা শীতল শান্তিৰ যোগেদি মানুহক আত্ম পৰিচয় দিবৰ কাৰণে উৎসাহিত কৰে। সৰোবৰত আমি জীৱনৰ প্ৰসন্নতা দৰ্শন কৰো, কিন্তু সাগৰত জীৱনৰ বিৰাট পৰ সাক্ষাৎ পাওঁ। যি মানুহে সাগৰৰ তাণ্ডৱ নৃত্য দেখি 'দিশো ন জানে ন লভে চ শৰ্ম' বুলি কব, সেই মানুহে বিশাল সৰোবৰৰ পাৰ পাই আনন্দত গাই উঠিব 'ইদানীং অস্মি সংবৃত্তঃ সচেতাঃ প্ৰকৃতিং গতঃ' এইদৰে সাগৰ আৰু সৰোবৰ এই দুয়োটাই জীৱনৰ দুটা শ্ৰেষ্ঠ—বিভিন্ন বিভূতি।

মই জানিছিলো—কেতিয়াবাৰ পৰাই জানিছিলো যে জীৱন-বিভূতিৰ এনেকুৱা এক সুন্দৰ দৰ্শন সিন্ধুত চিৰ-ব্যাপ্ত হৈ আছে। কিন্তু এতিয়ালৈকে মোৰ তাক দেখাৰ সৌভাগ্য ঘটা নাই। যেতিয়া মোৰ ৰসিক বন্ধু জন-সেৱক সংস্কাৰী শ্ৰীনাৰায়ণ মলকানীয়ে মোক এবাৰ সিন্ধুত ফুৰি আহিবৰ কাৰণে নিমন্ত্ৰণ কৰিলে, তেতিয়া মই তেওঁৰ লগত এইটো চুক্তি কৰিলো যে এইবাৰ যদি আপুনি জীৱন আৰু মৰণ দুয়োৰো লগত সাক্ষাৎ কৰাবলৈ মান্তি হয়, তেতিয়াহলে মই যাব পাৰোঁ। মই মোৰ বন্ধুক এনেকুৱা ধৰণৰ 'ৰহস্য পূৰ্ণ' কথাৰ সাকৰ মাজত বেছি সময় ৰাখিবলৈ ভাল পোৱা নাছিলোঁ। সেই কাৰণে মই তেওঁলৈ লিখিলো যে—'যত এটা এটাকৈ তিনিটা যুগ পোত খাই আছে, আৰু যত মৃত্যুৱে নিজৰ সকলোতকৈ ডাঙৰ যাদুঘৰ খুলিছে, মই আকৌ সেই "মাহন-'জা-দড়ী'† চাব খুজিছে। সেইদৰে যত পদুমৰ শিপাৰপৰা জন্ম হোৱা অসংখ্য পদুম আৰু এই পদুমৰ মাজত নাৰ্চি থকা সৰু-ডাঙৰ মাছবোৰ, এই মাছবোৰক লৈ জীৱন নিৰ্ব্বাহ কৰা ৰং-বেৰংৰ চৰাইবোৰ আছে। পদুমৰ শিপাৰপৰা আৰম্ভ কৰি চৰাই চিৰিকতি আদি কাকো পক্ষপাত নকৰাকৈ নিজৰ উদৰত স্থান দিয়া সৰ্ব্বভক্ষী মানুহবোৰ যত অবাধ গতিৰে বৃদ্ধি হৈ আছে, সেই জীৱন-ৰাশি মঞ্চৰ সৰোবৰো মই চাব লাগে।" নাৰায়ণৰ অৱস্থা এনেকুৱা হল যে ৰোগীয়ে যিটো বিচাৰিছিল, ডাক্তৰেও সেইটোকে খাবলৈ কলে। প্ৰথমতে তেওঁ সিন্ধুৰ সুফী দৰ্শন কৰালে। তাৰ পাছত লাৰকানাৰ বাটেদি 'মৃত্যুৰ টিলা'ৰ দৰ্শন কৰাই সেই বিভূতি ৰাশিৰ ফালে আমাক লৈ গল। সিন্ধুৰ পশ্চিম পাৰত য'ত পাঞ্জাবৰ ঘেঁহ কৰাচীলৈ পাঠিয়াবৰ কাৰণে ৰেলবোৰে দৌৰা-দৌৰি কৰি আছে, সেই ঠাইতে দাদু আৰু কোটৰীৰ মাজত 'বুবক' ষ্টেচন। স্থানীয় মানুহক নোসোধাকৈ কেনেকৈ এইটো জনা সম্ভৱ যে অবুবকৰ নামেই এদিন বুবক হৈ পৰিল। ষ্টেচনৰপৰা পশ্চিমফালে ধূলিৰে ভৰা চাৰিমাইল বাট পাৰ হৈ আমি বুবক পালোহি। তাৰ মানুহে বেও, চানাই আৰু কম বেছি পৰিমানে দক্ষিণা গোটাই আমাক নিবলৈ আহিছিল। তেওঁলোকৰ লগত গোটেই খন গাওঁ ঘূৰি পকি চাই আমি শ্ৰীগোধূমলজীৰ

† ইয়াৰ আচল নাম 'মুৱন-জো-দড়ো'। ইয়াৰ অৰ্থ হৈছে মৰা মানুহৰ ঢৈলাম (কবৰস্থান)।

ধৰত উঠিলোঁহি। তেওঁৰ আতিথ্য গ্ৰহণ কৰি দহ-পোন্ধৰ মিনিটমান সপোন ৰাজ্যত বিচৰণ কৰি ফুৰিলোঁ আৰু তাৰ দলিচা তথা বাগিচাৰ কাৰুৰ কথা প্ৰশংসা কৰি আমি মৰুৰ দৰ্শন কৰিবলৈ ওলালোঁ। আকৌ দুমাইল ধূলি ভৰা বাট পাৰ হব লগীয়া হল। ইয়াৰ পাছতহে খেতিৰ মাজত ভেড়া বখীয়াৰ ঘৰৰ ওচৰত অস্ফুট শব্দ কৰি থকা এটা খাল দেখিলোঁ। য'ৰ পৰা এই খাল আৰম্ভ হৈছিল তাত বহুত নতুন পুৰণা নাও পৰি আছিল। তাৰ ভিতৰৰে এখন ডাঙৰ নাও ঠিক কৰি উঠি বহিলোঁ। এইদৰে আৰু দুমাইল বাট আগ বাঢ়ি গলোঁ আৰু দুয়োফালে নাদৰপৰা পানী উলিয়াই মাটি সিঁচি থকা পুণ্যাত্মা উটবোৰ দেখিবলৈ পালোঁ। (হিন্দীত এইদৰে পানী তোলাক 'ৰহণ্ট ঘুমানা' বুলি কয়)। তাত আমি মুকলি পথাৰত কিছুমান হাঁহিমুখীয়া উদ্যোগী খেতিয়কক দেখিলোঁ। মাটি আৰু পানীৰ মাজত অহা-যোৱা কৰি থকা বনজৰা চৰায়ো দেখিলো। আমাৰ দলৰ বিশজন মানুহেই আনন্দত আত্মহাৰা হৈ আছিল। কেইজনমানে 'চল চল ৰে নও জোৱান—ককনা তেৰা কাম নহী চলনা তেৰী শান' নামৰ গান গাবলৈ আৰম্ভ কৰিলে। ইয়াৰ ভিতৰত হাঁহিবলগীয়া কথা এয়েই আছিল যে আমি নৌকাৰোহী সকলে যদিও ভৰিৰে কুচ-কাৱাজ কৰা নাছিলো, তথাপি দীঘল দীঘল বাহেৰে বোকাবোৰ খুচি খুচি আগবাঢ়ি গৈছিলোঁ। আমাৰ ভৰিয়ে কোনো বিদ্রোহ নকৰাকৈ অজগৰৰ উপাসনা কৰিছিল। কিন্তু যেতিয়া সকলো মানুহ স্ফূৰ্তিত থাকে, তেতিয়া তেওঁলোকৰ কথাত উচিত অনুচিতৰ প্ৰশ্ন নাথাকে।

যেতিয়া বেহানা বহনে 'বেনৰা ফকীৰ'ৰ বাঁহীৰ সুৰত গান গাবলৈ আৰম্ভ কৰিলে, তেতিয়াহে আমি প্ৰকৃত আনন্দ উপভোগ কৰিলোঁ। ঠিক এনেকুৱা সময়তে আমাৰ খালে নিজৰ মুখ বহল কৰি নাওখন সৰোবৰৰ ফালে ঠেলি দিলে।

যিফালে চোৱা যায়, সেইফালেই কেৱল জীৱন আৰু জীৱন। পোন্ধৰৰ পৰা বিশ মাইল দীঘল আৰু দহমাইল বহল জীৱনৰ কাব্যময় বিস্তাৰ! পানীৰ বিস্তৃত জলৰাশিৰ দীপ্তি আৰু মাজে মাজে সেউজীয়া ঘাঁহেৰে ভৰা দ্বীপবোৰৰ শান্তি। ইমান কাব্য থাকি প্ৰকৃতিৰ কেনেকৈ মন্থ হৈছে?

মই গোধূমলূলীক কলো—"ইয়াত মোৰ অন্তৰ পমি যাব খুজিছে।" তেওঁ তেনেকুৱা বসিকভাবে সৈতে উত্তৰ দিলে :—"আপুনি যদি নবেম্বৰত ইয়ালৈ আহে, তেতিয়াহলে ইয়াৰ লাখ লাখ পদুম ফুলৰ মাজত পোত খাই যাব। আপুনি যদি এই দৃশ্য চাব খোজে, তেতিয়াহলে আপুনি যি কোনো বছৰত বিষ্ণু শৰ্মালৈ লিখি অহাৰ বাতৰিটো দি দিব। তেওঁ মোলৈ লিখিব আৰু মই আপোনাৰ কাৰণে সকলো যোগাৰ কৰি ৰাখিম। আমাৰ প্ৰদেশখন ইমান আতৰ হৈ গল যে, আপোনাৰ নিচিনা মানুহ কেতিয়াবাহে ইয়ালৈ আহে। যিমান দূৰ মোৰ মনত আছে ইয়াৰ আগতে ইয়ালৈ এজন মহাৰাষ্ট্ৰীয় অধ্যাপক আহিছিল আৰু তেওঁ আপোনাৰ দৰেই আনন্দত বিভোৰ হৈ পৰিছিল। অৱশ্যে প্ৰত্যেক বছৰ কিছুমান সামৰিক অফিচাৰ মাছ মাৰিবৰ কাৰণে আৰু চিকাৰ কৰিবৰ কাৰণে আহে। কিন্তু তাৰপৰা আমাৰ কি লাভ হব পাৰে?"

"দূৰত এখন গাওঁ দেখা গল। হয়তো গাওঁৰ কোনো এটা পৰিয়াল এঠাইৰ পৰা আন ঠাইলৈ গৈছিল। তেওঁলোকৰ সুমথিৰা ৰঙৰ 'ওৰনা' আৰু নীলা ৰঙৰ পাইজামাৰ প্ৰতিবিম্ব পানীত কিমান সুশোভিত হৈ পৰিছিল—যেন গ্ৰাম্য কাব্যইহে আনন্দত আহি জল-বিহাৰ কৰিছে। দূৰ-দূৰণিত ক'লা বন কুকুৰাবোৰে পানীত সাঁতুৰি উদৰ পূজা কৰি আছিল। আমাৰ কিছুমান মানুহে নাৱৰ পাৰত বহি পানীত ভৰি জুবুৰিয়াই আছিল। তেওঁলোকে জনালে যে কোনো কোনো ঠাইত পানী একেবাৰে ঠাণ্ডা আৰু কোনো ঠাইত কুহমীয়া, ইয়াৰ কাৰণনো কি সেইটোতো মানুহে মোকেই সুধিব নলয়? এনেকুৱা খেয়েলীয়া দলৰ মাজত মই সদায় সৰ্ব্বজ্ঞ হৈ পৰোঁ। মই তৎক্ষণাত কাৰণ বিচাৰি উলিয়ালোঁ আৰু সকলোকে যুক্তি দেখুৱাই সন্তোষ দিলোঁ।

"সৌ আগফালে যি টিলা দেখা গৈছে তাৰ নাম কি?" মই ওচৰৰ মানুহবোৰক সুধিলোঁ। মোৰ প্ৰশ্নত তেওঁলোক আচৰিত হৈ গল। বদেশী টিলাবোৰৰো যে নাম থাকিব পাৰে, সেইটো যেন তেওঁলোকে ভাবিবই পৰা নাছিল। আৰু আনফালে প্ৰত্যেক কণৰ লগত যদি নামৰ সংযোগ নাথাকে, তেতিয়াহলে মোৰ দাৰ্শনিক আত্মা তৃপ্ত নহয়। আমাৰ দলৰ

প্ৰতাড়িত যুৱকৰ এটা সৰু কুমলীয়া আৰু লাজকুৰীয়া স্বভাৱৰ লৰা বহি আছিল। মই তেওঁক 'ঈশ্বৰ দাস' বুলি মাতিলোঁ। পঢ়াশালিত পঢ়া ভূগোল তেওঁৰ কামত লাগিল। তেওঁ তৎক্ষণাত কলে যে "আগফালৰ টিলাক খিৰথৰ বুলি কয়।" মই হাঁহি পেলালো আৰু মোৰ মুখৰপৰা ভাৱৰ সোঁত বৈ গল। 'ধন্য এই কৰতাৰ'। সৰুতে আমি হালা আৰু সুলেমান পৰ্ব্বতৰ নাম মুখস্থ কৰিছিলোঁ। পাছত গৈ হালা পৰ্ব্বতেই কৰতাৰ নাম ধাৰণ কৰিছে। ইয়াৰ কাৰণ এয়েই আছিল যে ইংৰাজসকলে খিৰথৰৰ বানান Kirthar বুলি কৰিছে। বিদেশী লিপিৰ কাৰণে আমাৰ ইয়াত কেইবাটাও নামৰ বিভ্ৰাট ঘটিছে। এইটোও তাৰ ভিতৰৰে এটা আছিল। খিৰথৰৰ টিলা এই পাৰৰ পৰা দহ বাৰ মাইল দূৰত। তাত সিন্ধু শেষ হৈ বেলুচিস্থান আৰম্ভ হৈছে।

এতিয়া সূৰ্যাদেৱ ভাগৰি খিৰথৰৰ ওচৰত আশ্ৰয় লোৱাৰ কথা ভাবিছিল। আমিও ভাবিলো যে এতিয়া ঘৰলৈ ঘুৰি যাব লাগে আৰু সাত-বজাৰ আগতে নিজৰ ক্ষুধাক শান্ত কৰিব লাগে। নাৱে দিশ সলালে আৰু আমি পূব ফালৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ ধৰিলোঁ। আগফালে দূৰৈত যি নাও দেখা গৈছে, সেইখন এতিয়া পশ্চিমফালে কলৈ যাব। মই গোধূমলজীক সুধিলোঁ। তেওঁ বুজাই দিলে যে "সিপাৰত খিৰথৰৰ কাষত এখন গাওঁ আছে। তাত মহা শিৱৰাত্ৰিত এখন বৰ ডাঙৰ মেলা হয়। সেইদিনা হিন্দুসকল মহাশিৱৰাত্ৰিৰ কাৰণে তাত গোট খায়। মছলমান সকলেও তেওঁলোকৰ কোনো পীৰক শ্ৰদ্ধা জনাবৰ কাৰণে তাত একত্ৰ হয়। সম্ভৱ তেওঁলোক সেই মেলালৈকে গৈছে।" যিদিনা আমি গৈছিলোঁ, সেইদিনা ফ্ৰেবুৱাৰীৰ ২১ তাৰিখ আছিল। মহা শিৱৰাত্ৰি ২৪ তাৰিখে—। গতিকে আমাৰ কাৰ্য্যতালিকা আকৌ সলাবও নোৱাৰোঁ।" যদি আজি ২৪ তাৰিখ হলহেঁতেন, তেতিয়াহলে মই সোঁফালে ওলাই সেই গাৱঁলৈ গলোহেঁতেন। মই মহা শিৱৰাত্ৰিৰ ব্ৰত কৰোঁ। হেজাৰ হেজাৰ হিন্দু আৰু মছলমান এক হৈ এক ঈশ্বৰক ভক্তি জনাবৰ কাৰণে একে ঠাইতে গোট খোৱা চাই নিজৰ অন্তৰক পবিত্ৰ কৰাৰ সুযোগ কেতিয়াও নেহেৰুৱালোঁহেতেন। যি আন্তৰিকতাৰে লৈ হিন্দু আৰু মছলমান শিৱৰাত্ৰিৰ দিনা তাত গোট খায়,

সেই সংভাৱনা যদি সমগ্ৰ ভাৰতত বিয়পি পৰে, তেতিয়াহলে আমাৰ বহুতো সমস্যা সমাধানৰ বাট মুকুলি হৈ যাব। সেইদিন ভাৰতবৰ্ষৰ কাৰণে সুদিন তথা শিৱদিন হৈ যাওঁক” ইয়াকে কৈ মই মনে মনে থাকিলোঁ। এতিয়া কাৰো লগত কথা পাতিবলৈ মোৰ ইচ্ছা হোৱা নাছিল। মই দূৰ-দূৰণিলৈ চাবলৈ ধৰিলোঁ—পৃথিৱীক বা আকাশক নহয়। বৰং কালৰ উদৰকহে—। যিদৰে কলম্বচে শ্ৰদ্ধাৰ সৈতে আমেৰিকাৰ পথ বিচাৰিছিল, সেইদৰে আকৌ কেতিয়া শিৱৰাত্ৰিৰ শিৱদিন আহিব মই শ্ৰদ্ধাৰে সৈতে তাৰ কাৰণে অপেক্ষা কৰি বলোঁ।

“আগত যে সেই সেউজীয়া সেউজীয়া খেতি দেখা গৈছে, তাৰ পাছ-ফালে চাদা ধপাত বা ভাঙৰ খেতি হয়।” যুবকৰ এজন সগৰীয়াই মোৰ ধ্যান ভঙ্গ কৰি কলে। আমি সৰোবৰৰ পৰা খালত প্ৰৱেশ কৰিলোঁ। খালৰ পাৰত বাঁহৰ জেওৰাত ভৰি দি থিয় হৈ থকা বগলীবোৰে মাছৰ কাৰণে ধ্যান কৰি আছিল। জুপুৰীবোৰৰ পৰা জুহালৰ ধোঁৱা ওলাবলৈ ধৰিলে। আমাৰ চকু যুবকৰ ওখ ওখ ঘৰৰ স্থাপত্যকলাৰ ওপৰত পৰিল। এই ঘৰবোৰৰ কিছুমান ‘মস্ত’ বগলীৰ দৰে মূৰ তুলি বতাহ খোৱাৰ মুদ্ৰাত থিয় হৈ আছিল। আমি ধপাত আৰু ভাঙৰ খেতি পাৰ হৈ আহিছিলোঁ। ভাঙৰ বিষয়ে চৰকাৰী নীতিৰ ইতিহাসো শুনিলোঁ আৰু ঘৰলৈ ঘূৰি আহি যথাসময়ত খাবলৈ বহিলোঁ।

কিন্তু মোৰ মনে মঞ্চৰৰ ‘ঢংচ’ (মথাউৰি)ৰ ওপৰত মহাশিৱৰাত্ৰিৰ আনন্দ লৈ আছিল।

মাৰ্চ্চ ১৯৪১ চন।

## ৩৩। তৰঙ্গৰ তাণ্ডৱ যোগ

[ কৰাচীৰ ওচৰত কিয়ামাৰীৰ পৰা অলপ দূৰত মনোৰা নামৰ এটা দ্বীপ আছে। তাত এটা সুন্দৰ মন্দিৰ আছে। দ্বীপৰ বেছি ভাগত পোৰ্টট্ৰাষ্টৰ

মানুহ আৰু কিছুমান চিপাহী থাকে। মনোৰা দ্বীপ কৰাচীৰ গহনা তথা সাগৰৰ খেলনা। তাৰ দক্ষিণ সীমান্ত এটা 'তাণ্ডৱ গুহা আছে যাৰ ওপৰত সাগৰৰ ঢৌ আহি খুন্দিয়াই থাকে। আগ কালে অলপ দূৰলৈকে এখন তাণ্ডৱ দুৱাৰ থিয় কৰাই থৈ ঢৌবোৰক বাধা দিয়া হৈছে। ইয়াত তৰঙ্গৰ অখণ্ড সত্যাগ্ৰহ দেখিবলৈ পোৱা যায়। মই এবাৰ এই দৃশ্য চাবলৈ গৈছিলোঁ।

হিন্দী সাহিত্য সম্মিলনত যোগ দিবৰ কাৰণে এই বছৰ কৰাচীলৈ গৈছিলোঁ। তেতিয়া আকৌ দ্বিতীয় বাৰ সেই দৃশ্য চাই আহিছিলোঁ। তৰঙ্গৰ প্ৰভাৱ লাগিলে সেই নিৰ্জীৱ শিলৰ ওপৰত নপৰক, কিন্তু অন্তৰৰ ভিতৰত তাৰ প্ৰভাৱ নপৰকৈ থাকিব জানো? অন্তৰ আৰু সাগৰ দুয়োৰো স্বভাৱ উৰ্ম্মিল।

কোনো প্ৰাকৃতিক দৃশ্য প্ৰথমবাৰ দেখাৰ পাছত অন্তৰত যি প্ৰভাৱ পৰে সেই দৃশ্য দ্বিতীয় বাৰ দেখাৰ পাছত নপৰে। প্ৰথমবাৰ সকলোবোৰেই কেৱল নতুনেই নতুন। সেই সময়ত অজ্ঞাত বস্তুৰ পৰিচয় লব লগীয়া হয়। প্ৰতি পদক্ষেপত আচৰিত আৰু চমৎকাৰৰ অনুভৱ হয়। আকৌ দ্বিতীয় বাৰ সেই ঠাইলৈ গলে বাৰু কিহৰ কাৰণেনো আশা কৰা উচিত? সেই বাৰ আগৰ সমান আনন্দৰ আশা কৰিব নোৱাৰি। পৰিচিত বস্তুৰ কাৰণে আগ্ৰহ হব পাৰে, কিন্তু অপৰিচিত বস্তু দেখিলেহে আশ্চৰ্য্য ভাৱ জাগি উঠে। এইবাৰ যদিও মোৰ আগ্ৰহ আছিল, কিন্তু উৎসুকতা নাছিল। তথাপি মই কৰাচীৰ ওচৰৰ মনোৰাৰ ঢৌ চাবলৈ গলোঁ। মনৰ ভিতৰত এইটো আশা আছিল যে প্ৰাচীন কিন্তু নবীন বন্ধুবোৰৰ লগত এই ৰম্য ঠাইত শান্তিৰে দু-আষাৰ কথা পাতিব পাৰিম। তাত ঢৌ তো আছেই, যাক দেখি নিশ্চয় আনন্দ হব। ইয়াৰ বেছি এইবাৰ একো দেখিবলৈ নাপাম; ইয়াকে ভাবি মই তালৈ গলোঁ।

আগৰ বাৰ যেতিয়া গৈছিলোঁ, তেতিয়া মই জপিয়াই থকা ঢৌবোৰৰ ধৱল হাঁহি ধৰি ৰাখিবৰ কাৰণে নানা ৰকমৰ ছবি তুলিছিলোঁ। কিন্তু তাৰ ভিতৰত এখনো ভালকৈ নুঠিল। সেই কাৰণে এই ঢৌবোৰৰ ওপৰত যদিও মোৰ খং উঠিছিল তথাপি এইখিনি বিশ্বাস আছিল যে কথা বতৰা পাতিবৰ কাৰণে তাত নিশ্চয় অনুকূল বায়ুমণ্ডল পোৱা যাব?

কিন্তু তালৈ গৈ মই কি দেখিলোঁ ? যোৱা বাৰ যি দৃশ্য দেখিছিলোঁ আৰু অন্তৰত মই যাৰ কাব্যময় চিত্ৰ সংগ্ৰহ কৰি থৈছিলোঁ সেই চিত্ৰক ধুই পেলাব খোজা ঢৌবোৰৰ অখণ্ড তাণ্ডৱ।

এতিয়া যেন মোৰ সকলো কথা শেষ হৈ গল। এতিয়া কোনো গুৰুতৰ কথা চিন্তা কৰাতকৈ মোৰ মনে মনে থাকিবলৈহে মন গৈছিল। মই যেন তাত এটা উন্মাদকতাৰ সাধনহে বিচাৰি পালোঁ। যদি মই তাত অকলে থাকিলোঁহেতেন, তেতিয়াহলে এই তৰঙ্গৰ তাণ্ডৱত জপিয়াই পৰি সিঁহতৰ লগত একাকাৰ হবলৈ জন্মা মোৰ ভিতৰুৱা আকৰ্ষণক বাধা দিব পাৰিলোঁ-হেতেন নে নোৱাৰিলোঁহেতেন, সেইটো মই ঠিককৈ কব নোৱাৰোঁ। যদি এজন মানুহে গান গাবলৈ ধৰে, তেতিয়াহলে আন জনৰো নিশ্চয় গান গাবলৈ আগ্ৰহ জন্মিব। যদি এটা শিয়ালে ‘হোৱা’ দিয়ে, তেতিয়াহলে আনবোৰ শিয়ালেও তাৰ অনুসৰণ কৰিবই। চেতাৰৰ প্ৰধান তাঁৰ বজাই তাঁৰ লগত একাত্ম সম্বন্ধ স্থাপন কৰক; তেতিয়াহলে আপোনাৰ অন্তৰ তাঁৰবোৰো নিজেনিজে ঝংকৃত হৈ উঠিব। মোৰ নিচিনা প্ৰকৃতি প্ৰেমী জীৱই যদি সৌন্দৰ্য্য দৰ্শন কৰি তাৰ দ্বাৰা নিজৰ ভিন্নত্ব পাহৰি যায়, তেতিয়াহলে বৌদ্ধিক দৃষ্টি ভঙ্গীত আচৰিত বুলি ভাবিলেও সি অসম্ভৱ যেন নহব।

যিদৰে হাতীৰ গণ্ডস্থলত তাৰ শোভা দেখা যায়, দুৰ্গৰ গম্বুজৰ ওপৰত তাৰ সম্পূৰ্ণ শোভা নিহিত হৈ থাকে, জাহাজৰ ডেকেই তাৰ শোভা বৰ্দ্ধন কৰে, সেই দৰেই মনোৰাৰ এই সীমাত দুৰ্গৰ দৰে যি প্ৰাচীৰ থিয় হৈ আছে, তাৰ কাৰণেই ইয়াৰ এই দ্বীপ বিশেষভাৱে সুশোভিত হৈ পৰিছে আৰু সাগৰৰ ঢৌৱে ইয়াতে বপ্ৰক্ৰীড়া কৰি নিজৰ খজুৰতি (কণ্ডূ) গুচাইছে। এই খজুৰতি যদি সদায় চলি থাকে, তথাপি দেখা মানুহৰ আমনি নালাগে। সেই কাৰণেই এই দৃশ্য চিৰ সুন্দৰ। কিন্তু মানুহে ইয়াত এখন দীঘল দুৱাৰ সাজি সাগৰৰ ঢৌক যেন জোকাইহে আছে। ইমান বছৰেও সাগৰৰ ঢৌবোৰে এই অধিক্ষেপ (অপমান) পাহৰিব পৰা নাই আৰু সম্ভৱ ভৱিষ্যতলৈকো নোৱাৰিব। এই অপমানৰ কথা সিহঁতৰ যিমান বাৰেই মনত পৰে, সিমান বাৰেই নিজৰ বিৰাট সৈন্য লৈ এই প্ৰাচীৰৰ ওপৰত জপিয়াই পৰে আৰু এই শিলবোৰৰ লগত যুঁজিবৰ কাৰণে এটাই সদায় আনটোক

উচটাই থাকে। কেনেকুৱা সিহঁতৰ এই উন্মাদনা! কেনেকুৱা অবিচল সঙ্কল্প! কেনেকুৱা ইহঁতৰ এই প্ৰাণঘাতক আক্ৰমণ। আজিতো সিহঁতৰ এই ঈৰ্ষা ভাব গৈ চৰম সীমা পাইছে গৈ। বীৰভদ্ৰই যেন গোটেই শিৱগণক গোটাই লৈ ঢৌৰ ৰূপত পৰিণত হৈ প্ৰলয়ৰ সৃষ্টি কৰিছে। এটা এটা ঢৌক জপিয়াই থকা পাহাৰ যেনহে লাগিছিল। এটা ঢৌৰ উত্তুঙ্গ ৰূপ দেখি আনটো ঢৌৱেও তাৰ অনুকৰণ কৰা উচিত। কিন্তু ইয়াৰ সলনি দুয়োটা এক হৈ এক ভয়ঙ্কৰ ৰূপ ধাৰণ কৰে আৰু দাঁতি-কাষৰৰ ঢৌ বোৰকো সিমান ওপৰলৈ উঠিবলৈ উত্তেজিত কৰি তোলে। এই তাণ্ডৱ-নৃত্যৰ এক মুহূৰ্ত্তও বিৰাম নাই। ই অখণ্ড ৰূপত চলি থাকে। এই তাণ্ডৱ নৃত্যক যদি একেবাৰে চাই থকা যায়, তেতিয়াহলে তাৰ ভিতৰত এক অদ্ভুত লয় দেখিবলৈ পোৱা যায়। যেন শিৱ তাণ্ডৱ-স্তোত্ৰৰ প্ৰমাণিকা বৃত্তই নিজৰ শক্তিৰ পৰীক্ষাৰ কাৰণে প্ৰস্তুত হৈছে। যেন প্ৰমাণিকাইহে পঞ্চচামৰ ছন্দৰ-ৰূপ ধাৰণ কৰিছে আৰু পুষ্পদন্তয়ো আত্মহাৰা হৈ সেই তাণ্ডৱ-নৃত্যৰ লগত নিজৰ তাল মিলাই দিছে। যিফালে ঢৌৰ আক্ৰমণ বৰ বেচি প্ৰবল আৰু য'ত খুন্দা খাই ঢৌবোৰ খণ্ড-বিখণ্ড হৈ যায়, আকাশত তাৰ বামধেনুৱে এখন ডাঙৰ বিচনী তৈয়াৰ কৰে আৰু চিৰি বোৰেও তাত ঋষিসকলৰ দৰে অবিৰাম গা ধুই ধুই ধ্যানমগ্ন হৈ থাকে। ঢৌবোৰৰ পানী চিৰিবোৰত পৰি হাঁহি হাঁহি গো-মূত্ৰিকা বন্ধ কৰি নামি আহিছিল। দিল্লী, আগ্ৰা, কাশ্মীৰ বা মহীশূৰৰ বৃন্দাবনত মানুহে বিলাসৰ কাৰণে যি সাধনৰ দিহা কৰিছে, আৰু যিদৰে শাওন, ভাদ মাহৰ দৰে পানীৰ সোঁত বোৱাইছে তাৰ কথা ইয়াত মনত নপৰাকৈ নাথাকে।

কিন্তু কিছুমান ঢৌ সেই দীঘলীয়া দুৱাৰৰ লগত যুঁজি তাৰ মুৰত পানীৰ দীঘল দীঘল ধাৰা পেলোৱাত মত্ত হৈ থাকে। ঢৌবোৰে খুন্দিয়াই আৰু দুৱাৰৰ ওপৰলৈ উঠি আহে। শেহত দুৱাৰক অনাদৰ কৰি আগফালে জপিয়াই পৰে আৰু ফাকুৱাৰ ফিচকাৰীবোৰ দূৰৰপৰা আমাৰ ফালে আহে। এই দৃশ্য প্ৰত্যেক ফালৰ পৰাই উন্মাদক। এই ধাৰাবোৰৰ পানীৰ কণিকাবোৰে আমাক এই মহোৎসৱৰ গৱাকী বুলি আমাৰ অভ্যৰ্থনাত গোটেই বায়ুমণ্ডলক শীতল কৰি পেলায়। যেতিয়া এই খাৰুৱা নিয়ৰ চকুৰ

পলকতে নাকৰ আগত আৰু আশ্চৰ্য্যান্বিত হোৱা ভাবৰ চিন বৰুণ ওঁঠৰ ওপৰত গোট খায়, তেতিয়া এনেকুৱা লাগে যেন আমি নগৰ আৰু গাঁৱৰ মানুহ নহয়, বৰং বৰুণৰ সামুদ্রিক ৰাজ্যৰ প্ৰজাহে।

মহাসাগৰৰ ওপৰৰ পৰা নামি অহা বিশুদ্ধ বতাহে কয় যে—"তোমাৰ হৃদয়ত এই দৃশ্যৰ আতিথ্য গ্ৰহণ কৰিব পৰা শক্তি কৰপৰা হব? আহা, মই তোমাক দূৰ দূৰণিৰপৰা বহন কৰি অনা অম্লজান (প্ৰাণবায়ু)ৰ দীক্ষা দিম, পাথেয় দিম। যেতিয়া তোমাৰ অন্তৰ প্ৰাণবায়ুৰে পৰিপূৰ্ণ হৈ পৰিব— তোমাৰ হাওঁফাওঁত প্ৰাণৰ সঞ্চাৰ হব; পবিত্ৰ হব। তেতিয়াহে তুমি ইয়াৰ জলবায়ু সহ্য কৰিব পাৰিবা।" আৰু সচাকৈয়ে প্ৰাণবায়ুৰ শ্বাসপ্ৰশ্বাসৰ দ্বাৰা প্ৰত্যেকৰ মুখতে উষাৰ ৰক্তিম আভা বিয়পি পৰিছিল। আমি আঠজনে আঠ দিশৰ ফালে চাই চায়ো তৃপ্ত হোৱা নাছিলোঁ।

…… …… আমি অহাৰ আগৰ পৰাই এই ঠাইত এটা ডাঙৰ শিলৰ ওপৰত এজন সিন্ধী ভদ্ৰলোক নীৰৱে বহি এই কাব্যৰ মাজত সোমাই চিন্তাৰ ৰাজ্যত সাঁতুৰি আছিল। তেওঁ কোনো কথা কোৱা নাছিল; হঁহা নাছিল আৰু একো গোৱাও নাছিল। কেৱল তন্ময় হৈ নিজৰ গা জোকাৰিছিল। আমি কথা পাতি আছিলোঁ, অন্তৰৰ উদ্গাৰ ব্যক্ত কৰি আছিলোঁ। কিন্তু সেই ভদ্ৰলোকজনে এইফালে একেবাৰে মন কৰা নাছিল। তেওঁ মানুহৰ আনন্দৰ অনুভূতি লাভ কৰিব খোজা নাছিল, বৰং ঢৌবোৰৰ উন্মাদকতাৰ ভিতৰত নিজক পাহৰি পেলাব খুজিছিল। এটা ভৰি আনটো ভৰিৰ ওপৰত থৈ আসন কৰি আকৌ তাৰ ওপৰত কিলাকুটি থৈ অলপ মূৰ বেঁকা কৈ সাগৰৰ ধ্যান কৰি আছিল। তেওঁৰ মূৰত নিয়ৰৰ টোপালবোৰ মুকুতাৰ মালাৰ দৰে তিৰবিৰাই আছিল। এনেকুৱা লাগিছিল যেন বৰুণ দেৱতাই তেওঁৰ মূৰত নিজৰ বৰদ হাতহে দিছে।

আমি ঠাই সলাই সলাই নানান দৃষ্টিৰে এই দৃশ্য চালোঁ। ইয়াক দেখি ঢৌবোৰৰ মনত আমাৰ প্ৰতি সদ্-ভাব উপজিল। তেওঁলোকে কবলৈ ধৰিলে—"আহা, আহা, ইমান দূৰৰপৰা কি চাই আছা? তোমালোক পৰ নোহোৱা। ওচৰলৈ আহা_স্ফূৰ্ত্তি কৰা। যিমান পাৰা ঢৌৰ পৰা

আনন্দ লোৱা, ইহা, আৰু জপিওৱা। এইৰূপ আৰু অনন্তকাল—ইয়াৰ মাজত কোনো ভেদ নাই। আহা, আহা।" চৌৰ ভদ্ৰতা বেলেগধৰণৰ হয়। নিমন্ত্ৰণ কৰিবৰ সময়ত তেওঁ হাতত নধৰে, বৰং ভৰিহে ধুৱাই দিয়ে। আমি ভদ্ৰলোকৰ দৰে এই নিমন্ত্ৰণ স্বীকাৰ কৰি কলোঁ—"সঁচাকৈয়ে যাবলৈ ইচ্ছা হয়, কিন্তু এতিয়া নহয়। এতিয়া আমাৰ কাম সম্পূৰ্ণ হোৱা নাই, যথেষ্ট বাকী আছে। আমাৰ মনৰ কেবাটাও সংকল্প এতিয়াও অসম্পূৰ্ণ হৈ আছে। যি ভাৰত মাতাৰ চৰণ তুমি একেবাৰে প্ৰক্ষালন কৰি আছা, তেওঁ এতিয়াও স্বাধীন হোৱা নাই। মানুহৰ ভিতৰত এতিয়াও বৈমনস্য আঁতৰা নাই। যেতিয়ালৈকে আমি দৰিদ্ৰ আৰু দলিত জনতাৰ লগত সম্পূৰ্ণ একতা অনুভৱ কৰিব নোৱাৰোঁ, কেতিয়ালৈকে তোমাৰ লৈতে একতা অনুভৱ কৰাৰ অধিকাৰ আমি কেনেকৈ পাম? মুক্ত, অখণ্ড কৰ্ম্মযোগী, অবিৰত কৰ্ম্মী—সেই বাবে তোমাৰ কাৰণে এতিয়া আৰু কোনো কৰ্ত্তব্য নাই। আমিতো সন্মুখত কৰ্ত্তব্যৰ পাহাৰ দেখিও এলাহত সময় কটাইছোঁ। তোমাৰ শৰীৰত থিয় হৈ নচাৰ অধিকাৰ আমাৰ নাই। তুমি আমাক প্ৰেৰণা দিয়া। আমাৰ হৃদয়ত তোমাৰ উৎসাহ, উদ্দীপনা ভৰাই দিয়া। তোমাৰ বেদান্ত আমাৰ মনত সিঁচি দিয়া। তেতিয়াহলে আমাৰ কাম সম্পূৰ্ণ কৰিবলৈ—ভাৰতক স্বাধীন কৰিবলৈ পলম নালাগিব আৰু যদি এই এটা সংকল্প পূৰা হৈ যায়, তেতিয়াহলে আমি নিশ্চিত হৈ তোমাৰ ওচৰলৈ দৌৰি আহিম। তোমাৰ লগত অদ্বৈত ভাব পাতিব পাৰিম। ইয়াৰ কাৰণে যদি আমাৰ হাড়, ছাল আৰু মঙহে প্ৰতিবাদ কৰিব খোজে তেতিয়াহলে যিদৰে মানুহে ফটা-কাপোৰ ফালি পেলায়, সেইদৰে আমি এই শৰীৰক চাৰ-খাৰ কৰি পেলাম, আৰু আকৌ সেই শৰীৰৰ পিণ্ড বোৰৰ নতুন নতুন ৰূপ দেখি হাঁহিবলৈ ধৰিম।"

"সঁচা কথা। যেতিয়া তুমি সুবিধা পাবা, তেতিয়া আহিবা। তুমি আহা বা নাহা, আমাৰ এই তাণ্ডৱ নৃত্য সদায়েই চলি থাকিব। জীৱনৰ আনন্দ পূৰ্ণ কৰি গোপীসকল ইয়াত মিলি গৈছে। সংসাৰৰ চক্ৰবেহুৰ পৰা মুক্ত হৈ অসংখ্য সাধু সন্ত, ফকিৰ আৰু আজ উলিয়া ইয়াত আহি একাকাৰ হৈ পৰিছে। কিমান বৈজ্ঞানিক তথ্য-সত্য উপাসক ইয়াত

মিলি শান্ত হৈ গৈছে। এই কাৰণে আমাৰ এই সভ্যই অখণ্ড অশান্তিৰ সৃষ্টি কৰিও শান্তিৰ সাগৰ-সঙ্গীত শুনাব পাৰে।

"তুমি এই সঙ্গীত শুনিছানে?"

জুন—১৯৩৭ চন।

## ৩৪ ॥ সিন্ধুৰ পাছত গঙ্গা

ফ্ৰেবুৱাৰীৰ ১৫ বা ১৬ তাৰিখে পশ্চিমফালে বোহৰী সুক্কৰৰ মাজত সিন্ধুৰ বিশাল পটত জল-বিহাৰ কৰাৰ পাছত আৰু ২৮ ফ্ৰেবুৱাৰীত কোটৰীৰ ওচৰত সেই সিন্ধুৰ শেষ দৰ্শন কৰাৰ পাছত, ১২।১৪ দিনৰ ভিতৰতে পূব ফালে পাটলিপুত্ৰৰ ওচৰত গঙ্গাৰ পবিত্ৰ প্ৰবাহ দেখিবলৈ পালোঁ। এইটো কিমান সৌভাগ্যৰ কথা। এইদৰে যদি এখনৰ পাছত আনখনকৈ আৰ্য্যসকলৰ বৈদিক মাতা সিন্ধু আৰু সেই ভাৰতীয়ৰে সনাতন মাতা গঙ্গাৰ দৰ্শন হৈ যায়, তেতিয়াহলে এনেকুৱা কোন নদীপুত্ৰ আছে যি সেই সৌভাগ্যৰ সম্বৰ্দ্ধনা নকৰিব? যিদৰে গঙ্গাই তেওঁৰ জলধাৰাৰ সম্যক ব্যৱহাৰ কৰা ভগীৰথক পালে, যদি সেইদৰেই সিন্ধুৱেও পালে হেঁতেন, তেতিয়াহলে ৰাজস্থান আৰু সিন্ধুৰ ইতিহাস আন ধৰণে লিখা হ'লহেঁতেন। সিন্ধুৱে কাৰো নিৰ্দ্দেশ নোপোৱাকৈ নিজে নিজে বিভিন্ন দিশে বৈ গৈছে। তেওঁ নিজৰ বাট সলাবলৈকো সঙ্কোচ নকৰে। এনেকুৱা অৱস্থাত যদি ভগীৰথ আৰু জহ্নুৰ নিচিনা উপাসক ইঞ্জিনিয়াৰ পালেহেঁতেন, তেতিয়াহলে, সেই সিন্ধুৱে নিজৰ দেশৰ কাৰণে সৌবীৰ দেশৰ কি নকৰিলেহেঁতেন? আজিও বোহৰী আৰু সুক্কৰৰ মাজত নিজৰ পানী একত্ৰিত কৰি খালৰ সপ্ত প্ৰবাহৰ যোগেদি এই স্বচ্ছন্দ বিহাৰিণী সিন্ধুৱে নিজৰ স্তন সিন্ধুদেশক খুউৱাত ব্যস্ত হৈ থকা নাই জানো?

সিন্ধু নৈয়ে পাঞ্জাবৰ সাতোটা প্ৰবাহৰ পানী একত্ৰিত কৰি মিট্টনকোট আৰু কাশ্মীৰলৈকে মুক্ত বেণী হৈ থাকে। সেই সিন্ধুৱেই সুক্কৰ-বোহৰীৰ

পাছত পোন প্ৰথমে মুক্তবেণী হৈ যায় আৰু কোটবীৰ পাছত কেটীবন্দৰলৈকে কব নোৱাৰি কিমান মুখৰ দ্বাৰা তেওঁ সাগৰৰ লগত মিলেগৈ।†

গঙ্গা নৈখন গোৱালন্দলৈকে যুক্তবেণী হৈ আছে। গোৱালন্দত গঙ্গা আৰু ব্ৰহ্মপুত্ৰ লগ লগাত তেওঁলোকৰ প্ৰবাহত এনেকুৱা এটা অৱাজকতাৰ সৃষ্টি হয় যে মুক্তবেণী আৰু যুক্তবেণীৰ মাজত কোনো ভেদা-ভেদ নাথাকে। কলিকতাৰ পাছত সুন্দৰবনৰ বিচনী নিশ্চয় দেখিবলৈ পোৱা যায়। কিন্তু গঙ্গাৰ যে বিস্তাৰ ইমানেই এইটো কথা কব নোৱাৰি।

গান্ধী সেৱা-সঙ্ঘৰ শেষ অধিবেশনৰ কাৰণে আমি মালীকান্দালৈ গৈছিলোঁ। তেতিয়া অসম প্ৰদেশৰ পৰা শ্বিলঙৰ পথেদি সুৰমা উপত্যকা হৈ উলটি আহিছিলোঁ। যাওঁতে আৰু উলটি আহোঁতে ভগৱতী গঙ্গাৰ বিবিধ ৰূপৰ দৰ্শন কৰিছিলোঁ। কিন্তু সম্ৰাট অশোকৰ পাটলীপুত্ৰ ( বৰ্ত্তমান পাটনা )ৰ ওচৰত গঙ্গাৰ শোভা অতুলনীয়। মই পাটনাৰ ওচৰত বিভিন্ন সময়ত কম কৰি হলেও তিনি-চাৰি বাৰ গঙ্গা নৈ পাৰ হৈছিলোঁ। তথাপি তাত গঙ্গাৰ দৰ্শনৰ নবীনতা ক্ষুণ্ণ হোৱা নাছিল। মোৰ মনেৰে নেপালৰ যাত্ৰা শেষ কৰি যেতিয়া মই মজফৰপুৰৰ পৰা কলিকতালৈ আহিছিলোঁ, তেতিয়াই প্ৰথমে পাটনালৈ গৈছিলোঁ। তেতিয়া ফাগুন মাহ আছিল। যিফালেই গৈছিলোঁ সেইফালেই আমৰ ফুলৰ পৰা গোটেই বায়ুমণ্ডল সুৰভিত হৈ পৰিছিল। নবাগত মই তেতিয়া পাটনাৰ সৰু ডাঙৰ বাটৰ ওপৰত মতলীয়াৰ দৰে নিজৰ অন্তঃকৰণত বসন্তোৎসৱ পাতি আছিলোঁ। তাত মোৰ মনৰ ভিতৰত প্ৰথমতে যি সাঁচ বহিছিল সি আজিও স্পষ্ট হৈ আছে। তথাপি তাৰ পাছত আকৌ যেতিয়া মই পাটনালৈ গৈছিলোঁ, তেতিয়াও মই তাত অলপ নহয় অলপ নবীনতা নিশ্চয় পাইছিলোঁ।

† যি প্ৰদেশত অসংখ্য প্ৰবাহ আহি এখন নৈৰ লগত মিলি যায়, ইংৰাজীত সেই প্ৰদেশক "Region of tributaries" বোলে আৰু য'ত এখন নৈৰ পৰা অসংখ্য প্ৰবাহ ওলাই চাৰিওফালে বিস্তাৰ হৈ পৰে সেই প্ৰদেশক Region of distributaries বোলে। আমাৰ ইয়াত এই ভাৱক ব্যক্ত কৰিবৰ কাৰণে 'যুক্তবেণী' আৰু 'মুক্তবেণী' শব্দক কামত খটোৱা হৈছে।

যেতিয়া কোনো নৈ সাগৰৰ লগত মিলিবৰ কাৰণে দুখন বা তাতোকৈ সৰহ মুখত বিভক্ত হৈ যায়, তেতিয়া নিজৰ সেই ত্ৰিকোণ প্ৰদেশক সেই আকৃতিৰ গ্ৰীক আখৰত 'delta' বুলি কয়। আমি এনেকুৱা প্ৰদেশক 'নৈৰ বিচনী' বুলি কোৱা উচিত।

যি ঠাইত শ্ৰীৰাজেন্দ্ৰপ্ৰসাদ থাকে আৰু য'ত বিহাৰ-বিদ্যাপীঠ আছে, সেই সদাকত আশ্ৰম একেবাৰে গঙ্গাৰ পাৰত। আশ্ৰমৰ আগৰ বাট পাৰ হৈ তিনিফুটীয়া মথাউৰিৰ ওপৰত উঠাৰ লগে লগে পশ্চিমৰ পৰা পূব ফালে বৈ অহা গঙ্গাৰ বিস্তীৰ্ণ জলৰাশি চকুত পৰে। সেই পাৰৰ দাঁতি যদি চাবলৈ চেষ্টা কৰে, তেতিয়াহলে মাটিৰ এটা ক্ষীণ ৰেখাৰ বাহিৰে আৰু আন একো দেখা নাযায়। আচৰিত হৈ আপুনি লগত অহা কোনো মানুহক কব যে —"গঙ্গাৰ পট কিমান বহল।" তেতিয়া তেওঁ তৎক্ষণাত হাঁহি উত্তৰ দিব যে—"আগত যি দেখিবলৈ পোৱা গৈছে, সি কেৱল এটা দ্বীপহে। তাৰ আগতো গঙ্গাৰ প্ৰবাহ আছে। সেই পাৰৰ দাঁতি ইয়াৰপৰা দেখা নাযায়।"

আগফালে যি ক্ষীণ ৰেখা দেখা গৈছে, সেইটো এটা বহল দ্বীপ, সেইটো শুনাৰ পাছতো এইটো কথা বিশ্বাস নহয় যে পানীৰ ইমান ডাঙৰ বিস্তাৰৰ পাছত, ৰেখাৰ সিপাৰে আৰু বিস্তাৰ হব পাৰে। এবাৰ মনত এটা সন্দেহ জন্মাৰ পাছত সি নিশ্চয় কৌতূহলৰ ৰূপ ধাৰণ কৰি লয়। কৌতূহল পৰিপক্ক হৈ উঠাৰ পাছত তাৰপৰাই সংকল্পৰ জন্ম হয়। আৰু এই সংকল্পৰ নিচিনা অধীৰ কৰিব পৰা আন আৰু কিবা বস্তু আছেনে?

যেতিয়ালৈকে সদাকত আশ্ৰমত আছিলোঁ, তেতিয়া প্ৰত্যেকদিন গঙ্গাৰ পাৰত ফুৰা আমাৰ কাম আছিল। কাৰণ গঙ্গাৰ সংস্কৃতি পবিত্ৰ আৰু প্ৰাচীন নোহোৱা হলেও পাৰৰ ওপৰত থিয় হৈ থকা পুৰাণ-পুৰুষৰ নিচিনা গছৰ শাৰীয়ে আমাক আকৰ্ষণ নকৰাকৈ নাথাকিলহেঁতেন। যি সহ্যাদ্ৰি বা হিমালয়ৰ উত্তুঙ্গ গছ দেখিছে তেওঁক সাধাৰণ গছে কেতিয়াও আকৰ্ষণ কৰিব নোৱাৰে কিন্তু গঙ্গাৰ তটত, পাটনাৰ ওচৰত যোজনলৈকে গৈ থাকক—চাৰিওফালে ওখ ওখ গছবোৰে নিজৰ পৰিপুষ্ট শাখাবোৰ চাৰিওফালে দূৰ-দূৰণিলৈকে বিস্তাৰিত কৰি থকা চকুত পৰিব।

কোনো এসময়ত পাটনা সম্ৰাট অশোকৰ সাম্ৰাজ্যৰ ৰাজধানী আছিল। আজি সেই পাটনাই গছবোৰৰ এক বিশাল সাম্ৰাজ্যক পোষণ কৰি আছে।

এনেকুৱা ঠাইত থিয় হৈ বহুত দূৰলৈকো নহয় আৰু বৰ ওচৰলৈকো নহয়, এই ডাঙৰ ডাঙৰ গছবোৰৰ অঙ্গ-প্ৰত্যঙ্গৰ শোভা যদি মনোযোগেৰে চোৱা যায়, তেতিয়াহলে তেওঁলোকৰ স্বভাৱ, তেওঁলোকৰ চিত্ত-বৃত্তি আৰু

তেওঁলোকৰ আভিজাত্যৰ ভাব নহাকৈ থাকিব নোবাৰে। সকলোবোৰ গছেই তপস্বী নহয়। কিছুমানক মৌন-ধ্যানীৰ নিচিনা দেখা যায়, কিছুমান ক্ৰীড়াপ্ৰিয়, কিছুমান বিয়োগী বিৰহীৰ নিচিনা। কিছুমান আকৌ অত্যন্ত প্ৰেমীৰ নিচিনা। কিন্তু কোনো অৱস্থাতেই তেওঁলোকে নিজৰ আৰ্য্যত্ব বিসৰ্জ্জন নিদিয়ে। কিছুমান গছৰ শাখা এনেদৰে ওপৰলৈ উঠি যায়, যেন তেওঁৰ ওপৰত ফাটিব খোজা আকাশক ৰক্ষা কৰাৰ ভাৰহে পৰিছে।

চাৰিজন বৃদ্ধ ভদ্ৰলোকে শান্তিৰে কথাবতৰা পাতি আছে আৰু তেওঁলোকৰ কোলাত আধাফুটা মাতৰ শিশুবোৰে খেল-ধেমালি কৰি আছে। এনেকুৱা দৃশ্য বাৰু আপুনি কেতিয়াবা দেখিছেনে? বুঢ়াবোৰে শিশুবোৰক ডাবি-হুকি নিদিয়ে, বৰং অতি যত্নেৰে সিহঁতক মৰম কৰে। তথাপি তেওঁলোকৰ গহীন কথা-বতৰাত ব্যাঘাত নজন্মে। গঙ্গাৰ পাৰত চিৰকালৰ পৰা মন্ত্ৰণা কৰি থকা এই গছবোৰৰ মাজত সৰু-ডাঙৰ চৰায়ে যেতিয়া মধুৰ কলৰৱ কৰে, তেতিয়া আকৌ সেই আগৰ দৃশ্য চকুৰ আগত ভাহি উঠে।

ফাল্গুনী পূৰ্ণিমাৰ ওচৰ চাপি আহোঁতে যদি সন্ধ্যা সময়ত ফুৰিবলৈ ওলায়, তেতিয়া 'জোনবায়ে' গছৰ সুকুণাইদি দৰ্শন দিয়ে। আমি ইয়াত এক নতুন আনন্দৰ সন্ধান পালোঁ। যিদৰে বিভিন্ন আকাৰৰ আঙঠিত হীৰা লগালে নতুন নতুন শোভা হয়, সেই দৰেই চন্দ্ৰয়ো বেলেগ বেলেগ গছৰ আঁৰৰপৰা নতুন নতুন ৰূপ ধাৰণ কৰে। এবাৰ শিঙৰ নিচিনা দুটা শাখাৰ মাজত তাক থিয় কৰাই আমি এবাৰ চাই ললোঁ।

গোল-কীপাৰ (Goal keeper) বা লক্ষ্যপালৰ নিচিনা এজোপা ডাঙৰ গছে চন্দ্ৰক বতাহ-বল (ফুটবল)ৰ দৰে দলিবা দেখিলোঁ। এঠাইত দীঘাথাট বন্দৰৰ ওচৰত দুজোপা গছৰ মাজত এইদৰে গহীন হৈ ৰহি আছিল যে, "এই চন্দ্ৰ তোৰ নহয় মোৰহে" কৈ যেন গছে নিজৰ ভিতৰত যুদ্ধহে কৰিছিল আৰু শেহত দুয়োবো এই কাজিয়া পেচাল একৰাই দিবৰ কাৰণে চন্দ্ৰমাই মুখ বেঁকা কৰি কলে—"তোমালোক দুয়োবো ভিতৰত মই কাবোৰেই নহয়, যোৱা।" ইয়াকে কৈ তেওঁ বৈ নাথাকিল। একেবাৰে ওপৰলৈ উঠিবলৈ লাগিল। আমি চন্দ্ৰৰ এই নিৰেপক্ষতাক শলাগি অলপ আগ বাঢ়িছিলোঁ, এনেতে তেওঁ নিজৰ ন্যায়প্ৰিয়তা পাহৰি এজোপা ডাঙৰ

গছত গৈ লুকাই পৰিল আৰু শেহত গছৰ বাহুপাশত আবদ্ধ হৈ যেন হাঁহিবলৈ ধৰিলে।

মনে মনে সংকল্প কৰিলোঁ: এনেকুৱা জোনোৱালী ৰাতি যদি অলপ সময় সম্মুখৰ সেই নিৰ্জ্জন দ্বীপত কটাই আহিব পাৰোঁ, তেতিয়াহলে কিমান ভাল হয়। ফাকুৱা আৰু বোকাখেলৰ দিনটোতো বাদ দিবলগীয়া হৈছিল, কিয়নো মানুহবোৰ ফাকুৱা খেলি উন্মত্ত হৈ পৰিছিল আৰু তেওঁলোকে দুদিনলৈকে গঙ্গাৰ পাৰৰ বোকা আৰু গছবোৰৰ ৰঙৰ অনুকৰণ কৰিবলৈ স্থিৰ কৰিছিল। যেতিয়া তেওঁলোক ইয়াৰপৰা নিবৃত্ত হ'ল, তেতিয়া আমি এখন নাৱৰ ব্যৱস্থা কৰি যাত্ৰা কৰিলোঁ।

চন্দ্ৰ ওলোৱাৰ আগতে যাত্ৰা কৰাতকৈ বাৰু কি আনন্দ আছে? কিন্তু চন্দ্ৰৰ হলে ততাতৈয়া নাছিল। তেওঁ ওলাইছিল যদিও পোহৰ দিয়া নাছিল। যিদৰে কোনেও গম নোপোৱাকৈ কোনো নতুন ধৰ্ম্ম প্ৰতিষ্ঠিত হয়, চন্দ্ৰ সেই-দৰেই ওলাল। তেওঁৰ প্ৰকাশ ইমান ক্ষীণ আছিল যে, ৰাত্ৰীৰো তেওঁলৈ মৰম উপজিছিল। যেতিয়া চন্দ্ৰ ইমান উদাস আছিল, তেতিয়া বিশ্বাসী চিত্ৰা অদৃশ্য হৈ থকাতকৈ আচৰিত কি? শনি আৰু শুক্ৰ মন্ত্ৰ পঢ়ি পঢ়ি পশ্চিমফালে অস্ত গ'ল। তাৰকাঙ্কিত জুপুৰীৰ অধিপতি অগস্তিয়ে দক্ষিণফালে আৰোহণ কৰিলে। আমাৰ নাও যাবলৈ ধৰিলে। পানীৰ মাজত চন্দ্ৰৰ এটা দীঘল স্তম্ভ দেখা গ'ল। প্ৰথমতে স্থিৰ, তাৰ পাছত তৰল, আমি যিমানেই আগুৱাবলৈ ধৰিলোঁ সিমানেই পানীৰ ওপৰ ভাগ ক্ৰমে অধিক চঞ্চল হবলৈ ধৰিলে আৰু নানা তৰঙ্গৰ কাৰ্য্য-কলাপ দেখুৱাবলৈ ধৰিলে। মই ভাবিলোঁ যে এই কাৰ্য্য-কলাপবোৰ যেতিয়া পানীৰ স্থিতি আৰু গতিৰ লগে লগে সলনি হৈ থাকে, তেতিয়াহলেনো ইয়াৰ অধ্যয়ন কৰি প্ৰত্যেকৰ বেলেগ বেলেগ নাম দি এনেকুৱা পৰিকল্পনা কৰা নহয় কিয়—যাতে নৈৰ গতি বুজাবৰ কাৰণে সেই নামবোৰ প্ৰয়োগ কৰা হয়? ওপৰৰ পৰা তলৰ ধ্বনিক যদি সা, ৰে, গ, ম, প, ধ, নী, ৰ নিচিনা নাম দিব পাৰোঁ, অতি উগ্ৰ তাপক (White heat) সূৰ্য্যকান্তি বুলি কব পাৰোঁ, তেতিয়াহলে নৈৰ গতিক গো-মুত্ৰিকা-বেগ, বলয়-বেগ, আবৰ্ত্ত-বেগ, বিবৰ্ত্ত-বেগ আদি নাম কিয় দিব নোৱাৰিম?

এই কল্পনাৰ লগত মই ভাব-বিচাৰৰ আবৰ্ত্তত এনেদৰে ডুবি গৈছিলোঁ যে কেতিয়া চিত্ৰা পালেহি, সেইফালে মোৰ ভ্ৰূক্ষেপেই নাছিল। আমি নৈৰ মাজ পালোঁহি আৰু মই প্ৰাৰ্থনা কৰিলোঁ। এনেকুৱা ঠাইত জানো ক'ৰবাত চকু মুদি প্ৰাৰ্থনা কৰিব পাৰি? যেতিয়া আমাৰ প্ৰাৰ্থনীয় জন আমাৰ আগত বিবিধ ৰূপত প্ৰত্যক্ষভাৱে বিৰাজমান, তেতিয়া আমি চকু মুদি কিয় গুহাত প্ৰবেশ কৰিম? যাক আমি বুলি চিনি পাওঁ, যেতিয়া সেই বস্তু বসপূৰ্ণ ভূমি, পবিত্ৰ পানী, সৌম্য-শক্তি আনন্দ-দায়ক পৱন আৰু পিতৃ-বাৎসল্যত আমাৰ ফালে চাই থকা আকাশৰ বিস্তাৰ আদি বিবিধ ৰূপত ব্যক্ত হয়, আৰু যেতিয়া আমি 'বিষয়া বিনিবৰ্ত্তন্তে নিৰাহাৰস্য দেহিনঃ, ৰসবৰ্জং ৰসোঽপ্যস্য পৰং দৃষ্ট্বা নিবৰ্ত্ততে' শ্লোক গাওঁ, তেতিয়া সম্পূৰ্ণ জীৱনক নতুন ৰূপত কল্পনা কৰোঁ। গম্ভীৰ ভাব-চিন্তা যে শীতল হয়, এনেকুৱা কোনো কথা নাই। ৰসৰ নিবৃত্তি কেতিয়া হয়, আৰু পৰিবৰ্ত্তনো কিদৰে হয়, ইয়াৰ গোটেই মীমাংসা ক্ষন্তেকৰ ভিতৰতে মই কৰি পেলালোঁ আৰু চাওঁতে চাওঁতেই প্ৰাৰ্থনাত সৰসতা আহি পৰিল। "ৰঘুপতি ৰাঘৱ ৰাজাৰাম" ৰামধুন আৰম্ভ হ'ল। চঞ্চল মনে জীৱন ৰসৰ গধুৰ মীমাংসা বাদ দি তৎক্ষণাত সুধি পেলালে —"শ্ৰীৰামচন্দ্ৰই বাৰু কোন ঠাইত গুহকৰ সহায়ত গঙ্গা পাৰ হৈছিল? গুহকৰ নাও আমাৰ এই নাৱৰ সমান ইমান বহল আছিল নে নাই কোনো গছৰ গুৰি খুলি সজা সৰু নাৱৰ নিচিনা আছিল?"

কথাই কথাই আমি সেই দ্বীপ পালোঁহি আৰু সলিল বিহাৰ এৰি সিকতা (বালি) বিহাৰ আৰম্ভ কৰিলোঁ। চকচকীয়া বালি তিৰবিৰাই থকা পানীতকৈ কম আনন্দদায়ক নাছিল। দ্বীপৰ পাৰত অলপ দুবৰি বন গজি আছিল। এক মুহূৰ্ত্ত ভাবি আমি ঠিক কৰিলোঁ যে ইয়াত সাপ, বিছা, কাঁইট আদি একেবাৰেই থাকিব নোৱাৰে। ইয়াত কেবল অক্ষুণ্ণ বালিহে সিঁচি থোৱা আছিল। যদি কিবা চিন-চাব আছিল, তেতিয়াহলে সি অস্থিৰ মনৰ পৱন তৰঙ্গ ৰাশিহে। গঙ্গাৰ পাৰত থকা বালিবোৰৰ লগত বতাহে কিদৰে খেল-ধেমালি কৰে, ইয়াত তাৰ প্ৰতিৰূপ দেখিবলৈ পোৱা যায়। বালিৰ বিভিন্ন ধৰণৰ ৰূপ তৈয়াৰ হৈ গৈছিল যেন পঢ়াশালিৰ ছাত্ৰবোৰ ভাগৰি শুই পৰিছিল আৰু তেওঁলোকৰ কিতাপ-কলি চাৰিওফালে সিঁচৰিত

হৈ পৰিছিল। কোনো কোনো ঠাইত চঞ্চল বতাহৰ অস্পষ্ট লিপি আৰু কোনো ঠাইত চৌৰ ৰৱলিপি বালিত আঁকি থোৱা দেখা গৈছিল। ইয়াৰ ওপৰত মোৰ নিজৰ পদচিহ্ন অঙ্কিত কৰিবলৈ ইচ্ছা হোৱা নাছিল। কিন্তু পাপৰৰ নিচিনা বালিৰ ওপৰত যেতিয়া মোৰ ভৰি পৰিছিল, তেতিয়া সেই বালি ভগাৰ লগে লগে পাপৰ খোৱাৰ নিচিনা আনন্দ হৈছিল। ভৰিৰ এই আনন্দ গোটেই শৰীৰে অনুভৱ কৰিলে আৰু মোৰ এনেকুৱা লাগিল যেন দৰাচলতে উৰাল মাৰিব দৰে থিয় হৈ থিয় হৈ থোৱাত সম্পূৰ্ণ আনন্দ নাই। All rights reserved ৰ দাবী কৰা কোনো গাধ তাত উপস্থিত নাছিল। এই কাৰণে আমি নিঃসঙ্কোচেৰে বালিত ৰাগৰিব খুজিছিলোঁ। কিন্তু দুৰ্ভাগ্যবশতঃ এই প্ৰস্তাৱত আমাৰ লগৰীয়া সকল সন্মত নহ'ল। কাৰোবাৰ পদমৰ্য্যাদা ইয়াত বাধক হৈ পৰিল, কোনোবাই বাধ্যত পৰি এই ইচ্ছাক দমন কৰি ৰাখিলে। আমাৰ খালাচীয়ে আমাক তাতে এৰি থৈ কাৰোবাৰ লগত দেখা কৰিবৰ কাৰণে দ্বীপৰ আন সীমালৈ গুচি গল। মদৰ মহলৰ লগুৱাই মদপীবোৰক যি দৃষ্টিত চায়, সেই দৃষ্টিত তেওঁলোকে সৌন্দৰ্য্য পিপাসু মানুহ আমাক হয়তো চাব পায়।

গয়া কংগ্ৰেছৰ পাছত যেতিয়া আমি চম্পাৰণৰ ফালে গৈছিলোঁ, তেতিয়া এই ঠাইৰ পৰাই আমি গঙ্গা পাৰ হৈছিলোঁ। সেই সময়ত আশ্ৰমৰ দুজন বিদ্যাৰ্থীয়ে এটা মধুৰ ভজন গাইছিল : "মঙ্গল কৰহু দয়া কৰী দেবী।" এই ঠাইলৈ অহাৰ লগে লগে সেই সকলো কথা মনত পৰিল আৰু মই ভীমসেনৰ অনুকৰণ কৰি মুক্ত কণ্ঠে গাবলৈ ধৰিলোঁ। লগৰীয়াসকলে উদাৰতাৰ সৈতে তাক সহি ললে। ···মই আৰু চল পালোঁ, মথুৰাবাবুক কবলৈ ধৰিলোঁ যে "মই ছাপৰাৰ পৰা মুঙ্গেৰলৈ নাৱত যাম। কিমান সময় লাগিব ?" মোৰ ভাগ্যত এনেকুৱা যাত্ৰা আছেনে নাই ঈশ্বৰে জানে। কিন্তু কল্পনাৰেতো মই তাক পূৰ্ণ কৰি লৈছোঁ।

আকাশত সূৰ্য্য অস্ত যাবলৈ সাজু হৈছিল। শিয়ালবোৰো নিজৰ নিজৰ চিকাৰত মত্ত হৈ আছিল। অগস্তিৰ কুটিৰ এতিয়া নিজৰ ঠাইলৈ আহিছে। আৰু কৃত্তিকাই তটস্থ হৈ হাঁহি আছিল। পুনৰ্বসুৰ নাৱে নিজৰ আগফালটো অলপ ওখ কৰি দক্ষিণফাললৈ যাত্ৰা আৰম্ভ কৰিলে আৰু আমি যে এই

দ্বীপৰ নিবাসী নহওঁ, সেইটো কথা মনত পেলাই দিলে, আমি ইয়াৰ পৰা উলটি যাব লাগিব আৰু অপেৰবী-সৃষ্টিক ত্যাগ কৰি মানবী-সৃষ্টিত অৱতৰণ কৰিব লাগিব। আমি তৎক্ষণাত দ্বীপৰ পাৰলৈ আহিলোঁ আৰু পুনৰ্মুব দৰে নিজৰ নাও দক্ষিণফালে মেলি দিলোঁ।

"আকৌ ইয়ালৈ কেতিয়া আহিম?" মোৰ মনলৈ এনেকুৱা বিষাদ অহা নাছিল। গঙ্গোত্ৰীৰ পৰা আৰম্ভ কৰি হীৰা বন্দৰলৈকে বহুতবাৰ গঙ্গা দৰ্শন কৰি মই পবিত্ৰ হলোঁ আৰু আইৰ অনুগ্ৰহত ভৱিষ্যতলৈকো বহুতবাৰ দৰ্শন কৰিম। এতিয়া এই পূৰ্ণানন্দ কম বেচি হোৱাৰ সম্ভাৱনা নাই। সেই কাৰণে উলটি আহিবৰ সময়ত মুখৰ পৰা শান্তিৰ মন্ত্ৰ ওলাই গ'ল।

ওঁ পূৰ্ণমদঃ, পূৰ্ণমিদং, পূৰ্ণাৎ পূৰ্ণমুদচ্যতে।
পূৰ্ণস্য পূৰ্ণমাদায় পূৰ্ণমেবাৱশিষ্যতে॥

এপ্ৰিল ১৯৪১ চন।

## ৩৫। নদীৰ ওপৰত থাল

শাওনৰ পূৰ্ণিমাৰ অৰ্থ হৈছে—উপনয়নৰ দিন। আৰু যদি আমি ব্ৰাহ্মণত্ব পাহৰি পেলাওঁ, তেতিয়াহলে ইয়াক 'ৰক্ষা বন্ধন'ৰ দিন বুলি কম। আমি সেই দিনা ৰুড়কী পালোঁহি। চাওঁতে চাওঁতে বেণীপ্ৰসাদে মোৰ লগত বন্ধুত্ব পাতি ললে, আৰু কলে—"হেৰি থুৱাদেউ, আজি মই আপোনাৰ হাতেৰেহে লগুণ পিন্ধিম। ইয়াৰ ব্ৰাহ্মণে প্ৰায়েই বেদ-মন্ত্ৰ উচ্চাৰণ নকৰে। আপুনি মহাৰাষ্ট্ৰীয়। আপুনিয়েই মোক লগুণ দিয়ক।" বেণীপ্ৰসাদৰ মোমায়েক অতিশয় ভক্ত আছিল। তেওঁৰ লৈতে উপনয়নৰ সম্বন্ধে আলোচনা চলাবলৈ ধৰিলে। উত্তৰ ভাৰতৰ ব্ৰাহ্মণে বিচাৰে যে কেৱল তেওঁলোকেই নহয়, বৰং দ্বিজাতিয়ে (তিনিও বৰ্ণই) নিয়মিতভাৱে লগুণ পিন্ধক আৰু সদায় সন্ধ্যা আহ্নিক আদি নিত্যকৰ্ম্ম কৰক। কিন্তু এই বিষয়ে ইয়াৰ মানুহৰ বৰ অনাস্থা আছে। ইয়াৰ ঠিক বিপৰীতে যেতিয়া দক্ষিণ ভাৰতৰ ব্ৰাহ্মণৰ

বাহিৰে আন বৰ্ণই লগুণ লব খোজে, তেতিয়া মহাৰাষ্ট্ৰৰ ব্ৰাহ্মণে "কলৌ আদ্যন্তয়োঃ স্থিতিঃ"ৰ বচনৰ অনুসাৰে এনেকুৱা নিৰৰ্থক জেদ কৰে যেন মাজত আৰু দুটা বৰ্ণৰ অস্তিত্বই নাই। (সৌভাগ্যবশতঃ আজি সেই পৰিস্থিতি নাই)। যাৰ লগুণ পিন্ধাৰ অধিকাৰ আছে, তেওঁ এই বিষয়ে উদাসীন হৈ থাকে, আৰু যি হাতে ভৰিয়ে ধৰি লগুণ পিন্ধাৰ অধিকাৰ পাব খোজে, তেওঁলোকৰ কাৰণে নিজকে দ্বিজত্ব প্ৰমাণ কৰা অসুবিধা হয়। এই আলোচনা শুনি বেণীপ্ৰসাদে ভাবিলে—"আজি আমি লগুন লব নোৱাৰিম।" তেওঁ যুক্তি দিলে—"কলিকালত কি হব নোৱাৰে? যদি নৈৰ ওপৰত নৈ উঠিব পাৰে, তেতিয়াহলে মহাৰাষ্ট্ৰৰ ব্ৰাহ্মণেও আমাক লগুণ দিব পাৰে।"

তেওঁৰ এই যুক্তি মানি লোৱা হ'ল। কিন্তু ইয়াৰ বিষয়-বস্তু সলনি হ'ল, কলিযুগৰ ভগীৰথৰ বীৰত্বৰ উদাহৰণ স্বৰূপে গঙ্গাৰ খালৰ বিষয়ে আলোচনা হবলৈ ধৰিলে।

দুপৰীয়াৰ সময়ত আমি মানৱৰ এই ক্ষমতা চাবলৈ ওলালোঁ। গঙ্গাৰ এই খাল নগৰৰ কাষেদি বৈ গৈছে। লৰাবোৰে তাত বং মনেৰে খেল ধেমালি কৰি আছিল। খালৰ দাঁতিয়ে দাঁতিয়ে আমি সেই প্ৰখ্যাত দলংখন চাবলৈ গলোঁ। তাৰ দৃশ্য সঁচাকৈয়ে মনোৰম আছিল। দলঙৰ তলেদি দৰিদ্ৰ ব্ৰাহ্মণৰ দৰে চোলানা নৈ বৈ গৈছে আৰু ওপৰৰ ফালে গঙ্গাৰ খালে নিজৰ বহল পটক অলপো সঙ্কোচিত নকৰাকৈ দলঙৰ ওপৰেদি দৌৰি গৈছে। দলঙৰ ওপৰত ইমান বেচি পানী আছিল যেন এতিয়াই দুয়ো-ফালৰ প্ৰাচীৰ ভাগি যাব আৰু দুয়ো দাঁতিৰ পৰা হাতীৰ হাউদাৰ নিচিনা ডাঙৰ প্ৰপাত পৰিবলৈ আৰম্ভ কৰিব। দলঙৰ দাঁতিত থিয় হৈ খালৰ প্ৰবাহৰ ফালে চাই থাকিলে মনৰ ওপৰত তাৰ প্ৰভাৱ পৰে। যিদৰে দুখী মানুহৰ অন্তৰত উদ্বেগৰ ঢৌ উঠি থাকে সেইদৰে খালৰ পানীবো সোঁত বয়। কিন্তু যিদৰে শহুৰেকৰ ঘৰলৈ অহা বোৱাৰীয়েকে নিজৰ সকলো আশা আকাঙ্ক্ষা দমাই ৰাখে, সেই দৰে গঙ্গা নৈৰ এই পৰাধীন কন্যাই নিজৰ সকলো উদ্বেগক চেপি ৰাখিছিল। প্ৰথম দৰ্শনত তেওঁৰ বিস্তাৰ দেখি এনেকুৱা লাগে যেন এওঁ কোনোবা ধনমত্ত সদাগৰণীহে। কিন্তু ওচৰলৈ

গৈ চোৰাৰ পাছত শ্ৰীমতীৰ ( ? ) তলত তেওঁৰ মুখত পৰাধীনতাৰ চিন ফুটি উঠে। ওপৰৰ পৰা তললৈ চালে চোলানাৰ ক্ষীণ কিন্তু স্বাধীন প্ৰবাহ ছুয়োফালৰপৰা আকৰ্ষক হৈ পৰে।

তাত বেয়া লাগিব লগীয়া কথা ইমানেই আছিল যে—খালৰ ছুয়োফালৰ বেলিগুৰ ফুটাবোৰে তাৰ অলপ পানী এই দৰে চোলানাত বগৰাই দিছিল যেন তেওঁ তাৰ উপকাৰহে কৰিছে।

আমি দলঙৰ পৰা তললৈ নামি চোলানাৰ পাৰত বহিলোঁ। চোলানাই কাৰো কৃতজ্ঞতা অস্বীকাৰ কৰিব খোজা নাছিল, কিন্তু তেওঁ কাৰো কৃপা প্ৰাৰ্থীও নাছিল। তেওঁৰ ভিতৰত লেশমাত্ৰও হীনতা নাছিল আৰু তেওঁক অভিমানিনীৰ বেশেও শোভা নিদিছিল। তেওঁৰ সৰল স্বাভাবিকতা, যত্নৰ যোগেদি অনা অসীম উদাৰতাই চৰিত্ৰ বলতকৈ অধিক শোভা বৰ্দ্ধন কৰিছিল।

ভগীৰথ-বিদ্যা ( ইৰিগেচন্ ইঞ্জিনিয়াৰ )ত পানীৰ প্ৰবাহক ছয় প্ৰকাৰে আগ বঢাই নিব পাৰে বুলি কোৱা হৈছে। ইয়াৰ ভিতৰত এটা প্ৰবাহৰ ওপৰেদি আন এটা প্ৰবাহক লৈ যোৱাৰ পৰিকল্পনা টান আৰু আচৰিত। আমি এনেকুৱা ধৰণৰ বেলৰ বা মটৰৰ কেইবাটাও বাট দেখিছোঁ। কিন্তু মই যিমান দূৰ জানো ভাৰতবৰ্ষত এনেকুৱা ধৰণৰ জলপ্ৰবাহৰ নমুনা এই এটাহে আছে। যদি সংস্কৃতিৰ প্ৰবাহৰ দৃষ্টিৰ ফালৰ পৰা ভৰা হয়, তেতিয়াহলে সমগ্ৰ ভাৰতবৰ্ষত এনেকুৱা প্ৰবাহ ভৰপূৰ হৈ আছে। ইয়াত প্ৰত্যেক জাতিৰ নিজৰ নিজৰ সংস্কৃতি আছে। কিন্তু কেইবাবাৰো এই বিভিন্ন সংস্কৃতি মুখামুখি হলেও পৰস্পৰ অস্পৃষ্ট হৈ আছে।

১৯২৬-২৭ চন।

## ৩৬। নেপালৰ বাঘমতী

যিদৰে কাশ্মীৰত দুধ-গঙ্গা আছে, সেইদৰে নেপালতো বাঘমতী বা বাঘ-মতী আছে। ইমান সৰু নৈৰ পিনে হয়তো কাৰো চকু নপৰে। কিন্তু

বাঘমতী এনেকুৱা এখন ইতিহাস প্ৰসিদ্ধ ঠাই যে—লাখ লাখ মানুহে সদায় তেওঁৰ নাম লৈ থাকে। নেপালৰ উপত্যকা অৰ্থাৎ ৩৬ বৰ্গমাইল ঠাই জুৰি থকা আৰু চাৰিওফালে পাহাৰেৰে সুৰক্ষিত হৈ থকা ৰমণীয় ঘূৰণীয়া পথাৰ। দক্ষিণ ফালে ফৰপিং নাৰায়ণে ইয়াক ৰক্ষণাবেক্ষণ কৰিছে। উত্তৰফালে গৌৰীশঙ্কৰৰ ছাঁৰ তলত চঙ্গু-নাৰায়ণে তাক ৰক্ষা কৰি আছে। পূব-ফালে বিশঙ্কু নাৰায়ণ—আৰু পশ্চিম ফালে ইচঙ্গু-নাৰায়ণ।

হিমালয়ৰ কোলাত এই ক্ষুদ্ৰ স্বাধীন হিন্দু-ৰাজ্যত এনেকুৱা তিনিখন ৰাজধানী আছে যেন তিনিটা কণীহে থৈ দিয়া হৈছে। অতি প্ৰাচীন ৰাজধানী ললিত-পট্টন, তাৰ পাছত ভাদ-গাঁও আৰু বৰ্ত্তমানৰ কাঠমাণ্ডু বা কাষ্ঠমণ্ডৱ। নেপালৰ মন্দিৰৰ কাৰুকাৰ্য্য ভাৰতবৰ্ষৰ আনঠাইৰ কাৰুকাৰ্য্যৰ নিচিনা নহয়। যি ঠাইত মন্দিৰৰ চালৰপৰা বৰষুণৰ পানী বাগৰে তাত নেপালী মানুহে সৰু সৰু ঘণ্টা ওলোমাই থয়, আৰু মাজত ওলোমোৱা ঘণ্টাৰ পিতলৰ গুটিৰ ওপৰত পিতলৰ পীপল পাত সাজি তাত লগায়। অলপ বতাহ মাৰিলেই সেই ঘণ্টাবোৰ নাচিবলৈ ধৰে। এই কলা তেওঁ-লোকৰ সহজাত। একেলগে বহুত ঘণ্টা টিলিং-টিলিং কৰি বাজিবলৈ ধৰে। এই মঞ্জুল-ধ্বনিয়ে মন্দিৰৰ শান্তিত ব্যাঘাত নজন্মায়। বৰং ইয়াক অধিক গম্ভীৰ আৰু মুখৰিত কৰিহে তোলে। ভাদ-গাঁৱৰ কেইটামান মূৰ্ত্তি শিল্প-কলাৰ অদ্ভুত উদাহৰণ। শিল্প-শাস্ত্ৰৰ সকলো নিয়ম ৰক্ষা কৰিও যে শিল্পীসকলে নিজৰ প্ৰতিভা কিমান স্বাধীন কৰি ৰাখিব পাৰে, যদি কোনোবাই ইয়াৰ নমুনা চাব খোজে, তেতিয়াহলে এই মূৰ্ত্তিবোৰ চোৱা উচিত। ইয়াৰ শিল্পীয়ে কলাক অভিমানৰৰ ৰূপ দিছে।

দূৰে দূৰে খেতিৰ সুন্দৰ সুন্দৰ স্তূপবোৰ দেখি ইমান ভাল লাগে যেন তাত কোনোবাৰ সমাধিহে আছে।

আজি নেপাল ৰাজ্যৰ বিভূতি হৈছে কাঠমাণ্ডু। নেপাললৈ যোৱাৰ অনুমতি সহজে পোৱা নাযায়। সেই কাৰণে আৱৰণৰ অন্তৰালত কি আছে, অৱগুণ্ঠনৰ তলত কেনেকুৱা ধৰণৰ সৌন্দৰ্য্য লুকাই আছে, যিদৰে ইয়াক জনাৰ কৌতূহল হয়, নেপালৰ সম্বন্ধেও এনেকুৱা কৌতুহলৰ জন্ম হয়। তাত আঠ দিন থকাৰ অনুমতি পালোঁ। যি চাব লগা আছে চাই

লব লাগে। এবাৰ ঘুৰি গলে আকৌ উলটি আহিব নোৱাৰি। মনৰ এনেকুৱা অৱস্থা হলে চাৰিওফালে কেৱল কাব্যহে দৰ্শন হয়।

পশুপতিনাথৰ মন্দিৰ কাঠমাণ্ডুৰ পৰা দূৰৈত নহয়। তাত এনেকুৱা দেখা যায় যেন মন্দিৰবোৰৰ মাজত এটা ডাঙৰ নন্দী ( বলধ গৰু ) হে বহি আছে। কাষেদি বাঘমতী নৈ বৈ গৈছে। ইয়াৰ পানী মাটিৰ ওপৰেদি বৈ যোৱাৰ কাৰণে সদায় ঘোলা যেন লাগে। তাত সাঁতুৰিবলৈ নিশ্চয় ইচ্ছা হয়; কিন্তু পানী সিমান বেচি হলেহে? এই প্ৰবাহ গুহ্যেশ্বৰী আৰু পশুপতি নাথৰ মাজেদি বৈ গৈছে। এই কাৰণেই এওঁৰ ইমান মহিমা।

আমি পশুপতি নাথেদি পোনাই পশ্চিম ফালৰ শিম্ভু-ভগৱানৰ দৰ্শন কৰিবলৈ গলোঁ। বাটত বাঘমতীৰ ভনীয়েক বিষ্ণুমতীক লগ পালোঁ। এই নৈৰ ওপৰত য'তে ত'তে সাঁকো দিয়া আছে। সাঁকোনো আৰু কি? পানীৰ এহাত ওপৰত এডোখৰ এডোখৰ এবেগতীয়া কাঠ। যদি আগ-ফালৰ পৰা কোনোবা আহি পৰে, তেতিয়াহলে দুয়ো একেলগে সেই সাঁকো পাৰ হব নোৱাৰে। যি কোনো এজন পানীত নামি পৰিব লাগিব। কোনো কোনো ঠাইত যেতিয়া পানী অলপ বেচি থাকে, তেতিয়া মানুহৰ আঁঠুলৈকে তিতি যায়। শিম্ভু-ভগৱানৰ নামনিত ধ্যানমগ্ন বুদ্ধৰ এটা ডাঙৰ মূৰ্ত্তিয়ে সূৰ্য্যৰ তাপত তপস্যা কৰি আছে। টিলাৰ ওপৰত এটা মন্দিৰ আছে। তাত তিনিটা মূৰ্ত্তি আছে। প্ৰথমটো বুদ্ধ-ভগৱানৰ, দ্বিতীয়টো ধৰ্ম্ম-ভগৱানৰ, তৃতীয়টো সঙ্ঘ-ভগৱানৰ। প্ৰত্যেকৰে আগত ঘিঁউৰ চাকি জলি থাকে। এটা চুকত কাঠেৰে সজা এটা চৌকাঠ পিতলেৰে বান্ধি তাৰ ওপৰত "ওঁ মামে পামে হুম্" ( ওঁ মণিপদ্মে-অহম্ )ৰ পবিত্ৰ মন্ত্ৰ কেইবাবাৰো আখৰেৰে অঙ্কিত কৰা হৈছে।

পিতলৰ এই ঢাকনীখন ঘূৰালে ঘূৰি থাকে। ৰুদ্ৰাক্ষ বা তুলসীৰ মালা ঘূৰুৱাতকৈ ইয়াক ঘূৰোৱা সহজ। প্ৰত্যেক বাৰতে তাৰ ওপৰত যি মন্ত্ৰ লিখা আছে সি দৰ্শকৰ চকুত পৰে। আৰু দৰ্শকে মনে মনে তাৰ জপ কৰিব লগীয়া হয়। এইদৰে দৰ্শকে আপোনা আপুনি সেই পুণ্য লাভ কৰে। 'নাত্ৰ কাৰ্য্য বিচাৰণা' তথাগতে তেওঁৰ নিজৰ বাণীৰ এই ৰূপ দেখিবলৈ নাপালে, ই তেওঁৰ দুৰ্ভাগ্য নহয় আৰু কি? এই মন্দিৰৰ ওচৰতে এটা

বেদীৰ ওপৰত পিতলেৰে সজা ইন্দ্ৰৰ বজ্ৰ থোৱা হৈছে। ভগিনী-নিবেদিতাই এই বজ্ৰ বৰ ভাল দেখিছিল আৰু তেওঁ প্ৰস্তাৱ কৰিছিল যে ভাৰতবৰ্ষৰ ৰাষ্ট্ৰ-ধ্বজৰ ওপৰতো যেন এই নমুনাকে দিয়া হয়।

বাঘমতীৰ পাৰত ধান, ঘেঁহু, মাকৈ আৰু মাটি মাহ যথেষ্ট পৰিমাণে উৎপন্ন হয়। তাত বহুৰ মাহ নহয়। কব নোৱাৰোঁ এওঁলোকে ইয়াক কৰিবলৈ চেষ্টা কৰিছেনে নাই। বৰ্ত্তমান কপাহ খেতি কৰাৰ চেষ্টা কৰা হৈছে। বাঘমতীয়েই হৈছে নেপালী মানুহৰ গঙ্গা-মাতা। গোৰক্ষনাথ তেওঁলোকৰ পিতা।

১৯২৬-২৭ চন।

## ৩৭। বিহাৰৰ গণ্ডকী

সৰুকালত মই ইমানেই শুনিছিলোঁ যে গণ্ডকী নৈ নেপালৰপৰা আহিছে আৰু তাত শালগ্ৰাম পোৱা যায়। শালগ্ৰাম একৰকম শঙ্খৰ নিচিনা প্ৰাণী। সি তুলসীপাত বৰ ভাল পায়। পানীত তুলসী পাত পেলাই দিয়াৰ পাছত ই লাহে লাহে ওপৰলৈ উঠি আহে আৰু পাত খাবলৈ ধৰে। মানুহে তাক ধৰি নি মাৰি পেলায় আৰু ক'লা শিলৰ নিচিনা এই শঙ্খক পৰিষ্কাৰ কৰি পূজাৰ কাৰণে বেচে। কিন্তু আজিকালি ধূৰ্ত্ত মানুহে এডোখৰ ক'লা বৰণৰ শিল লৈ তাত ফুটা কৰি কৃত্ৰিম শালগ্ৰাম সাজে। এনেকুৱা ধৰণৰ বহুতো গল্প মই শুনিবলৈ পাইছিলোঁ। এই কাৰণে এই নৈখন এবাৰ চাবলৈ মোৰ বহুত দিনৰ পৰা ইচ্ছা আছিল।

মোৰ মনত আছে যে স্বামী বিবেকানন্দই কোনো এঠাইত লিখি থৈ গৈছে যে—নৰ্ম্মদাৰ শিল, মহাদেৱৰ বান লিঙ্গ আৰু বৌদ্ধ-স্তূপৰ প্ৰতীকক আশ্ৰয় কৰি সজা বিষ্ণুৰ শালগ্ৰাম গণ্ডকীৰ পৰা অনা শিল। পেৰিছত কোনো ডাঙৰ ডাঙৰ প্ৰদৰ্শনীৰ সময়ত তেওঁ নিজৰ বক্তৃতা আৰু প্ৰবন্ধৰ যোগেদি এইটো প্ৰচাৰ কৰিছিল যে বানলিঙ্গ আৰু শালগ্ৰামে বৌদ্ধ জগতৰ দুটা সীমাৰ সূচনা দিয়ে।

য'ত গঙ্গা নৈৰ উদ্গম হৈছে তাৰ দুয়োফালৰ পৰা কৰভাৰ লৈ গণ্ডকী আগবাঢ়ি গৈছে। অধিকাংশ মাগুলিক নৈয়েই উত্তৰফালৰ অৰ্থাৎ বাঁওফালৰ। চম্বল আৰু শোন নৈক যদি বাদ দিয়া হয়, তেতিয়াহলে কোনো ডাঙৰ নৈ দক্ষিণফালৰপৰা উত্তৰফালে অহা দেখা নাযায়। দক্ষিণ বাহিনী গঙ্গাৰ সহায়ক নৈবোৰৰ ভিতৰত গণ্ডকীয়ে গঙ্গাৰ কাৰণে বিহাৰৰ পানী আনে।

আমি সকলোবোৰ যেতিয়া মজফৰপুৰলৈ গৈছিলোঁ, তেতিয়া এদিন গণ্ডকীত গা ধুবলৈ গলোঁ। বিহাৰৰ ভূমি হৈছে অনাসক্তিৰ প্ৰথম প্ৰবৰ্ত্তক সম্ৰাট জনকৰ কৰ্ম্ম-ভূমি, অহিংসা ধৰ্ম্মৰ মহান প্ৰচাৰক মহাবীৰৰ তপোভূমি; অষ্টাঙ্গিক মাৰ্গৰ সংশোধক বুদ্ধ ভগবানৰ বিহাৰ ভূমি। এই সকলো ধৰ্ম্ম সম্ৰাটেই হয়তো এই নৈৰ পাৰত অহৰ্নিশে বিচৰণ কৰিছিল। তেওঁলোকৰ অসংখ্য সহায়ক আৰু অনুগামীয়ে হয়তো ইয়াতেই স্নান-পান কৰিছিল। শৈশৱত সীতাদেৱীয়ে ইয়াত কিমান জল-বিহাৰ কৰিছিল। সেই গণ্ডকীয়ে মোক যেন নিজৰ পবিত্ৰতা আৰু শীতলতাৰ যোগেদি কৃতাৰ্থ কৰে—এই সঙ্কল্প কৰিয়েই মই তাত গা ধুলোঁ। গণ্ডকীৰ সোঁতৰ কোনো তীব্ৰতা নাছিল। কোনো ধৰণৰ অস্থিৰতা নাছিল। তেওঁ অতি শান্তিৰে বৈ গৈছে —যেন কামদেৱ ( মাৰ )ক জিকাৰ পাছত বুদ্ধ ভগবানৰ যোগেদি প্ৰসাৰিত অখণ্ড ধ্যানহে।

১৯২৬-২৭ চন।

## ৩৮। গয়াৰ ফল্গু

সংস্কৃতত ফল্গুৰ দুটা অৰ্থ—(১) ফল্গু মানে নিঃসাৰ, ক্ষুদ্ৰ, তুচ্ছ আৰু (২) ফল্গু মানে সুন্দৰ। গয়াৰ ওচৰৰ ফল্গু নৈৰ নাম দুয়োটা অৰ্থতে সাৰ্থক। পুৰাণত কোৱা হৈছে যে—তেওঁৰ গাত সীতাৰ শাও লাগিছে। সীতাৰ শাপৰ সম্বন্ধে যি জনশ্ৰুতি আছে হয়তো সি সঁচা হব পাৰে। কিন্তু তেওঁৰ গাত যে বালিৰ অভিশাপ লাগিছে সেইটো আমি নিজৰ চকুৰে দেখি

আহিছোঁ। যিফালেই চোৱা যায়, কেৱল বালি আৰু বালি। বেচেৰা ক্ষীণ প্ৰবাহে বাৰু ইয়াৰ আগতনো মূৰ দাঙে কেনেকৈ? যাত্ৰীসকলে য'তে ত'তে খাল খান্দে। কাঠৰ ডাঙৰ কোৰ দীঘল ৰচিৰে বান্ধি হালৰ দৰে এই খালত চলায়, যাৰ দ্বাৰা তলৰ বোকাবোৰ ওলাই খালটো বেচি দ' হৈ পৰে আৰু তাৰপৰা অধিক পৰিমাণে পানী ওলাবলৈ ধৰে।

অসংখ্য শ্ৰদ্ধালু যাত্ৰীয়ে ফল্গুৰ বালিত গা ধুই পিতৃ-সকলৰ কাৰণে ভাত ৰান্ধে আৰু পিণ্ড তৈয়াৰ কৰে। ইয়াত পিণ্ডৰ বস্তুবোৰ কিনিবলৈ দাম বান্ধি থোৱা আছে আৰু এই দাম অনুসাৰে পইচা দিলেই পাণ্ডাই সকলো বস্তুৰ যোগাৰ কৰি দিয়ে। গোবৰ-খুটীত জুই লগাই তাৰ ওপৰত মাটিৰ চৰুত চাউল বহাই দিয়ে আৰু ঠিক সময়ত ইয়াত নিজে নিজেই ভাত সিজি থাকে।

ফল্গুৰ পাৰত থকা মন্দিৰ আৰু ধৰ্ম্মশালা বোৰে নৈৰ শোভা দুগুণ কৰি তুলিছে। ইয়াৰ ভিতৰত শ্ৰীগদাধৰ দেৱৰ মন্দিৰৰ শিখৰে অনায়াসে মানুহৰ দৃষ্টি আকৰ্ষণ কৰে। গয়াৰ পৰা বুদ্ধ গয়ালৈ যাওঁতে ফল্গুৰ প্ৰকৃত শোভা দেখা যায়। বালিৰ দীঘল বহল পাট, দাঁতি কাষৰত ওখ ওখ তালগছ আৰু ইয়াৰ মাজেদি এঁকা-বেঁকা কৈ বৈ গৈছে ফল্গুৰ ক্ষীণ প্ৰবাহ। কিন্তু তেওঁক ক্ষুদ্ৰ বা নিঃসাৰ বুলি কোনে কব? যি ঠাইলৈ ৰামচন্দ্ৰ আৰু সীতাদেৱী আহিছিল, ভগবান বুদ্ধই য'ত বিচৰণ কৰিছিল, আৰু কিমান শ্ৰদ্ধালু মানুহ ইয়ালৈ শ্ৰাদ্ধ কৰিবলৈ আহিছিল, এই মহাতীৰ্থক নিঃসাৰ বুলিতো কবই নোৱাৰি। সেইহে ফল্গু মানে সুন্দৰ—এই অৰ্থই সত্য।

১৯২৬ ২৭ চন।

## ৩৯। গৰজি থকা শোনভদ্ৰ

'অয়ং শোনঃ শুভ-জলোঽগাধঃ পুলিন-মণ্ডিতঃ।
কতৰেণ পথা ব্ৰহ্মন্ সন্তৰিষ্যামহে বয়ম্? ॥
এৱম্ উক্তম্ তু ৰামেণ বিশ্বামিত্ৰো ঽব্ৰবীদ্ ইদম্।
'এষ পন্থা ময়ো দ্দিষ্টো যেন যান্তি মহৰ্ষয়ঃ ॥'

সেতুবন্ধৰপৰা হিমাচল প্রদেশলৈকে সমগ্র ভাৰতবর্ষৰ সম্বন্ধে একেলগে ভৰা ক্ষত্রিয় গুৰু-শিষ্যই শোন নদী পাৰ হোৱাৰ সময়ত কি ভাবিছিল কোনে জানে ? প্রকৃতি কবি বাল্মীকিয়ে বিশ্বামিত্র আৰু ৰাম, এই দুয়োৰো প্রকৃতি-প্রেমৰ মুক্ত কণ্ঠে বর্ণনা কৰিছে। এই তিনিও হৈছে জন-কল্যাণকামী। হয়তো তেওঁলোকৰ ভাবৰ সোঁত শোনভদ্রৰ দৰেই বৈ গৈছিল আৰু দাঁতি কাষৰৰ ভূমিক প্লাৱিত কৰিছিল। অমৰ কণ্টকৰ দাঁতি কাষৰৰ উন্নত ভূমি ভাৰতবর্ষৰ প্রায় মাজ ভাগত থিয় হৈ আছে। তাৰপৰা তিনিও দিশলৈ ই নিজৰ কৰুণাৰ সোঁত বোৱাই দিছে। ভৌগোলিক ৰচনাৰ দৃষ্টি ভঙ্গীত ইয়াৰ ভিতৰত যথেষ্ট সাম্য আছে, কিন্তু আন দৃষ্টিৰ ফালৰ পৰা সম্পূর্ণ বৈষম্য—। এনেকুৱা দুখন প্রদেশক অমৰকণ্টকে নিজৰ দ্বিধা ৰূপেৰে তৃপ্ত কৰি আছে। নর্ম্মদা গুজৰাটৰ ভাগত পৰিল, আৰু মহানদী উৎকলৰ ভাগত।

অমৰ কণ্টকৰ তৃতীয় সুঁতি হৈছে স্থূলকায় শোনভদ্র। নর্ম্মদা সুদীর্ঘ, মহানদী অষ্টবক্রা, আৰু শোনভদ্র সুঘোষ। প্রায় পাঁচশ মাইলৰ ব্যৱধান সম্পূর্ণ কৰি তেওঁ পাটনাৰ ওচৰৰ গঙ্গাৰ লগত মিলিছে। শোনৰ কাৰণেই শোনপুৰ বিখ্যাত। প্রবাদ আছে যে ঘঁৰিয়ালৰ লগত হাতীৰ যুদ্ধও গঙ্গা শোনৰ সঙ্গমতে লাগিছিল। যেন এই প্রসঙ্গক চিৰস্মৰণীয় কৰি ৰাখিবৰ কাৰণে এতিয়াও শোনপুৰত লাখ লাখ মানুহৰ মেলা হয়, আৰু তাত শ শ হাতী বেচা হয়।

প্রাচীন ঋষি সকলে সিন্ধু আৰু ব্রহ্মপুত্রৰ লগতে শোনভদ্রৰ নদ নাম ৰাখি তেওঁৰ সমুচিত আদৰ কৰিছে। বাৰানসীৰপৰা গয়ালৈ যাওঁতে এই মহাকায় আৰু মহানাদ নদৰ দর্শন কৰিলোঁ। আমাৰ ৰেল ডাঙৰ দলঙৰ ওপৰেদি গৈছিল আৰু তাৰপৰাই শোনভদ্রৰ পুলিনমণ্ডিত মহাপট দেখা গৈছিল। যেতিয়া তেওঁ সকৰী উপত্যকাত নিজৰ বিকাশ অৱৰুদ্ধ হৈ যোৱাৰ কাৰণে অধীৰতাৰ সৈতে দৌৰি গৈ হঠাৎ বিশাল ক্ষেত্র পাইছেগৈ, তেতিয়া কলৈ যাম, কলৈ নাযাম তেওঁৰ চেহেৰাত এই ভাব সুস্পষ্টৰূপে ফুটি উঠিছে। 'নাল্পে সুখম্ অস্তি ; যো বৈ ভূমা তৎ সুখম্' এই সিদ্ধান্ত জানোতা মহর্ষিসকলে যেতিয়া শোনৰ পাৰত ঘাট বিচাৰি ফুৰিছিল, তেতিয়া তেওঁলোকৰ মনলৈ

বাক কি কি ভাব আহিছিল? ইয়াক বিশ্বামিত্র বা তেওঁৰ যজ্ঞৰক্ষক প্ৰভু শ্ৰীৰামচন্দ্ৰইহে জানে।

১১২৬ ২৭ চন

## ৪০। তেৰদালৰ মৰীচিকা

মোৰ বিয়াৰ অলপ দিনৰ পাছতে আমি শাহপুৰৰপৰা জমখণ্ডীলৈ গছিলোঁ। পিতাদেউ তালৈ আমাতকৈ আগতে গৈছিল। আমি ৰাতি কুড়চী ষ্টেচনত নামিলোঁ আৰু সেই ৰাতিয়েই আকৌ গৰু-গাড়ীত যাত্ৰা কৰিলোঁ। দুয়োটা গৰুৱেই বগা আৰু পৰিশ্ৰমী আছিল। দুয়োৰো গাৰ বৰণ শিঙৰ আকাৰ, মুখৰ মুদ্ৰা আৰু খোজ কঢাৰ ধৰণ আদি সকলো একে আছিল। আৰ্মাৰ ইয়াত এনেকুৱা বলধ গৰুক 'খিল্লাৰী" বুলি কয়। এই গৰুৱে আমাক ২৪ ঘণ্টাত ৩৫ মাইল বাট লৈ গৈছিল।

জমখণ্ডীলৈ যাওঁতে বাটত ইতিহাস প্ৰসিদ্ধ তেৰদাল পোৱা যায়। যেতিয়া আমি তেৰদালৰ ওচৰ পাইছিলোঁ তেতিয়া মধ্যাহ্ন সময় আছিল। সোঁ ফালে বহুত দূৰলৈকে ধাননি পথাৰ বিয়পি আছিল। অলপ দূৰত যেন আকাশৰ তলত এখন ডাঙৰ নৈ বৈ গৈছিল। পানীৰ ওপৰত চোকা ৰ'দ পৰাৰ কাৰণে সি তিৰ্বিৰাই উঠিছিল আৰু পানীবোৰ কিমান বেগাই বৈ গৈছিল সেই সম্বন্ধে অলপ অনুমান কৰিব পাৰিছিলোঁ। ইমান সুন্দৰ নৈৰ পাৰত কিয় ইমান কম গছ আছিল ইয়াৰ কাৰণটো মই বুজিব নোৱাৰিলোঁ। "এই নৈৰ নাম কি?" মই গাড়োৱানক সুধিলোঁ। মোৰ কথা শুনি গাড়োৱানে হাঁহি কলে—নৈ ইয়ালৈ ক'ৰপৰা আহিব? ই মৰীচিকাহে।" পানীৰ এই দৃশ্য দেখি বেচেৰা তৃষ্ণাতুৰ হৰিণাই ভ্ৰম-জালত পৰি ৰ'দত লৰি-ঢাপৰি পানীৰ কাৰণে আতুৰ হৈ শেহত মৰি যায়। সেই কাৰণে ইয়াক মৃগ-তৃষ্ণা বা মৰীচিকা বুলি কোৱা হয়। মৰীচিকাৰ বিষয়ে মই পঢ়িছোঁ। মৰীচিকাৰ ওপৰত থকা গছৰ প্ৰতিবিম্ব, মৰুভূমিত গৈ থকা উটৰ প্ৰতিবিম্ব দেখা যায় আদি তথ্যবোৰ মই পঢ়িছোঁ. আৰু বহুতো কিতাপত

মই ইয়াৰ ছবিও দেখিছোঁ। কিন্তু মই ভাবিছিলোঁ যে মৰীচিকা কেৱল আফ্রিকাতহে দেখা পোৱা যায়। হয়তো চাহাৰা মৰুভূমিৰ ২১ দিনৰ যাত্রাতহে এই মৰীচিকা দেখিবলৈ পোৱা হয়। ভাৰতবৰ্ষতো যে মৰীচিকা চাব পাৰি, যদি মই এইটো কল্পনা কৰিব পাৰিলোঁহেঁতেন, তেতিয়াহলে ইমান সহজতে আৰু বেয়া ভাবে প্ৰতাৰিত নহলোঁহেঁতেন।

এতিয়া মই দেখিবলৈ পালোঁ যে আমাৰ গাড়ী যিমানেই আগ বাঢ়ি গৈছে সিমানেই পানীও আগলৈ গৈ আছে। মই এইটো দেখিলোঁ যে সেই পানীৰ দাঁতি কাষৰ সেউজীয়া নহয়। আৰু দাঁতি কাষৰ মাটিতকৈ পানীৰ সোঁত দ নহয়। মাটিৰ চামনিৰ ওপৰত পানী বৈ গৈছিল। ওপৰফালৰ বতাহতো ৰ'দে প্ৰভাৱ বিস্তাৰ কৰিছিল। এনেকুৱা অৱস্থাত মৰীচিকা চোৱাৰ আনন্দ আৰু বাঢ়ি উঠিল। বেচেৰা বলধ দুটাও আধা মুদ খোৱা চকুৰে নিজৰ গতিৰ তালত সমানে গৈ আছিল। কোনো গৰুৱে যদি যাওঁতে যাওঁতে মুতি দিয়ে, তেতিয়াহলে মাটিত তাৰ চিন বৈ যায় আৰু অলপ সময়ৰ পাছতে শুকাই যায়। আমি আধা ঘণ্টাৰ মূৰে মূৰে কলহৰপৰা পানী লৈ খাইছিলোঁ তথাপি আমাৰ পিয়াহ গুচা নাছিল। এইদৰে আহি আহি শেষত তেৰদাল পালোঁহি। ধৰ্ম্মশালাবোৰ শিলৰ আছিল। দেশীয় ৰাজ্যৰ গাঁও কাৰণে ধৰ্ম্মশালাবোৰ ভালকৈ সজা হৈছিল। কিন্তু চোকা ৰ'দৰ কাৰণে আমাৰ এই ধৰ্ম্মশালাও ভাল লগা নাছিল। নিৰ্দ্দিষ্ট ঠাই পোৱাৰ পাছত মই পুখুৰীত গা ধুই আহিলোঁ। মোৰ লগত পূজাৰ মূৰ্ত্তি আছিল। বেতৰ পেটাৰীৰ পৰা সেইবোৰ উলিয়াই পূজাৰ কাৰণে সাজু হলোঁ। মোৰ লগত এজনা শালগ্ৰামো আছিল। তেওঁ তুলসীপাত নহলে একো নাখায়। সেই কাৰণে মই তিতা তিয়নীৰে তুলসীপাত আনিবলৈ ওলাই গলোঁ। এঘৰৰ চোতালত বগা কৰবী ফুল আৰু তুলসীপাত দুয়োটাই পালোঁ? ভোকত পেট পুৰি গৈছিল। ভৰি আৰু মূৰো গৰম হৈ পৰিছিল—এনেকুৱা ত্ৰিবিধ তাপত মই পূজা কৰিবলৈ বহিলোঁ। দেৱতা বৰ কম নাছিল। ঈশ্বৰ অৱশ্যে এজনেই। কিন্তু সকলোবে ফালৰ পৰা এজন দেৱতাক পূজা কৰা সম্ভৱপৰ নহয়। পূজা কৰিবৰ সময়ত মোৰ চকু ধুৱলী কুঁৱলী লাগিছিল। অতি কষ্টৰ সৈতে মই পূজা শেষ কৰি আৰু খাই মেলি শুই পৰিলোঁ।

সপোনত মই হৰিণাৰ এটা বৰ ডাঙৰ দল ফুটবলৰ দৰে দৌৰি দৌৰি মৰীচিকাৰ পানী খাবলৈ অহা দেখিলোঁ।

এনেকুৱা এক মৰীচিকা দাণ্ডী—যাত্ৰাৰ সময়ত নবসাৰীৰ পৰা দাণ্ডীৰ সাগৰৰ পাৰলৈ যাওঁতে দেখিবলৈ পাইছিলোঁ। ই যে মৰীচিকা আমি সেইটো বুজা সত্বেও, চকুৰ ভুল হলে কমা নাছিল। বেদান্তৰ জ্ঞানক নো বাৰু চকুৱে কেনেকৈ গ্ৰহণ কৰিব ?

আজিকালি কলিকতাৰ ক'লা এঠা দিয়া বাটত দুপৰীয়া পৰত এনেকুৱা মৰীচিকা তিৰবিৰাবলৈ ধৰে—যাক দেখিলে অলপ আগতে বৰষুণ হৈ গৈছে বুলি ভ্ৰম হয়। তাত বেগাই যোৱা মটৰৰ ছাঁও দেখা যায়। জ্ঞান হোৱাৰ পাছতো যে মানুহ কেনেকুৱা মোহাবেশত থাকে, সম্ভৱ সেই প্ৰশ্নৰ উত্তৰ পাবৰ কাৰণেই ভগবানে এই মৰীচিকা সৃষ্টি কৰিছে।

১৯২৫ চন।

## ৪১। চৰ্ম্মণ্বতী চম্বল

যি নৈৰ পানীৰে মই স্নান-পান কৰিছোঁ, ইয়াত সেই নৈবোৰৰ উপস্থান কৰাই মোৰ সংকল্প আছিল। তথাপি ইয়াৰ ভিতৰত এটা অপবাদ আছে। মধ্যদেশৰ চম্বল নৈৰ দৰ্শন কৰাৰ কথা মোৰ মনত নাই। কিন্তু এই নৈ পৌৰাণিক কালৰ চৰ্ম্মণ্বতী নামৰ নৈৰ লগত জড়িত হৈ আছে। নৈৰ পাৰৰ পশু, পক্ষী বা বনস্পতিৰ নামানুসৰি নৈবোৰৰ নাম ৰখা হৈছে। ইয়াৰ বহুতো উদাহৰণ আছে। দৃষদ্ বতী, সাৰস্বতী, গোমতী, বেত্ৰৱতী, কুশাৱতী, শৰাৱতী, বাঘমতী, হাথমতী, সাবৰমতী, ইৰাৱতী আদিয়ে সেই যুগৰ প্ৰজা-সকলৰ নামৰ সূচনা কৰে। নৈৰ নামৰ পৰাই তেওঁলোকৰ সংস্কৃতিৰ প্ৰকাশ হয়। তেতিয়াহলে চৰ্ম্মণ্বতী নামৰ অৰ্থ কি ? এই নাম শুনাৰ লগে লগে প্ৰত্যেক গো-সেৱকৰ গাৰ নোম থিয় নোহোৱাকৈ নাথাকে।

প্ৰাচীন ৰজা ৰন্তিদেৱে অমৰ কীৰ্ত্তি লাভ কৰিছিল। মহাভাৰতৰ নিচিনা বিৰাট মহাকাব্যয়ো ৰন্তিদেৱৰ কীৰ্ত্তি গাই গাই অন্ত কৰিব পৰা নাই। সেই

ৰজাই এই নৈৰ পাৰত বহুত যজ্ঞ কৰিছিল আৰু সেই যজ্ঞবোৰত যি পশু-হত্যা কৰা হৈছিল, সিহঁতৰ তেজেৰে এই নৈ সদায় ৰাঙলী হৈ আছিল। এই জন্তুবোৰৰ চামৰা শুকাবৰ কাৰণে এই নৈৰ পাৰত থোৱা হৈছিল, সেই কাৰণেই এই নৈৰ নাম চৰ্ম্মন্বতী হ'ল। মহাভাৰতত এই প্ৰসঙ্গৰ বৰ্ণনা অতি উৎসাহেৰে সৈতে কৰা হৈছে। ৰন্তিদেৱৰ যজ্ঞলৈ ইমান ব্ৰাহ্মণ আহিছিল যে কেতিয়াবা কেতিয়াবা ৰন্ধনীবোৰে ভূদেৱসকলক মিনতি কৰি কব লগীয়া হৈছিল যে—"ভগবন্! আজি মাংস কম কৰি ৰন্ধা হৈছে, আজি কেৱল পঁচিশ হেজাৰ জন্তুহে মৰা হ'ল। সেই কাৰণে আজি সৰহকৈ শাক-পাচলীকে খাব লাগিব।"

সেই সময়ৰ হিন্দুধৰ্ম্ম আৰু আজিৰ হিন্দুধৰ্ম্মৰ ভিতৰত কিমান প্ৰভেদ হৈ গ'ল। ইউনানী সকলৰ 'হৈকটাৰ্ম্ম'কো তুচ্ছ কৰিব পৰা ইমান ডাঙৰ যজ্ঞ কৰি আমি স্বৰ্গৰ দেৱতা তথা পৃথিবীৰ দেৱতাবোৰক তৃপ্ত কৰিম, সেই সময়ৰ ধাৰ্ম্মিক লোক সকলে এনেকুৱা আশা কৰিছিল। ইয়াৰ পাছৰ মানুহে প্ৰশ্ন কৰিলে :

> বৃক্ষান্ ছিত্বা পশূন্ হত্বা কৃত্বা ৰুধিৰ-কৰ্দমম্
> স্বৰ্গঃ চেৎ গম্যতে মৰ্ত্যৈঃ নৰকঃ কেন গম্যতে ?

"গছ কাটি, পশু-হত্যা কৰি, পশুৰ তেজেৰে বোকা কৰি যদি স্বৰ্গলৈ যোৱা হয়, তেতিয়াহলেনো নৰকলৈ যাব কোন?" এই চৰ্ম্মন্বতী নৈৰ পাৰত কিমান যুদ্ধ হৈছিল, কোনে জানে? এইবোৰ যুদ্ধত মানুহে মানুহৰ তেজ বোৱাই দিছিল। তথাপি চম্বলৰ নাম ললেই যুদ্ধৰ কথা নহয়, বৰং ৰজা ৰন্তিদেৱৰ সময়ৰ কথা মনত পৰে।

এই কাৰণে যদি আজি আমাৰ ইমান উদ্বেগ হব পাৰে, তেতিয়াহলেনো বাৰু সেই সময়ত সমস্ত প্ৰাণীৰ মাতা চৰ্ম্মন্বতীয়ে কিমান বেজাৰ পাইছিল?

১৯২৬-২৭ চন।

## ৪২। নদীৰ সৰোবৰ

…… …… আমাৰ দেশত অসংখ্য সুন্দৰ সুন্দৰ ঠাই আছে। তথাপি মানুহে প্ৰকৃতিৰ বাস্তৱ ৰূপক যেন বুজিবলৈ চেষ্টা নকৰে। যিসকল মানুহে চৌবিছ ঘণ্টা বাপুজীৰ লগত আশ্ৰমত থাকিবলৈ তথা কথা পাতিবলৈ সুযোগ পাইছে, যিদৰে তেওঁ বাপুজীৰ মহত্ত্ব বুজিব নোৱাৰে আৰু বাপুজীৰ ভাৱ-বিচাৰৰ সম্বন্ধেও প্ৰশ্ন নকৰে আমাৰ দেশত প্ৰকৃতিৰ সৌন্দৰ্য্যৰ বিষয়েও সেই কথাই খাটে।

আমি মাণিকপুৰৰ পৰা ঝান্সীলৈ গৈছিলোঁ। বাটত হঠাতে হৰপালপুৰ আৰু মোহাৰ মাজত এক বিশাল সুন্দৰ দৃশ্য দেখিলোঁ। ধৰিবই নোৱাৰিলোঁ ই নৈ নে নাই সৰোবৰ? দাঁতি কাষৰ গছবোৰ পাৰৰ ইমান ওচৰত আছিল যে এইখন যে নৈ নহয় তাক বুজিবৰ উপায় নাছিল। কিন্তু সৰোবৰৰ চাৰিও দিশ ক্ৰমান্বয়ে ওখ হব লাগে। ইয়াৰ সম্মুখত এটা ওখ পাহাৰে দাঁতি কাষৰ হাবিক আশীৰ্ব্বাদ দি থিয় হৈ আছিল। পানীত চাই থকা মানুহক নিজৰ বিপৰীত দৰ্শন দিছিল। মূৰ খুৰাই দাড়ি ৰখা গছলমানৰ দৰে এই পাহাৰে নিজৰ নামনিত হাবি ৰাখি নিজৰ শিখৰক মুণ্ডন কৰিছে।

দলঙৰ বাওঁফালে পানীৰ মাজত এটা সৰু চাপৰি আছে। দুই এফুট মান দীঘল, এহাত মান বহল, ইয়াৰ পানীৰ ওপৰত প্ৰায় ৬ ইঞ্চিমান ওলাই থকা—। সঁচাকৈয়ে এই অকণ মানি চাপৰিটোৰ অহঙ্কাৰ চাবলগীয়া আছিল। সি যেন ওচৰৰ পাহাৰক কৈ আছিল—"তই পাৰত খিয় হৈ হে ধেমালি চাইছ, কিন্তু মোলৈ চা, মই কিমান সুন্দৰ জলবিহাৰ কৰি আছোঁ।"

তেতিয়াহলে ই নৈ নে সৰোবৰ? এই মাত্ৰ বেলাতাল ষ্টেচন পালোঁহি। ইয়াত য'তে ত'তে পানী দেখি এনেকুৱা লাগিছিল যেন এই প্ৰদেশত বহুত পুখুৰী আছে। বেলৰ ডবাত বহা মানুহবোৰক অৱশ্যে এই বিষয়ে সুধিব পাৰিলোঁহেঁতেন। কিন্তু এইখন পেচেঞ্জাৰ ৰেল হোৱা সত্ত্বেও দীপান্বিতাৰ সময় কাৰণে তাত স্থানীয় যাত্ৰী নাছিল আৰু হয়তো থকা হলেও তেওঁলোকৰ পৰা বৰ বেচি তথ্য পাতি নাপালোঁহেতেন। যুগে যুগে জীৱন-যাত্ৰা বিষম হৈ পৰিছে; সেই কাৰণে মানুহৰ জীৱনৰ সকলো কাব্য

শুকাই গৈছে। এই বাবেই যি প্ৰশ্ন সোধা হয়, তাৰ উত্তৰ বিষাদময় উপেক্ষাৰ সৈতে পোৱা যায়। মানুহৰ ভদ্ৰতা এতিয়াও অলপ বাকী আছে, কিন্তু কাব্য উৎসাহ আৰু কল্পনাৰ স্মৃতি শেষ হৈ গৈছে।

ইমান সুন্দৰ দৃশ্য দেখাৰ পাছত কোনো বিষাদৰ কথা ভাবিব পাৰি? মই সদায় যাত্ৰাৰ সময়ত লগত দুই এখন মেপ ৰাখোঁ। আজিৰ যুগত এনেকুৱা বস্তুবোৰ অনায়াসে পোৱা যায়। মই 'ৰোড মেপ অব ইণ্ডিয়া' উলিয়ালোঁ। হৰপালপুৰ আৰু মৌৰাণীপুৰৰ মাজত এখন দীঘল নৈ দক্ষিণৰ পৰা উত্তৰ ফালে লৰি গৈ বেতোৱাৰ লগত মিলিছেগৈ আৰু বেতোৱাৰ সহায়ত হিমৎপুৰৰ ওচৰত যমুনাৰ চৰণত নিজৰ পানীক সমৰ্পণ কৰিছে।—"কিন্তু এই নৈৰ নাম কি?" মই মেপখনক সুধিলোঁ। সেই এলেহুৱাই কলে—"চোৱা ক'ৰবাত লিখা থাকিব পায়।" আৰু সঁচাকৈয়ে সেই মুহূৰ্ত্ততে তাৰ নাম পালোঁ—ধসান। ইমান সুন্দৰ আৰু শান্ত জলৰাশিৰ নামনো বাৰু কিয় ধসান হল? ই যেন তেওঁৰ কাৰণে অপমানহে হৈছে। মই হোৱা হলে এই নৈৰ নাম প্ৰসন্না ৰাখিলোঁহেঁতেন। মন্দস্ৰোতা বুলি কলোঁহেঁতেন, নহলে হিমালয়ৰ ওচৰত ক্ষমা খুজি এওঁক মন্দাকিনী বুলি মাতিলোঁহেঁতেন। কিন্তু যি লোক কবিয়ে এই নৈৰ নাম ধসান ৰাখিছিল, তেওঁ কোন ঋতুত ইয়াৰ দৰ্শন কৰিছিল সেইটো আমি কেনেকৈ কম? হয়তো সেই সময়ত বাৰিষাই মুষলধাৰেৰে দাঁতি কাষৰৰ পাহাৰৰ ভাৰৰ বোৰক টানি তললৈ নমাই আনিছিল আৰু আনন্দত নাচি থকা মদোন্মত্ত হাতীৰ গতিত উত্তৰ ফালে দৌৰি গৈছিল। তেতিয়া সন্মুখৰ টিলা স্থিৰ হৈ থাকিবনে নাথাকে, হয়তো লোক-কবিৰ সেই বিষয়ে সন্দেহ হৈছিল। সম্ভৱ এনেকুৱা সময়তে তেওঁ কৈ উঠিছিল—"চোৱাচোন এই ধসান নৈৰ দুষ্টামি, যেন মহাৰাজ পুলকেশীৰ সৈন্যহে উত্তৰফালে বিজয়ৰ কাৰণে ওলাই গৈছে।"

কিন্তু এতিয়া এই নৈক কিমান শান্ত যেন লাগে। গোকুলত ধেমালি কৰাৰ পাছত যশোদা আইৰ আগত যেন শ্ৰীকৃষ্ণইহে শান্ত গোপৰ ৰূপ ধাৰণ কৰিছে।

ৰাতিপুৱা জলপান খোৱাৰ সময়ত এনেকুৱা আতিথ্য পালেনো বাৰু তাক কোনে এৰিব? পেট ভৰাই খোৱাৰ পাছত মানুহৰ নিজৰ আত্মীয়

কুটুম্বৰ কথা মনত পৰে। এতিয়া সেই আত্মীয় সকলক এই ধসানৰ মঙ্গল দৰ্শন কেনেকৈ কৰোৱা হয়? মোৰ হাতত কেমেৰা আছিল, কিন্তু ট্ৰেইনৰ পৰা ছবি তোলাৰ সুবিধা নাছিল। ছবিৰনো শক্তি কিমান? যদি ছবিৰ যোগে সকলো আনন্দ লব পৰা সম্ভৱ হ'লহেঁতেন, তেতিয়াহলে কোনেও ফুৰাৰ কষ্ট নকৰিলেহেঁতেন। যদি মই কবি হলোঁহেঁতেন, এই দৃশ্য দেখি অন্তৰৰ আবেগৰ দ্বাৰা এখন নৈকে বোৱাই দিলোঁহেঁতেন। কিন্তু মোৰ ভাগ্যত সেইটো ঘটা নাই। সেইকাৰণে "গাখীৰৰ পিয়াহ ঘোলেৰে গুচোৱাৰ" উদ্দেশ্যে এই চিঠিখন লিখিছোঁ। ভাৰতক ভক্তি কৰা কোনো সমধৰ্ম্মী ঝান্সীৰ পৰা প্ৰায় পঞ্চাশ মাইল দূৰৰ্ এই ঠাইক নিশ্চয় দৰ্শন কৰিবলৈ আহিব।

ববৰাসাগৰ ষ্টেচন, ১৪-১১-৩১ চন।

১৬-১১-৩১ চন।

ধসানৰপৰা আগ বাঢ়ি গৈ ওৰছাৰ ওচৰত বেতোৱা নৈ দেখিলোঁ। এই নৈয়ো বৰ সুন্দৰ। ইয়াৰ প্ৰবাহত কেইটামান শিল আৰু কেই-জোপামান গছ আছিল। সেই কাৰণেই তেওঁৰ লাৱণ্য ম্লান নহৈ বৰং উজ্জ্বলহে হৈছিল। দূৰ-দূৰণিলৈকে ওৰছাৰ মন্দিৰৰ প্ৰাসাদ দেখা গৈছিল। কোনো ঠাইতে পলস দেখা নাছিলোঁ। এই অনাবিলা নৈ চাই আমি ঝান্সী পালোঁহি। তাত শ্ৰীমৈথিলীশৰণ দেৱৰ ভায়েক—শ্ৰীসিয়াৰাম শৰণদেৱ আৰু শ্ৰীচাৰুশীল' শৰণদেৱে নিজৰ পৰিয়ালক লগত লৈ আমাৰ সৈতে দেখা কৰিবলৈ আহিছিল আৰু লগতে আমি খাবৰ কাৰণে জলপানো লৈ আহিছিল। মোৰ মনত অলপ সন্দেহ আছিল যে যিদৰে কাব্য পঢ়ি পঢ়ি কাব্যৰ সৃষ্টি কৰা আমাৰ কবিসকলে অন্তৰৰপৰা প্ৰকৃতিৰ প্ৰত্যক্ষ দৰ্শন নকৰে, সেইদৰে হয়তো এই কবি বন্ধু-দ্বয়েও ধসান আৰু বেতোৱাৰ সম্বন্ধে একো লিখা নাই। সেইকাৰণে মই তেওঁলোকক খোলা-খুলি ভাৱে কলোঁ যে—"আপোনালোকে যদি এই দুয়োখন নৈক অৱলম্বন কৰি একো লিখা নাই, তেতিয়াহলে আপোনালোকে সঁচাকৈয়ে অন্যায় কৰিছে।" সিয়াৰাম-

শৰণদেৱে নিজৰ বিনয়েৰে মোক পৰাজিত কৰি কলে যে—"ককাইদেৱে (মৈথিলীশৰণ গুপ্ত) এই নৈৰ সম্বন্ধে কৈছে যে গঙ্গা আৰু যমুনাৰ সৌন্দৰ্য্যৰ তুলনাত বুন্দেলখণ্ডৰ এই নৈবোৰ গঙ্গা-যমুনাতকৈয়ো শ্ৰেষ্ঠ। সেই কাৰণে আপোনাৰ এই অভিযোগ হলে ককাইদেৱৰ গাত নালাগে। অৱশ্যে মই নিজে এই নৈৰ সম্বন্ধে একো লিখা নাই। কিন্তু মইনো এতিয়াই ক'ত বুঢ়া হৈছোঁ? মোৰ এতিয়াও আৰু বহুত লিখিবলৈ বাকী আছে।"

ধসানৰ আচল নাম দশাৰ্ন আছিল বুলি তেওঁৰপৰা জানিব পাৰিলোঁ আৰু বেতোৱাৰ নাম যে বেত্ৰবতী আছিল সেইটো মই জানিছিলোঁ। দশাৰ্ন=দশাধন=দশান=ধসান। এইখিনি কথা লক্ষ্য কৰাৰ পাছত ধসান নামৰ সম্বন্ধে মই যি অদ্ভুত কল্পনা কৰিছিলোঁ, সি বালিৰ ঘৰৰ দৰে খহি পৰিল। হয়তো এই দেশত কোনো প্ৰমাণ নোহোৱাকৈ কেৱল মোৰ নিচিনাকৈ কল্পনাৰ সহায়ত সন্ধান কৰা কিছুমান মানুহ ওলাব। তেওঁলোকৰ ভুল ভাঙিবৰ কাৰণে যি তথ্য-পাতিৰ প্ৰয়োজন, তাৰ অভাৱত এনেকুৱা কল্পনাবোৰেও ইতিহাসৰ পাতত বাস্তৱৰূপ ধাৰণ কৰে আৰু সুদূৰ ভৱিষ্যতত অন্ধ-বিশ্বাসী মানুহবোৰে এনেকুৱা কল্পনাৰ সীমাৰ ভিতৰতে আবদ্ধ হৈ থাকে।

মই এবাৰ 'বতী-মতী' থকা নৈৰ নাম একেলগে গোট খুৱাইছিলোঁ। সেই কাৰণে মোৰ বেত্ৰবতীৰ কথা মনত আছিল। ইয়াৰ পাৰত বেত গছ গজে, এওঁ বেত্ৰবতী। দৃষদ্‌বতী (শিলেৰে ভৰা), সৰস্বতী, গো-মতী, হাথমতী, বাঘমতী, ইৰাৱতী, সাবৰমতী, বেগমতী, মাহিষ্মতী (?), চৰ্ম্মণ্বতী (চম্বল), ভোগবতী (?) শৰাৱতী। এই কেইখন নৈৰ কথাকে আজি মনত পৰিছে। আৰু বিচাৰিলে আন দহ-পাঁচ খন নৈৰ নাম মনত পৰিব। মহাভাৰতত য'ত তীৰ্থস্থানৰ প্ৰসঙ্গ আহিছে, তাত একেলগে কেইবাটা নামো কোৱা হৈছে। পৰশুৰাম, বিশ্বামিত্ৰ, বলৰাম, নাৰদ, দত্তাত্ৰেয়, ব্যাস, বাল্মীকি, সূত, শৌনক আদি যাযাবৰ আৰু প্ৰাচীন ভূগোলবিদ সকলক যদি সোধা হয়, তেতিয়াহলে তেওঁলোকে আৰু বহুত নাম কৈ দিব, নহলে জন্ম দি দিব। আজিলৈকে কোনেও আমাৰ নৈবোৰৰ অন্তৰালত থকা ৰহস্যৰ কল্পনা,

কাব্য আৰু ভক্তিৰ সম্বন্ধে একো অনুসন্ধান কৰা নাই। তেতিয়াহলেনো বাৰু আকৌ ভাৰতীয় জীৱন কেনেকৈ সমৃদ্ধিশালী হব?

নৱেম্বৰ, ১৯৩১ চন

## ৪৩। নিশীথ-যাত্ৰা

জব্বলপুৰৰ ওচৰত ভেড়া ঘাটৰ দাঁতিত নৰ্ম্মদাৰ প্ৰবাহ ৰক্ষা কৰি থকা মাৰ্ব্বল পাথৰৰ পাহাৰক যে কেতিয়াবা বাতি দেখিম সম্ভৱ সেইটো সপোনতো ভবা নাছিলোঁ। কিন্তু আমি 'সবিন্দু সিন্ধু-সুস্খলৎ তৰঙ্গভঙ্গ ৰঞ্জিতম্' বুলি কৈ সন্ধ্যা বন্দনাৰ লগত যাৰ বৰ্ণনা কৰিছিলোঁ সেই শৰ্ম্মদা-নৰ্ম্মদাৰ দৰ্শন কৰিবৰ কাৰণে এইখন যে এখন সুন্দৰ কাব্যময় স্থান হব পাৰে, মোৰ মনৰ কোনোবা কোণত এনেকুৱা অস্পষ্ট কল্পনাই ঠাই পাইছিল।

হিমালয়লৈ যাওঁতে মই বাটত জব্বলপুৰত ৰৈছিলোঁ। কিন্তু সেই সময়ত ভেড়া ঘাটৰ নৰ্ম্মদাৰ কথা মনতেই পৰা নাছিল। গঙ্গোত্ৰীৰ পথত থকা শ্ৰীনগৰৰ কথা ভাবি থাকিলে নৰ্ম্মদাৰ কথা কেনেকৈ মনত পৰিব? নৰ্ম্মদা-তটৰ গাম্ভীৰ্য্যক এৰি মই গঙ্গোত্ৰী যাত্ৰাৰ কাৰণে ওলাই পৰিলোঁ।

ফৈজপুৰ কংগ্ৰেছৰ সময়ত আমি কেৱল অজন্তালৈ যোৱাৰ কথা ভাবিছিলোঁ। কিন্তু যেতিয়া 'ৰেলৱে কোম্পানীয়ে, 'কনচেচন্ টিকট' দিলে তেতিয়া আমাৰ ইফালে সিফালে ফুৰাৰ ইচ্ছা হ'ল। যদি বিনামূল্যে জব্বলপুৰ চাব পাৰোঁ, তেতিয়াহলে ঘুৰি নাহোঁ নো কিয়? ইয়াকে ভাবি ওলাই পৰিলোঁ। আমি যে কোনো বিশেষ কামৰ কাৰণে জব্বলপুৰলৈ যোৱা নাছিলোঁ সেইটো সঁচা, কিন্তু কেৱলমাত্ৰ এদিনহে যে স্ফুৰ্ত্তি কৰিম, সেইটোও ভবা নাছিলোঁ।

দেশৰ বিভিন্ন ধাৰ্ম্মিক বা ঐতিহাসিক স্থান, কলা মন্দিৰ আৰু প্ৰাকৃতিক ৰমণীয় দৃশ্য চাই মোৰ কেতিয়াও হেপাহ পলোৱা নাই। যিদৰে আমি মন্দিৰলৈ গৈ দেৱতা দৰ্শন কৰোঁ, সেইদৰে মই ভূ-মাতাৰ এই বিবিধ বিভূতি

দৰ্শন কৰিবলৈ আহিছোঁ, এতিয়ালৈকে মই এই অভিলাষতে যাত্রা কৰি আছোঁ। আমাৰ সকলোৰে ভাৰতৰ প্ৰত্যেক ঠাইৰে জ্ঞান থকা উচিত আৰু এই জ্ঞানৰ লগে লগে ভক্তি ভাৱৰো বৃদ্ধি হোৱা উচিত। অন্তৰত এই উৎসাহ লৈয়ে মই যাত্রা কৰোঁ আৰু যেতিয়া গৰ্ব্ব তথা প্ৰেমেৰে অন্তৰ ভৰি যোৱা দৃশ্যবোৰ দেখোঁ তেতিয়া মাত্র এটা বস্তুৱে মোক অধীৰ কৰি তোলে। মোৰ এইখন ইমান সুন্দৰ আৰু মনোৰম দেশ—পৰাধীন হৈ আছে। এই কাৰণে নিশ্চয় ময়ো দায়ী। পৰাধীনতাৰ লাঞ্ছনাৰ বোজা লৈ মই এই অদ্ভুত ৰম্য দেশক কিদৰেনো বাৰু ভক্তি কৰিম? মই জানো কব পাৰোঁ যে এই দেশ মোৰেই? মই যে এই দেশৰ তাত কোনো সন্দেহ নাই, কিয়নো, এৱেঁই মোক জন্ম দিছে, এই দেশেই মোক অখণ্ড ৰূপে পালন পোষণ কৰিছে, এৱেঁই মোক থাকিবৰ কাৰণে আশ্ৰয় আৰু খাবৰ কাৰণে আহাৰ দিছে, নিজৰ সন্তানক মই কেৱল এওঁৰ আশ্ৰয়তে নিশ্চিন্ত হৈ এৰি দিব পাৰোঁ, এই উজ্জ্বল ইতিহাসৰ কাৰণে মই বিশ্ব-সংসাৰত মূৰ তুলি থিয় হব পাৰোঁ, এই দেশেই মোক আৰ্য্য সকলৰ প্ৰাচীন ইতিহাসৰ লগত পৰিচয় কৰি দিছে। এই দৰেই মই নিজৰ যথাসৰ্ব্বস্ব এই দেশৰ পৰা পাইছোঁ। কিন্তু এইখন যে মোৰ দেশ, সেইটো কবলৈ মই এই দেশৰ কাৰণে নো কি কৰিছোঁ? যেতিয়াই মোৰ জন্ম হ'ল, তেতিয়াই মই দেশৰ হৈ গলোঁ, কিন্তু "এইখন মোৰ দেশ" বুলি কোৱাৰ আগতে ইয়াৰ কাৰণে মই গোটেই জীৱন পৰিশ্ৰম কৰি নিজক বলিদান কৰা উচিত। মনত এনেকুৱা ভাৱৰ আবেগ উঠাৰ পাছত অলপ সময়ৰ কাৰণে মই অধীৰ হৈ উঠোঁ। অৱশ্যে এনেকুৱা অস্বস্তিৰ পৰাহে ধৰ্ম্ম ভাৱৰ জন্ম হয় আৰু দৃঢ়তা আহে। এই অধীৰতাৰ কাৰণেই স্বাধীনতাৰ সংকল্প দৃঢ় হয়, দেশৰ কাৰণে—দেশত অসহ্য কষ্ট ভুগি থকা দুখীয়া সকলৰ কাৰণে—যেতিয়া যৎকিঞ্চিত কষ্ট সহ্য কৰাৰ সুযোগ আহে, তেতিয়া মোৰ এনেকুৱা লাগে যেন মই নিজেই কৃতাৰ্থ হৈ গৈছোঁ। যিমান দিন ঘূৰি, ফুৰোঁ, যিমান দিন মনত নতুন শক্তিৰ সঞ্চাৰ হোৱা যেন লাগে। আমাৰ দেশৰ যুৱক সকলক মই সদায় কৈ আহিছোঁ যে "তোমালোকে স্বদেশত ফুৰি দেশৰ আৰু দেশবাসীৰ দৰ্শন কৰাৰ অলপ সুযোগো নষ্ট নকৰিবা।"

অন্তৰত যেতিয়া এনেকুৱা উৎকৃষ্ট ভাবৰ উদয় হয়, তেতিয়া মানুহে একান্তত থাকিহে ভাল পায়। নিজৰ কুমলীয়া ভাবক শব্দৰ যোগে লিখি মানুহৰ আগত যোৱা সিমান টান কাম নহয়; কিন্তু এই ভাৱত ব্যাকুল হোৱাৰ পাছত আমাৰ মনত যি বিহ্বলতা আহে আৰু যেতিয়া আমি মতলীয়া হৈ পৰোঁ, সেই অৱস্থাত কোনোবাই দেখি পেলাওক—সেইটো সহিব নোৱাৰোঁ। এই কাৰণেই যেতিয়া মই ভক্তি যাত্ৰাৰ কাৰণে ওলাই পৰোঁ, তেতিয়া মোৰ অকলে যাবলৈ ইচ্ছা হয় আৰু যদি অকলশৰে প্ৰকৃতিৰ অনুনয় কৰিব পাৰোঁ, তেতিয়াহলে আৰু বেচি ভাল, লাগিব বুলি ভাবোঁ। কিন্তু মই কাউৰী জাতিৰ। অকলে অকলে কিবা উপভোগ কৰিবলৈ গলে মোৰ একোৱেই হজম নহয়। এই কাৰণে মই অনিচ্ছাৰে হলেও সকলো মানুহকে কৈ দিওঁ যে "মই এতিয়া আৰু বহি থাকিব নোৱাৰোঁ। মই যাবলৈ ওলাইছোঁ।" তেতিয়া এজন নহয় এজন মোৰ লগত ওলায়। মানুহে ভাবে যে এওঁৰ লগত গলে আমাৰ চৰ্ম্ম চকুৰে এওঁৰ প্ৰেম-চকুৰ সহায় পাব আৰু আমি চাৰিটা চকুৰে নিজৰ দেশক প্ৰাণ ভৰি চাব পাৰিম। মোৰ এই অৱস্থাৰ কথা মই মোৰ এজন বন্ধুক লিখি জনাইছিলোঁ—"মই বিচাৰোঁ একান্ত, কিন্তু পাওঁ লোকান্ত।"

শেহত ইয়াৰ পৰিণাম এয়ে হয় যে মই সমষ্টিৰ লগত যাত্ৰা কৰিব লগীয়া হয় আৰু সেই কাৰণেই নিজৰ অন্তৰৰ আবেগক দমাই থব লাগে। এফালে মনক অন্তৰ্মুখী কৰি চিন্তা-মগ্ন হোৱা সত্ত্বেও আনফালে সংসাৰৰ মানুহৰ মন যোগাই চলিব লগীয়া হয়।

যাত্ৰাৰ সময়তে হওক বা কোনো মহত্ত্বপূৰ্ণ কামৰ সময়ত হওক যদি বাধা-বিঘিনি নাহে, তেতিয়াহলে মোৰ মনটো কিবা কিবা যেন লাগে। যেতিয়া মই স্বপ্ন জগততো বাধা-বিঘিনিৰ পৰা ৰক্ষা নাপাওঁ, তেতিয়া হলেনো দিঠকত কেনেকৈ পাম? অতি উৎসাহেৰে আমি ভুসাবলৰ পৰা যাত্ৰা কৰিলোঁ আৰু ইটাৰসীলৈ আহিয়েই প্ৰথম বাধা পালোঁ। আগতে বাতৰি দিয়া সত্ত্বেও ইটাৰসীৰ ষ্টেচন মাষ্টৰে আমাৰ কাৰণে ৰেলৰ কোনো দিহা কৰিব নোৱাৰিলে। যদি নতুন ডবা লগাই দিয়ে, তেতিয়াহলে তাক টানিবলৈ ইঞ্জিনৰ শক্তি নাছিল। কিয়নো ইটাৰসীৰ আগতেই গাড়ীত যথেষ্ট ডবা

লগাই দিয়া হৈছিল আৰু এই ডবাবোৰ আগৰপৰাই মানুহেৰে ঠাহ খাই আছিল।

এতিয়া ইয়াৰপৰাই উলটি যাব লাগিব নেকি? কিমান নিৰাশা। ভাবিলোঁ, মন আনফালে ঘূৰাই দিম আৰু এই চিন্তা আঁতৰাবৰ কাৰণে ইয়াৰপৰা হুশঙ্গাবাদলৈকে মটৰত গৈ নৰ্মদা মাতাক দৰ্শন কৰি ফৈজপুৰেদি উলটি যাম। কিন্তু ইমান নিৰাশাৰ পাছতো আমি সাহস হেৰুওৱা নাছিলোঁ। অৱশেষত সেই গাড়ীতে কোনো ৰকমে উঠি পৰিলোঁ।

জব্বলপুৰলৈ গৈ দুই এজন স্থানীয় ভদ্ৰলোকৰ সহায়ত আমি ওচৰৰ ধৰ্ম্মশালাত উঠিলোঁ আৰু এখন মটৰ যোগাৰ কৰাৰ চেষ্টা কৰিলোঁ। যিদৰে যুদ্ধৰ সৈনিকবোৰক স্থানান্তৰ কৰাৰ সময়ত এটা হুলস্থুল আহি পৰে, সেইদৰে ডাঙৰ যাত্ৰীদলৰ যাত্ৰাৰ সময়তো সকলো ধৰণৰ ব্যৱস্থাৰ প্ৰয়োজন হয়। কোনো আশ্ৰম, অনুষ্ঠান, মন্দিৰ বা সৰু ডাঙৰ প্ৰতিষ্ঠান চলাওঁতে যি গুণ বা শক্তিৰ প্ৰয়োজন হয়, কোনো ৰাজ্য বা সাম্ৰাজ্য চলাওঁতেও তেনেকুৱা শক্তিৰ আৱশ্যক। সুযোগ পালে কোনো এজন বুদ্ধিয়ক খেতিয়ক উপযুক্ত শাসক বা ব্যৱস্থাপক হব পাৰে। ডাঙৰ ডাঙৰ কল-কাৰখানাৰ গৰাকীয়েও সহজতে কোনো সাম্ৰাজ্য চলাব পাৰে। যাত্ৰাত মানুহৰ সকলো ধৰণৰে গুণৰ পৰীক্ষা হয় আৰু তাত উপযুক্ত স্ত্ৰী-পুৰুষে 'নিজে নিজে অংশগ্ৰহণ কৰে। এইটো ভাব ইয়াতনো কিয় জন্মিল, সেইটো কৰৰ কাৰণে আমি ৰৈ নাথাকোঁ। আমি ঠিক সময়ত ভেডাঘাট পাবগৈ লাগে আৰু বৰষুণে যেন "এতিয়াই আহিছোঁ" বুলি কৈ আমাক সতৰ্ক কৰি দিছে। এনেয়ে এইটো বৰষুণৰ সময় নহয়। কিন্তু ভাৰতবৰ্ষৰ চাৰিও-ফালৰ মানুহ ফৈজপুৰ কংগ্ৰেছৰ কাৰণে আহিছে, ইয়াকে দেখি বৰষুণেও ভাবিছে অঁাহা, আমি বেলেগ বেলেগ ঠাই চাই ফৈজপুৰৰপৰা ঘূৰি যাওঁ। কিন্তু শীতকালত বৰষুণৰ শক্তি ক্ষীণ হৈ পৰে। সেই কাৰণে তেওঁ দৌৰি দৌৰি বাটতে ভাগৰি পৰিল আৰু ফৈজপুৰ পাবগৈ নোৱাৰিলে। তেওঁৰ হাতত যদি স্বাধীনতাৰ বস্তি থাকিলেহেঁতেন, সম্ভৱ তেতিয়াহলে মানুহে তেওঁক আওৰাই যাবলৈ সহায় কৰিলেহেঁতেন।

আমাৰ দুয়োখন মটৰ দ্রুত গতিৰে যাবলৈ ধৰিলে আৰু আমি সন্ধিয়া আহি ভেড়াঘাট পালোহি। মাৰ্ব্বল পাথৰ চাবৰ কাৰণে হয়তো ইয়াৰ আগতে এনেকুৱা সময়ত আৰু কোনোবা আহিছিল। কিন্তু প্ৰকৃতি প্ৰেমীয়ে সময়ৰ কাৰণে অপেক্ষা কৰিব জানো ?

ইয়ালৈ আহি আমি বৰ দ্বিধাত পৰিলোঁ। ওচৰৰ এটা টিলাৰ ওপৰত মহাদেৱৰ মন্দিৰ বেটি ৮৪ যোগিনীয়ে তাত তপস্যা কৰি আছিল। তপস্যা কৰোঁতে কৰোঁতে তেওঁলোক অহল্যাৰ দৰে শিল হৈ যাব পায়। ৰামৰ চৰণ স্পৰ্শ হোৱাৰ সলনি মছলমানৰ লাঠী স্পৰ্শ হোৱাৰ কাৰণে ইয়াত থকা বহুতো যোগিনীৰ যথেষ্ট দুৰ্গতি হ'ল। এই টিলাৰ সিপাৰে ধোঁৱা-ধাৰ নামৰ এটা প্ৰসিদ্ধ প্ৰপাত আছে। তাক চাবলৈ যাম নে স্তূপাকাৰ মাৰ্ব্বল পাথৰ চাবৰ কৰণে নৌকাবিহাৰ কৰিম ?

যাবৰ কাৰণে মাত্ৰ দুখন নাওহে আছিল। সেই কাৰণে আমি সকলোৱে একমত হলোঁ যে এইদৰে গৈ একো লাভ নাই। বাধ্য হৈ আমি দুটা দল কৰিলোঁ। এইখন ঠাই মাৰ্ব্বল পাথৰৰ কাৰণে অত্যন্ত বিখ্যাত—সেই কাৰণে ডাঙৰ দলটোৱে সেই ফালে যাবলৈ মন মেলিলে। ইয়াত কোনো সন্দেহ নাই যে যি অলপ পোহৰ অৱশিষ্ট আছিল তাৰেই এই ঠাই চাই লব লাগে। আমাৰ দ্বিতীয় দলে যোগিনী দৰ্শন কৰি ধোঁৱা-ধাৰলৈ যাবলৈ স্থিৰ কৰিলে আৰু আমি চিৰিত উঠিবলৈ ধৰিলোঁ। আমাৰ হাতত থকা একুৱা সৰু জোৰৰ সহায়ত আমি সকলো যোগিনী চালোঁ। মূৰ্ত্তিবোৰ সুন্দৰ আৰু কাৰুকাৰ্য্যপূৰ্ণ আছিল। মন্দিৰৰ ভিতৰত বিৰাজমান মহাদেৱ তথা তেওঁৰ নন্দীও চাবলগীয়া। মনে মনে ভাবিলোঁ যে যেতিয়া কোনো যুদ্ধত আমি আহত হওঁ, তেতিয়া লগে লগে চিকিৎসা কৰাত আমি সুস্থ হৈ পৰোঁ। যদি গাঁৱত কাৰোবাৰ কিবা বেমাৰত মৃত্যু হয়, তেতিয়াই তাক পুৰি, নহলে মাটিত পুতি পেলাওঁ। যেতিয়া মাটিত গাখীৰ পৰে, তেতিয়া সেই চিনক অমঙ্গল বুলি ভাবি ততালিকে মচি পেলাওঁ। মানুহৰ এনেকুৱা স্বভাৱ হোৱা সত্বেও এই খণ্ডিত মূৰ্ত্তিবোৰ যিদৰে আছিল, সেইদৰেই থাকিবলৈ দিয়া হল কিয় ? ধৰ্ম্মান্ধ মছলমানৰ অত্যাচাৰৰ কথা মনত পেলাবৰ কাৰণে ? নহলে আমাৰ নিজৰ কাপুৰুষতা আৰু সমাজৰ দায়িত্ব-

হীনতাৰ কথা মনত পেলাবৰ কাৰণে? আমাৰ দেশত যদি অপ্ৰতিম কলা-পূৰ্ণ মূৰ্ত্তি সম্ভাৰ কলা নষ্ট হৈ গ'লহেঁতেন, তেতিয়াহলে এনে ধৰণৰ প্ৰাচীন ভগ্নাৱশেষৰ নমুনাবোৰ সুৰক্ষিত কৰি থোৱা উচিত হ'লহেঁতেন। কিন্তু মই আবুৰ দেলবাৰ মন্দিৰত মাৰ্ব্বল পাথৰৰ কাম কৰা শিল্পীসকলৰ পৰিয়ালক চিৰদিনৰ কাৰণে নিযুক্ত কৰি থোৱা দেখিছিলোঁ। যেতিয়া মন্দিৰৰ কোনো অংশ ভাগি যায়, তেতিয়া তৎক্ষণাত তাক আগৰ নিচিনা কৰি মেৰামত কৰি পেলোৱা হয়। সেইদৰেই মই লাহোৰৰ যাদুঘৰতো দেখিছিলোঁ যে কোনো নিপুণ শিল্পীয়ে খণ্ডিত মূৰ্ত্তিবোৰৰ হাত, ভৰি, নাক, ওঁঠ আদি চিমেণ্টৰ সহায়ত এনেদৰে ঠিক কৰি দিছে যে এই কথা কোনেও বুজিবই নোৱাৰে। কিন্তু আমাৰ মন্দিৰবোৰৰ উপযুক্ত আৰু পুৰুষাৰ্থী মানুহৰ হাততনো আছে ক'ত? আমাৰ সমাজৰ পৰিস্থিতি অসহায় গৰু-ছাগলীৰ নিচিনা।

যোগিনীসকলৰ আশীৰ্ব্বাদ লৈ আমি টিলাৰ তললৈ নামি আহিলোঁ। এতিয়া অলপ পোহৰ আছিল। সেই কাৰণে আমি হাঁহি-মাতি, দ্ৰুত গতিৰে খোঁৱা-ধাৱ বিচাৰি ওলাই পৰিলোঁ। যিসকল নগৰীয়া আগে আগে দৌৰি গৈছিল তেওঁলোকৰ লেকাম টনা আৰু যিসকল পাছ পৰি আছিল তেওঁলোকক চাবুক মৰা কাম এই এখন জিভায়েই কৰিবলগীয়া হৈছিল। মোৰ এইটো অভিজ্ঞতা আছে যে যদি কোনো গৰু বা ছাগলীক মুকলি ভাবেৰে থকাত বাধা দিয়া হয়, তেতিয়া সি সমষ্টিক এৰি দূৰ-দূৰণিলৈ পলাই যোৱাত নিজৰ বীৰত্ব দেখুৱায়। সিহঁতৰ ওপৰত খং কৰি সিহঁতক ওভোতাই আনোতে হোৱা কষ্টৰ কাৰণে গৰখীয়াবোৰে নিজৰ দাম বঢ়ায় পৰস্পৰৰ টনা-আজোৰাৰ কষ্টৰ আনন্দক কোনেও বাদ দিব নোখোজে। যিফালেই আমাৰ চকু পৰে সেইফালেই কেৱল বগা পাথৰ আৰু পাথৰ।

এইখনেই জব্বলপুৰ প্ৰদেশ। এঠাইত আমি 'সঙ্গজবাহত'ৰ খেতি পালোঁ। সঙ্গজবাহত্ এটা আচৰিত বস্তু। সি যে পাথৰ সেইটো ঠিকেই, কিন্তু একেবাৰেই মিহি। যেন পেন্সিলৰ আয়নাহে। সৰুতে এবাৰ মোৰ গ্ৰহণী হৈছিল। তেতিয়া মোক এই সঙ্গজবাহতৰ গুৰি বৰফিত মিহলাই খুৱাইছিল। তেতিয়াৰ পৰাই তাৰ ওপৰত মোৰ শ্ৰদ্ধা অটুট হৈ আছিল।

গ্ৰহণীত যেতিয়া পেটৰ নাড়ীত ঘা হৈ যায়, তেতিয়া এই গুৰিয়ে সেই ঘা শুকুৱায় আৰু ঘা শুকোৱাৰ পাছত সি নিজে নিজেই পেটৰ বাহিৰলৈ ওলাই আহে। পাথৰৰ গুৰি হজম কেনেকৈ হ'ব? পেটৰ ভিতৰত থাকিলে বেমাৰহে হ'ব। কিন্তু সি নিজৰ কাম সম্পূৰ্ণ হৈ যোৱাৰ লগে লগে উপকাৰৰ সলনি আৰু বেচি সময় পেটৰ ভিতৰত থকাৰ আগ্ৰহ নকৰে।

আন্ধাৰে আবৰি ধৰিছে। চাৰিওফালে ভয়ানক নিৰ্জ্জনতা। এই নিৰ্জ্জনতাক ফালি আমাৰ দল আগবাঢ়ি গৈ আছিল, যেন অনন্ত সমুদ্ৰত নাওহে গৈ আছে। বতাহ অলপ বন্ধ হৈ পৰিছিল। কেতিয়া বৰষুণ দিব, কব নোৱাৰি। ওপৰৰ আকাশলৈ চালোঁ। ক'লা ক'লা মেঘৰ মাজত কেৱল এঠাইত এটা তৰা তিৰবিৰাই আছিল। তিৰবিৰাইছিল কিয়? যেচেৰাই বৰ দুঃখেৰে জুমি আছিল—যেন কোনো ডাঙৰ ঘৰৰ খিড়িকীৰ পৰা অকলশৰীয়া বৃদ্ধাইহে নিৰ্জ্জন পথৰ ফালে চাই আছে। আমি আগুৱাই গলোঁ। এতিয়া মাটিও সেমেকি গৈছিল। খোজে পতি পানী আৰু বোকাৰ খালবোৰ দেখিছিলোঁ।

আন্ধাৰ খুব বাঢ়িবলৈ ধৰিলে। সেই কাৰণে বাট উলিওৱা টান হৈ পৰিল। আমাৰ আগবাঢ়ি যোৱাৰ উৎসাহ একেবাৰে কমি গ'ল। আমি এনেকুৱা অন্ধকাৰ ৰাতি যে এনেকুৱা ভয়াবহ ঠাইলৈ আহিছিলোঁ, ইয়াকে যাত্ৰাৰ আনন্দ বুলি মানি লৈ উলটি যোৱাৰ কথা ভাবিলোঁ। মনত ভয়ো লাগিল—এনেকুৱা নিৰ্জ্জন আৰু ভয়াবহ ঠাইত যদি ক'ৰবাত চোৰৰ লগত সাক্ষাৎ হৈ যায়।

অকলশৰে যাত্ৰা কৰিবৰ সময়ত কিছুমান মানুহৰ চোৰ-ডকাইতলৈ ভয় হয়। যেতিয়া দলটো ডাঙৰ হয়, তেতিয়া এই ভয় সকলোৰে ভিতৰত ভাগ হৈ যায় আৰু প্ৰত্যেকৰে ভাগত কম পৰি যায়। সেতিয়া এজনে আন জনৰ সহায়ত নিজৰ নিজৰ ভয় মনৰ ভিতৰতে দমাই থব পাৰে। কিছুমান মানুহ ইয়াৰ একেবাৰে বিপৰীত। অকলশৰে থাকিলে তেওঁ নিজৰ কাৰণে কোনো ভয় নকৰে। লাগিলে নিজৰ যিয়েই হৈ যাওক। যেতিয়া মাৰপিটৰ সময় আহে তেতিয়া প্ৰাণভৰি সংঘৰ্ষ কৰি গোৰৰৰ সৈতে গোটেই শৰীৰ ক্ষত-বিক্ষত হলেও তেওঁ কষ্ট অনুভৱ নকৰে। কিন্তু যদি অহিংসুক

মনোবৃত্তিৰ হয়, তেতিয়াহলে খং আৰু ভয় নকৰাকৈ পৰি পৰি মাৰ খোৱাত এক ৰকমৰ আনন্দ পায়। সত্যাগ্ৰহী মনোবৃত্তি লৈ মাৰ খোৱাত তাৰ প্ৰভাৱ মাৰোঁতাজনৰ ওপৰতকৈ পৰে, কাৰণ অহিংসুক মানুহক মাৰোঁতাজনৰ মনে সদায় নিজকে ধিক্কাৰ দিয়ে।

কিন্তু যেতিয়া ডাঙৰ দলৰ লগত যোৱা হয়, তেতিয়া কোনে এনেকুৱা ব্যৱহাৰ কৰে, সেইটো ভাবসা কৰিব নোৱাৰি। যদি লগত শিশু আৰু নাৰী থাকে, তেতিয়াহলে অলপ বেলেগ ধৰণেৰে ভাবিব লাগে। নিজে নিজক বিপদত পেলোৱাত যি আনন্দ হয়, এনেকুৱা সময়ত তাক অনুভৱ কৰিব নোৱাৰি। যদি সকলো সত্যাগ্ৰহী হয়, তেতিয়াহলে বেলেগ কথা। কিন্তু সানমিহলি দল লৈ বিপদৰ ঠাইলৈ কেতিয়াও যাব নাপায়। শ্ৰীকৃষ্ণৰ পৰিয়ালৰ লগত যোৱাৰ কাৰণে বীৰ অৰ্জুনৰ কি দশা হৈছিল, তাক আমি পুৰাণত পঢ়িছোঁৱেই।

এনেকুৱা আন্ধাৰত শিলবোৰৰ মাজেদি কোনফালে যাম, আৰু তাত কি দেখিবলৈ পাম, ইয়াৰ একো কল্পনাই কৰিব পৰা নাছিলোঁ। গতিকে মনে মনে ভাবিলোঁ ইয়াৰ পৰাই উলটি যোৱা মঙ্গল। এনেতে সোঁ-ফালে এটা ভগা-ছিগা জুপুৰী দেখিবলৈ পালোঁ। এনেকুৱা নিৰ্জন ঠাইত চোৰে বা চুৰি কেনেকৈ কৰিব? কিন্তু চুৰ কৰি ভাগৰ লগাৰ পাছত শান্তি আৰু নিশ্চিন্ততাৰ সৈতে বহিবৰ কাৰণে এনেকুৱা ঠাই বৰ সুন্দৰ। চোৰ বিচাৰি উলিওৱা মানুহে ইয়ালৈ অহাৰ কথা ভাবিবই নোৱাৰিব। তেতিয়াহলে এই জুপুৰীত নিৰঞ্জনৰ ধ্যান কৰা কোনো ব্ৰহ্ম উপাসক থাকে নেকি? আমি জুপুৰীৰ ওচৰলৈ গলোঁ। ভিতৰত কোনো নাছিল। তেতিয়াহলে এইটো সাধুৰ কুটীৰ নহয়। ফকীৰে গোটেই দিন লাগিলে য'তেই ঘুৰি ফুৰক ৰাতি নিজৰ মচ্‌জিদলৈ আহিবলৈ কেতিয়াও নাপাহৰে আৰু বাবাজীয়ে ৰাতি ক'ৰবাত বাহিৰত কটোৱাতকৈ নিজৰ লগৰী 'ধুনি'ৰ লগত কটাবলৈহে ভাল পায়। তেতিয়াহলে এই জুপুৰী কোনো নদীয়ালৰ হব। যাৰেই হওক তাত আমাৰ কি? আজি ৰাতি আমি ইয়াত থাকিম জানো? অলপ আগ বাঢ়ি যোৱাৰ পাছত এইটো বুজিব পাৰিলো যে ঠিক বাটেদি নগলে আন্ধাৰত আৰু আগ বাঢ়ি যোৱা মানে বিপদ মাতি অনা। গতিকে মই

আদেশ দিলোঁ—"বলা, এতিয়া উলটি যাওঁ।" এনেকৈ যেন আমাৰ সত্য পৰীক্ষা সম্পূৰ্ণ হৈ গ'ল, আমাৰ ঠিক মূৰৰ ওপৰত বিৰাজিত চন্দ্ৰই "পশ্চাশ্চৰ্যানি ভাৰত।" বুলি যেন দাঁতি কাষৰ প্ৰদেশ প্ৰকাশ কৰি দিলে। সূৰ্য্যই সকলো বোৰকে প্ৰকাশ কৰি দিয়ে; এই কাৰণে ইয়াৰ প্ৰকাশত কোনো কাব্য নাই। আন্ধাৰ ৰাতি আকাশৰ তৰাবোৰৰ মাজত বিচৰণ কৰা দৃষ্টিকে চন্দ্ৰই পৃথিৱীলৈ পঠিয়াই দিয়ে আৰু কয়: "অলপ নিজৰ চকুৰে চোৱা আৰু বাকীখিনি কল্পনাৰদ্বাৰা পৰিপূৰ্ণ কৰা।"

চন্দ্ৰই অলপ সহায় কৰিলে আৰু দূৰ-দূৰণিৰ পৰা ধোঁৱা-ধাৰৰ শব্দ শুনিবলৈ পোৱা গ'ল। মোৰ আদেশ এফালে তল পৰি গ'ল আৰু সকলোৱেই বেগাই নিজৰ ভৰি চলাবলৈ ধৰিলে। অলপ আগ বাঢ়ি যোৱাৰ পাছত ধোঁৱা-ধাৰ দেখা পোৱা গ'ল। যেন গাখীৰৰ সোঁতহে বৈ আছে।। সৰ্-সৰ্, ধৰ্-ধৰ্। কৰ্ কৰ্, ধৰ্ ধৰ্। ধৰ্-ধৰ্, ধৰ্-ধৰ্। উন্মত্ত পানী বৈ গৈ আছে। আৰু তাৰপৰা ওলোৱা কণিকবোৰ চাৰিওফালে ছিটিকি পৰিছে। বৰষুণ ক'ত? তুষাৰৰ ফোৰাৰা বুলিয়েই ধৰি লওক। কিমান আতিথ্য-শীল। এই সূক্ষ্ম জীৱন-কণাই আমাৰ এই জীৱনৰ ক্ষণক সাৰ্থক কৰি দিলে। চন্দ্ৰই প্ৰসন্নতাৰে সৈতে হাঁহি আছিল, পানীয়ে ধেমালি কৰি আছিল, তুষাৰ উৰি আছিল আৰু আমি আনন্দত আত্মহাৰা হৈ পৰিছিলোঁ। এইফালে চাওক, সেইফালে চাওক, কিমান আনন্দ। চাওঁতে চাওঁতেই আদি প্ৰপাতো চকুত পৰিল। বিভিন্ন ঋতুত ধোঁৱা ধাৰ কেনেকুৱা হয়, আমাৰ লগত অহা সেৱাদলৰ প্ৰদৰ্শকে ইয়াৰ বৰ্ণনা কৰিবলৈ আৰম্ভ কৰি দিলে। ইয়াত মানুহে কেনেকৈ সাঁতুৰিবলৈ যায়, ক'ৰপৰা জঁপিয়ায়, গৰম দিনত ধোঁৱা-ধাৰৰ উচ্চতা কিমান হয়, আদি বহুত জানিব লগীয়া কথা তেওঁ আমাক কলে আৰু নিজৰ অভিজ্ঞতা তথা ৰসিকতাৰ কাৰণে তেওঁ আমাৰ পৰা সন্মানো পালে। এতিয়া সকলো শান্ত হৈ গ'ল আৰু সকলোৱেই একমনে ধোঁৱা ধাৰৰ সৈতে একেৰূপ হৈ গ'ল। কিমান সুন্দৰ আৰু পবিত্ৰ দৰ্শন আছিল। অৰণি (কাঠ) মন্থনৰ পৰাই প্ৰথম উত্তাপৰ জন্ম হয়, তাৰ পাছত ধোঁৱা ওলায়, ধোঁৱাবোৰ বেছি হোৱাৰ পাছত তাৰপৰা ফিৰিঙতি উৰে; আৰু আকৌ জুইৰ শিখা ওলায়। এনেকুৱা ধৰণৰ প্ৰাকৃতিক মাত্ৰাত প্ৰথমতে কৌতূহল

জাগে, কৌতূহলৰ পৰা আশ্চৰ্য জন্ম হয়, আৰু যেতিয়া অধিক পৰিমাণৰ আচৰিত ভাবৰ সমাবেশ হয়, তেতিয়াই হঠাৎ ভক্তিৰ উৰ্মি বাহিৰলৈ ওলাই আহে। "আহাঁ, আমি ইয়াত শিলৰ ওপৰত বহি প্ৰাৰ্থনা কৰোঁ।" প্ৰাৰ্থনাৰ কাৰণে এনেকুৱা পবিত্ৰ স্থান আৰু এনেকুৱা শুভক্ষণ চিৰদিন পোৱা নাযায়। তৎক্ষণাত সকলোবোৰ বহি পৰিল আৰু 'যং ব্ৰহ্মা বৰুণেন্দ্ৰ 'ৰ ধ্বনি গৈ ধোঁৱা-ধাৰৰ কাণত পৰিল।

যিদৰে ভিন্ন সময়ত ভিন্ন ভিন্ন ৰাগ গোৱা হয়, সেইদৰেই ভিন্ন ভিন্ন ঠাইত মোৰ ভিন্ন ভিন্ন স্তোত্ৰ ভাল লাগে। ভাৰতবৰ্ষৰ দক্ষিণফালৰ কন্যাকুমাৰীলৈ মই তিনিবাৰ গলোঁ, তেতিয়া মোৰ গীতাৰ দহ আৰু এঘাৰ অধ্যায় ভাল লাগিছিল। বিভূতি যোগ আৰু বিশ্বদৰ্শন যোগ পাঠ কৰাৰ কাৰণে সেই খনেই উপযুক্ত ঠাই আছিল। যেতিয়া লঙ্কাৰ মধ্যভাগত অনুৰাধাপুৰৰ ওচৰত মহেন্দ্ৰ পৰ্বতৰ শিখৰ সন্ধ্যাৰ সময়ত গৈ পাইছিলোঁ, তেতিয়া পাটলিপুত্ৰৰ আকাশ পথেদি আহি এই শিখৰত নমা মহেন্দ্ৰক স্মৰণ কৰি মই ঈশাবাস্যোপনিষদ গাইছিলোঁ। ভগৱানে জানে যে এই ঈশোপনিষদ শুনি অনীশ্বৰবাদী বুদ্ধ-শিষ্যৰ চাগৈ কেনেকুৱা লাগিছিল। পুনাৰ পৰা শিৱনেৰীলৈ যাওঁতে মচজিদৰ ওখ বেৰৰ চিৰিত উঠি দূৰৰপৰা শ্ৰীশিৱাজী মহাৰাজৰ বাল্যকালৰ ক্ৰীড়াভূমি দৰ্শন কৰিবৰ সময়ত কিয় কব নোৱাৰোঁ মাণ্ডুক্যোপনিষদ গাবলৈ ভাল লাগিছিল। এই উপনিষদ যে শ্ৰীসমৰ্থৰ প্ৰিয় আছিল, সেইটো কথা মানিবলৈ কোনো প্ৰমাণ নাই। তথাপি 'নান্তঃ প্ৰজ্ঞং ন বহিঃ প্ৰজ্ঞং নোভয়তঃ প্ৰজ্ঞং ন প্ৰজ্ঞানঘনম্ ন প্ৰজ্ঞং নাপ্ৰজ্ঞম্।' এই মন্ত্ৰ গাবৰ সময়ত মই শিৱ কালীন মহাৰাষ্ট্ৰৰ লগত তথা আত্মাৰামৰ অভেদ ভক্তি কৰা সাধু সন্তৰ লগত একাকাৰ হৈ গৈছিলোঁ। সেই সময়ত মনত এই ভাব হৈছিল—"মোক এই বেলেগ ব্যক্তিত্ব নালাগে। এই সমগ্ৰ দৃশ্যৰ সৈতে একৰূপ, সৰ্বৰূপ হৈ যাওক।" ধোঁৱা ধাৰৰ আনন্দ আৰু তুষাৰৰ হাঁহি দেখি ইয়াত স্থিতপ্ৰজ্ঞৰ শ্লোক গাই ভাল লাগিল।

দীঘলীয়া সময় উৎকৃষ্ট ভাব সেৱন কৰি থকা প্ৰয়োজন নাই। এটা এটা সুৰত এক অখিল ভাব সৃষ্টি সুমাব পাৰি। এক জলবিন্দুও প্ৰচণ্ড সূৰ্য্যত প্ৰতিবিম্বিত হব পাৰে। এটা দীক্ষা মন্ত্ৰত যুগ-যুগান্তৰৰ অজ্ঞানতা

আঁতৰাব পাৰি। এক মুহূৰ্ত্ততে আমি এই বায়ু মণ্ডলক নিজৰ কৰি ল'লোঁ। দৃষ্টি শক্তি কিমান আচৰিত! মুখেৰে ধোঁৱা ধাৰৰ বৰ্ণনা অসম্ভৱ আছিল। আমি কলহৰ পৰা জন্ম হোৱা অগস্ত্য ঋষি নহয়, কিন্তু আমাৰ দুয়োটা কুমলীয়া পুতলীয়ে অখণ্ড ভাৱে বৈ থকা এই প্ৰপাতক আ-কণ্ঠ পান কৰিলে। মোৰ মনেৰে এনেকুৱা দৃক-পানক 'আকণ্ঠ' বোলাৰ সলনি 'আ-পলক' বোলা উচিত। আমি সকলোৱে এক মুহূৰ্ত্ততে নিজৰ নিজৰ চকুত এই ছবি সুমাই উলটি আহিলোঁ। আমাৰ এই ভূতৰ দলে নানা ধৰণৰ কথা পাতি আৰু হাঁহি-ধেমালি কৰি মটৰৰ ষ্টেচন পালেহি।

ভেড়া ঘাটৰ মাৰ্বল পাথৰৰ শিলবোৰ চাই উলটি অহা দলে ইয়াত আহি আমাৰ লগ ধৰিলে। এজনে আনজনৰ অনুভৱৰ আদান প্ৰদান কৰি এই দলক আমি বিজ্ঞৰ দৰে পৰামৰ্শ দিলোঁ যে—"এই সময়ত ধোঁৱাধাৰলৈ গলে মিছা হব। আপোনালোকে মটৰত উঠি একেবাৰে জব্বলপুৰলৈ গুচি যাওক। আপোনালোক যি ফালৰপৰা আহিছে, সেইফালে অলপ নৌকা-বিহাৰ কৰি আমিও সোনকালে উলটি যাম।" কব নোৱাৰো আমাৰ এই পৰামৰ্শ তেওঁলোকৰ ভাল লাগিল নে নাই। কিন্তু তেওঁলোকৰ ইয়াক মনাৰ বাহিৰে আন একো উপায় নাছিল।

আমি আগ বাঢ়ি আহিলোঁ আৰু ঢলং-পলংকৈ প্ৰবাহৰ দাঁতি পালোঁহি। ইয়াৰ পাছত দুটা দলত বিভক্ত হৈ দুখন নাৱত উঠিলোঁ। আমাৰ নাও আগ বাঢ়ি গ'ল। সকলো ফালে শান্তিৰ সাম্ৰাজ্য বিয়পি আছিল আৰু যেন তাৰ নিবিড়তাক চুৰৰ কাৰণে আমাৰ নাৱৰ ব'ঠাই মাজে মাজে তালবদ্ধ ভাৱে শব্দ কৰিছিল। চন্দ্ৰই নিজৰ টিমিক্-টামাক্ পোহৰ আমাৰ মূৰত পেলাই যেন এইটো জনাই আছিল যে দাঁতি-কাষৰৰ শোভা দিনত কেনেকুৱা হব পাৰে ইয়াৰ কল্পনা কৰি লওক। কোনো কোনো ঠাইত একেবাৰে আন্ধাৰ আছিল। মাজে মাজে জোনৰ মাজত ক'লা ক'লা দাগ দেখা গৈছিল। আকাশ বৰ নিৰ্ম্মল হৈ নাছিল। মাজে মাজে মেঘবোৰ মখমল কাপোৰৰ নিচিনা পাতল যেন লাগিছিল। সেইকাৰণে সেই ফালেও চকু পৰে। দুয়োফালৰ মাৰ্বল পাথৰবোৰ কিমান ওখ আছিল—। ওখ আৰু ভয়ঙ্কৰ! যেন ৰাক্ষসৰ দলহে বহি আছে। এই

শিলবোৰৰ মাজত নৰ্মদাৰ প্ৰবাহে ঘূৰি ঘূৰি নিজৰ চক্ৰবেহুৰ ৰচনা কৰি আছিল।

য'ত ওখ ওখ শিল বা পাহাৰ ওচৰা-উচৰি হৈ আছে, সেই ঠাইত অতীতত এজন সেনাপতিয়ে নিজৰ ঘোঁৰাৰ পেটত গোৰোহা মাৰি এই শিখৰৰ পৰা আগ ফালৰ শিখৰলৈকে জঁাপ মৰাইছিল। ইয়াত এনেকুৱা ৰূপকথা শুনা যায়। অৱশ্যে বান্দৰেতো এইদৰে জঁপিয়াব পাৰেই। ইয়াতো নাৱৰীয়াৰ মুখত এনেকুৱা ৰূপকথা শুনিবলৈ পাব।

এই শিলবোৰৰ ভিতৰত কেইবাটাও গুহাও আছে। আমাৰ ঋষি-মুনি সকল ইয়াত ধ্যান কৰিবৰ কাৰণে আছিল নিশ্চয়। মধ্য যুগত ৰাজ-পৰিয়ালৰ বিপদগ্ৰস্ত মানুহ তথা স্বাধীনতাৰ সাধনা কৰা দেশভক্ত সকলেও হয়তো আত্ম-ৰক্ষাৰ কাৰণে ইয়াত আত্ম গোপন কৰিছিল। চিকাৰ নিচিনা নাওবোৰে কিজানি এওঁলোকক গুপ্তৰূপে আহাৰ, আশ্বাস আৰু বাতৰি যোগাই আছিল। এই গুহাই যদি কথা কব পাৰিলেহেঁতেন, তেতিয়াহলে ইতিহাসত যাৰ স্থান নাই, এওঁলোকে আমাক তেনেকুৱা কিমান কাহিনী কলেহেঁতেন।

গুহাৰ মাজেদি নাৱেৰে যাওঁতে আমি আহি এনেকুৱা এখন ঠাই পালোঁহি যাক শান্তিৰ গৰ্ভ-গৃহ বুলি কব পাৰি। ইয়াত এই ভয়ত আমি কেৱল ব'ঠা মৰাই নহয়, যাতে ক'তো এই শান্তিত ব্যাঘাত নহয় সেইকাৰণে নিজৰ উশাহ-নিশাহো বন্ধ কৰিছিলোঁ। তাত আমি প্ৰাৰ্থনা স্তোত্ৰ গাইছিলোঁ নে নাই, সেইটো মনত নাই। কিন্তু তাত মই মনে মনে পুৰুষ সূক্তৰ ষোলটা ঋচা গাইছিলোঁ। তাত এনেকুৱা লাগিছিল যে এই শান্তিৰ মাজত যেন নিজে নিজে সমাধি আহি যাব লাগে। কব নোৱাৰো নৌকা-বিহাৰত আমি কিমান সময় কটালোঁ। এনেকুৱাতে সোঁ সোঁ কৰি আনখন নাও আহি পৰিল। তাত যিটো দল আছিল, তেওঁলোকে এটা ৰসাল গান গাবলৈ ধৰিলে। দাঁতি কাষৰৰ গুহাবোৰে ইয়াৰ প্ৰতিধ্বনি কৰক বা নকৰক, কিন্তু সিহঁতে সঙ্কোচেৰে উত্তৰ দিলে। নাৱৰীয়াই কলে—"এতিয়া আৰু ইয়াতকৈ আগলৈ যোৱা অসম্ভৱ। ইয়াৰ পৰাই ঘূৰা উচিত। "গতিকে গতিশীল মনক পাছলৈ টানি আনি আমি কলোঁ—'ব'লা!' পুনৰাগমনায় চ।'

এতিয়া যদি অকৌ কেতিয়াবা যাবলগীয়া হয়, তেতিয়াহলে বাৰিষাৰ শেষত জোনাক ৰাতি বাচি লৈ যোৱা উচিত যাতে, দিনে ৰাতিয়ে সেই মূৰ্তিমন্ত কাব্যত সাঁতুৰি থাকিব পাৰোঁ। সঁচাকৈয়ে এই ৰমণীয় স্থান দেখি আমাৰ মনে স্থিৰ কৰিলে যে যদি আকৌ কেতিয়াবা আহিব নোৱাৰি, তেতিয়াহলে ইয়াৰ পৰা উলটি নোযোৱাই উচিত।

অক্টোবৰ ১৯৩৭ চন।

## ৪৪। ধোঁৱা-ধাৰ

প্ৰথম, দ্বিতীয় আৰু এই তৃতীয়বাৰ মই ধোঁৱা-ধাৰলৈ আহিলোঁ। ধোঁৱা-ধাৰ নামটো বৰ সুন্দৰ। এই নামৰ ভিতৰতে সেই ঠাইৰ সম্পূৰ্ণ দৃশ্য সোমাই আছে। কিন্তু এইবাৰ এই প্ৰপাতটো চাই চাই মনে মনে ভাবিলোঁ যে ইয়াক ধাৰ-ধোঁৱা নোবোলোঁ কিয়? ধাৰা বাগৰি থাকে, ফোৰাৰা উৰি ফুৰে, আৰু তৎক্ষণাত ই বৰফ হৈ বতাহত ভাৰৰ হৈ ঘূৰি ফুৰে। গতিকে ধাৰ-ধোঁৱা নামটোহে সাৰ্থক যেন লাগে। কিন্তু এইটো নাম হব নোৱাৰে।

জব্বলপুৰৰ পৰা ঘূৰণীয়া ঘূৰণীয়া শিল আৰু পৰিষ্কাৰ পুখুৰীবোৰ চাই চাই আমি আহি নৰ্মদাৰ পাৰ পালোঁহি। বাটৰ দৃশ্যই কয় যে এইখন এখন কাব্য-ভূমি। চাৰিওফালে সৰু-ডাঙৰ গছবোৰ ধেমালি কৰিবৰ কৰণে থিয় হৈ আছিল। দাঁতিত এটা ডাঙৰ টিলা খহি পৰি আছিল, কিন্তু তাৰ মূৰত থিয় হৈ থকা গছৰ আধা শিপা ভাগি যোৱা সত্বেও তাক শোকমগ্ন বা চিন্তাতুৰ যেন লগা নাছিল। এনেকুৱা গছৰ পৰা জীৱন-দীক্ষা লৈহে আগ বাঢ়িব পাৰিম।

টিলা যদিও ভাগে, কিন্তু ভাগি যোৱা অংশ সহজতে মাটিৰ তলত পোত নাখায়। এই টিলাক দুই এটা মিনাৰ আৰু ডাঙৰ শিখৰৰ নিচিনা যেন লাগিছিল। ইয়াৰ মতে বিনাশৰ ওপৰত যদি নতুন সৃষ্টিৰ ৰচনা কৰিব পৰা নাযায়, তেতিয়াহলে আমি কল্প-কৰি কিহৰ? টিলাৰ

ওপৰৰপৰা তলৰ পাথৰ আৰু পানীৰ দৃশ্যই একেলগে মনত দৃঢ়তা আৰু তৰলতাৰ ভাব জগাই তুলিছিল। দলং পাৰ হৈ আমি আগ বাঢ়ি আছিলোঁ আৰু যোগিনীবোৰৰ টিলাৰ তলত আগতে দেখা দৃশ্য আকৌ চালোঁ। এই দৃশ্য ইমান দীন যে ইয়াৰ ওপৰত খং উঠে। দৰিদ্ৰ কলাকাৰ সকল ইয়াত শিলৰ সৰু-ডাঙৰ বস্তুক লৈ বেচিব কাৰণে বহে। বগা, ক'লা, ৰঙা, হালধীয়া, আকাশী আদি ৰং-বেৰঙৰ মাৰ্বল পাথৰৰ শিৱলিঙ্গ, মাৰ্বল পাথৰৰ টেমা, শিৱালয়, হাতী আৰু আন সৰু ডাঙৰ খেলনাই যেন স্বয়ম্বৰ সভাহে পাতিছে। যাৰ চকুত যি ভাল লাগে, তেওঁ তাক হাতত তুলি লয়। আজি এই খেলনাবোৰ এখন আসনৰ ওপৰত বহি আছে। কিন্তু কোনে জানে, কাইলৈ এইবোৰ কলৈ যাব? কিছু মানতো ভাৰতবৰ্ষৰ বাহিৰলৈকো যাব আৰু তাত বহুত বছৰলৈকে ধেঁাৱ-ধাৰৰ ধাৰা বাহিক সঙ্গীতক মনে মনে স্মৰণ কৰিব।

ইয়াৰ পৰা মই তুবাৰ খোজ কাঢ়ি ধেঁাৱা-ধাৰলৈ গৈছিলোঁ। প্ৰথম পদযাত্ৰা ৰাতি আৰু দ্বিতীয় ৰাতিপুৱা গা-ধোৱাৰ সময়ত—। প্ৰত্যেক বাৰৰ কাৰ্য্যই বেলেগ আছিল। এইবাৰ আমি তৃতীয় প্ৰহৰত আহিবলৈ ঠিক কৰিছিলোঁ। এইবাৰ বেচি অসুবিধা ভুগিব লগীয়া নহ'ল। ৰাজেন্দ্ৰসিং-দেৱে আমাক তেওঁৰ নিজৰ মটৰেৰে ধেঁাৱা-ধাৰলৈ লৈ অহাৰ দিহা কৰি দিছিল। সেই কাৰণে আমি আটাইবোৰ কোনো কষ্ট নোহোৱাকৈ একেলগে আহি ধেঁাৱা ধাৰ পালোঁহি। মাৰ্বল পাথৰৰ খেতিৰ ওচৰত নামি তাৰ কাষৰ তিনখন দোকান পাৰহৈ পাথৰৰ মাজে মাজে আহি ধেঁাৱা-ধাৰত উপস্থিত হলোঁহি। যিমানে পাথৰে বিধি পথালি দিছিল, সিমানে আমাৰ যাত্ৰাৰ আনন্দও বাঢ়ি গৈছিল।

প্ৰপাত অৰ্থাৎ জীৱনৰ অধঃপতন, কিন্তু ইয়াক এনেকুৱা নালাগে। প্ৰথমবাৰ গৈছিলোঁ ডিচেম্বৰ মাহৰ ৰাতিৰ অন্ধকাৰত। আকাশত মেঘে চন্দ্ৰৰ বিৰুদ্ধে ষড়-যন্ত্ৰ ৰচিছিল। গতিকে তাত জোনাক ৰাতি হোৱা সত্বেও অমাৱস্যাৰ নিচিনা অন্ধকাৰ আছিল। অমাৱস্যাৰ ৰাতি আকাশৰ তৰাবোৰে ৰাতিৰ বিভীষিকাক হাঁহি উৰাই দিয়ে: কিন্তু ডাৱৰৰ আগত ইয়াৰো আশা নাথাকে। পৰিণাম স্বৰূপে সেই ৰাতি আমি

ধোঁৱা-ধাৱক প্ৰসন্ন কৰিব লগীয়া হ'ল। ৰাতিৰ প্ৰাৰ্থনা শেষ কৰি সেই আনন্দ উপভোগ কৰি উলটি আহিলোঁ। দ্বিতীয়বাৰ ত্ৰিপুৰী কংগ্ৰেছৰ পাছত ৰাতিপুৱা প্ৰায় ন দহ মান বজাৰ চোকা ৰ'দত ধোঁৱা-ধাৱৰ দৰ্শন কৰিছিলোঁ। তেতিয়া মাৰ্চ মাহ—। সেই কাৰণে পানী উত্তপ্ত হৈ আছিল। পৰ্বতৰ অলপ বেঁকা বেঁকি আৰু খহটা চিৰি পাৰ হৈ আমি তলৰপৰা ধোঁৱা-ধাৱ বাগৰা চাইছিলোঁ। পানীৰ সেই গতি আৰু ফোৰাবাৰ সেই চঞ্চলতাই মানুহৰ মন মুগ্ধ কৰি পেলায়। যদি পানীৰ পিনে অনিৰ্মেষ দৃষ্টিৰে চাই থাকে, তেতিয়া এনেকুৱা লাগে যেন নৱোন্মেষ-শালিনী ধাৰাই প্ৰবাহত ধ্যানমগ্ন হৈ আছে। এনেকুৱা সময়তে মই দেখিবলৈ পালোঁ যে তাৰ শেলুৰে লগা শিল ওপৰৰ পৰা লাগিলে দেখিবলৈ যেনেকুৱাই নহওক, কিন্তু ভিতৰত ই সুন্দৰ ৰঙেৰে পৰিপূৰ্ণ হৈ আছে। পানীৰ আবেগত শিলৰ এটা টুকুৰা উৰি গৈছিল আৰু ভিতৰৰ গুলপীয়া ৰঙা ৰং পৰিষ্কাৰ ভাৱে দেখা গৈছিল যেন তাৰ গাত ঘা হে লাগিছে।

ধোঁৱা-ধাৱ চোৱাৰ সকলোতকৈ ভাল সময় হৈছে—দীপান্বিতা। বৰষুণ নোহোৱাৰ কাৰণে বাটত ক'তো বোকা নাছিল। যেতিয়া বাৰিষা আহিছিলোঁ, তেতিয়া গোটেই প্ৰদেশ পানীৰে উপচি থাকে কাৰণে প্ৰপাতৰ সৌন্দৰ্য্য ফুটি উঠে। য'ত অন্তৰ কঁপাই দিব পৰা প্ৰপাত আছে বাৰিষাত তাত পকনীয়াৰ দৃশ্য দেখিলে মানুহৰ মূৰ ঘূৰি যায়। এই পকনীয়াৰ ভয়ঙ্কৰ ৰূপ চাবৰ কাৰণে যদি তালৈ যাব পাৰি, তেতিয়াহলে মই তালৈ নোযোৱাকৈ নাথাকোঁ। চাকনৈয়াই হৈছে—বিপ্লৱৰ প্ৰতীক। তাৰ আকৰ্ষণ অলপ আচৰিত ধৰণৰ। কেতিয়াবা কেতিয়াবা ই মৃত্যুক নিমন্ত্ৰণ কৰোঁতা। দীপান্বিতাৰ সময়ত প্ৰপাতৰ জল ৰাশিৰ শোভা সকলোতকৈ অধিক সমৃদ্ধিশালী হৈ পৰে। ৰ'দৰ স্পৰ্শত যেতিয়া হিমকণাবোৰ ডাৱৰত ঘূৰি ফুৰে, সেই সময়ৰ দৃশ্য বৰ আহ্লাদজনক হয়। আমি যেনেকুৱা আশা কৰিছিলোঁ, আজিৰ দৃশ্য তেনেকুৱাই আছিল। দূৰৰ পৰাই তুষাৰৰ মেঘবোৰ দেখা গৈছিল। যিদৰে ৰান্ধনী ঘৰৰ ধোঁৱা দেখি আলহীয়ে আনন্দ পায়, সেইদৰেই এই ধোঁৱাৰ মেঘবোৰ দেখি মই কল্পনা কৰিব পাৰিছিলোঁ যে আজিৰ অতিথি সৎকাৰ কেনেকুৱা হব। যেতিয়া আমি ধাৱ-ধোঁৱাৰ

নিচিনা প্ৰপাত চাবলৈ যাওঁহক, তেতিয়া তাত থকা সকলোবোৰকে৷ কলাপূৰ্ণ আতিথ্যশীল যেন লাগে। আমি মাত্ৰ গৈ পৰিচিত পাৰত বহিছিলোঁ ; এনেতে স্নেহাৰ্দ্ৰ পৱনে তুষাৰৰ এটা ফোৰাৰা আমাৰ ফাললৈ পঠিয়াই কলে—"স্বাগতম্"! "সুস্বাগতম্ ।!" এক মুহূৰ্তৰ ভিতৰতে আমাৰ সকলো পথ-ক্লান্তি আঁতৰি গ'ল। আমি সুস্থ হৈ পৰিলোঁ আৰু সৰস দৃষ্টিৰে ধেঁাৱাখাৱ চাবলৈ ধৰিলোঁ।

ধেঁাৱা-খাৱ, অৰ্থাৎ পাথৰৰ বিস্তাৰৰ মাজত থকা অৰ্দ্ধচন্দ্ৰাকাৰ উপত্যকা। তাৰপৰা যেতিয়া পানীৰ ধাৰাবোৰ তললৈ জঁপিয়ায়, তেতিয়া তাৰ মাজত আয়নাৰ নিচিনা যি সেউজীয়া ৰং দেখা যায়, তেতিয়া তাক বিহৰ নিচিনা ভয়াবহ যেন লাগে। তাৰ বাওঁফালৰ অৰ্থাৎ আমাৰ সোঁ ফালৰ শিল হাতীৰ মূৰৰ দৰে আগলৈ ওলাই আছিল। যেতিয়া পানী ওপৰৰপৰা তললৈ বাগৰে, তেতিয়া এনেকুৱা লাগে যেন অসংখ্য হীৰাৰ হাৰে এটা এটা চিৰিৰ ওপৰ পৰা জঁপিয়াই জঁপিয়াই এডালে আনডালৰ লগত প্ৰতিযোগিতা কৰিছে। যিমানেই তললৈ জঁপিয়াই সিমানে হাঁহিবলৈ ধৰে আৰু পানী-বোৰ ধোঁদালি ধোঁদালি বগা ৰং তৈয়াৰ কৰি থাকে। মাজৰ প্ৰধান প্ৰপাত উপত্যকাত পৰাৰ লগে লগে ইমান জোৰেৰে ওপৰলৈ উঠে যে আতচ বাজীৰ জুয়ো ইমান ওপৰলৈ উঠিব নোৱাৰে। এটা ফোৰাৰা নতুন উৎসাহেৰে তাৰ পাছে পাছে আহে। তাক ঠেলা মাৰি ভাঙ্গি পেলায় আৰু আকৌ তাৰ জলবিন্দুবোৰে পৃথিবীৰ আকৰ্ষণ পাহৰি ধেঁাৱা ৰূপত আকাশত বিহাৰ কৰে। এই তুষাৰ অলপ ওপৰলৈ উঠিলেই বতাহৰ বেগে তাক উৰাই চাৰিওফালে বিয়পাই দিয়ে। ধেঁাৱাৰ এই ঢৌবোৰ যেতিয়া বতাহত ডাঠ আৰু পাতল ৰূপত উৰি থাকে, তেতিয়া তাক মিহি কাপোৰত কৰা অতি সুন্দৰ বেজিৰ কামৰ নিচিনা দেখা যায়। তলৰ পানীৰ চঞ্চলতাৰ বৰ্ণনা কৰা যে অসম্ভৱ। যেন পানী অসীমত মিলি এক হৈ গৈছে। যিমান তললৈ পৰিছে, সিমানেই ওপৰলৈ উৰিছে। ই সেউজীয়া ৰঙৰ পৰা বগা ফেনৰ জন্ম দি ইচ্ছামতে বিহাৰ কৰিছে। এই অপূৰ্ব আনন্দৰ কথা মনত পেলাই বাৰে বাৰে তলৰ পানীবোৰ ওপৰলৈ উঠি আহিছিল। ধোৱা ঘাটৰ ওপৰৰ চাবোনৰ পানীৰ উপমা নীৰস নোহোৱা হলে তাৰ লগত ওফন্দি থকা পানীৰ তুলনা কৰিলো-

হৈছেন। কিন্তু ধোৱাৰ চাবোনৰ পানী বৰ লেতেৰা। তাত গতি আৰু আনন্দ নাথাকে; নিশ্চিন্ততা আৰু তাওবো নাই। ইহঁতি ক্ষীণ হোৱাৰ লগে লগে চেহেৰাৰ ভিতৰত আকৌ নিৰ্মল ভাব ধাৰণ কৰিব পৰা কলাও তেওঁলোকৰ ওচৰত থাকিব নোৱাৰে। ইয়াৰ পানী দেখি ধোৱা-ঘাটৰ কথানো কিয় মনত পৰিল? ইয়াত কোনো প্ৰকাৰৰ যুক্তি নাছিল। মানুহে যদি সমাধিৰ আনন্দ বিচাৰে, তেতিয়াহলে তেওঁ ইয়ালৈ অহা উচিত, ইয়াত তেওঁ নিৰাশ হব নালাগে।

এইবাৰ মই আকৌ এই পিনৰ (সোঁ ফালৰ) টিলাৰ ছুটা চিৰি নামিলোঁ। এইবাৰ ইয়াত উপনিষদ ভাল লাগিল। ওপৰত সূৰ্য্যদেৱৰ উত্তাপ আছিল আৰু মই গাই আছিলোঁ: 'পূষন্নেকৰ্ষে। যম সূৰ্য প্ৰাজাপত্য ব্যূহ ৰশ্মীন্ সমূহ তেজো' যেতিয়া পাঠ কৰা শেষ হ'ল আৰু মই গালোঁ 'ওঁ ক্ৰতো স্মৰ কৃতং স্মৰ।' হঠাতে মোৰ তিনি চাৰি বছৰৰ গোটেই জীৱন একেলগে এই জীৱন ধাৰাৰ সন্মুখত উপস্থিত হ'ল। মোৰ এনেকুৱা লাগিল যেন মই নিজৰ জীৱনক এই আনন্দময় জীৱনৰ কষ্টিপাথৰত পৰীক্ষা কৰিছোঁ আৰু এই পৰীক্ষাত মই সম্পূৰ্ণ ভাবে সফল হব নোৱাৰা কাৰণে ছুঃখিত হৈ পৰিছোঁ। মুহূৰ্তৰ পাছতে এই তিনি চাৰি বছৰৰ স্মৃতি তুষাৰ হৈ আকাশলৈ উৰি গ'ল আৰু মই প্ৰপাতৰ লগত একৰূপ হৈ পৰিলোঁ। সঁচাকৈয়ে এই প্ৰপাত পূৰ্ণ আৰু আৰু মযো এই পূৰ্ণৰে এটা অংশ; গতিকে প্ৰকৃততে মযো পূৰ্ণ। আমি ছুয়ো ভিন্ন নহয়, এক পৰম তত্ত্বৰে সৰু-ডাঙৰ বিভূতি। এই ভাব জাগি উঠাৰ লগে লগে মোৰ মন শান্ত হৈ পৰিল আৰু মই ওপৰলৈ আহিলোঁ।

সৰোজিনীয়ে এই সকলোবোৰ দৃশ্য অতৃপ্ত নয়নেৰে চাই আছিল। এই সকলোবোৰ আনন্দ কিদৰে অনুভৱ কৰিব, কিদৰে আত্মসাৎ কৰিব আৰু কিদৰে ব্যক্ত কৰিব, তেওঁৰ চকুত তাৰ মধুৰ ব্যগ্ৰতা ফুটি উঠিছিল।

তৎক্ষণাত ইয়াৰ পৰা উলটি ৬৪ যোগিনী আৰু নৰ্মদা প্ৰবাহৰ বক্ষক বগা, হালধীয়া, নীলা পাহাৰ চাবলগীয়া আছিল। সেইকাৰণে যিদৰে বোৱাৰীয়ে মাকৰ ঘৰৰ পৰা শহুৰেকৰ ঘৰলৈ যাওঁতে ছুয়োপক্ষৰ সুখ-ছুঃখৰ মিশ্ৰিত ভাব অনুভৱ কৰি যায়, সেইদৰে আমি ধোঁৱা-ধাৰক অন্তৰৰ পৰা সেৱা জনাই উলটি আহিলোঁ।

ভাৰতবৰ্ষত এনেকুৱা ধৰণৰ বহুত প্ৰপাত অখণ্ডৰূপে বৈ আছে আৰু মানুহক ভব্যতা তথা উন্মত্ত অৱস্থাৰ পাঠ পঢ়াইছে। হেজাৰ হেজাৰ বছৰ হৈ গ'ল, —লাখ লাখ বছৰো যে হোৱা নাই, সেইটো বিশ্বাস নহয়, —এইদৰেই ধোঁৱা-খাৰ নিৰন্তৰ গতিত বাগৰিব লগিছে। হয়তো শ্ৰীৰামচন্দ্ৰ ইয়ালৈ আহিছিল। বিশ্বামিত্ৰ আৰু বশিষ্ঠয়ো হয়তো ইয়াতেই গা ধুইছিল। সম্ৰাট চন্দ্ৰগুপ্ত আৰু সমুদ্ৰগুপ্তৰ সৈন্য সকলেও ইয়ালৈ আহি জল-বিহাৰ কৰিছিল। শ্ৰীশঙ্কৰাচাৰ্য্যই ইয়াত বহি নিজৰ স্তোত্ৰৰ ৰচনা কৰিছিল। কলচুৰি তথা ভকাটক বংশৰ বীৰ সকলে এই পানীত গা ধুইছিল। ইয়াত বহিয়েই অলহনা দেৱীয়ে চৌষষ্টি যোগিনীৰ স্মাৰক সজাৰ সংকল্প কৰিছিল। সুদূৰ ভবিষ্যতত ধোঁৱা-খাৰৰ পাৰত কি কি হব কোনে জানে? সেইটো স্বয়ং ধোঁৱা-খাৰেও কব নোৱাৰে সি তো অবিৰত বাগৰি আছে, তুষাৰৰ ৰূপত উৰি আছে।

নৱেম্বৰ ১৯৩৯ চন।

## ৪৫। শিৱনাথ আৰু ঈব

কলিকতালৈ অনীতা যোৱাৰ সময়ত মোৰ বহুত নৈৰ লগত সাক্ষাৎ হয়। এই প্ৰদেশৰ ইতিহাস মই নাজানো। এই কাৰণে মোৰ লাজ লাগে। ইয়াৰ মানুহবোৰ বৰ সৰল আৰু ভদ্ৰ যেন লাগে। তেওঁলোকে যদি মানৱ-সংহাৰ-কলা হস্তগত কৰিলেহেঁতেন, তেতিয়াহলে ইতিহাসত তেওঁলোকৰ নাম অমৰ হৈ থাকিল হেঁতেন। কিছুমান মানুহ মৰি অমৰ হয়। কিছুমান মানুহ মাৰি অমৰ হয়। মালিক কাফুৰ, কালাপাহাৰ আদি মানুহ মৰিও অমৰ হৈ আছে।

এই নৈবোৰৰ পাৰত যদি যুদ্ধ হৈছিল, সেইটো মই নাজানো। সেই কাৰণে মোৰ দৃষ্টিত এই নৈবোৰৰ পানী বৰ পবিত্ৰ। চৰ্ম্মন্বতী পশুৰ তেজেৰে ৰাঙলী হৈ পৰিছিল। শোন আৰু গঙ্গাই সম্ৰাট সকলৰ মহত্বাকাঙ্খী তেজ আত্মসাৎ কৰিছিল। এই নৈবোৰেও যদি এনেকুৱা কৰিছে, তাত

আচৰিত কি? কিন্তু যেতিয়ালৈকে মই এই বিষয়ে অনভিজ্ঞ হৈ আছোঁ, তেতিয়ালৈকে মই তেওঁলোকক পৱিত্ৰ বুলি ভাবিমেই।

এই নৈবোৰৰ পাৰত নিশ্চয় কোনো সাধুৱে তপস্যা কৰিছিল, আৰু কৃতজ্ঞতাৰ সৈতে ইয়াৰ স্তোত্ৰ গাইছিল। এই সম্বন্ধেও মোৰ কোনো ধাৰণা নাই। তথাপি মই নিজক ভাৰতবাসী বুলি কওঁ।

* * * *

এইবাৰ মই ক্ৰগলৈ গৈছিলোঁ, আৰু তেতিয়া শিৱনাথ নৈৰ লগত মোৰ অলপ চিনাকি হৈছিল। তেওঁ গোণ্ড, ভীল আদি পৰ্বতীয়া জাতিবোৰৰ মাতৃ। গোটেই ছত্ৰিছগঢ়ৰ তেঁৱেই ধাত্ৰী। তেওঁৰ করুণ কাহিনীয়ে* মানুহক শোকাতুৰ কৰে। পুণ্য সলিলা নৈৰ কাহিনী আনো এনেকুৱা হয়? কিন্তু বেচাৰী নৈয়ে কি কৰিব? বিজয়ী আৰ্যাই যদি তেওঁৰ কাহিনীক ৰূপ দিলেহেঁতেন, তেতিয়াহলে তাত আনন্দ উল্লাসৰ তত্ত্ব পোৱা গ'লহেঁতেন। এইগ্ৰন যে পৰাজিত, দলিত আৰু বিপদগ্ৰস্ত জনজাতি সকলৰ দুঃখৰ কাহিনী বহন কৰি বৈ আছে। সেই কাৰণে তেওঁৰ কাহিনীও এনেকুৱা দুঃখেৰে ভৰা।

কলিকতাৰ পথত বাৰে বাৰে মই শিৱনাথক লগ পাইছোঁ আৰু তেওঁ কৈছে: "ৰজাসকল আৰু সাধুসকলৰ ইতিহাস শুনি তুমি সন্তুষ্ট নহবা। বিজেতা আৰু সম্ৰাটৰ ইতিহাসৰপৰা তুমি মানৱ হৃদয়ক বুজিব নোৱাৰা। ব্ৰাহ্মণ আৰু শ্ৰমণ (বুদ্ধ সন্ন্যাসী), মোল্লা আৰু মিচনেৰী আদি কোনেও যাৰ দুঃখৰ কাহিনী নাজানে মই তোমাক তেনেকুৱা পৰ্বতীয়া মানুহৰ দুঃখ দুৰ্দশা অধ্যয়ন কৰাৰ দীক্ষা দিম। তোমাৰ ভিতৰত এই দীক্ষা লব পৰা সাহস আছেনে?"

ভাৰতবৰ্ষৰ মূক জনতাক বাচাল কৰিবৰ উদ্দেশ্যেই মই হিন্দী ভাষা প্ৰচাৰ কৰি আছোঁ। এই কামৰ প্ৰসঙ্গত এতিয়া মই পুনাৰপৰা ঘূৰি আহি এইবাৰ ৰামগড়লৈ যাবলৈ ওলাইছোঁ। সেই কংগ্ৰেছলৈ সকলো প্ৰান্তৰে মানুহ আহিব। গান্ধীজীৰ আগ্ৰহৰ কাৰণেই এতিয়া কংগ্ৰেছ অধিবেশন গাঁৱত হবলৈ ধৰিছে। এই সকলোবোৰ ঠিকেই হৈছে, কিন্তু এই পৰ্বতীয়া

* দুদৈৰী শিৱনাথ চাওক।

মানুহবোৰ কোনো ৰামগড়লৈ আহিব ? সম্ভৱ বিহাৰৰ চাওঁতাল, আৰু হো জাতিও আহিব পাৰে। কিন্তু কব নোৱাৰো, এই শিৱনাথৰ পুত্ৰ আছে নে নাছে।

* * * *

আজি ৰাতিপুৱাৰ পৰা মই বহুত নৈ দেখিলোঁ। দীঘল, বহল, শিলেৰে আৰু বোকাৰে ভৰা নৈয়ো দেখিবলৈ পালোঁ। যাৰ পাৰত এজোপাও গছ নাই, তেনেকুৱা নৈয়ো চালোঁ। যাৰ দাঁতিত গছবোৰ দুৰ্গৰ দৰে থিয় হৈ আছে, তেনেকুৱা নৈয়ো দেখিলোঁ। বগা বগা বগলীবোৰে নৈৰ বোকাত নিজৰ ঠেঙৰ চিন থৈ গৈছে। কিন্তু এই চৰণ লিপিত মই কোনো ইতিহাস বিচাৰি নাপালোঁ আৰু কোনো সাধুও শুনিলোঁ।

নৈয়ে আশাৰ সৈতে লিখি যায় আৰু নিৰাশাৰে নিজৰ কথা লিপি মচি পেলায়। তাৰ পাছত নতুন লিপিয়ে পাঠকৰ বা লেখকৰ কাৰণে বাট চাই থাকে।

আমি ঝাৰসুগুদা ষ্টেচনলৈ আহিছোঁ। এনেতে এটা সৰু ষ্টেচন ওচৰ চাপিল। আমি এই বাটৰ তলেদি বৈ যোৱা এখন সুন্দৰ নৈ দেখিলোঁ। সকলো নৈয়েই সুন্দৰ হয়, কিন্তু এইখন নৈত অসাধাৰণ সুন্দৰ ৰূপৰ সৃষ্টি কৰিব পৰা কলা আছিল। পানীৰ সোতত পকনীয়াৰ জন্ম হব পায়, শেলুবৈৰ কাৰণে পানীবো এটা বেলেগ ৰূপ হব পায়, ওপৰৰ পৰা এই সকলোবোৰ দেখি মোৰ ৰবীন্দ্ৰনাথৰ ছবি মনত পৰিল। এই ৰূপে নীৰৱে মোৰ অন্তৰ জুৰি বহিল আৰু চিৰ দিনৰ কাৰণে তাত নিজৰ ছাপ বহুৱাই দি গ'ল। এয়েই হৈছে প্ৰকৃত কলা।

কিন্তু এই নৈৰ নাম কি ? পৰিচয় আছে, অথচ নেপাওঁ ; এইটো কিমান আচৰিত কথা ? এনেকুৱাতে ঈৰ ষ্টেচন পালোঁহি। আমি আন মানুহক সুধিলোঁ যে এই নৈৰ নাম কি ? তেওঁলোকে কলে—"ঈৰ", নৈৰ নামৰপৰাই ষ্টেচনৰ নাম হৈছে। "তেতিয়াহলে ইয়াৰ ভিতৰত যে কোনো সামঞ্জস্য আছে সেইটো কোনে কব ? কিন্তু মনত এটা সন্দেহ উপস্থিত হ'ল। ইয়াত ভেডেন নামৰ এখন নৈ ঈৰৰ লগত মিলিছেহি। ষ্টেচনটো ভেডেনৰ পাৰতে। ঈৰ অলপ ডাঙৰ। সেই

কাৰণে ভেডেনৰ প্ৰতি অলপ অন্যায় কৰি এই ষ্টেচনৰ নাম ঈৰ ৰখা হৈছে। ভেডেনো ৰব সাধাৰণ নৈ নহয়। এও যথেষ্ট বহল। বহুত দূৰৰপৰা আহিছে। কিন্তু তেওঁ কোনো ৰকমৰ অহঙ্কাৰ নকৰি নিজৰ পানী ঈৰক সঁপি দিছে আৰু নিজৰ নামৰ আগ্ৰহ ত্যাগ কৰিছে। মই ঈৰক সুধিলোঁ—"চা, উদাৰতাত এই ভেডেন তোতকৈ শ্ৰেষ্ঠ।" ঈৰে অলপ মিচিকিয়াই হাঁহি কলে—"সেইবোৰ কথা তোমালোকৰ নিচিনা মানুহেহে বুজা। ভেডেনে নিজৰ নাম ত্যাগ কৰি তেওঁৰ পানী মোক সঁপি দিছে। এই উদাৰতাৰ প্ৰশংসা কৰাৰ সলনি তেওঁৰ পৰা সমৰ্পণৰ দীক্ষা লৈ মই তেওঁৰ নিচিনা হবকে খোজোঁ। চোৱা, তেওঁৰ পানী আৰু মোৰ পানী গোটাই লৈ মহা-নদীক চাবৰ কাৰণে মই সম্বলপুৰলৈ যাম। তাত ময়ো নিজৰ নাম ত্যাগ কৰিম। এইদৰে ক্ৰমান্বয়ে নিজৰ নিজৰ নাম ৰূপৰ মোহ ত্যাগ কৰিহে আমি সকলোৱে মহানদীৰ মহত্ব লাভ কৰিছোঁ আৰু সিয়ো সাগৰক সমৰ্পণ কৰিবৰ কাৰণে।"

যাওঁতে যাওঁতে ঈৰে অনুষ্টুপ ছন্দৰ এটা শ্লোক গাই শুনালে।

সৰ্বে মহত্বমিচ্ছন্তি কুলং তদৱসীদতি।
সৰ্বে যত্র বিনেতাৰঃ ৰাষ্ট্ৰং তন্ নাশম্ আপ্নুয়াৎ॥

* * * *

ঈৰৰ এই বাণী লৈ মই ৰামগড় পালোঁহি।

মাৰ্চ—১৯৪০ চন।

## ৪৬। দুৰ্দৈৱী শিৱনাথ

( যি শিৱনাথ আৰু ঈৰৰ প্ৰসঙ্গ আগতে উল্লেখ কৰা হৈছে সেই লোক কথাৰ সাৰাংশ বেমেতৰা ক্ৰগত লিখিত তলৰ চিঠিত পোৱা যাব। )

কালি আৰু আজি শিৱনাথ নৈ দৰ্শন কৰিলোঁ। এনেয়েতো কলিকতালৈ আহোঁতে যাওঁতে দুই এবাৰ শিৱনাথ পাৰ হৈছোঁ। ইয়াত ডাঙৰ, শুখ দলঙৰপৰা শিৱনাথক বৈ যোৱা দেখা যায়। কালি গধূলি বেতিয়া

বালোবৰপৰা উলটি আহিলোঁ, তেতিয়া শিৱনাথৰ পাৰত ডুবিবলৈ গৈছিলোঁ। বৰ্ষা ঋতু আহি পৰিল। তথাপি এতিয়াও নৈত পানী হোৱা নাই। পৰিণাম স্বৰূপে শিৱনাথক কোনো বিৰহিণীৰ নিচিনা বিৰহাতুৰ যেন দেখা গৈছিল।

যি নৈ শাওন, ভাদ মাহত নিজৰ দুই কূল পাৰ কৰি বহুত দূৰলৈ ব্যাপ্ত হৈ যায়, সেই নৈক এইদৰে নিজৰ পটৰ ভিতৰত অজগৰৰ নিচিনাকৈ এটা চুকত পৰি থকা দেখিলেনো বাৰু কাৰ মনত বিষাদ নোপজাকৈ থাকিব ?

ক্রুগৰ মানুহক মই শিৱনাথৰ সম্বন্ধে সুধিছিলোঁ—"এই নৈখন ক'ৰপৰা আহিছে ? কিমান দীঘল ? পাছত গৈ গৈ ক'ত পৰিছে ?" কিন্তু কোনেও মোক সঠিক উত্তৰ দিব পৰা নাছিল। এই নৈৰ মাহাত্ম্যৰ বৰ্ণনা পুৰাণৰ কোনো ঠাইত আছে নেকি ? ইয়াৰ সম্বন্ধে কোনো লোক-গীতি প্ৰচলিত আছে নেকি ? কোনো কিম্বদন্তি শুনা যায়নেকি ? এটা প্ৰশ্নৰ উত্তৰতো কোনেও হয় বুলি নকলে। নৈৰ সম্বন্ধে জানিনো কি হব ? প্ৰত্যেক দিনে বাতিপুৱা আমি তেওঁৰ সেৱা লওঁহক, আমাৰ জীৱনৰ লগত ইয়াতকৈ অধিক আৰু কি সম্বন্ধ আছে ? শেষত মই ক্রুগ অঞ্চলৰ গেজেটিয়ৰ অনালোঁ। সি ওপৰৰ সাধাৰণ প্ৰশ্নবোৰৰ উত্তৰতো দিলেই, ইয়াৰ উপৰি শিৱনাথৰ সম্বন্ধে এক লোক-কথাও শুনালে। এই কথাকে আজি মই ইয়াত নিজৰ ভাষাৰে জনাব খুজিছোঁ।

শিৱা নামৰ এজনী গোণ্ড জাতিৰ ছোৱালী আছিল। হাবিত থকা গোণ্ড জাতিৰ ছোৱালী হোৱা সত্বেও তাই সংস্কাৰী আৰু ৰসিক আছিল। তাইক গোণ্ড জাতিৰে এটা লৰাই ভাল পালে। কিন্তু লৰাটোৰ ভিতৰত ছোৱালীৰ হৃদয় জয় কৰিব পাৰে, তেনেকুৱা কোনো গুণ নাছিল। সি ভাবি-চিন্তি দি মানুহবপৰা কাম আদায় কৰাৰ বাহিৰে আন একো নাজানিছিল। সি দিনে ৰাতিয়ে শিৱাৰ চিন্তাত ব্যগ্ৰ আছিল আৰু তাইক পাবলৈ কোনো পথ নেদেখি মনে মনে বৰ দুঃখিত হৈ পৰিছিল। শেষত সি নিজৰ জাতিৰ প্ৰথা অনুসৰি সুযোগ পাই শিৱাক হৰণ কৰিলে আৰু ৰাক্ষস-পদ্ধতিৰে তাইক বিয়া কৰালে।

বিবাহ-বিধি সম্পূৰ্ণ কৰা তাৰ কাৰণে যিমান সহজ আছিল, শিৱাক নিজৰ কৰি লোৱা সিমান সহজ নাছিল।

শিৱাৰ নিচিনা সংস্কাৰী আৰু ভাবুক ছোৱালীয়েনো যাক তাৰ ফালে কিয় চাব আৰু এই নীৰস মূৰ্খ লৰাইনো তাইৰ কি মোল বুজিব? সি শিৱাৰ ওপৰত গিৰিয়েকৰ আদেশ চলাবলৈ চেষ্টা কৰিলে আৰু তাই নিজক অবলা বুলি ভাবি ললে। শিৱাৰ ৰুদ্ধ হৃদয়ৰ আগত তাইক হৰণ কৰি অনা যুৱক পৰাজিত হ'ল। সি খঙত জ্বলি পকি উঠিল। নিজৰ শৰীৰক মূল্যবান বুলি বুজা মানুহেনো হৃদয় আৰু আত্মাৰ কথা কি বুজিব? শেষত সি শিৱাক মাৰি পেলালে আৰু তাইক টুকুৰা টুকুৰ কৰি কাটি এটা দ উপত্যকাত পেলাই দিলে ॥

য'ত শিৱাৰ শৱ পৰিল লগে লগে তাতে এখন নৈ বৈ গ'ল। সেয়ে হৈছে—আমাৰ এই শিৱনাথ। যি আগত গৈ নিজৰ পানী মহানদীক সঁপি দিছে। আজি বাতিপুৱা আমি বেমেতৰালৈ যাবলৈ ওলালোঁ। বাটতে এটা দুৰ্ঘটনা ঘটিল। আমাৰ মটৰে এখন গৰু গাড়ী খুন্দিয়ালে, এটা গৰুৰ শিং ভাগিল। আমি ৰলোঁ, আৰু তেওঁলোকক সহায় কৰিবৰ কাৰণে দৌৰি গলোঁ। মই বলধ্ গৰুটোৰ ওলমি থকা শিং কাটিবলৈ পৰামৰ্শ দিলোঁ। য'ৰপৰা তেজ বৈছিল তাত পেট্ৰোলৰ পতি বান্ধিলোঁ। ইয়াৰ গোটেই বায়ুমণ্ডল করুণ তথা বিষণ্ণ হৈ পৰিল। এনেকুৱা অৱস্থাত আমি দ্বিতীয়বাৰ শিৱনাথৰ দৰ্শন কৰিলোঁ। এই ঠাইত নৈৰ পট বৰ সুন্দৰ। দাঁতি কাষৰৰ শিলবোৰ জামু বৰণীয়া। নৈৰ তলীও বৰ বিতোপন। ইয়াৰ প্ৰতিবিম্ব কাব্যময় যেন লাগিছিল। তথাপি শিৱাৰ করুণ কাহিনীয়ে মোক ব্যথিত কৰি তুলিছিল। সেই কাৰণে এই দৰ্শনতো মোৰ অন্তৰত বিষাদৰ ছাঁ বৈ গ'ল।

সম্ভৱ শিৱনাথৰ ভাগ্যই এনেকুৱা। শেষত মনৰ দুঃখ লাঘৱ কৰিবৰ কাৰণে এই প্ৰবন্ধটো লিখিলোঁ। এতিয়া মনটো অলপ পাতল যেন লাগিছে।

মে' ১৯৪০ চন।

ৰ'ৰ্‌যুণ দি থকা সত্ত্বেও আমি কালাৰ সৰ্বোদয় কেন্দ্ৰ চাবলৈ গৈছিলোঁ। তালৈ যাবৰ কাৰণে এইটো সময় ভাল নহয় যদিও আমি গলোঁ। বাৰিষাৰ সময়ত লক লক নৈবোৰ আলিবাটৰ ওপৰেদি বৰলৈ ধৰে। পানী বাঢ়ি গলে মটৰ বাছবোৰ ঘণ্টাৰ পাছত ঘণ্টা বৈ থাকিব লাগে। আমি ভাবিলোঁ —আমাৰ সৰ্বোদয় সেৱকসকলে আমাৰ জন-জাতি ভাইসকলৰ মাজত কেনেকৈ কাম কৰিছে এইটোৱেই চাবৰ সময়।

ভাৰতৰ পশ্চিম পাৰৰ এখন ঠাইৰ লগত মোৰ ঘনিষ্ঠ পৰিচয় আছে। বম্বেৰ উত্তৰ ফালে প্ৰায় এশ মাইল দূৰত বোৰডী ঘোলবড নামৰ ঠাই আছে। সেই ঠাইত মই কেইবামাহো আছিলোঁ আৰু তাৰ সাগৰৰ ঢৌৰ লগত সদায় খেলিছিলোঁ। † সেই সময়ত জোৱাৰ ভাটাৰ কাৰণে সাগৰৰ পানী প্ৰায় ডেৰ মাইল পিছুৱাই যায় আৰু গোটেই সাগৰৰ পাৰ সেমেকা টেনিচ কৰ্টৰ নিচিনা হৈ পৰে। আমি পাঁচ দহজন মান মানুহে এই সেমেকা ধূলিৰ পথাৰেদি সাগৰৰ ঢৌ খেদি খেদি আছিলোঁ। যেতিয়া জোৱাৰ আহে, তেতিয়া পানীৰ ঢৌবোৰে আমাৰ পাছ লয় আৰু আমি পাৰৰ পিনে লৰি আহোঁ। পানীৰ ঢৌৱে আমাক আক্ৰমণ কৰিলে আমি নিজৰ প্ৰাণ লৈ পাৰলৈ পলাওঁ, এই খেমালি বৰ আমোদজনক আছিল। চাওঁতে চাওঁতেই গোটেইখন মুকলি পথাৰে ডাঙৰ সৰোবৰৰ ৰূপ ধাৰণ কৰে আৰু বতাহে পানীৰ লগত খেমালি কৰিবলৈ ধৰে। এনেকুৱা খাৰুৱা পানী আৰু বালিতো এঠাইত 'তৰৰড' (সিজু জাতীয় গছ) গছ গজি আছিল। তাৰ কোঁহপাত দেখি মই কৈছিলোঁ যে—"এই গছবোৰ আগলৈ বৰ সুন্দৰ হব।" এই বিশাল সৰোবৰৰ পৰাৰত উদাবৰণ * প্ৰভাৱ বৰ ডাঙৰ সৃষ্টি আছে। তাত নানা ধৰণৰ শঙ্খ, কেকোৰা, আৰু

---

† এই ঠাইৰ বৰ্ণনা মই মোৰ 'মৰুভূমি বা সৰোবৰ' নামৰ প্ৰবন্ধত বিস্তৃত ভাৱে কৰিছোঁ।

* বাতাবৰণ—পৃথিবীৰ গোলাকৃতিক আবৰি থকা বতাহ বা বায়ুমণ্ডল।

উদাবৰণ—পৃথিবীক আবৰি থকা পানীৰ আৱৰণ। উদ্=পানী।

সক-জাতৰ প্ৰাণী থাকে। সাগৰৰ পাৰত সিহঁতৰ হাড়বোৰ দেখিবলৈ পোৱা যায়।

যেতিয়া মই বোৰডীত থাকিবলৈ গৈছিলোঁ, তেতিয়া তাত মাত্ৰ এটাহে ভাল হাইস্কুল আছিল। বৰ্তমান তাত আৰু এটা ভাল ডাঙৰ শিক্ষাকেন্দ্ৰ হৈছে। এতিয়া তাত বাল-শিক্ষা, প্ৰৌঢ়-শিক্ষা, বুনিয়াদী-শিক্ষা, জন-জাতিৰ শিক্ষা, অধ্যাপনা কেন্দ্ৰ আদি অনেক অনুষ্ঠান স্থাপন কৰা হৈছে। এতিয়াতো বোৰডী ৰাজনৈতিক জাগৃতি, শিক্ষা-বিতৰণ আৰু সমাজ-সেৱাৰ এক প্ৰধান কেন্দ্ৰ হৈ পৰিছে।

এবাৰ বোৰডীৰ দক্ষিণ ফালে চীয়ঁনীলৈ গৈছিলোঁ। তাৰ শিল্পীবোৰ সাঁচ (ঠপ্পা) লগা কলাত গোটেই ভাৰতবৰ্ষৰ ভিতৰত অদ্বিতীয় বুলি কোৱা হয়। তাৰ আয়নাৰ চুড়িও বৰ বিখ্যাত।

এইবাৰ চীয়ঁনী আৰু বোৰডীৰ মাজৰ ডহানুয়েদি আহিছিলোঁ। এইখন ঠায়ো সাগৰৰ পাৰত। তাৰ প্ৰাকৃতিক দৃশ্যও বোৰডীতকৈ কম সুন্দৰ নহয়।

বহুত বছৰৰ আগতে ইৰাণৰপৰা অহা কিছুমান ইৰাণী পৰিয়ালৰ ইয়াত বাস। তেওঁলোকে নিজৰ ঘৰত ইৰাণী ভাষা কয়। এতিয়া তেওঁলোক প্ৰাচীন কালৰ পৰা বসবাস কৰি থকা পাৰ্চী মানুহবিলাকৰ লগত অলপ সানমিহলি হৈ পৰিছে। এওঁলোকে মাৰাঠী আৰু গুজৰাটী সুন্দৰকৈ কব পাৰে। এই ইৰাণীসকলৰ বাগিচা আৰু বাৰী বিশেষভাৱে চাব লগীয়া। এওঁলোকে খেতিৰ বৈজ্ঞানিক অনুভৱেৰে আৰু পৰিশ্ৰমৰ যোগে লাখ লাখ টকা ঘটিছে। আমাৰ দেশত থাকি এওঁলোকে এই দেশৰ আমদানি বঢ়াইছে আৰু ইয়াৰ কৃষকসকলক সকলোতকৈ ভাল ভৌতিক শিক্ষা দিছে। এওঁলোক আমাৰ ধন্যবাদৰ পাত্ৰ।

* * *

ডহানুৰপৰা যোল মাইল বাট পাৰ হৈ আমি কাসালৈ গলোঁ। মোৰ এজন পুৰণা ছাত্ৰ শ্ৰীমুকলী ধৰ যাটে চৈধ্য-পোন্ধৰ বছৰ মানৰ পৰা গ্ৰাম-সেৱাৰ কাম কৰি আছিছে। এই বছৰ তেওঁ আৰু তেওঁৰ সুযোগ্যা পত্নীয়ে কাসাৰ কেন্দ্ৰ চলোৱাৰ ভাৰ লৈছে আৰু চাওঁতে চাওঁতেই ইয়াৰ সাংস্কৃতিক

বায়ুমণ্ডল সমৃদ্ধ কৰি তুলিছে। এই কাম আচাৰ্য্য শ্ৰীশংকৰ ৰাও তোসেৰ প্ৰেৰণাতে চলি আছে।

ডহানুৰ পৰা কাসালৈ যাওঁতে বাটত এটা বৰ ওখ পৰ্বত শিখৰ দেখা যায়। শিখৰৰ আকাৰলৈ চাই এই পৰ্বতক খড়্গ-শৃঙ্গ বুলি কোৱা উচিত। অনুসন্ধান কৰাৰ পাছত বুজিব পাৰিলোঁ। যে এই শিখৰৰ শিল বৰ টান নহয়। শিলত ধৰি যদি কোনোবা ওপৰলৈ উঠিব খোজে, তেতিয়াহলে সেই শিল টুকুৰা টুকুৰ হৈ ভাগি হাতত ৰৈ যায়। মোৰ ভয় হয়, হয়তো এহেজাৰ দুহেজাৰ বছৰৰ ভিতৰতে এই গোটেই শৃঙ্গ, বতাহ, পানী আৰু ৰ'দত খহি পৰিব আৰু পৰ্বতৰ উচ্চতা একেবাৰে কম হৈ যাব। এই পৰ্বতৰ শিখৰৰ ওপৰত মহালক্ষ্মীৰ মন্দিৰ আছে। কোৱা হয় যে মহালক্ষ্মীক দৰ্শন কৰিবৰ কাৰণে কোনো অন্তঃসত্ত্বা স্ত্ৰী ওপৰলৈ গৈ ভাগৰি পৰিছিল। মহালক্ষ্মীয়ে সপ্নত আহি পূজাৰীক কলে যে মোৰ ভক্তৰ এনেকুৱা কষ্ট মই সহ্য কৰিব নোৱাৰোঁ। মোক তললৈ নৈ বলা। এতিয়া সেই পৰ্বতৰ নামনিত মহালক্ষ্মীৰ দ্বিতীয় মন্দিৰ সজা হৈছে।

কাসাৰ ওচৰেদি এখন সুন্দৰ নৈ বৈ গৈছে—যাৰ নাম সূৰ্য্যা। এই নৈৰ সম্বন্ধেও এক লোক কথা আছে।

যেতিয়া পাণ্ডৱসকল এই পথেদি তীৰ্থযাত্ৰা কৰিবলৈ গৈছিল, তেতিয়া ভীমৰ ইচ্ছা হ'ল যে তেওঁ স্থানীয় দেৱী শ্ৰীমহালক্ষ্মীক বিয়া কৰায়। মহালক্ষ্মীক সোধাৰ পাছত তেওঁ কলে যে কেই যোজনমানৰ আঁতৰত যিখন সূৰ্য্যা নৈ বৈ গৈছে, যদি তুমি তাৰ প্ৰবাহ ঘূৰাই মোৰ এই পৰ্বতৰ ভৰি ধুৱাব পাৰা, তেতিয়াহলে তুমি মোক বিয়া কৰাব পাৰিবা। এইটো সৰ্ত্ত আছিল যে এই সকলো কাম এৰাতিৰ ভিতৰতে হব লাগিব। যদি ৰাতিপুৱা কুকুৰাই ডাক দিয়ে, আৰু তোমাৰ কাম পূৰা নহয়, তেতিয়া হলে মোৰ লগত তোমাৰ বিয়া হব নোৱাৰে। ভীমে প্ৰতিজ্ঞা কৰিলে। তেওঁ ডাঙৰ ডাঙৰ শিলেৰে নৈতে নৈৰ প্ৰবাহ ৰুদ্ধ কৰি দিলে। মাত্ৰ অলপ কাম বাকী আছিল। তাৰ কাৰণে শিল নোপোৱাৰ কাৰণে তেওঁ নিজৰ পিঠিকে তাত লগাই দিলে। এতিয়া আৰু কৰলৈ আছে কি? নৈৰ পানী বাঢ়িবলৈ ধৰিলে আৰু লাহে লাহে মহালক্ষ্মীৰ পৰ্বতৰ ফালে ঘূৰিবলৈ ধৰিলে।

মহালক্ষ্মী সন্ত্ৰস্ত হৈ পৰিল। এতিয়া তেওঁ তুচ্ছ মনুষ্যক বিয়া কৰাব লাগিব ? দেৱতাৰ ভিতৰত বৰ কূটনীতি থাকে। যেতিয়া পৰাজয়ৰ সময় আহে, তেতিয়া তেওঁলোকে কিবা এটা নহয় কিবা এটা বাট উলিয়াই লয়।

ইফালে ভীমে মথাউৰিৰ শিলৰ মাজত পিঠি লগাই পানী কেতিয়াকৈ পাহাৰৰ তল পাবগৈ তাকে চাই আছিল। এনেতে মহালক্ষ্মীয়ে কুকুৰাৰ ৰূপ ধাৰণ কৰিলে আৰু ৰাতি পুৱাবৰ আগতে 'লঙ্কাপুৰ ক'ত' বুলি ডাক দিলে। বেচেৰা সবল ভীম নিৰাশ হৈ পৰিল, তেওঁ ঠিক সময়ৰ ভিতৰত নিজৰ প্ৰতিজ্ঞা পূৰা কৰিব নোৱাৰিলে। তেওঁ থিয় হ'ল। ঠেক বাটেদিয়েই বাঢি যোৱা পানী জোৰেৰ বৰলৈ ধৰিলে আৰু এই পানীৰ লগতে ভীমৰ আকাঙ্ক্ষাও উটি গ'ল।

এইদৰেই ধূৰ্ত দেৱতা আৰু বলবান অসুৰৰ কাজিয়াৰ কাহিনী অসংখ্য লোক-কথা আৰু পুৰাণত পোৱা যায়।

,আমি ভালেমান সেউজীয়া সেউজীয়া খেতি পাৰ হৈ সূৰ্য্যাৰ পাৰ পালোঁহি। বাৰিষাৰ সময় আছিল। পানীও খুব বাঢি আছিল আৰু ভীম-বান্ধৰ মূৰৰ পৰা তললৈ জপিয়াই পৰিছিল। এই দৃশ্য বৰ মনোৰম আছিল। য'ত পানী জোৰেৰে বৈছিল তাত আমি আমাৰ কল্পনাৰ ভীমক ৰহি থকা দেখিছিলোঁ। আমি তেওঁক সেৱা জনালোঁ। তেওঁ বিষাদেৰে নিজৰ মূৰ জোকাৰিলে আৰু আকৌ ধ্যানমগ্ন হৈ পৰিল।

আমি কাসালৈ উলটি আহিলোঁ। তাৰ কাম চালোঁ। জন-জীৱনক প্ৰকাশ কৰা প্ৰদৰ্শনী দেখিলোঁ। জা-জলপান খাই লৈ তাৰ মানুহবোৰৰ লগত কথাবাৰ্তা পাতি আকৌ বাছত উঠি মহালক্ষ্মীৰ মন্দিৰ চাবলৈ গলোঁ। বাটত জন-জাতিৰ জুপুৰী আৰু তেওঁলোকৰ খেতি চালোঁ। এই জাতি যে পিচ পৰি আছে তাত সন্দেহ নাই। কিন্তু তেওঁলোকে জীৱনৰ আনন্দ হেৰুওৱা নাই। পাহাৰৰ নামনিত এক ৰমণীয় ঠাইত মহালক্ষ্মীৰ মন্দিৰ দূৰ-দূৰণিত দেৱীৰ ভক্ত বিয়পি আছে। বছৰি ইয়াত এখন বৰ ডাঙৰ মেলা হয়। চাওঁতে চাওঁতে এক লাখ মানুহ হৈ যায়। এনেকুৱা যাত্ৰী থাকিবৰ কাৰণে কেইজনমান মানুহে এতিয়া ইয়াত এটা ভাল ধৰ্মশালা সজাই দিছে। মই গৈ সেইটো চালোঁ। মাৰ্বল পাথৰৰ ওপৰত দাতা

সকলৰ নাম খোদাই কৰা আছে। নাম পঢ়ি মই বৰ আচৰিত হৈ গলোঁ। এই সকলোবোৰ নাম আফ্ৰিকাৰ দক্ষিণ ৰোডেচিয়াত বাস কৰা গুজৰাটী খোৰাৰ। কোনোবাই এশ চিলিং দিছে, কোনোবাই এহেজাৰ চিলিং দিছে। ক'ত দক্ষিণ ৰোডেচিয়া, ক'ত গুজৰাট আৰু ক'ত আছে থানা জিলাৰ মাৰাঠী বিশ্ৰাম-গৃহ।

চৰকাৰৰ সহায়ত এতিয়া এই জন-জাতি যুৱক-সকলে উৎসাহেৰে সৈতে নতুন নতুন কথা শিকিছে আৰু নিজৰ জাতিৰ উদ্ধাৰৰ কথা চিন্তা কৰিছে। মই তেওঁলোকক কলোঁ—"তোমালোক ইমান পিচ পৰি আছা যে এতিয়া তোমালোকে নিজৰ জাতিৰ উদ্ধাৰৰ কাৰণে যত্ন কৰিব লাগে। কিন্তু মইতো সেইটো দিন চাব খুজিছোঁ, যিদিনা তোমালোকে কেৱল নিজৰ জাতিৰ কাৰণে নহয় বৰং গোটেই ভাৰতবৰ্ষৰ উদ্ধাৰৰ কথা ভাৱিবলৈ শিকিবা। কেৱল নিজৰ জাতিৰে নহয়, গোটেই দেশৰ নেতা হব পাৰিবা। যি কেৱল নিজৰ জাতিৰ কথাকে ভাবে তেওঁ কেতিয়াও আগ বাঢ়িব নোৱাৰে। যি গোটেই পৃথিৱীৰ কথা ভাবে, গোটেই পৃথিৱীৰ সেৱা কৰে, তেওঁহে নিজৰ আৰু নিজৰ জাতিৰ প্ৰকৃত উন্নতি কৰিব পাৰে।"

মই নিজৰ মনত প্ৰশ্ন কৰিলোঁ—"যদি এওঁলোকৰ মাজত ভীমৰ নিচিনা শক্তি হয় আৰু ইয়াৰ ওচৰৰ সৱৰ্ণ আৰু পৰিষ্কাৰ পৰিচ্ছন্ন হৈ থকা মানুহবোৰৰ মহালক্ষ্মীৰ নিচিনা টেঙৰামি আহি পৰে, তেতিয়াহলে তাৰ পৰিণাম কি হব? তেতিয়াহলে কেৱল পানীৰ সূৰ্য্যা নৈয়েই নবয়।" কলিযুগৰ মাহাত্ম্য বুজি নহয়, কিন্তু সত্যযুগৰ স্থাপনৰ কাৰণেই আমি এই জন-জাতিক সম্পূৰ্ণভাৱে নিজৰ মাজত সুমাই লব লাগে। পুনৰ চাৰিটা বৰ্ণৰ স্থাপনৰ কথা আৰু জন-জাতিৰ 'উদ্ধাৰৰ' পৰোপকাৰী ভাষা এতিয়া আমি এৰা উচিত। এওঁলোকৰ মাজত আৰু আমাৰ মাজত কোনো ভেদাভেদ থকা উচিত নহয়।

চেপ্তেম্বৰ—১৯৫১ চন।

মই এবাৰ কলিকতাৰ পৰা বাৰ্দ্ধালৈ গৈছিলোঁ। সেইদিনা গাড়ীত ৰাতি গাত একো কাপোৰকানি নোলোৱাকৈ শুলোঁ। সেই সময়ত যদিও কাপোৰ লোৱাৰ প্ৰয়োজন নাছিল, তথাপি লোৱা হলেও গৰম নালাগিলহেঁতেন। ৰাতিপুৱা চেঁচা বতাহ মৰাত অলপ জাৰ যেন লাগিল আৰু গাত কাপোৰ নোলোৱাৰ কাৰণে অলপ অসুবিধা হ'ল। কিন্তু তেতিয়া আৰু তাত একো উপায় নাছিল। তাৰ সকলোবাৰ দৃশ্য মনোযোগ্য আছিল যদিও কুঁৱলীৰ কাৰণে তেতিয়াও একেবাৰে স্পষ্ট চোৱা নাছিল।

এনেতে এখন নৈ পালোঁহি। দলঙৰ দুয়ো পাৰে তাৰ ধাৰাবোৰ অসংখ্য শাখাত বিভক্ত হৈ আছিল। প্ৰত্যেক নৈৰ ক্ষেত্ৰত এনেকুৱাই হয়। কিন্তু ইয়াত এইটো স্পষ্ট কৰি দেখা গৈছে যে এই নৈয়ে কিবা বিশেষ সৌন্দৰ্য্য উপলব্ধি কৰিছে। ক্ষীণ অন্ধকাৰত ৰাতিপুৱাৰ আকাশে এইটো ঠিক কৰিব পৰা নাছিল যে পানীক ৰূপৰ বৰণত পৰিণত কৰিব নে নাই প্ৰাচীন কালত জিলিকি থকা লোণ্টাৰ আইনাৰ বৰণত—।

আমি দলঙৰ মাজলৈ আহিলোঁ। মই প্ৰবাহৰ সৌন্দৰ্য্য একেমনে চাবলৈ ধৰিলোঁ। এই সময়ত এনেকুৱা লাগিছিল যেন কোনোবাই পানীৰ ওপৰত বগা ৰঙহে ছটিয়াই দিছে। আৰু লাহে লাহে তাৰ অৱৰী† তৈয়াৰ হৈ গৈছে। এই ৰূপ দেখি মই বৰ সুখী হলোঁ। আজিকালি দিল্লীত জামিয়া মিলিয়াৰ সৰু লৰা-ছোৱালীয়ে কাগজত অৱৰীৰ ছবি অঁকা দেখিছো। মোৰ এই প্ৰাকৃতিক বৰণবোৰ দেখিলে বৰ ভাল লাগে। এই নৈৰ নাম কি? কোনে কব? মই ভাবিলোঁ যদি নাম নাপাওঁ, তেতিয়াহলে মই ইয়াক অৱৰী নদী বুলিম।

যিখন নৈ পাৰ হৈ আহিলোঁ, তেওঁ ক'ৰ পৰা আহিছে, সেইটো জানিবলৈ মোৰ বৰ উৎকণ্ঠা হ'ল। কাৰণ ইয়াৰ পাছতে দুই এটা খোঁৱা ওলোৱা

† কিতাপৰ বেটুপাতৰ ওপৰত বা কিতাপৰ ভিতৰত কি ৰঙীণ কাগজে লগোৱা হয়, আৰু ইংৰাজীত যাক marble paper বুলি কয়, তাৰ দেশী শব্দ হৈছে 'অৱৰী'।

চিম্নি দেখা গ'ল আৰু ওচৰৰ গাঁৱত বিজুলী চাকিৰ পোহৰো দেখা গৈছিল। 'ৰেলৰে টাইম টেবুল' চাই মই নিজকে কলোঁ—"এতিয়া পাঁচ বাজিছে। আমি এতিয়া কি পাইছোঁহি?" অলপ সময় চোৱাৰ পাছত মই এওঁক চিনিব পাৰিলোঁ আৰু হঠাতে মই আনন্দত কৈ উঠিলোঁ—"বাহ! এইখন যে আমাৰ ঈৰ! ৰামগড়ৈল যাওঁতে ই আমাক কিমান সুন্দৰ ছবি দেখুৱাইছিল।" মই তেওঁক কৃতজ্ঞতাৰ অঞ্জলিও যাচিছিলোঁ। ঈৰক মই কেনেকৈ নিচিনিম? অবৰীৰ এই কলা কুশলতা জানো সকলো নৈত থাকিব পাৰে?

তেতিয়াহলে এই ঈৰ নৈয়ে ক'ৰ পাঠশালাৰ পৰা অবৰীৰ এই কলা শিকিছে? হয়তো পৃথিৱীয়ে সকলোতকৈ আগতে ইয়াৰ পৰাই অবৰী-কলা শিকিছিল।

মে' ১৯৪১ চন।

## ৪৯। তেন্দুলা আৰু সুখা

আজি মই এক অপ্ৰত্যাশিত আৰু অসাধাৰণ আনন্দ অনুভৱ কৰিলোঁ।

আমি ৱাৰ্দ্ধাৰ পৰা ক্ৰুগলৈ আহিছিলোঁ। ওচৰৰ দুখন গাঁৱত ৰাষ্ট্ৰীয় গ্ৰাম-শিক্ষা (বেচিক এডুকেচন) আৰম্ভ কৰিবৰ কাৰণে—শিক্ষক তৈয়াৰ কৰা এটা প্ৰতিষ্ঠান উদ্ঘাটন কৰিবৰ বাবে ৰাতিপুৱা চাবি বজাত ক্ৰুগ পালোঁহি। গা-পা ধুই জা-জলপান খালোঁ আৰু বালোড়লৈ যাত্ৰা কৰিলোঁ।

বালোড় ক্ৰুগৰপৰা ৩৭ মাইল দক্ষিণত। পোন বাট আছিল। যেন বচিৰে জুখিহে সজা হৈছে। এনেকুৱা পোন বাটত দৌৰিলে মানুহৰ মনত আনন্দৰ লগে লগে আগ্ৰহো বাঢ়ি যায়। আমি বালোড়ৰ ওচৰ পোৱাৰ লগে লগেই কোনোবাই কলে যে ইয়াৰ ওচৰতে তেন্দুলা বান্ধ আৰু কেনেল আছে, স্থানীয় মানুহৰ চকুত সাধাৰণ বস্তুও বৰ মহত্বপূৰ্ণ হৈ পৰে। যেতিয়া তামস্কৰে কলে—"বক্তৃতাৰ পাছত আমি এই বান্ধ চাবলৈ যাম।

তেতিয়া মই নিৰুৎসাহেৰে সৈতে "যাম" বুলি সম্মতি জনালোঁ। তাত যে কিবা চাবলগীয়া বস্তু থাকিব পাৰে, সেইটো মই ভাবিবই পৰা নাছিলোঁ। কেৱল স্থানীয় মানুহৰ উৎসাহতে মই তালৈ গৈছিলোঁ। এই ৩৭ মাইলৰ দীঘলীয়া যাত্ৰাপথ একেবাৰে সমান আছিল। গুজৰাটৰ দৰে ইয়াত ক'তো চাপ মৰা নাছিল। এনেকুৱা ধৰণৰ সমতলভূমি দেখাৰ পাছত যদি দুই এখন নৈ, নলা আৰু মথাউৰি দেখা যায়, তেতিয়াহলে মোৰ মনটো নিশ্চয় ভাল লাগিব। সেই ভাবিয়েই মই যাবলৈ মান্তি হলোঁ। যি পুনাৰ 'বণ্ড গাৰ্ডেন'ৰ পৰা আৰম্ভ কৰি ভাট নগৰলৈকে অসংখ্য মথাউৰি দেখিছে, তেওঁৰ কৌতূহল ইমান সহজে জাগ্ৰত হব নোৱাৰে।

যি বেজয়াড়াৰ কৃষ্ণা নৈৰ ধুনীয়া মথাউৰি, গো-কাকৰ ওচৰৰ ঘটপ্ৰভাৰ বাল্য-পৰিচিত মথাউৰি, লোনাবলাৰ দুই তিনিটা আকৰ্ষক মথাউৰি' মহীশূৰৰ বৃন্দাবনক পোষণ কৰা বাদচাহী কৃষ্ণ-সাগৰ, দিল্লীৰ ওচৰৰ যমুনাৰ ৰমণীয় 'ওফলা' মথাউৰি, নাচিকৰপৰা মটৰৰ বাটেদি পঞ্চাশ মাইল গৈ দেখা পোৱা 'প্ৰবৰা' নৈৰ সুন্দৰ মথাউৰি, আদি এনেকুৱা অসংখ্য জলাশয় দেখিছে, তেওঁ সিংহগডৰ নামনিৰ 'খডকবাচলা'ৰ নিচিনা মথাউৰি দেখি সন্তুষ্ট হওক বা নহওক কিন্তু তেওঁৰ কৌতূহল যথেষ্ট পৰিপক্ক হৈ পৰে।

ভাৰ নগৰৰ ওচৰৰ যোৰ পুখুৰীৰ বৰ্ণনা মই কৰিছোঁ। বেজয়াডাৰ কৃষ্ণা নৈক মই শ্ৰদ্ধাঞ্জলি জনাইছোঁ। ইয়াৰ বাহিৰে আৰু আন কাৰো বিষয়ে এতিয়ালৈকে লিখিব নোৱাৰাত মই দুঃখিত হৈছোঁ। তথাপি আজি যে মই কোনো সুন্দৰ জলৰাশিক দৰ্শন কৰিম, সেইটো ভাবিব পৰা নাছিলোঁ। ভাষণ, অভিভাষণ আৰু আহাৰ শেষ কৰি আমি তেন্দুলা কেনেল চাবৰ কাৰণে গাড়ীত উঠিলোঁ আৰু মথাউৰিৰ ফালে বেগাই যাবলৈ ধৰিলোঁ। মথাউৰিৰ ওপৰেদি মটৰ নিবৰ অনুমতি লবৰ কাৰণে এজন মানুহ আগ বাঢি গৈছিল। তেওঁৰ কাৰণে বাট চাবলৈ আমাৰ ধৈৰ্য্য নাছিল। অনুমতি পোৱা যাবই এই ভাবি আমি দ্ৰুত গতিৰে আগ বাঢিলোঁ আৰু মথাউৰিৰ ওচৰ পালোঁহি। মথাউৰিৰ ওপৰলৈ উঠি মই স্তম্ভিত হৈ গলোঁ। কিমান বহল আৰু দীঘল এই পানীৰ বিস্তাৰ আৰু পানীও কিমান নিৰ্মল॥ যেন আকাশহে অতিশয় আনন্দত পমি পমি

জলৈলৈ নামি আহিছে। আৰু পানীৰ বৰণ? জামুবৰণীয়া, নীলা, সুমথিৰা, বগা আৰু গোলাপী!! সিও চিৰস্থায়ী নহয়। আকাশত মেঘবোৰ যিমানেই লৰিব লাগিছে পানীৰ বৰণো সিমানেই সলনি হৈ আছে। সৰু সৰু ঢৌবোৰৰ কাৰণে পানীৰ তৰলতা বৰ সুন্দৰ হৈ পৰিছিল। ইয়াৰ উপৰিও বিভিন্ন ৰঙে তাৰ ভিতৰত এক চাঞ্চল্যৰ সৃষ্টি কৰিছিল। এই সৌন্দৰ্য্যৰ বৰ্ণনা কৰা জানো সম্ভৱ? যিফালেই চোৱা যায়, সেইফালেই কেৱল কাব্যই-কাব্য। কিহৰ কাৰণে তেওঁলোকৰ মহত্ব বাঢ়িছে, সেই কথা দুয়ো দাঁতিৰ পাৰে ভালকৈ জানে। সেই কাৰণে তেওঁলোকে বৰ নম্ৰ হৈ এই জলৰাশিক তোষামোদ কৰিছে। এই মথাউৰিৰ বিশেষত্বৰ আৰু এটা কাৰণ আছে। তেন্দুলা আৰু সুখা দুয়ো বায়েক—ভনীয়েক। তেন্দুলা ত্ৰিশ চল্লিছ মাইল দূৰৰ পৰা আহিছে। তেওঁৰ তুলনাত সুখা একেবাৰে শিশু। মাত্ৰ তিনি চাৰি মাইলৰ পৰা লৰি আহি এইখিনি পাইছেহি। এওঁলোক দুয়ো য'ত এজনী আনজনীৰ ওচৰলৈ আহে তাত এই প্ৰেমমূৰ্তিৰ মথাউৰিয়ে নিজৰ শপত দি কয় যে তুমি আৰু আগ নাবাঢ়িবা।

প্ৰায় তিনি মাইল দীঘল বান্ধে এই দুয়োখন নৈক বাধা দিয়ে আৰু নিজৰ ইচ্ছানুযায়ী অলপ অলপ পানী এৰি দিয়ে, মাটিৰ ইমান ডাঙৰ বান্ধ ভাৰতবৰ্ষতহে নালাগে হয়তো গোটেই পৃথিৱীৰ ক'তো নোলাব। বান্ধৰ তলত ১৫ মাইল মানলৈকে অভিমানী ভূমিয়ে এনেকুৱা উপকাৰী পানীক গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিছে। সেই কাৰণে ইয়াৰ পাছতে এই কেনেলে ৬০।৭০ মাইললৈকে দুয়ো দাঁতিৰ খেতিৰ সেৱা কৰিছে। বান্ধৰ কাৰণে ওপৰৰ বহুত মাটি পানীৰ তলত ডুব গৈছে যাক অনুমান কৰাই অসম্ভৱ। অনুসন্ধান কৰাত বুজা গ'ল যে ইয়াত প্ৰায় ৩২০ বৰ্গমাইল মাটিৰ ওপৰত পৰি থকা পানী গোট খাই আছে। পানীৰ বিস্তাৰ ষোল বৰ্গমাইল। ১৯১০ চনত এই বান্ধৰ কাম আৰম্ভ হৈছিল। আৰু ইয়াত ৭৫ লাখতকৈয়ো বেছি টকা খৰচ হৈছে। বৰষুণত এই দুয়োখন নৈৰ পানী গোট খাই এক হৈ যায় আৰু এই জলমগ্ন দৃশ্য দেখি 'সৰ্বতঃ সংপ্লুতোদকে'ৰ কথা মনত পৰে। যেতিয়া মানুহ দ্বীপে নিজৰ মূৰটো অলপ দাঙিবলৈ চেষ্টা কৰে, তেতিয়া তেওঁৰ এই চেষ্টা দেখি আমাৰ হাঁহি উঠে। আজি এই দ্বীপৰ

ওপৰত কেইজোপামান ওখ গছ 'যদ্ ভাবি তদ্ ভবতু' বুলি ভাগ্যক থিয়াই থিয় হৈ আছে। ইহঁত জানো আমাৰ দৰে নাৰত উঠি পলাব পাৰিব? এনেকুৱা গছবোৰ যেতিয়ালৈকে জী থাকে, তেতিয়ালৈকে দৃঢ়ভাবে থিয় হৈ থাকে আৰু শেষত শিপা উঘলি যোৱাৰ পাছত পানীত বাগৰি পৰে।

গৰম দিনত দুয়োখন নৈৰ তলি বেলেগ বেলেগ হৈ যায়, ব'দ আৰু বিৰহৰ কাৰণে তেওঁলোক যাতে শুকাই ক্ষীণাই নাযায়, সেই কাৰণে মাজত এটা খাল খান্দি দুয়োখন নৈক পানীৰে ওপচাই পেলোৱাৰ দিহা কৰা হৈছে।

অভিজ্ঞ মানুহে জানে যে নৈৰো হৃদয় আছে। তেওঁৰ ভিতৰতো বাৎসল্য, চৰিত্ৰবল, উন্মাদনা আৰু অনুতাপৰ ভাব আছে। এই দুজনী বায়েক ভনীয়েকৰ ভিতৰত যেয়ে যিহকে কৰে তাৰ কাৰণে আনজনীয়ে অলপো ঈৰ্ষা নকৰে। তেওঁলোকৰ চেহেৰাত হিংসা বা শত্ৰুতাৰ ভাব দেখা নাযায়। এই বিষয়ে তেওঁলোকৰ যথেষ্ট জ্ঞান আছে যে সংযমী বান্ধৰ কাৰণেহে তেওঁলোকৰ শক্তি এই দৰে বৃদ্ধি হৈছে। কেৱল বৈ যোৱাই নৈৰ ধৰ্ম নহয়। ব্যাপ্ত হৈ থকা আৰু বৰদানৰ ৰূপ ধাৰণ কৰাও নৈৰ এক ধৰ্ম। সকলো নৈকে এই শিক্ষা দিবৰ কাৰণে যেন এওঁলোক ইয়াত বৈ আছে।

নৈৰ পাৰত যদি গছ থাকে, তেতিয়াহলে তাত এক প্ৰকাৰ শোভা দেখা যায় আৰু এই গছবোৰে যেতিয়া তেওঁলোকৰ তলি ঢাকিবৰ কাৰণে বৃথা চেষ্টা কৰে, তেতিয়া এই বিফলতাৰ মাজতো সফলতাৰ সৌন্দৰ্য্য ফুটি উঠে।

আমি সিপাৰৰ গছবোৰ চাবলৈ গলোঁ। তেতিয়া দুপৰীয়া আছিল। নিদ্ৰালু গছে নৈৰ লগত কথা পাতি পাতি টোপনিত লাল কাল হৈ পৰিছিল আৰু চাৰিওপিনে উষ্ণ, শীতল শান্তি বিৰাজ কৰিছিল। কেৱল নানা ধৰণৰ চৰায়ে মৃদু-মঞ্জুল কলৰৱ কৰি পৰস্পৰে এই কাব্যৰ আনন্দ পান কৰিবলৈ উৎসাহিত কৰিছিল।

মাৰাঠী ভাষাত 'বাঘ-মুঁগ্যা' বা উদ্বীল বোলা বৰ্ডা মকৰাবোৰে গছৰ বহল বহল পাতৰ পৰা এবিধ আঠ উলিয়াই এই সকলো কাৰা ভৰাই ধৰৰ

কাৰণে মোনা সজাত ব্যস্ত দেখা গৈছিল। মোৰ চকুৰেও হৃদয়ৰ মোনা সাজি তাত সম্মুখৰ দৃশ্য ভৰাই থবৰ কাৰণে এই ঠাইৰ সৌন্দৰ্য্য চুহি আছিল। নৈৰ ইয়াত কোনো আপত্তি নাছিল।

মাৰ্চ ১৯৫০ চন।

## ৫০। ঋষিকুল্যাৰ সহিষ্ণুতা

আজি মহা শিৱ ৰাত্ৰি। প্ৰত্যেক দিনৰ সকলোবোৰ কাম এফালে থৈ সৱিতা, সৱিৎপিতা আৰু সৱিৎপতিৰ ধ্যান কৰিবৰ কাৰণে বহি পৰিলোঁ। এই সৱিতাবোৰ লোক মাতা—। তেওঁলোকক অনেক প্ৰকাৰে 'জীৱন-লীলা'ত স্মৰণ কৰি মই পবিত্ৰ হৈছোঁ। আমাৰ পূৰ্ব পুৰুষ সকলে কৈছে যে, নৈৰ পূজা ত্ৰিবিধৰূপে অৰ্থাৎ স্নান, পান আৰু দানৰ দ্বাৰা কৰিব লাগে। মই ভাবিলোঁ যে কেৱল স্নান, পান আৰু দান কিয়, যদি ভক্তি কৰিব লাগে, তেতিয়াহলে চতুৰ্বিধা ভক্তিনো নকৰোঁ কিয়? ইয়াকে ভাবি মই নৈৰ বৰ্ণনা কৰিবলৈ ঠিক কৰিলোঁ। 'লোক-মাতা' আৰু প্ৰস্তুত 'জীৱন-লীলা' এই দুয়োখন কিতাপতে এই বন্দনা শুনিবলৈ পোৱা যাব।

যদিও এতিয়া মোৰ প্ৰবাস-যাত্ৰা কম হৈ আহিছে, আৰু সৱিৎপতি সাগৰৰ নিমন্ত্ৰণো ক্ষীণ হৈ আহিছে, কিন্তু মই মনে মনে সৱিৎপিতা পৰ্বতৰ আকৌ এবাৰ শ্ৰাদ্ধ কৰিবলৈ ঠিক কৰিছোঁ। এনেতে এখন সৰু নৈয়ে আহি মোক কাণে কাণে কলে: মোক একেবাৰে পাহৰি পেলালানেকি?" মই লাজ পালোঁ আৰু তৎক্ষণাত তেওঁক শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰি তাৰ পাছতহে পাহাৰৰফালে যাবলৈ ঠিক কৰিলোঁ। এইখন নৈ হৈছে কলিঙ্গ দেশত কেৱল এশ-পঁচিছ মাইল ভ্ৰমণ কৰা ঋষিকুল্যা।

মই আগতে ঋষিকুল্যা নৈৰ নামেই শুনা নাছিলোঁ। অশোকৰ শিলালিপি চাবৰ কাৰণে পাগল হৈ পৰিছিলোঁ। যেতিয়া মই জুনাগড়ৰ শিলালিপি দেখিছিলোঁ, তেতিয়া উঁৰিষ্যাৰনো কিয় নাচাম? মনলৈ এনেকুৱা ভাব আহিল। কলিঙ্গ দেশৰ হাতীমুখৰ ধৌলীৰ শিলা-লিপিও মই

চাইছিলোঁ। মোৰ ঐতিহাসিক দৃষ্টিয়ে সুধিবলৈ ধৰিলে যে অলপ দক্ষিণ ফালে গৈ তাত থকা অশোকৰ বিখ্যাত শিলালিপি নোচোৱা কিয়? মনক সন্তুষ্ট কৰিবৰ কাৰণে গঞ্জামৰ ফালে গলোঁ। সেই প্ৰবাস বৰ কাব্যময় আছিল। কিন্তু যদি তাৰ বৰ্ণনা কৰিবলৈ বহোঁ, তেতিয়াহলে সি ঋষিকুল্যা-তকৈ দীঘল হৈ পৰিব।

এই নৈ চিল্‌কা সৰোবৰৰ লগত মিলি যোৱাৰ সলনি গঞ্জামলৈ কেনেকৈ গ'ল আৰু সাগৰৰ লগতনো কিয় মিলি গ'ল, এইটো ভাবিলে আচৰিত লাগে। সম্ভব সাগৰ-পত্নীৰ সৌভাগ্য লাভ কৰিবৰ কাৰণে তেওঁ গঞ্জামলৈকে দৌৰি যাব পায়। কিন্তু তেওঁৰ সাগৰত কোনো উৎসাহ দেখা নাযায়। বালিৰ লগত খেলি থকাই হৈছে তেওঁৰ কাম।

এনেয়ে ঋষিকুল্যা সৰু নৈ, সম্ভৱ নামৰ কাৰণেই তেওঁৰ সন্মান বাঢ়িছে। কাৰণ ইমান সৰু নৈক কৰভাৰ দিবলৈ প্ৰথমা আৰু ভাগুৱা এই দুখন নৈ আঁছে আৰু দুই তিনিখন নৈ আহি তেওঁৰ লগত মিলিত হৈছে। কিন্তু 'দৰিদ্ৰ লঙ্কালৈ গলে সাগৰ যে শুকায়'। যেতিয়া গৰম দিন আহে তেতিয়া আটাইবোৰ নৈৰ অৱস্থা ঠন্ ঠন্ মদন গোপাল হৈ পৰে।

ঋষিকুল্যাৰ পাৰত অস্কা নামৰ এখন সৰু গাঁও আছে। সাধাৰণতে সৰু গাঁওবোৰ সুন্দৰ নহয়। কিন্তু ইয়াত তাৰ ব্যতিক্ৰম দেখা যায়। যি ঠাইত নৈৰ সঙ্গম থাকে, তাত সৌন্দৰ্য্যক বেলেগে নিমন্ত্ৰণ কৰিব নালাগে। ইয়ালৈ ঋষিকুল্যাক লগ ধৰিবলৈ মহানদী আহিছে। দুয়ো গোট খাই কুঁহিয়াৰৰ খেতিক সমৃদ্ধ কৰি তোলে, ধান-চাউলৰ উৎপাদন বঢ়ায় আৰু মানুহবোৰক সুখাদ্য খাদ্য যোগায়। যিবিলাকে উত্তেজনাৰ ভিতৰত থাকি ভাল পায়, তেনেকুৱা মানুহৰ কাৰণে ইয়াত মদৰো ব্যৱস্থা আছে। এই 'দেব-ভূমি'ত মানুহে সুৰা পান কৰিলে উচিত বুলি কমনে নাই অনুচিত? যি সুৰা পান কৰে তেওঁ হৈছে সুৰ অৰ্থাৎ দেৱ আৰু যি নকৰে তেওঁ অসুৰ, ইৰাণীসকলে সুৰ-অসুৰৰ ব্যাখ্যা এইদৰে কৰে।

ঋষিকুল্যা নাম কোনে ৰাখিলে? ইয়াৰ ওচৰত থকা দুখন নৈৰ নামো এনেকুৱা কাব্যময় আৰু সুসংস্কৃত। তাৰ আদিবাসীয়ে 'বংশধাৰা' আৰু 'লাংগুল্যা'ৰ নিচিনা নাম দিছিল যেন নালাগে।

এই গোটেই খন প্ৰদেশ কলিঙ্গৰ গজপতি, অন্ধ্ৰৰ বেঙ্গী আৰু দক্ষিণৰ চোল ৰজাসকলৰ সাম্ৰাজ্য লিপ্সাৰ যুদ্ধ ভূমি আছিল বাবে এইবোৰ নাম চোলৰ ৰাজেন্দ্ৰই ৰাখিছিল নে কলিঙ্গৰ গজপতি সকলে, সেইটো কোনে কব ?

জৌগড়ৰ ইতিহাস-প্ৰসিদ্ধ শিলালিপি চাই উলটিবৰ সময়ত আবেলি ঋষি-কুল্যাৰ লগত দৰ্শন হ'ল। সংস্কৃত সাহিত্যত দধিকুল্যা, ঘৃতকুল্যা, মধুকুল্যাৰ নিচিনা নামবোৰ পঢ়িলে মুখৰ পানী পৰে। ঋষিকুল্যাৰ নাম শুনি মই ভক্তি নম্ৰ হৈ গলোঁ আৰু আমি আবেলি তাৰ পাৰত বহি প্ৰাৰ্থনা কৰিলোঁ।

সৰু নৈ পাৰ হোৱাৰ কাৰণে নাবো সৰু আছিল। হয়তো সেইদিনা আমাৰ দুৰ্ভাগ্যৰ কাৰণেই এই সৰু নাওখনো আধাখিনি পানীৰে ভৰি গ'ল। ভিতৰৰ পানীবোৰ সিঁচি পেলাবলৈ ওচৰত কোনো ঘটি, বাটি নাছিল। সেই কাৰণে আমি হাতত জোতা লৈ শুদা ভৰিৰে নাৱত উঠিলোঁ। নৈত যাতে ভৰি নিতিতে সেইটো ইচ্ছা কৰিছিলোঁ। কিন্তু নাৱত যি পানী আছিল সি আমাৰ পদ প্ৰক্ষালন কৰি দিলে। থিয় হৈ থাকিলে নাও লুটি খাই যায়। বহিলে চুৰিয়া তিতি যায়। এই দ্বিবিধ সঙ্কটৰ পৰা ৰক্ষা পাবৰ কাৰণে আমি নাৱৰ দুয়ো কাষে ধৰি কুক্কুটাসনত বহি সেই অৱস্থাতে বেদ কালীন আৰু পুৰাণ-কালীন ঋষিসকলক স্মৰণ কৰি কৰি তেওঁৰ এই কুল্যা পাৰ হলোঁ। তেতিয়াৰ পৰা মোৰ এই ঋষি কুল্যা নদীৰ প্ৰতি প্ৰগাঢ় ভক্তি আৰু দৃঢ়তৰ হৈ পৰিল। যেতিয়ালৈকে কুক্কুটাসনৰ 'স্থিৰ-সুখৰ' কথা মনত থাকিব, তেতিয়ালৈকে নিশীথ-যাত্ৰাৰ সেই প্ৰসঙ্গৰ কথাও মনত ৰব।

তাৰ এজন শিক্ষকৰ পৰা ঋষি কুল্যাৰ তথ্য-পাতি গোটাবলৈ চেষ্টা কৰিলোঁ। তেওঁ উড়িয়া ভাষাত লিখা এখন সুদীৰ্ঘ কাব্য নিজে যথেষ্ট পৰিশ্ৰমৰ সৈতে মোলৈ লিখি পঠালে। এতিয়ালৈকে মই সেই কাব্যৰ আস্বাদ লব পৰা নাই। ঋষিকুল্যাৰ প্ৰতি ভক্তি ভাব দৃঢ় কৰিবৰ কাৰণে আধুনিক কাব্যৰো প্ৰয়োজন নাই। মোৰ মনেৰে মহাশিৱৰাত্ৰিৰ দিনা কৰা ঋষিকুল্যাৰ এই ক্ষমাশীল স্তোত্ৰ তেওঁৰ ভাল লাগিব আৰু তেওঁ মোক পৰ্বতৰ উপস্থান কৰিবৰ কাৰণে চিৰদিনৰ বাবে আন্তৰিক আশীৰ্বাদ দিব।

মহা শিৱৰাত্ৰি।

২৭ ফেব্ৰুৱাৰী ১৯৫৭ চন।

## ৫১। সহস্ৰ ধাৰা

সম্মুখৰ আগৰ ধাৰ সুজিব পাৰি, কিন্তু আগৰ সংকল্পক পৰিবৰ্ত্তন কৰিব নোৱাৰি। পঁচিছ বছৰৰ আগতে যেতিয়া মই দেৰাডুনত আছিলোঁ, তেতিয়া সহস্ৰধাৰা চাবলৈ সংকল্প কৰিছিলোঁ। অত্যন্ত উৎকণ্ঠা আছিল, কিন্তু তথাপি তেতিয়া যাব নোৱাৰিলোঁ। অলপ দিনলৈকে ইয়াৰ কাৰণে মনত দুঃখ আছিল; শেহত সি নাইকিয়া হৈ গ'ল। সংসাৰৰ যে কোনো ঠাইত সহস্ৰধাৰা নামৰ কিবা ঠাই আছে, তাৰ স্মৃতিও লুপ্ত হৈ গ'ল। কিন্তু সংকল্পৰ জানো কেতিয়াবা বিনাশ হব পাৰে?

আচাৰ্য্য ৰামদেৱ দেৰে এবাৰ তেখেতৰ কন্যা-গুৰুকুল চাই আহিবলৈ মোক বৰ আগ্ৰহেৰে মাতিছিল। মোৰো এই উঠি অহা প্ৰতিষ্ঠানটো চোৱাৰ ইচ্ছা আছিল। যোৱা বছৰ যাব নোৱাৰিলোঁ। সেই কাৰণে মই এইবাৰ যাম বুলি কথা দিয়াত যাবলগীয়া হ'ল। এতিয়া আৰু প্ৰকৃতিৰ কাৰণে উদ্ৰাবিল হোৱা উচিত নহয়। বৰ্ত্তমান মই মানুহৰ লগত দেখা সাক্ষাৎ কৰিব আৰু প্ৰতিষ্ঠানবোৰ চাব লাগে, ৰাষ্ট্ৰীয় প্ৰশ্ন সম্বন্ধে আলোচনা কৰিব লাগে, কৰ্মীসকলৰ লগত সমালোচনা আৰু অনুভৱৰ আদান প্ৰদান কৰিব লাগে—আদি মনত নানা ৰকমৰ ভাৱ উঠি আছিল। তেতিয়া সহস্ৰধাৰাৰ কথানো কেনেকৈ মনত পৰিব? সেই সময়ত মই হিন্দী-হিন্দুস্থানীৰ আলোচনাত ব্যস্ত হৈ আছিলোঁ, এনেতে ৰণবীৰ নামৰ এজন যুৱক মোৰ লগত দেখা কৰিবলৈ আহিল। কোনোবাই তেওঁক মোৰ লগত চিনাকি কৰি দিলে। তাৰ পাছত তেওঁ নিজেই মোক কলে যে, "দেৰাডুনৰ ফৰেষ্ট কলেজটো সঁচাকৈয়ে চাবলগীয়া: তাত সামৰিক বিদ্যালয় আছে, আৰু প্ৰাকৃতিক দৃশ্যৰ ফালৰ পৰাও গুচ্ছুপানী আৰু সহস্ৰধাৰা বৰ মনোৰম ঠাই।" শেহৰ নামটো শুনাৰ লগে লগে পঁচিছ বছৰৰ বিস্মৃতিৰ সমাধি ভাঙি মোৰ পুৰণা স্মৃতি আৰু পুৰণা সংকল্প ভূতৰ দৰে চকুৰ আগত আহি থিয় হ'ল। এতিয়া এই সংকল্পক ৰূপ নিদি আৰু উপায় নাই।

মটৰৰ দিহা কৰা হ'ল; উত্তৰফালে ছয় সাত মাইল বাট পাৰ হৈ আমি ৰাজপুৰ পালোঁহি। ইয়াৰ পৰাই মুচৰীলৈ যোৱাৰ বাট আছে।

আমি ৰাজপুৰৰ পৰা পূবফালে প্ৰায় আঠে মাইল হাবি খোজ কাঢ়ি গলোঁ। ঠিক ৬৫ মিনিট যোৱাৰ পাছতে সহস্ৰধাৰা পালোঁহি। সন্ধ্যাৰ সময় আছিল। আমাৰ পাছফালে সূৰ্য্য অস্ত যাবলৈ সাজু হৈছিল, তেওঁৰ সুদীৰ্ঘ ৰশ্মিৰাশিয়ে আমাৰ সন্মুখৰ পথ আৰু বেছি সুদীৰ্ঘ কৰি পেলাইছিল। পাঁচ দহ মিনিটৰ পাছতে আমি মানব সংস্কৃতি এৰি হাবিত সোমাই পৰিলোঁ। পানীৰ সোঁতৰ কাৰণে মাটিত দ খাল হৈ গৈছিল আৰু আমি সেই খালে দিয়েই যাব লগীয়া হৈছিল। আমি চাৰিজন মানুহ আছিলোঁ। কথা বাৰ্ত্তা পাতি আৰু দাঁতি কাষৰৰ সৌন্দৰ্য্য পান কৰাৰ লগে লগে সময়ৰ লেখ জোখ কৰি আছিলোঁ। যি অমৰ নাথ, তুঙ্গ-নাথ, বদৰী নাথৰ নিচিনা বিশাল ঠাই দেখিছে, তেওঁৰ আগত মুচৰীৰ পাহাৰনো কি বস্তু? তথাপি বহুত বছৰৰ পাছত আকৌ হিমালয়ৰ নামনিলৈ যাব লগীয়া হ'ল, এই কাৰণে এই দৃশ্যত আকৌ এক নতুনত্ব দেখিবলৈ পালোঁ।

মুচৰীৰ পাহাৰত প্ৰায়ে টিলাবোৰ খহি পৰে। ইংৰাজীত যাক 'লেণ্ড স্লিপ' বা 'লেণ্ড স্লাইড্' বোলে। এই দৃশ্য এনেকুৱা দেখা গৈছিল যেন কোনো বীৰ যোদ্ধাৰ শৰীৰত ভয়ানক আঘাতহে লাগিছে। যদি ডাঙৰ ডাঙৰ পৰ্বত, সৰু ডাঙৰ গছেৰে ঢাক খাই আছে, আৰু মাজতে তাৰ এটা ডাঙৰ অংশ ভাগি যোৱাত সেই ঠাই মুকলি হৈ আছে, তেতিয়াহলে সেই দৃশ্য দেখিলে অন্তৰত এক অদ্ভুত ভাবৰ সৃষ্টি হয়। এনেকুৱা অসাধাৰণ প্ৰাকৃতিক দৃশ্য বৰ বিশাল হয়। আৰু এই দুৰ্ঘটনাৰ কোনো চিকিৎসা নহয়। গতিকে এনেকুৱা 'ঘা'ক ভয়ানক বুলি কব নোৱাৰি বৰং এই ঘায়ে পৰ্বতৰ বৈভৱহে ঘোষণা কৰে।

আমি তললৈ নামিলোঁ, আকৌ উঠিলোঁ, আকৌ নামিলোঁ। এইবাৰ আৰু বেছি ওপৰলৈ উঠিলোঁ। তালৈ গৈ আমাৰ মুৰ ঘুৰাবলৈ ধৰিলে। এইবাৰ লাহে লাহে পাহাৰ বগাই তললৈ নামিলোঁ। বাটত প্ৰত্যেক ঠাইতে আমি য'তেই নামিছিলোঁ, তাতেই শিলেৰে পৰিবেষ্টিত এখন এখন শুকান নৈ দেখিবলৈ পালোঁ। বৰ্ষা ঋতুত এই দৃশদ্বতী নৈয়ে ইমান কোলাহল কৰে যে গোটেই উপত্যকা সহস্ৰ নিনাদত গৰজি উঠে কিন্তু আজি যে চাৰিওফালে অপূৰ্ব শান্তি —। সৰু সৰু চৰাইবোৰে যদি এটাই

আনটো্ক দূৰৰ পৰা ইঙ্গিত নিদিলেহেঁতেন, তেতিয়াহলে ইয়াত থিয় হৈ থাকিবলৈকো সাহ নহ'লহেঁতেন। শেহত নামি আহিলোঁ আৰু চাৰিওফালে ফলি সজা শিলবোৰ দেখিবলৈ পালোঁ। নিজৰ প্ৰাণ ৰক্ষাৰ কাৰণে যেতিয়া তাৰ দুই এটা টুকুৰা ধৰিব খোজোঁ, তেতিয়া ই ভাগি গুৰি হৈ যায়। কোনোৰকমে আমি তললৈ নামি আহিলোঁ। আমাৰ নামোতে প্ৰায় এঘণ্টা লাগিছিল। যাৰ মটৰত আহিছিলোঁ, সেই মানুহজনে কলে—"মই ইয়াতে ৰহিছোঁ, আপুনি গৈ চাই আহক।" মই কলোঁ—"এঘণ্টাৰ ভিতৰতে উলটি যাম বুলি আমি আপোনাক কথা দিছিলোঁ, কিন্তু এতিয়া দেখিছোঁ যে সহস্ৰধাৰা পাবলৈ এঘণ্টাতকৈ বেছি সময় লাগিব। সেই কাৰণে আপুনি ঘূৰি যাওক। আৰু আপুনি এতিয়া গলে ঠিক সময়তে দেৰাডুন পাবগৈ। আমি বাছত যাম।" ৰণবীৰে কলে—"এতিয়াতো আমি দহ মিনিটতে সেই ঠাই পামগৈ। সম্মুখৰ সৌ টিলাত .. যি ৰগা কুঁৱলী দেখা গৈছে, তাৰ ওচৰতে সহস্ৰধাৰা।" যেতিয়া ইমান দূৰ আহিলোঁ, তেতিয়া আৰু পাঁচ মিনিট যাব পাৰিম, এই ভাবিয়েই আমি আগ বাঢ়ি গলোঁ। পাছফালে ঘূৰি চাবৰ ইচ্ছা হৈছিল, আৰু নামনিৰ উপত্যকাৰ পৰ্বতে দুটা হাত ওপৰলৈ দাঙি সূৰ্য্যদেৱক অভিবাদন কৰিছিল, যেন বল ধৰিবৰ কাৰণেহে সাজু হৈছে। যিদৰে শিশুৱে মাকৰ কোলা দেখিলে হাঁহিবলৈ ধৰে, এই দৃশ্য তেনেকুৱাই দেখা গৈছিল। এনেকুৱা সময়ত মাকে বেছি ৰঙ পায় নে কেচুৱাই বেছি আনন্দ পায়, এই দুয়োৰো আনন্দৰ ভিতৰত কাৰ আনন্দৰ লগত তাদাত্ম্য অনুভৱ কৰিম, মই সেইটো স্থিৰ কৰিব নোৱাৰাৰ কাৰণেই মোৰ মনটো চঞ্চল হৈ পৰিছিল। এনেয়ে এনেকুৱা এটা দৃশ্য চাবৰ কাৰণে ইয়ালৈ আহিব পাৰি। কিন্তু আমি যে সহস্ৰধাৰা চোৱাৰ সংকল্প কৰিছিলোঁ। গতিকে আমি সুদীৰ্ঘ সূৰ্য্য-কিৰণৰ ফালৰপৰা মুখ ঘূৰাই আগবাঢি গলোঁ।

এনেতে হঠাৎ এটা ৰৱ ডাঙৰ প্ৰপাত চকুত পৰিল। ওপৰৰপৰা স্বচ্ছ পানীয়ে টান মাটিৰ প্ৰাকৃতিক বেৰৰপৰা বাগৰি শব্দ কৰি আছিল আৰু অদ্ভুত উন্মাদকতাৰ সৈতে তললৈ জপিয়াই আছিল। ওচৰত কোনোৱা আছেনে নাই তাক চাবলৈ তাৰ সময় ক'ত? কি হৈছে

তাৰ কাৰণে তাৰ কোনো চিন্তা নাই। সিতো কেৱল থৰ্-থৰ্, থৰ্-থৰ্ শব্দ কৰি আছে। যেতিয়া শিলৰ ওপৰৰ পৰা পানী বাগৰে, তেতিয়া সিমান আচৰিত নালাগে। কিন্তু ইয়াত যে নিজৰ অস্তিত্ব দৃঢ় ৰখা মাটিৰ পৰা পানী বাগৰি আছিল। মই সেইফালে একেৰাহে চাই থাকিলোঁ। পানীৰ মনোৰম দৃশ্য দেখিলে এনেকুৱা নিচা হয় যে যদি সেই কথা মদপী মানুহে বুজিব পাৰে, তেতিয়াহলে তেওঁ মদৰ নিচা এৰি দিনে ৰাতিয়ে ইয়াতে বহি থাকিব। ক্ষন্তেকৰ কাৰণে আমি পাহৰিয়েই পেলাইছিলোঁ যে আমি ঘূৰি যাব লাগিব। ক্ষন্তেকৰ কাৰণে; কিন্তু যেতিয়া আমি প্ৰকৃতিৰ লগত একে হৈ যাওঁ, তেতিয়া সচাঁকৈয়ে তাত অদ্বৈতানন্দৰ অনুভৱ হয়। নিজৰ অস্তিত্ব পাহৰি যোৱাৰ পাছত আনন্দৰ বাহিৰে আৰু একোৱেই বাকী থাকিব নোৱাৰে।

তেতিয়াহলে যাক আমি জড় সৃষ্টি বুলি কওঁ সি জড নহয়, বৰং অদ্বৈতানন্দৰ সমাধিত একাকাৰ হৈ পৰি থকা বস্তু? ইয়াৰ উত্তৰ যাক কোনে দিব পাৰিব? আৰু কোনে শুনিব?

ৰণবীৰে কলে—"এতিয়া আমি অলপ আগবাঢ়ি যাওঁহক।" এতিয়া আৰু পলম কৰিবৰ মোৰ ইচ্ছা নাছিল। কিন্তু অলপ চাবলৈ বাকী থাকি গলে যাতে মোৰ মনত এইটো দুঃখ থাকি নাযায় সেই কাৰণেই মই আগবাঢ়ি গলোঁ। তলেদি পানী বৈ গৈছিল। লাহে লাহে আমি ওপৰলৈ উঠিছিলোঁ, গন্ধকৰ গোন্ধ আহিবলৈ ধৰিলে। তললৈ নামি অলপ পানী খাই ললোঁ। মানুহে কয় যে সকলোবোৰ চৰ্মৰোগৰ কাৰণে এই পানী বৰ উপকাৰী। এই পানী আৰু ইয়াৰ আচৰিত গুণৰ সম্বন্ধে মই ভাবি আছিলোঁ। কিন্তু মোৰ অন্তৰে যে এতিয়া দেখা প্ৰপাতৰ থৰ্-থৰ্ শব্দৰ লগত তাল দি আছিল। এনেতে সোঁ ফালে ওপৰৰ এটা ওলমি থকা গুহাৰ চালৰপৰা পানীৰ টোপাল বাগৰি থকা দেখিলোঁ। তাৰ শব্দ জল-তৰঙ্গৰ নিচিনা মধুৰ আছিল।

এয়েই আচল সহস্ৰধাৰা। পানীৰ হেজাৰ হেজাৰ বিন্দু এই গুহাৰ ওপৰৰপৰা আৰু তলৰপৰা টপ্ টপ কৰি পৰিবলৈ ধৰে। কিন্তু তাৰ শব্দ নহয়। শান্তিৰ সৈতে এই টোপালবোৰ নিৰন্তৰ বাগৰি আছে।

আমি এফালৰপৰা ওপৰলৈ উঠিলোঁ। তাত এটা দ গুহা আছিল। মাজত জুহুৰ নিচিনা এটা শিলৰ টুকুৰা—আমি তাৰ চাৰিওফালে ঘূৰি চালোঁ। সকলোপিনেই সহস্ৰধাৰাৰ বৰষুণ হৈ আছিল। এনেকুৱা লাগিছিল যেন গোটেই পাহাৰখন পমি গৈছে। আমি যথেষ্ট তিতিলোঁ। এঘণ্টা বেগেৰে অহাৰ কাৰণে বৰ গৰম লাগিছিল। সেইকাৰণে তিতি বৰ আনন্দ পালোঁ। ইয়াৰ দৃশ্য কিমান শীতল আছিল। ইয়াত থকাৰ কাৰণে মানুহ জন্ম লোৱা অসাৰ্থক। ইয়াত বাৰিষাৰ সময়ত বেদ-মন্ত্ৰ মুখস্থ কৰি থকা ভেকুলীৰ অৱতাৰ লোৱাকে উচিত। অলপ সময়ৰ আগতে যি হৃদয় শক্তিশালী প্ৰপাতৰ লগত এক হৈ গৈছিল, সেয়েই ইয়াত এক মুহূৰ্ততে সহস্ৰধাৰাৰ ৰিমঝিম, ৰিমঝিম্ বালনৃত্যৰ লগত তন্ময় হৈ পৰিল। মই বণবীৰক প্ৰাণভৰি আশীৰ্বাদ দি কলোঁ—"এইটো অংশ যদি চাবলৈ বাকী থাকি গ'লহেঁতেন, তেতিয়াহলে সচাঁকৈয়ে মোৰ বৰ অনুতাপ হ'লহেঁতেন।" বৰষুণৰপৰা ৰক্ষা কৰা অসংখ্য গুহা মই দেখিছোঁ, কিন্তু গ্ৰীষ্মকালতো নিজৰ পেটত বৰষুণৰ পানী ভৰাই থোৱা গুহা মই এই প্ৰথমবাৰ দেখিলোঁ। লঙ্কাৰ মাজ ভাগৰ এঠাইত এটা ডাঙৰ চিত্ৰিত গুহা আছে। তাৰপৰা এটা কুমলীয়া নিজৰা বাগৰি আছে। কিন্তু এনেকুৱা ধৰণৰ অখণ্ড বৰষুণযে মই ইয়াতে প্ৰথম দেখিলোঁ। আমি সোনকালে ঘূৰি যাব লাগিছিল। এই বৰষুণৰ হলে তেতিয়া নাছিল। ভেওঁৰ জীৱন সাৰ্থক হৈ গৈছিল। শিলৰ ওপৰৰ শেলুৰৈৰ বাবে মানুহৰ ভৰি পিছলি যায়, আৰু ইয়াৰ সৌন্দৰ্য্য, পবিত্ৰতা আৰু শান্তিৰ কাৰণে ইয়াত ভৰি বৈ যায়। মনে মনে এনেকুৱা লাগিছিল যে ইয়াত যিমান বেছি সময় কাটে, সিমানেই মঙ্গল।

শেহত তাৰপৰা উলটিব লগীয়া হ'ল। এতিয়া দুগুণ গতিৰে বেগাই যাব লাগিব। বাটত কিছুমান বনুৱা আৰু গুৱালক বেগাই যোৱা দেখিলোঁ। বেচেৰাইত দুখীয়া মানুহ। এওঁলোকে বৰ কষ্টেৰে ইয়াত জীৱন-যাপন কৰে। তথাপি আমাৰ এই কাৰণে হিংসা লাগিছিল যে, এওঁলোক ইমান ভাগ্যবান যে সহস্ৰধাৰাৰ সুধাময় বায়ুমণ্ডলত থাকিবলৈ পাইছে।

নামিবৰ সময়ত নামি আহিলোঁ, কিন্তু এতিয়া আন্ধাৰত উঠিম কেনেকৈ এইটোৱেই সমস্যা আছিল। মনে মনে ভাবিলোঁ যদি দুই এডাল লাখুটি পোৱা যায়, তেতিয়াহলে বৰ ভাল হয়। তাত এখন গাঁৱলীয়া দোকান আছিল। আমি দোকানীক সুধিলোঁ—"হেৰা, ভাল চাই এডাল লাখুটি দিবানে?" মই এখন কাণেৰে শুনো, কিন্তু দোকানীৰ দুয়োখন কাণেই কলা আছিল। মোৰ কথা তেওঁ বুজা নাছিল। মই অধীৰ হৈ পৰিলোঁ। শেহত এজন লগৰীয়াই তেওঁক আকাৰে ইঙ্গিতে বুজাই দিলে। তেওঁ তৎক্ষণাত ভিতৰলৈ সোমাই গৈ নিজৰ বাঁহৰ লাখুটি আনি দিলে। পইচা দিলোঁ, কিন্তু তেওঁ নললে। লাখুটিডাল লৈ যেন মইহে তেওঁক কৃতাৰ্থ কৰিলোঁ, নিজৰ চকুত তেওঁ তেনেকুৱা ধন্য ভাব দেখুৱাই কলে—"যাওক, আপুনি লৈ যাওক।" ৰণবীৰে তেওঁৰ কাণৰ ওচৰত ডাঙৰকৈ চিঞৰি কলে—"এই অতিথি সকল মহাত্মা গান্ধীৰ আশ্ৰমৰপৰা আহিছে।" তেতিয়া তেওঁৰ ধন্যভাব আৰু মোৰ সঙ্কোচৰ সীমা নাছিল। মই লাখুটি লৈ পলাই আহিলোঁ।

এতিয়া আমাৰ কথা বন্ধ হৈ গ'ল। বেগাই গৈ আছিলোঁ আৰু মই মনে মনে প্ৰাৰ্থনা কৰি গৈছিলোঁ। আকাশত গুৰু আৰু শুক্ৰই চন্দ্ৰৰ কপালত ফোঁট দি আছিল।

মটৰৰ গৰাকী মানুহজনে পাহাৰৰ শিখৰত বহি আমাৰ কাৰণে বাট চাই আছিল। যেতিয়া আমাৰ লগত দেখা হ'ল, তেতিয়া তেওঁ কবলৈ ধৰিলে—'আপোনালোকে লৰি লৰি গ'ল আৰু লৰি লৰি আহিল, আৰু মই ইমান সময় শান্তিৰে এই উপত্যকাৰ বিস্তাৰ, আৰু বেলি মাৰ যোৱা আৰু সলনি হৈ থকা ৰংবোৰৰ আনন্দ লৈ আছিলোঁ। এতিয়া আপুনিয়েই কওক, অধিক আনন্দ বাৰু কোনে পালে?"

মই প্ৰতিধ্বনিৰ দৰে সুধিলোঁ : "সচাঁকৈয়ে কোনে পালে?"

ডিচেম্বৰ ১৯৩৬ চন।

## ৫২। গুচ্ছুপানী

গুচ্ছুপানী হৈছে প্ৰকৃতিৰ এটা সুন্দৰ ধেমালি। মই ১৯৩৭ চনত যেতিয়া দেৰাডুনলৈ গৈছিলোঁ, তেতিয়া এদিন আজৰি আছিল। কেইজনমান বন্ধুৱে কলে—"বলক, আমি গুচ্ছুপানী চাই আহোঁগৈ।" আন কেইজন মান লগৰীয়াই 'সহস্ৰধাৰা' চাবলৈ আগ্ৰহ কৰিলে। গুচ্ছুপানী নামটোতো ভালেই লাগিছিল, কিন্তু বিস্মৃতিৰ আৱৰণৰ তলত ঢাক খাই থকা সংকল্পই সহস্ৰধাৰাৰ পক্ষেই নিজৰ মত দিলে। সেইকাৰণে তেতিয়া গুচ্ছুপানী চাবলৈ থাকি গ'ল।

১৯৩৯ চনত কন্যা-গুৰুকুলৰ উৎসৱৰ কাৰণে দেৰাডুনলৈ যাবলগীয়া হ'ল। এই সময়ত গুচ্ছুপানীয়ে জানো মোক নমতাকৈ থাকিব পাৰে? দেৰাডুনৰ পৰা খুব সুবিধাৰ সৈতে গুচ্ছুপানীলৈ যাবলৈ দুই তিনি ঘণ্টাই যথেষ্ট সময়। মটৰতহে নালাগে খোজ কাঢ়ি অহা-যোৱা কৰিলেও তিনি ঘণ্টা, চাৰে তিনি ঘণ্টাতকৈ বেছি সময় নালাগে। প্ৰথমতে আমি প্ৰায় ডেৰ মাইল মটৰৰ কাৰণে সজা পকা ৰাস্তাইদি লাহে লাহে ওখ ওখ গছৰ মাজেদি ওপৰলৈ উঠিলোঁ আৰু সম্মুখৰ পাহাৰৰ ওপৰত জিলিকি থকা মুচৌৰীৰ গন্ধৰ্ব-নগৰ দৰ্শন কৰিলোঁ। তাৰ সুন্দৰ সুন্দৰ ঘৰবোৰৰ বেঁকা বেঁকি শাৰী যেতিয়া সন্ধ্যাৰ কিৰণত জিলিকি থাকে, তেতিয়া এনেকুৱা লাগে যেন চিক্‌চিকীয়া শিলৰ চাৰিচুকীয়া টুকুৰাবোৰ য'তে ত'তে সিঁচৰতি হৈ পৰি আছে।

আমি এই বাট এৰি-দি বাওঁফালৰ খেতি পালোঁহি। এনেতে আগফালে শাল গছৰ পুলিবোৰ দেখিলোঁ। ইয়াৰ মাজেদি যাওঁতে এজনী পৰ্বতীয়া ছোৱালীয়ে শিলৰ লগত ধেমালি খেলি দক্ষিণফালে লৰি যোৱা দেখিবলৈ পালোঁ। এই সময়ত তাৰ তলি উদং হৈ আছিল। কেৱল বেঁকা-বেঁকি কিন্তু চকচকীয়া বগা শিলহে তাত সিঁচৰতি হৈ আছিল। সাধাৰণতে আমি পানী নোহোৱা নৈ ভাল নাপাওঁ। কিন্তু যেতিয়া দুয়োফালে ওখ ওখ টিলা থাকে আৰু গোটেই খন প্ৰদেশ নিৰ্জন ৰম্য হৈ পৰে, তেতিয়া শুকান নৈয়েও ৰমণীয় ৰূপ ধাৰণ কৰে। লাগিলে পানীৰ প্ৰবাহ নাথাককেই, কিন্তু যেতিয়া সেউজীয়া সেউজীয়া হাবিৰ মাজেদি বগা

বগা শিলবোৰে পাহাৰৰ ভিতৰৰ পৰা নিজৰ বাট উলিয়াই আগ বাঢ়ে, তেতিয়া সহজতে মনলৈ এই ভাব আহে যেন এই শিলবোৰ স্কুলৰ লৰা-ছোৱালীবদৰে খেমালি কৰি দৌৰোঁতে দৌৰোঁতে হঠাৎ ৰৈ গৈছে।

গুচ্ছুপানী=অৰ্থাৎ পাহাৰ ভেদ কৰি বাগৰা নিজৰা।

আমি আগ বাঢ়ি গলোঁ, আকৌ ওপৰলৈ উঠিলোঁ, আকৌ তললৈ নামিলোঁ। সেই কাৰণে দূৰলৈ চোৱাতকৈ আকাশৰ ফালে চায়েই সন্তুষ্ট হবলগীয়া হ'ল। মাজে মাজে হালধীয়া আৰু বগা ফুলগছবোৰ দেখি ইয়াত কাৰোবাৰ ঘৰ আছে যেন লাগিছিল, কিন্তু এনেকুৱা দৃশ্য দেখিয়েই হয়তো নগৰৰ মানুহে নিজৰ ঘৰত ফুলনি কৰিবলৈ শিকিছিল। যেতিয়া মানুহ প্ৰকৃতিৰ কোলাৰপৰা আঁতৰি আহে তেতিয়া তেওঁ কৃত্ৰিম বেৰ সাজি তাত থাকিবলৈ ধৰে। কিন্তু ইয়াততো প্ৰকৃতিৰ বিশাল অট্টালিকা আছে। চাৰিটা দিশেই হৈছে এই অট্টালিকাৰ চাৰিখন প্ৰাচীৰ আৰু আকাশৰ উচ্চতাই হৈছে তেওঁৰ গম্বুজ। সন্ধ্যা লগাৰ লগে লগে এই গম্বুজত চন্দ্ৰ তৰাৰ চন্দ্ৰতাপ তৰি দিয়া হয়। বতাহ লাগিলে যাতে এই চন্দ্ৰতাপখন লেতেৰা হৈ নাযায় এই কাৰণে মেঘৰ আবৰণেৰে মাজে মাজে ইয়াক ঢাকি থোৱা হয়।

ফুলবোৰ আনন্দত হাঁহি আছিল। কাক দেখি হাঁহিছিল কোনে জানে? তেওঁলোককতো আমি অহা বাতৰি দিয়া নাছিলোঁ আৰু দিয়া হলেও ব্যাধক দেখি তেওঁলোকে জানো আনন্দ পালেহেঁতেন।

মাজে মাজে সৰু জুপুৰী আছিল আৰু এই জুপুৰীবোৰক লাজ দিবলৈকে যেন চুন-তেল দিয়া ঘৰবোৰো চকুত পৰিছিল। মিউনিচিপেলটিয়ে দিয়া সুবিধাৰ কাৰণে তাৰ ঘৰবোৰ এই বনলক্ষ্মীৰ লগত মিহলি হৈ গাঁৱলীয়া জীৱনৰ গৌৰৱ বঢ়াইছিল! ইংৰাজৰ সামৰিক বিভাগৰ পৰা অৱসৰ লৈ গোৰ্খা সৈন্যই ইয়াত প্ৰকৃতিৰ কোলাত শান্তিপূৰ্ণভাৱে জীৱন যাপন কৰিছিল।

আমি আগ বাঢ়ি গলোঁ। আগলৈ, কিন্তু একেবাৰে আগলৈ নহয়। পৰ্বতীয়া ঠেক ঘূৰণীয়া বাটত যিফালেই সুবিধা পোৱা যায়, সেইফালেই আগবঢ়া উচিত। যদি বাওঁফালে যাব খোজা হয়, তেতিয়াহলে কেতিয়াবা কেতিয়াবা সোঁফালৰ বাট ধৰি আৰু তাক সন্তুষ্ট কৰি কৰি আগ বাঢ়িব

লগীয়া হয়। চন্দনে কলে—"দাঁতি কাষৰৰ সুন্দৰ দৃশ্য আৰু পলে পলে সলনি হৈ থকা আকাশৰ দৃশ্যই নিজৰ ফালে আমাক টানি নিয়ে. কিন্তু যদি ক্ষন্তেকৰ কাৰণেও আমাৰ ভৰি অসাৱধান হৈ পৰে, তেতিয়াহলে এই পৰ্বতীয়া শিলৰ নিচিনাকৈ বাগৰিব লগীয়া হব।" তেওঁৰ কথা সঁচা আছিল। ডাঙৰ ডাঙৰ শিলৰ ওপৰত ভৰি দি খোজ কঢ়াত আনন্দ আছে, কিন্তু শিলবোৰ সমান জানো? সেই কাৰণে কোনটো শিল ক'ত আছে, আৰু মানুহৰ ভাৰ সহিও সি স্থিৰ হৈ থাকে নে নাথাকে সেইটো কোনে কব? য'ত এই দৰে বাটৰ 'চাৰেঙ' কৰি কৰি আগবাঢ়িব লগীয়া হয়, তাত প্ৰত্যেক খোজতে নিজৰ মন বান্ধি ৰাখিব লগীয়া হয়। যিদৰে হাতত পাঁজি লৈ সূতা কাটিবৰ সময়ত আমাৰ মন তাত আবদ্ধ হৈ থাকে, সেইদৰেই এনেকুৱা পৰ্বতীয়া যাত্ৰাত পদে পদে আমাৰ মন যাত্ৰাৰ লগত ওতপ্ৰোত হৈ পৰে আৰু এই কাৰণে যাত্ৰাৰ আনন্দ আৰু নিবিড় হৈ পৰে।

এতিয়া তলত এখন দীঘল নৈ দেখা গৈছে। পাঁ-মালৰ গিৰিপথেদি আহি ই বাওঁফালৰ চুটি শাখাত বিভক্ত হৈ পৰিছে। সন্মুখৰ টিলাৰ পৰা 'ভীম ঘৰ'ৰ খুঁটাবোৰত থকা জঁহবোৰ দেখিলে এনেকুৱা লাগে যেন কোনোবা শিশুৱে নিজৰ আঙুলিৰে আমাক নৈৰ বিস্তাৰ বুজাবলৈ চেষ্টা কৰিছে।

সেই নৈৰ পটেদি বৈ থকা সৰু প্ৰবাহ কোনো বজাৰ নষ্ট হোৱা বৈভৱৰ দৰে লাহে লাহে বৈ আছিল। তাৰ পানীবোৰ আছিল শিশুৰ হাঁহিৰ দৰেই নিৰ্মল আৰু পবিত্ৰ—। অলপ পানী খাবলৈ ইচ্ছা হৈছিল। কিন্তু মাজতে ধৰ্মদেৱজীয়ে ৰসিকতা কৰিলে। তেওঁ কলে—'চাওক, সোঁফালে নিজৰা দেখা গৈছে। এনেকুৱা এটা সময় আছিল, যেতিয়া মই নিতৌ আহি ইয়াৰ পানী খাইছিলোঁ। বলক তালৈকে যাওঁ।" আমি গলোঁ। তাত এটা পাহাৰৰ ককালত শিলৰ স্তূপ দেখিবলৈ পালোঁ। তাৰ পৰাই অমৃতৰ নিচিন নিজৰা ওলোৱা যেন লাগিছিল। কোনো পৰোপকাৰী মানুহে সেই শিলৰ স্তূপৰ ওচৰত এডাল কাঠৰ নলী লগাই থৈছিল। সেই কাৰণে আমি সহজতে পানী খাব পাৰিলোঁ। পানী খোৱাৰ আগতে পশ্চিমফালে অস্ত যোৱা সূৰ্য্যক সশ্ৰদ্ধ অৰ্ঘ্য দিয়াৰ কথা পাহৰা নাছিলোঁ। এতিয়া যি দিকত

সূৰ্যৰ কিৰণ বিয়পি পৰিছিল, আমি লাহে লাহে সেই ফালে বাচিলোঁ। সম্মুখত কি দেখা পোৱা যাব তাৰ নিশ্চিত কল্পনা কৰিব নোৱাৰি। নৈৰ উদ্গম্ স্থান হব? ওপৰৰ পৰা পানী পৰি থাকিব? সহস্ৰ ধাৰাৰ দৰে পানীত গন্ধক থাকিব নেকি? এনেকুৱা নানা কল্পনা মনত উকি মাৰিবলৈ ধৰিলে। এই নিজৰাৰ নামানুসাৰে ইয়াৰ ৰহস্যও আমাৰ কাৰণে অগম্য আছিল। গুচ্ছু শব্দটো গুহাৰ পৰা হৈছে বুলি কোৱা হয়। সুদূৰত এটা গছৰ ধোন্দ দেখা গৈছিল। কিন্তু যেতিয়া ওচৰ চাপিলোঁ, তেতিয়া তাক আন ধৰণে দেখিলোঁ। তেতিয়া আমি বুজিব পাৰিলোঁ যে গুচ্ছুপানীৰ অৰ্থ কি।

যিদৰে ৰেলৰে লাইন সাজিবৰ কাৰণে পাহাৰ ভাঙি সুৰঙ্গ বা টানেল খন্দা হৈছে, সেইদৰেই এটা আগ্ৰহশীল নিজৰাই গোটেই টিলাক ভাঙি নিজৰ বাট উলিয়াই লৈছিল। নহয়, নহয়, এইটো যে ভুল উপমা দিছোঁ। যিদৰে কৰতে কাঠ বা 'গোৰবন্দৰী' শিলক কাটি কাটি তল পায়গৈ, সেইদৰেই এই নিজৰাই এটা টিলাক পোন কৰি কাটি পেলায়। ইয়াত আন কোনো উপায়েৰে এই কাম কৰা হোৱা নাই। যেতিয়া বজ্ৰকায় শিলক বিন্ধি পানী ইফালৰপৰা সিফাললৈ বাগাৰি যায়, তেতিয়া মনত এটা আচৰিত ভাবৰ জন্ম হয় আৰু মনে প্ৰশ্ন কৰে যে ইয়াত কোন মহান? অচল পৰ্বত আৰু তাৰ অভেদ্য শিলৰ বেৰবোৰ, নিজক বলি দিবৰ কাৰণে নভৰা-নিচিন্তাকৈ আগ বাঢ়ি অহা তৰল পানী—। সেই গুহাত সোমোৱাৰ চেষ্টা কৰোঁতে কৰোঁতে যদি বুকুখন অলপ কঁপি উঠে তেতিয়াহলে তাত আচৰিত হবলৈ কি আছে? এনেকুৱাই আচৰিত আছিল সেই দৃশ্য। সেই সময়ত মৃত্যুৰ মুখত প্ৰবেশ কৰিবলৈ যোৱাৰ নিচিনা সাহ কৰিব লগীয়া হয়। ভিতৰলৈ সোমোৱাৰ লগে লগে মোৰ গীতাৰ এঘাৰ অধ্যায়ৰ শ্লোকলৈ মনত পৰিল। তথাপি পাহাৰ আৰু পানীৰ শক্তিৰ দ্বাৰা নিজৰ সামৰ্থ্যক প্ৰকাশ কৰা প্ৰকৃতি মাতাৰ স্বভাৱৰ ওপৰত বিশ্বাস কৰি আমি ভিতৰত প্ৰবেশ কৰিলোঁ। সেই টিলাৰ প্ৰাকৃতিক বজ্ৰলেপত লগোৱা ক'লা, বগা আৰু ৰঙা-মুৰনীয়া শিলবোৰ এনেকুৱা দেখা গৈছিল যেন তাক চিমেণ্টেৰেহে পকা কৰা হৈছে আৰু পানীৰ নম্ৰ প্ৰবাহ ভৰিৰ তলৰ সৰু সৰু শিলগুটিৰ ওপৰেদি নিজৰ

বিজয় গাথা গাই লবি ওচি গৈছে। মুখ তুলি চালোঁ, পানীৰ দ্বাৰা টিলা কাটি সজা বিহ, ত্রিচ ফুটৰ দুখন বেৰে লাখ লাখ বছৰৰ ইতিহাসৰ সাক্ষী দিছে। মোৰ বাহিৰে কোনো ভূতত্ত্ববিদ্ যদি ইয়ালৈ আহিলহেঁতেন, তেতিয়াহলে তেওঁ প্রথমতে এইটো চালেহেঁতেন যে এই শিলবোৰ গ্রেণাইট নে চেণ্ড ষ্টন? দুৱাৰৰ উচ্চতা কিমান, পানীৰ প্রপাত কিমান, প্রত্যেক সহ বছৰৰ পাছত পানী কিমান দলৈ গৈছে, আদি এই সকলোবোৰ চাই চিতি তেওঁ এই প্রাকৃতিক সুৰঙ্গৰ বয়স নিশ্চিত কৰি কলেহেঁতেন যে "এই পৰ্বতীয়া প্রবাহৰ খেল-ধেমালি পঞ্চাছ হেজাৰ বা দুই লাখ বছৰৰ পৰা চলি আহিছে।" ওচৰৰ বেৰত লাগি থকা বঙ বেৰঙৰ শিলবোৰ চাই তেওঁ ইয়াৰ বয়স সুধিলেহেঁতেন, আৰু তাক জোৰেৰে ধৰি থকা চিমেণ্টক চাই ইয়াৰ কিমান বছৰ হৈছে সেইটো অনুমান কৰিব পাৰিলেহেঁতেন। সেই অনুসাৰে টিলাৰ বয়সো নিশ্চিত কৰিলেহেঁতেন। যদি তেওঁ ইয়াত হোৱা ভূমিকম্পৰ কথা কাৰোবাৰপৰা গম পালেহেঁতেন, তেতিয়াহলে সেই অনুসৰি নিজৰ গণিত শাস্ত্র পৰিবৰ্তন কৰি তেওঁ নতুন নির্ণয়ো কৰি দিলেহেঁতেন। এই বজ্রলেপ চিমেণ্টৰ মাজত ছাল বা মিহি জালৰ নিচিনা ডিজাইন কেনেকৈ সজা হ'ল, আৰু তাৰপৰা কিয় পানীৰ সূক্ষ্ম বিন্দুবোৰ ওলায়, তাকো কৈ দিলেহেঁতেন। সচাঁকৈয়ে নক্ষত্র বিদ্যাৰ দৰে এই ভূতত্ব বিদ্যাও অদ্ভুত ৰম্য। ইয়াৰ ৰহস্য মনোবিজ্ঞানতকৈ কম জটিল নহয়। এই তিনিটা বিদ্যাই মানৱৰ বল বুদ্ধিৰ পৰিচয় দিয়ে।

আমি সেই গুহাৰ বহুত দূৰলৈকে গলোঁ। এঠাইত ওপৰতো উঠিবলগীয়া হ'ল। ওচৰতে পানীৰ সৰু প্রপাত বাগৰি আছিল। অলপ আগলৈ যোৱাৰ পাছত চুণ আৰু শিলেৰে বন্ধা দুখন বেৰ দেখি মই চেষ্টা কৰিও নিজৰ হাঁহি ৰাখিব নোৱাৰিলোঁ। মানুহে ভাবিব যে পৰ্বতৰ বুকু ফালি ইপাৰৰপৰা সিপাৰলৈ যোৱা পানীক আমি এই দুখন বেৰেৰে বাধা দিব পাৰিম। মোৰ ভাব বুজি সেই বিজয়ী প্রপাতে মোক কলে—"আৰু ময়ো সেই কাৰণে হাঁহিছোঁ।" পাহাৰৰ বুকু ফালি পেলোৱা সত্বেও মনোৰম দেখা গৈছিল, কিন্তু মানুহে সজা ভগা ছিগা বেৰে তেওঁৰ মনোৰথৰ দৰে তিৰস্কাৰ আৰু হাঁহিৰ ভাবৰ জন্ম দিছিল। যিদৰে কোনো উদণ্ড মানুহে চৰ খোৱাৰ

পাছত তেওঁৰ মন মৰি যায়, সেইদৰেই এই যেব বেছি সময় চাই থাকিবৰ ইচ্ছা নহয়। দীঘলীয়া সময় আমি কাৰোবাৰ অপমান বা তিৰস্কাৰৰ সাক্ষী হৈ থাকিম নেকি ?

ভিতৰলৈ আগুৱাই যোৱাৰ লগে লগে এই গুহাৰ শোভা বাঢ়ি যাবলৈহে ধৰিলে। সেই ঠুখন বেৰৰ মাজত এটা ডাঙৰ শিল পৰোঁ পৰোঁ বুলিও হৈ আছিল। সি হয়তো ওপৰৰপৰা জাপ মাৰিছিল আৰু দাঁতিত থকা মৰমী বেৰে তাক কৈছিল—"হেৰা ভাইটি, বৈ যোৱা, পানীৰ ধেমালিত বাধা নিদিবা।" বেচেৰাই কি কৰিব। তাতে ওলমি ব'ল। তাৰ কপালত যেন এইদৰে লুটি খাই ওলমি পানীৰ এই ধেমালি চাবলগীয়া আছিল। তাৰ ওপৰত সহানুভূতি দেখুৱাই যেতিয়া আমি আগ বাঢ়িলোঁ, তেতিয়া আন এটা শিল সেইদৰেই ওলমি থকা অৱস্থাত আৰু তাৰ নিজৰ পিঠিত তাতোকৈও তিনিগুণ ডাঙৰ শিলৰ বোজা লৈ বৈ থকা দেখিবলৈ পালোঁ। আমি তাৰ তলেদি আগ বাঢ়িলোঁ। যদি দাঁতিৰ বেৰবোৰ অলপ সোমাই বহল হৈ গ'লহেঁতেন, তেতিয়াহলে আমাৰ হাড়বোৰ ভাগি চুৰমাৰ হৈ পৰিলহেঁতেন আৰু ঢুই চাৰি মুহূৰ্তৰ কাৰণে পানীৰ ৰঙো ৰঙা হৈ পৰিলহেঁতেন। তেতিয়া প্ৰকৃতিয়ে কলেহেঁতেন যে মই একোৱেই নাজানো। হয়তো ঢুই চাৰিটা মানুহ ইয়ালৈ আহিছিল আৰু তেওঁলোকে নিজৰ নিৰৰ্থক প্ৰশ্নৰ মূল্য দিবলগীয়া হৈছিল। এইটোনো কি মনত ৰাখিবলগীয়া কথা ? আকৌ কেতিয়াবা যেতিয়া তেওঁলোকৰ নিচিনা মানুহ ইয়ালৈ আহিব, তেতিয়া তেওঁলোকে শিলৰ তলত কেইটামান মানুহৰ কঁকাল চিন পালেহেঁতেন আৰু তেওঁলোকে সঁচা মিছা কল্পনাক আধাৰ কৰি ঢুই এটা সাধুও সাজিলেহেঁতেন।

যাওঁতে যাওঁতে আমি ভাগৰি পৰা নাছিলোঁ ; কিন্তু চেঁচা পানীৰ জোঙা শিলৰ ওপৰত গুদা ভৰিৰে খোজ কাঢ়োঁতে যে ভৰিৰ বিষ উঠিছিল, সেইটো কথা অস্বীকাৰ কৰিব নোৱাৰোঁ। সেই গুহাত প্ৰবেশৰ বিচিত্ৰতাৰ কথা ভাবি ভাবি আমি নিজে নিজেই সন্তুষ্ট হৈছিলোঁ।. ভিতৰ ফালেনো কিমান দূৰ আগ বাঢ়ি যাব পাৰি ? শেহত আগ বঢ়াৰ উৎসাহ কমি আহিল। কিন্তু মনে কৰলৈ ধৰিলে, পৰাজিত হৈ কেনেকৈ উলটি যাম ? যেতিয়া

ইয়ালৈ আহিলোঁৱেই, তেতিয়া সিপাৰলৈ যোৱা উচিত। যি সিটো পাৰ চাব নোখোজে—সেইটো মানৱী মন নহয়।

আৰু অলপ আগ বাঢ়ি যোৱাৰ পাছত সেই ঠাই অলপ বহল হৈ গ'ল। পানীৰ ভীষণতাও কমি আহিছিল। এই কাৰণে আমি বুদ্ধিয়কৰ দৰে ভাবি ললোঁ যে ইয়াৰ পাছৰ দৃশ্য নিশ্চয় নীৰস হ'ব। এতিয়া তালৈ নগ'লেও হ'ব। আমি উলটি আহিলোঁ। আকৌ সেই দৃশ্য, সেই শংকা। সেই প্ৰশ্ন। সেই ভাবধাৰা!!!

সেই গুহাৰ পৰা বাহিৰলৈ ওলাওঁতে ঠিক ষোল মিনিট লাগিছিল। মই নিজৰ অভ্যাস অনুসৰি এই যাত্ৰাৰ স্মাৰকস্বৰূপ দুটা সুন্দৰ মিহি শিল ল'লোঁ আৰু আন্ধাৰত বেগাই খোজ কাঢ়ি বাহৰ ঘৰ পালোঁহি। মনত কেৱল এটা প্ৰশ্ন জাগিছিল, শক্তিমান কোন? এই বজ্ৰকায় পুৰণা পৰ্বত নে নাই এই নম্ৰ অথচ আগ্ৰহশীল জীৱন-ত্ৰাণী সংগ্ৰামী জলৰাশি?

## ৫৩। নাগিনী নদী তীস্তা

কেইবছৰমানৰ আগতে যেতিয়া দাৰ্জিলিং আৰু কালিমপঙৰ পিনে গৈছিলোঁ, তেতিয়াই মই প্ৰথম তীস্তা নৈ দৰ্শন কৰিছোঁ। প্ৰথম দৰ্শনতে তীস্তাৰ প্ৰতি মোৰ অগাধ ভালপোৱা জন্মিল। যদি মই তীস্তাৰ সম্বন্ধে কোনো পৌৰাণিক আখ্যান বা মাহাত্ম্য জানিলোঁহেঁতেন, তেতিয়াহলে তেওঁৰ প্ৰতি মোৰ মনত ভক্তি ভাৱৰ জন্ম হ'লহেঁতেন। কিন্তু যেতিয়া এই নৈয়ে হিমালয় পৰ্বতৰ মাজেদি নিজৰ পথ পৰিষ্কাৰ কৰি, শিল খুন্দিয়াই প্ৰবাহৰ মাজত পৰি থকা সৰু ডাঙৰ শিল মন্থন কৰি আৰু নানা তৰহৰ গাজনি মাৰি দৌৰি আছে, তেতিয়া তেওঁৰ উৎসাহ, দৃঢ়তা আৰু তেওঁৰ অক্ষমতা দেখি তেওঁৰ প্ৰতি মোৰ ভক্তি নহয়, বৰং প্ৰেম আৰু ভালপোৱাহে ওপজে।

যেতিয়া মই প্ৰথম তীস্তা দৰ্শন কৰিলোঁ, তেতিয়া মনে মনে সংকল্প কৰিলোঁ যে এই নৈ খনৰ অলপ নহয় অলপ পৰ্বতীয়া জীৱন নিশ্চয় চাব

লাগিব। দ্রুত গতিৰে বৈ থকা পৰ্বতীয়া নৈৰ ওপৰত বেত বা বচিৰে যি বিপদজনক দলং সজা হয়, তাৰ ওপৰত থিয় হৈ প্ৰৱাহৰফালে চাই থাকিলে এক বিচিত্ৰ অনুভূতি জাগে। এনেকুৱা লাগে যেন এই দলঙে নৈৰ প্ৰৱাহৰ সৈতে কিবা বিজাবলৈহে ওপৰফালে দৌৰি গৈছে। যিমান সময়লৈকে আমি মনোযোগেৰে চাই থাকোঁ, সিমানেই এই ভ্ৰান্তি বাঢ়ি যায়।

এদিন মই মনে মনে ভাবিলোঁ ইয়াক ভুল বুলি কিয় ভাবিম? ই এক-ৰকমৰ দীক্ষা। এই অনুভৱৰদ্বাৰা প্ৰকৃতিয়ে আমাক কয় যে এই পানীবোৰ পৰ্বতৰপৰা আহি যিমান নিৰ্ভয়তাৰে পথাৰৰফালে দৌৰি গৈছে আৰু সাগৰক বিচাৰি আছে, তোমালোকেও সিমান নিৰ্ভয়তাৰে আৰু অদম্য কৌতূহলেৰে এই প্ৰৱাহৰ পাৰে পাৰে সকলো বাধা-বিঘিনি নেওচি ওপৰফালে উঠি যোৱা আৰু এই নৈৰ উদ্গম স্থান বিচাৰি লোৱা।

যেতিয়া কোনো পৰ্বতীয়া নৈ সৰোবৰৰ পৰা ওলাই আহে তেতিয়া তাক সৰযূ বা সৰোজা বুলি কোৱা হয়। যেতিয়া তেওঁ পৰ্বতৰ শিখৰৰ কোলাত এক হৈ থকা হিম-ৰাশিৰপৰা ওলায়, তেতিয়া তেওঁক হৈমৱতী বুলি কোৱা উচিত। এনেয়েতো পৰ্বতৰ পৰা ওলোৱা সকলো নৈৰে সাধাৰণ নাম পাৰ্বতীহে। হিমালয়-পিতাৰ এই সকলো জীয়াৰীৰ নাম যদি গোটোৱা হয়, তেতিয়াহলে তাৰ সংখ্যা কেইবাশও হৈ যাব।

তীস্তাৰ আচল নাম ত্ৰিস্ৰোতা। উত্তৰ-পূব আফ্ৰিকাত নীল নৈৰ দুটা বেলেগ বেলেগ উদ্গম স্থান আছে আৰু দুয়োবো প্ৰবাহ দূৰ দূৰণিৰ সৰো-বৰৰ পৰা ওলাই আহিছে। পাতল নীল বৰণ আৰু ডাঠ নীল বৰণ দুয়োবো সঙ্গমত মিচৰ দেশৰ মাতা একেবাৰে নীলাম্বৰী হৈ পৰিছে। এইদৰেই তীস্তাৰ জন্মও তিনিটা স্ৰোতৰ সঙ্গমৰপৰা হয়। এটা সোঁতৰ নাম হৈছে 'লাচেন্ চু'। এই নৈ 'পাব-হুন ৰী' শিখৰৰ ওপৰৰপৰা ওলাই অহা 'চো-লহামী' আৰু 'গোৰডামা' এই দুখন সৰোবৰৰ পানী লৈ বাঢ় উলিয়াই উলিয়াই প্ৰথমে পশ্চিমফালে বৈ গৈছে। তাৰ পাছত লাহে লাহে দক্ষিণফালে মুখ ঘূৰাইছে। যি ঠাইত এই দুয়োবো সঙ্গম হৈছে, সেই ঠাইত চুঙ্গ-থাঙৰ বৌদ্ধ মন্দিৰ আছে। 'লাচুন চু' আৰু 'লাচেন চু' এই দুয়োখন নৈৰ সঙ্গমত যি নৈৰ জন্ম হৈছে সেই নৈৰ লগত পঞ্চ-হিমাকৰ ( কাঞ্চনজঙ্ঘা ), সীমবো

আৰু লিনো লো চু এই তিনিটা গগনভেদী শিখৰৰ পানীক আনোতা তালুঙ চুৰ মিলন হয়। তাৰ পাচত এই তিনিটা সোঁতৰ পৰা তীস্তাৰ জন্ম হয় আৰু এওঁ আকৌ একেবাৰে দক্ষিণ ফালে বৰলৈ ধৰে। অলপ আগ বাঢ়ি যোৱাৰ পাছত তেওঁ সোঁ আৰু বাওঁফালে বহুত সৰু-ডাঙৰ নৈ পায়। ইয়াৰ ভিতৰত দিক্ চু, ৰোৰো চু, ৰোঙনী চু, ৰঙপো চু মহত্বপূর্ণ আৰু ৰঙীত চু ডাঙৰ। যিবোৰ ঠাইত দুখন নৈৰ সঙ্গম হয়, সেইবোৰ ঠাইত এটা এটা বৌদ্ধ মন্দিৰ পোৱা যায়, ইয়াৰ মানুহে যাক গোম্‌পা বুলি কয়।

যেতিয়া মই তীস্তাৰ আকর্ষণত সকলোতকৈ আগতে এই পর্বতত প্রবেশ কৰিছিলোঁ, তেতিয়া মই ৰঙ্গীত নৈৰ সঙ্গম আৰু ৰঙপো নৈৰ সঙ্গম দেখিছিলোঁ। ইয়াত সঙ্গমৰ দুয়োটা সোঁতৰ ৰঙ বেলেগ বেলেগ হয়। এইবাৰ এই দুয়োটা সঙ্গম মই হেপাহ্ পলুৱাই চালোঁ। চিকিমৰ ৰাজধানী গেঙটকৰ পূবফালৰ নৈ ৰোৰো চু আৰু ৰোঙনী নৈৰ সঙ্গমো মই সিগটঙত দেখিলোঁ। সঙ্গম অর্থাৎ—জীৱিত কাৰ্য।

যিদৰে মহাবিজয় লাভ কৰিবৰ কাৰণে বহুত ৰজাৰ সৈন্য এক হলে তেওঁলোকৰ সংকল্প-শক্তি বৃদ্ধি হয়, সেইদৰেই এই সকলো নৈৰ জলভাৰ পাই তীস্তা নৈয়ো জলৱতী, বেগৱতী আৰু সংকল্পশালিনী হৈ পৰে আৰু পর্বতৰ সৈতে যুঁজি যুঁজি মুকলি পথাৰত উপস্থিত হয়। এইবাৰ তেওঁ শিলিগুড়িলৈ নগৈ জলপাইগুড়িৰ পথেদি বাংলা দেশত প্রবেশ কৰে আৰু ৰংপুৰ দর্শন কৰি শেহত আহি ব্রহ্মপুত্রৰ লগত মিলে।

আমাৰ পূর্বপুৰুষসকলে নৈক দুভাগত বিভক্ত কৰিছিল। যেতিয়া কোনো নৈয়ে অসংখ্য নৈৰ পানী লৈ পৰিপুষ্ট হয়, তেতিয়া তাক 'যুক্তবেণী' বুলি কয়। স্বচ্ছ গঙ্গা, শ্যাম যমুনা আৰু 'মধ্যে গুপ্তা' সৰস্বতী মিলি প্রয়াগ ৰাজৰ ওচৰত ত্রিবেণী হৈছে। শেহত যেতিয়া সেই নৈ স্বয়ং অসংখ্য বিভাগত বিভক্ত হৈ যায়, আৰু অসংখ্য মুখেৰে সাগৰৰ লগত মিলেগৈ, তেতিয়া তাক 'মুক্ত বেণী' বুলি কয়। নৈৰ জীৱনক আমি আন ধৰণেৰেও দুটা ভাগত ভাগ কৰিব পাৰোঁ। পর্বতত আবদ্ধ জীৱন আৰু মুকলি পথাৰৰ মুক্ত জীৱন। গঙ্গা নৈৰ পর্বতীয়া জীৱনৰ হৰিদ্বাৰৰ ওচৰত ওৰ পৰে। আকৌ য'ত মাটি টান তাত এওঁ এটা ধাৰা তৈয়াৰ কৰি লয়।

কিন্তু য'ত বঙ্গ প্ৰদেশৰ দৰে শিল নাইকিয়া আৰু সমতল ভূমি হয়, তাত তেওঁ অসংখ্য ধাৰা যোগাই দিয়ে। নৈৰ পাৰ্বত্য জীৱন যে কুমাৰীৰ জীৱনৰ নিচিনা বাংঢালী হয়। কিন্তু পথাৰলৈ যোৱাৰ লগে লগে তেওঁ প্ৰজাসকলৰ মাতৃ হৈ পৰে আৰু নিজৰ স্তন পানৰ দ্বাৰা অজস্ৰ খেতি পৰিপুষ্ট কৰে। দাৰ্জিলিং আৰু কালিম্পঙৰ পৰ্বতৰপৰা ওলোৱাৰ পাছত তীস্তাই কেৱল দুই এটা বন্ধন সহ্য কৰিব লগীয়া হৈছে। ইয়াৰ ভিতৰত প্ৰথম হৈছে অসমৰফালে যোৱা ৰেলৰ দলংবোৰ আৰু দ্বিতীয় ভাৰতবৰ্ষই নতুনকৈ সজা অসম লিংকৰ দলং আৰু আমাৰ দ্বাৰা নিৰ্মিত বাংলা দেশ হাতলৈ যোৱা ৰংপুৰৰ ওচৰৰ দলং।

তীস্তা নৈৰ মুক্ত জীৱন অলপ বিচিত্ৰ ধৰণৰ। সম্ভৱ তিব্বতৰ বহুপতি প্ৰথা তেওঁৰ মনত আছে। এটা সময় আছিল, তেতিয়া তীস্তা' গঙ্গা নৈৰ লগত মিলি গৈছিল। এই এশ দুশ বছৰৰ ভিতৰত তেওঁ বহুত পৰাক্ৰম দেখুৱালে আৰু তাৰ মানুহৰ পৰা 'পাগল' নামো পালে। আজিও তাৰ এটা প্ৰবাহ তীস্তা নামত, দ্বিতীয় প্ৰবাহ বুঢ়ী তীস্তা আৰু তৃতীয় প্ৰবাহ মৰা তীস্তা নামেৰে জনাজাত। তেওঁ নিজৰ জলৰাশি কৰতোৱা নৈক দি চালে, ঘাঘাতকো দিলে। মুকলি ঠাইত তেওঁ যুক্তবেণী আৰু মুক্তবেণী দুয়োটায়েই হয়। তীস্তাৰ চঞ্চল স্বভাৱক চিনি পোৱা আৰু তেওঁক অনুনয় কৰা মানুহৰ কাৰণে বৰ সহজ নহয়। তেওঁ ইমান স্থানান্তৰিত হৈ আছে যে তেওঁৰ বহুতো প্ৰবাহক স্থায়ী নাম দিয়া আৰু সেইবোৰক মনত ৰখা অসম্ভৱ। 'কালিকা পুৰাণত' তীস্তাৰ প্ৰসঙ্গ আছে বুলি কোৱা হয়। তাত এনেকুৱা কথা আছে, যে দেৱী পাৰ্বতীয়ে হেনো কোনো অসুৰৰ লগত যুঁজিছিল। সেই মত্ত অসুৰে কৈছিল যে মই সদাশিৱক উপাসনা কৰিম, কিন্তু পাৰ্বতীক নকৰোঁ। সেই অসুৰৰ লগত পাৰ্বতীৰ ঘোৰ যুদ্ধ হ'ল। যুঁজোতে যুঁজোতে অসুৰৰ বৰ পিয়াহ লাগিল। তেওঁ সদাশিৱক প্ৰাৰ্থনা কৰিলে যে "হে প্ৰভু! মোৰ পিয়াহ গুচাই দিয়া।" কি আচৰিত! সদাশিৱক প্ৰাৰ্থনা কৰাৰ লগে লগে পাৰ্বতীৰ স্তনৰপৰা স্তন ধাৰা বাগৰিবলৈ ধৰিলে। সেয়েই হৈছে আমাৰ তীস্তা। এই নৈয়ে অসুৰেশ্বৰৰ তৃষ্ণা দূৰ কৰিছে। সেই কাৰণে ইয়াৰ নাম তৃষ্ণা হ'ল বুলি কোৱা হয় আৰু তৃষ্ণাৰে প্ৰাকৃত ৰূপ হৈছে

তীস্তা। আমি বুজিব নোৱাৰো যে কেনেকৈ নৈৰ কোনোবাই তৃষ্ণা বুলি কব পাৰে। 'তৃষ্ণা'ৰ 'তন্হা' হব পাৰে। কিন্তু 'ন' কাৰৰ লোপ হৈ যোৱাটো ভাল নালাগে।

যিয়েই হওক, তীস্তাৰ জীৱন-ক্ৰম আৰম্ভৰপৰা শেষলৈকে আকৰ্ষক আৰু সৰণীয়। পৰ্বতৰ যি ঠাইত এই নৈ বয়, তাত বৰ গৰম। সেই কাৰণে তাত বৰ মেলেৰিয়া হয়। বোধকৰোঁ সেই কাৰণেই তীস্তাৰ নামত কোনো লোক-গীত পোৱা নাযায়।

কিন্তু এতিয়াতো আমি বিজ্ঞানৰ যুগত প্ৰবেশ কৰিছোঁ। মেলেৰিয়া মহৰো চিকিৎসা হব পাৰে। য'ত জোৰেৰে নৈ বৈ যায় তাত তাৰ ওপৰত যন্ত্ৰ লগাই তাৰপৰা যথেষ্ট কাম লব পাৰি। সম্ভৱ তীস্তাৰ উদ্গম্ পাঁচ-সাত-হেজাৰ ফুট ওপৰৰ পৰা। যেতিয়া তেওঁ পৰ্বতীয়া উপত্যকা এৰে তেতিয়া তেওঁৰ উচ্চতা সাগৰৰ মাত্ৰ সাতশ ফুট হে হয়। চাওঁতে চাওঁতে যি নৈ ছয়হেজাৰ ফুট ওপৰলৈ উঠে, লাগিলে তেওঁৰ পৰা যি কোনো কাম লব পৰা যায়। এই নৈৰ পৰা কাঠ ফলা আৰু আটা পিহাৰ কাম লোৱা হৈছে। এতিয়া বিজুলী শক্তি উৎপাদন কৰা ডাঙৰ কামো লোৱা হব। তেতিয়াহলে গোটেই চিকিম ৰাজ্যৰ ৰূপেই সলনি হৈ যাব।

আমাৰ ধৰ্মপ্ৰাণ পূৰ্বজসকলে সকলো কথা ধাৰ্মিক দৃষ্টি ভঙ্গিৰে চাইছিল। এঠাইত আমি দেখিলোঁ যে পাহাৰৰ সোঁতৰ মুখত এটা চক্ৰ থৈ তাৰ দ্বাৰা 'ওম্ মণিপদ্মে হুং' শ্লোক জপ কৰাইছিল আৰু এইদৰে কৰা জপৰপৰা যন্ত্ৰৰ গৰাকীসকলে তাৰ পুণ্য লাভ কৰিছিল।

এনেকুৱা পুণ্যৰ ডাঙৰ অংশ নৈয়েহে পোৱা উচিত।

৭-১০-৫৬ চন।

ভাৰতৰ প্ৰায় উত্তৰ-পূৰ সীমাৰ ওচৰত লোহিত্য বা ব্ৰহ্মপুত্ৰৰ পাৰত ব্ৰহ্মকুণ্ড বা পৰশুৰাম কুণ্ড নামৰ এখন তীৰ্থস্থান আছে। তিব্বত, চীন আৰু ব্ৰহ্মদেশৰ সীমাৰ ওচৰত, উপজাতিবোৰৰ মাজত ভাৰতীয় সংস্কৃতিৰ এইখন এখন প্ৰাচীন শিবিৰ আছিল।

পশ্চিম সাগৰৰ পাৰত সহ্যাদ্ৰিৰ দাঁতিত ভাৰ্গৱ পৰশুৰামে যিসকল ব্ৰাহ্মণক বহুৱাইছিল, সেই পৰশুৰামেই গোটেই ভাৰতবৰ্ষ যাত্ৰা কৰি কৰি শেহত আহি উত্তৰ-পূৰ সীমান্তত অৱস্থিত ব্ৰহ্মকুণ্ডৰ ওচৰতে শান্তি পাইছিল। এয়েই হৈছে এই ঠাইৰ মহাত্ম্য।

যেতিয়া মই অসমলৈ গৈছিলোঁ, তেতিয়া মোৰ পৰশুৰাম কুণ্ডলৈ গৈ তাত স্নান-পান আৰু দান আদি পুণ্য কাম কৰিবলৈ বৰ হেঁপাহ হৈছিল। কিন্তু ৰাজনৈতিক, ভৌগোলিক আৰু পৰিস্থিতিৰ জটিলতাৰ কাৰণে আজিলৈকে মোৰ সেই ঠাইলৈ যোৱা সম্ভৱ হোৱা নাছিল। যেতিয়া শুনিলোঁ যে মহাত্মাজীৰ চিতা-ভস্ম অন্যান্য তীৰ্থবদৰে পৰশুৰাম কুণ্ডটো বিসৰ্জন কৰা হৈছে, তেতিয়া তালৈ যোৱাৰ আগ্ৰহ মোৰ দ্বিগুণ হৈ পৰিল। এইবছৰ অসমৰ কেইজনমান কৰ্মী ১২ ফেব্ৰুৱাৰীত 'সৰ্বোদয় মেলা'ৰ কাৰণে যেতিয়া তালৈ যাব বুলি শুনিলোঁ, তেতিয়া মই মনে মনে ঠিক কৰি পেলালোঁ যে এই সুযোগ হেৰুৱা উচিত নহয়। পলাশবাৰীৰ ওচৰত কেইবছৰমানৰপৰা আৰম্ভ হোৱা মৌমান আশ্ৰমৰ শ্ৰীভুবনচন্দ্ৰ দাসে মোক অসমলৈ মতাৰ লগে লগে মই আহিলোঁ।

বাৰে বাৰে পৃথিৱী ভ্ৰমণ কৰি ভূগোল-বিদ্যা বৃদ্ধি কৰা আমাৰ যি সকল ভূগোলবিদৰ কথা পুৰাণত পঢ়িবলৈ পাওঁ, তাৰ ভিতৰত নাৰদ, ব্যাস, দত্তাত্ৰেয়, পৰশুৰাম আৰু বলৰামৰ নাম সৰ্বজন বিদিত। ইয়াৰ ভিতৰত ব্যাস আৰু পৰশুৰাম নিজৰ নিজৰ মহান কীৰ্তিৰ কাৰণে অমৰ হৈ আছে। মহৰ্ষি ব্যাসে যিদৰে ভাৰতীয় সংস্কৃতিৰ সংগঠন আৰু প্ৰচাৰৰ কাম কৰিলে, বোধকৰোঁ সেইদৰে আৰু আন কোনেও কৰিব পৰা নাই। সেই কাৰণেহে তেওঁ বেদ-ব্যাস ( organiser )ৰ উপনাম পালে। তেওঁৰ আচল নাম কৃষ্ণ

বৈণাম্বণত আছিল। পৰশুৰাম আছিল অগস্ত্য ঋষিৰ নিচিনা সংস্কৃতি-বিস্তাৰক ( Pioneer of culture )। প্ৰাচীন কালত মনুষ্য জাতিয়ে জীয়াই থাকিবৰ কাৰণে অৰণ্যৰ লগত আৰু অৰণ্যত থকা জীৱ জন্তুৰ লগত দাৰুণ যুদ্ধ কৰিব লগীয়া হৈছিল। কেইবাবাৰো অৰণ্যই আক্ৰমণ কৰি মানৱ সংস্কৃতিক আত্মসাৎ কৰিও পেলাইছিল। ইয়াৰ প্ৰমাণ আজিও কম্বোডিয়াৰ আনকোৰবাট আৰু আনকোৰথোম্‌ত পোৱা যায়।

ওখ ওখ ৰাজপ্ৰাসাদ আৰু ডাঙৰ ডাঙৰ মন্দিৰৰ শিখৰলৈকে মাটিৰ দ'ল বাঢ়ি আহে, আৰু অৰণ্যৰ মহাবৃক্ষবোৰে তাৰ ওপৰত নিজৰ পতাকা আঁৰি দিছে। আমাৰ ইয়াতো অসংখ্য সৰু-ডাঙৰ মন্দিৰবোৰ জৰি গছৰ শিপাৰ জালত অবদ্ধ হৈ বেকাবেকি হৈ পৰিছে। এনেকুৱা যুগত পৰশু ( কুঠাৰ ) লৈ মানৱ সংস্কৃতিক ৰক্ষা আৰু বিস্তাৰ কৰাৰ কাম কৰিছিল ভগৱান পৰশুৰামে। পুৰাণৰ সাধুত কোৱা হৈছে যে জন্ম হওঁতেই পৰশুৰামৰ হাতত পৰশু আছিল। যি লৰা ধনী মাক-বাপেকৰ ঘৰত জন্মে, ইংৰাজীত তাৰ সম্বন্ধে কয়—"He is born with a silver spoon in his mouth"—এই লৰাই মুখত ৰূপৰ চামোচ লৈ জন্ম লৈছে। পৰশুৰামৰ ক্ষেত্ৰতো এনেকুৱা কথাই আছিল।

পৰশুৰাম জাতিত ব্ৰাহ্মণ আছিল, কিন্তু তেওঁৰ সকলোবোৰ সংস্কাৰ আছিল ক্ষত্ৰিয়ৰ নিচিনা। অৰণ্যনাশ কৰিবৰ কাৰণে কুঠাৰ মাৰোঁতে মাৰোঁতে তেওঁ সম্ৰাট সহস্ৰাৰ্জুনৰ এহেজাৰ হাতৰ ওপৰতো কুঠাৰ মাৰিছিল আৰু ক্ষত্ৰিয়ৰ আচৰণত ক্ৰুদ্ধ হৈ তেওঁলোকৰ বিৰুদ্ধে ২১ বাৰ যুদ্ধ কৰিছিল। এই ক্ষত্ৰিয় স্বৰূপ ব্ৰাহ্মণে ২১ বাৰ ক্ষাত্ৰ পদ্ধতিত ক্ষত্ৰিয়-বোৰৰ নাশ কৰাৰ চেষ্টা কৰিছিল। তেওঁৰ এই অনুভৱক ....তেওঁৰ অনুগামী ব্ৰাহ্মণ স্বৰূপ ক্ষত্ৰিয় গৌতম বুদ্ধই নিজৰ কাহিনীত উল্লেখ কৰি থৈ গৈছে।

এই পৰশুৰামৰ খঙাল বাপেকে নিজৰ আনবোৰ পুতেকক আদেশ দিলে যে—"তোমালোকৰ মাৰ কুলটা, এওঁক মাৰি পেলোৱা।" তেওঁলোক সকলোৱে আপত্তি কৰিলে। এইবাৰ জমদগ্নিৰ ক্ৰোধাগ্নি আৰু বাঢ়ি গ'ল। তেতিয়া তেওঁ পৰশুৰামৰ ফালে চাই কলে—"বোপাই, তই মোৰ কথা ৰাখ।

এই বেণুকাক মাৰি পেলা।"—কুঠাৰ ধ্বাক্ত অত্যন্ত আজ্ঞাবাহী পুত্ৰেক চিন্তাত নপৰিল। তৎক্ষণাত তেওঁ মাকৰ মুৰ ছিঙি পেলালে। বাপেক প্ৰসন্ন হ'ল আৰু কলে—'তোক যিমান বৰ লাগে মাগ। তই মোৰ প্ৰিয় কাম কৰিছ।' পুত্ৰেকৰ এতিয়া সুযোগ মিলিল। বাপেকৰ সকলো তপস্যা তেওঁ চাবিটা বৰত চেপি উলিয়াই ললে। "মোৰ আয়ে আকৌ জীৱন লাভ কৰক। মোৰ ভাই কেইটাক আপুনি শাপ দি জড়-পাষাণ কৰি পেলালে, সিহঁত আকৌ জী উঠক; নিজৰ হত্যা আৰু শাস্তিৰ কথা সিহঁতে যেন পাহৰি পেলায়। মই মাতৃহত্যা পাপৰপৰা মুক্ত হৈ যাওঁ আৰু চিৰজীৱী হওঁ।" বাপেকে কলে—"মই তোক আন সকলোবোৰ বৰ দি দিম, কিন্তু মাতৃ-হত্যাৰ পাপ ধুব পৰা শক্তি মোৰ তপস্যাতো নাই।" বাপেকৰ কথা শুনি অনুতপ্ত পৰশুৰাম তাৰপৰা গুচি গ'ল। পাছত গৈ পৰশুধৰ (কুঠাৰ ধাৰী) ৰামক ধনুৰ্ধাৰী ৰামে পৰাস্ত কৰিলে। কিয়নো তেতিয়া যুদ্ধ কলাৰ যথেষ্ট উন্নতি হৈছিল। কুঠাৰতকৈ ধনুকাঁড়ৰ শক্তিহে বেচি আছিল, আৰু এই কাঁড় বহুত দূৰলৈকে গৈছিল। পৰশুৰামে ভাৰত ভ্ৰমণত নিজ আয়ুস ক্ষয় কৰিলে। অসংখ্য তীৰ্থ আৰু সন্ত সকলৰ দৰ্শন কৰিলে। তেওঁৰ মনত শান্তিৰ ভাব জাগি উঠিল। আৰু লোহিত ব্ৰহ্মপুত্ৰৰ পাৰ ব্ৰহ্মকুণ্ডত তেওঁৰ হাতৰপৰা কুঠাৰ এৰাই পৰিল। ইয়াতেই তেওঁ অস্ত্ৰৰপৰা সন্ন্যাস গ্ৰহণ কৰিছিল আৰু এই কাৰণেই এই তীৰ্থৰ ইমান মাহাত্ম্য। পৰশুৰামৰ জীৱনীত পশ্চিম ফালৰপৰা আৰম্ভ কৰি উত্তৰ-পূব সীমান্তলৈকে ভাৰতৰ এটা যুগৰ, সম্পূৰ্ণ ইতিহাস আছি পৰে। পৰশুৰাম কুণ্ডলৈ যাত্ৰা কৰোঁতে কেইবা জনো সাধু-সন্ন্যাসীয়ে ইয়াৰ পৰ্বতীয়া জাতিবোৰক ভাৰতীয় সংস্কৃতিৰ দীক্ষা দিছে। এই প্ৰদেশত এনেকুৱা জনশ্ৰুতি আছে যে ৰুক্মিণী আমাৰ ইয়াৰহে ৰাজকুমাৰী আছিল, সেই কাৰণে শ্ৰীকৃষ্ণ আমাৰহে জোঁৱাই।

যিদৰে ইয়ালৈ প্ৰাচীন কালৰ সাংস্কৃতিক অগ্ৰদূত আহিছিল, সেইদৰেই 'অৰেৰ'ৰ উপদেশ দিয়া বুদ্ধ ভগৱানৰ শিষ্যও আহিছিল চাগৈ। বৌদ্ধ ভিক্ষুসকল হিমালয় পাৰ হৈ তিব্বতলৈকো গৈছিল। আৰু জলপথেদি চীনলৈকো গৈছিল। ইয়াৰ পাছত শ্ৰীশঙ্কৰ দেৱৰ যুগত অসম প্ৰান্তত

অহিংসা ধৰ্মৰ নতুন চল আহিল। শ্ৰীশঙ্কৰদেৱে গোটেই অসম প্ৰদেশত সুদীৰ্ঘ কাল বৈষ্ণৱ ধৰ্মপ্ৰচাৰ, নাট্য-সঙ্গীত, চিত্ৰকলা আদিৰ যোগেদি সমাজ সংস্কাৰ আৰু সংস্কৃতি বিস্তাৰৰ কাম কৰিছিল। এইদৰেই মণিপুৰৰ কালেও শ্ৰীচৈতন্য মহাপ্ৰভুৰ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ হৈছিল।

মহাত্মা গান্ধীৰ অহিংসা ধৰ্মৰ সকলোতকৈ ডাঙৰ সত্যাগ্ৰহ আন্দোলনৰ চল অসমতো সোমাইছিল। ইয়াৰ সকলোতকৈ বেছি প্ৰভাৱ খাছীয়া, নগা, মিছিমি, আবৰ, ডফলা আদি পৰ্বতীয়া জাতিবোৰৰ ওপৰত পৰা উচিত। এই কাৰণে খিলং, কহিমা, মণিপুৰ, শদিয়া আদি প্ৰধান কেন্দ্ৰবোৰৰ দাঁতি কাষৰত যথেষ্ট আশ্ৰম স্থাপন কৰা প্ৰয়োজন। ইয়াৰ ভিতৰত শদিয়া এখন এনেকুৱা ঠাই যাৰ ওচৰত ব্ৰহ্মপুত্ৰৰ লগত বহুত নৈ আৰু উপনৈ আহি মিলিছে। ন দিহিং, টেঙাপানী, লোহিত, ডিগাৰু, দেৱপানী, কুণ্ডিল, দিবং, চেচেৰী, দিহং, লালী, আদি অসংখ্য নৈয়ে ব্ৰহ্মপুত্ৰক নিজৰ পানী দি শক্তিশালী কৰি তুলিছে। শদিয়াৰপৰা অসংখ্য বাট বিভিন্ন দিশেদি গৈ শত শত পৰ্বতীয়া জাতিৰ সেৱা কৰিছে। শদিয়াৰ ওচৰ পাজৰত যিবোৰ মিছিমি মানুহ আছে, তেওঁলোক বৰ সৰল স্বভাৱৰ। সম্ভৱ সেই কাৰণেই তেওঁলোকৰ ভিতৰত সভ্য সমাজৰ কিছুমান দুৰ্গুণ আৰু ৰোগ বিয়পি পৰিছে। মূল ব্ৰহ্মপুত্ৰৰ উত্তৰ নাম দিহং। তাৰ আগত যেতিয়া তেওঁ মানস সৰোবৰৰপৰা ওলাই হিমালয়ৰ পূৱফালে বৈ আহে, তেতিয়া তেওঁক চনৃপো বোলা হয়।

এই সকলো নৈৰ পাৰত আমাৰ যি সকল পৰ্বতীয়া ভাই আছে, তেওঁলোকক আপোন কৰি লোৱা আমাৰ পৰম কৰ্ত্তব্য। চৰকাৰৰ যোগেদি এই কাম সম্পূৰ্ণভাৱে হব নোৱাৰে। ইয়াৰ কাৰণে পৰশুৰাম, বুদ্ধদেৱৰ নিচিনা সংস্কৃতিবিদ্ মহাপুৰুষ সকলৰ প্ৰয়োজন। অৰ্থাৎ তেওঁৰ ভিতৰত নতুন দৃষ্টি, নতুন শক্তি আৰু নতুন আদৰ্শ থাকিব লাগিব।

এই সকলোবোৰ কাম কোনে কৰিব? এই কাম হৈছে ভাৰতৰ নৱ-যুৱক আৰু যুৱতীসকলৰ। খ্ৰীষ্টান মিচনৰীয়ে নিজৰ দৃষ্টিৰে ভাল বেয়া বহুত ৰকমৰ কাম কৰিলে। তেওঁলোকে যে সদায় নিঃস্বাৰ্থভাৱে কাম কৰিছে সেইটোও আমি কব নোৱাৰোঁ। এনেকুৱা অৱস্থাত দেশৰ নেতাসকলে উদাৰ দৃষ্টিৰে

এই সকলো ঠাই নিৰীক্ষণ কৰিব লাগিব আৰু নৱ-যুৱক সকলক মানৱতাৰ নামত শুদ্ধ সংস্কৃতিৰ প্ৰেৰণা দিবৰ কাৰণে এই প্ৰদেশলৈ পঠাব লাগে।

বাৰ্দ্ধা ২১-৩-৫০ চন

## ৫৫। দুগৰাকী মাদ্ৰাজী ভনী

এই দুগৰাকী ভনীৰ প্ৰতি মোৰ অসীম সহানুভূতি আছে। মাদ্ৰাজ নগৰে যিদৰে এওঁলোকৰ মহত্ত্ব বঢাইছে, সেইদৰে এওঁলোকক উপেক্ষাও কৰিছে।

এনেয়েতো মাদ্ৰাজ নগৰৰ মহত্ত্ব কৃত্ৰিম। তাৰ ওচৰত কোনো সুন্দৰ পৰ্বত, কোনো মহানদী বা দ্বীপ নাই। বেহা-বেপাৰৰ বা সামৰিক দৃষ্টিত মাদ্ৰাজৰ কোনো প্ৰকৃত মহত্ত্ব নাই। কিন্তু ইতিহাস-ক্ৰমৰ কাৰণে ইংৰাজে এই ঠাইক মনোনীত কৰিব লগীয়া হ'ল। এই নগৰৰ প্ৰতি যে ইয়াৰ স্থানীয় মানুহৰ ভালপোৱা কম আছিল, সেইটো কোনেও কব নোৱাৰে। যি সকল ভাৰতীয় বা আদিবাসী নদীয়ালে এই নগৰৰ নামকৰণ 'চন্নপট্টনম্' বা 'সুবৰ্ণ নগৰী' কৰিছিল, তেওঁলোকে এই নগৰৰ সম্বন্ধে পূৰ্ব্বৰপৰাই ভাবিছিল নেকি? সিয়েই নহওক, যেতিয়াৰ পৰাই ইংৰাজসকল ইয়াত বসবাস কৰিলে, তেতিয়াৰ পৰাই এই নগৰৰ ভাগ্য আৰু বৈভৱ বাঢিবলৈ ধৰিলে। লগতে এই নগৰৰ সেবিকা এই দুগৰাকী ভনীৰ ভাগ্যও পৰিবৰ্ত্তন হৈ গ'ল। এগৰাকীৰ নাম হৈছে 'কুবম্' আৰু আন গৰাকীৰ নাম 'অডয়াৰ'। এই দুয়োখন নৈ পূৰ্বগামী হৈ বঙ্গোপসাগৰ বা পূৰ্ব সাগৰৰ লগত গৈ মিলিছে।

মাদ্ৰাজ আৰু তাৰ দাঁতি কাষৰ ভূমি একেবাৰে সমতল। ইয়াত সকভাওৰ অসংখ্য পুখুৰী আৰু সৰোবৰ আছে। কিন্তু এতিয়া ইয়াৰ সৌন্দৰ্য্য হ্ৰাস হৈ গৈছে। যুক্তি-তৰ্কৰ দ্বাৰা বুজিব পাৰি যে যদি সমতল ভূমি হয় আৰু তাত শিলগুটি নাথাকে, তেতিয়াহলে নৈৰ নিজৰ পথ সোনাই নিয়াত একো অসুবিধা নহয়। কিন্তু নৈ বোৰৰ ভিতৰত এনেকুৱা নিয়ম নাখাটে। কিছু দূৰলৈকে নৈ একালে আগবাঢি যায়, তাৰ পাছত তাৰ পৰা ভাগৰি

আনফালে মুৰ কৰে আৰু দিশ সলায়। এই কাৰণেই সাপৰ নিচিনা গতিৰে বৈ থাকে।

এনেকুৱা ক্ষেত্ৰত পৰ্বতীয়া নৈবোৰ নিৰুপায় হৈ পৰে। পৰ্বত আৰু টিলাৰ মাজত য'ত বাট পোৱা যায়, সেই বাটেৰে যাবলৈ তেওঁ বাধ্য হৈ পৰে। তীস্তাই কয়—"মোৰ স্বভাৱ নাগিনীৰ নিচিনা নহয়। বক্ৰগতি মোৰ প্ৰকৃতি নহয়, কিন্তু এইটো মোৰেই ভাগ্য।" কাশ্মীৰেদি বৈ যোৱা বিতস্তা বা ঝিলমে কিন্তু এইদৰে কৈ হাত সাৰি যাব নোৱাৰে। প্ৰায় চক্ৰাকাৰৰ গতিৰে ঘূৰি যোৱা আৰু আগ বঢ়াৰ অলপো ইচ্ছা নথকা, এইয়েই হৈছে কাশ্মীৰ-জল-বাহিনীৰ বিতস্তাৰ স্বভাৱ। বিহাৰত বৈ থকা অসংখ্য নৈৰ সম্বন্ধেও ইয়াকে কব পাৰি। কোনো এসময়ত বিহাৰ প্ৰান্তৰ বহুত ঠাইত মই আকাশী-জাহাজেৰে ভ্ৰমণ কৰিব লগীয়া হৈছিল। কব নোৱাৰোঁ মই বিহাৰৰ আকাশক এইদৰে কিমানবাৰ বিদীৰ্ণ কৰিছোঁ। মোৰ দীঘলীয়া যাত্ৰাতো আকাশী জাহাজৰ পৰা বঙ্গ আৰু বিহাৰৰ নৈবোৰ দেখিছিলোঁ আৰু তেওঁলোকৰ বক্ৰগতিৰ দক্ষতা দেখি তেওঁলোকক সম্মান কৰিছিলোঁ। যদি ভাৰতবৰ্ষৰ এখন ডাঙৰ মানচিত্ৰ আঁকি তাত কেৱল নৈবোৰৰ পথৰেখা টনা যায়, তেতিয়াহলে সেই বক্ৰৰেখাৰ মহোৎসৱ অত্যন্ত চিত্তাকৰ্ষক হব। নৈয়ে সোঁফালে আৰু বাওঁফালে ঘূৰ্‌বাকৈ সন্তোষ নাপায়। এফালে ওখ পাৰক খহোৱা আৰু আনফালে চাপৰ পাৰক প্ৰত্যেক বছৰ বানপানীত ডুবাই অলপ সময়ৰ কাৰণে তাত জল-প্ৰলয়ৰ দৃশ্য দাঙি ধৰা—এয়েই হৈছে নৈবোৰৰ বাৰ্ষিক ক্ৰীড়া।

কিন্তু যেতিয়া নৈবোৰ ডাঙৰ ডাঙৰ নগৰৰ গাঁৰত আবদ্ধ হৈ যায় অথবা দয়ালু হৈ নিজৰ দুয়োপাৰে মানুহক বাস কৰিবলৈ দিয়ে, তেতিয়া চিৰদিনৰ কাৰণে তেওঁৰ এই স্বচ্ছন্দ বিহাৰ বন্ধ হৈ পৰে, আৰু তেতিয়াৰপৰাই তেওঁৰ জীৱন ধোঁৱা-বাৰীৰ ধোঁৱাৰ নিচিনা হৈ পৰে। এনেকুৱা অৱস্থাত যদি নৈবোৰে নিজৰ বক্ৰ-গতি স্থিৰ কৰি ৰাখে, তেনেহলেনো বাৰু তেওঁলোকৰ শোভা কেনেকৈ অক্ষুণ্ণ হৈ থাকিব ? লণ্ডনৰ টেমচ্ নৈ, পেৰিচৰ ছীন নৈ আৰু লিয়নৰ টেগচ্ নৈ এই তিনিওৰে বন্ধন-দুৰ্দশা দেখি কেইবাবাৰো মোৰ অন্তৰ কান্দি উঠিছিল। যেতিয়া মানিনী আৰু স্বচ্ছন্দ বিহাৰিণী নীল নৈ

নিকপায় হৈ অলকাহেবা ( কায়বো )' নগবৰ মাজেদি বৈ যায়, তেতিয়া মানুহৰ মনত ক্ষোভ আৰু বেজাৰৰ সৃষ্টি হয়। নৈক অপমান কৰা মানব জাতিকনো কেনেকৈ শাসন কৰা যায় তেনেকুৱা চিন্তায়ো মনত ঠাই পায়।

'অড়য়াৰ আৰু কুবম্' এই দুখন নৈৰ ভিতৰত কুবমে অধিক বাক্ষোনৰ দুঃখ সহ্য কৰিব লগীয়া হৈছে। কাৰণ, এওঁ নগৰৰ মাজেদি বৈ গৈছে। নগৰৰ দক্ষিণফালে সোৱা কাৰণে অড়য়াৰে অলপ অৱকাশ পাইছে। কিন্তু ইয়াতো কিন্তু আহি পৰিছে—য'ত নৈক মানুহে অপমান কৰা নাই তাত এই সৰিতাক সৰিৎপতিয়ে অপমান কৰিছে। বেচেৰীয়ে উৎসাহৰ সৈতে সাগৰৰ লগত মিলিবলৈ গৈছে আৰু সাগৰে ওখ ওখ ঢৌৰ লগত বালি আনি আনি তেওঁৰ আগত এটা বৰ ডাঙৰ বান্ধ বা সেতু থিয় কৰাই দিছে।

সকলোতকৈ আগতে যেতিয়া মই দেৰী বাসন্তীৰ ব্ৰহ্ম-বিদ্যা-আশ্ৰম চাবলৈ গৈছিলোঁ, তেতিয়া সাগৰ-সৰিতা সঙ্গমৰ সৌন্দৰ্য্য চাবৰ কাৰণে নৈৰ মোহনা পাইছিলোঁগৈ। তাত কি দেখিলোঁ—খণ্ডিতা অড্য়াৰে নিজৰ পানী গোটাই লৈ প্ৰতীক্ষা কৰি আছে আৰু সাগৰে নিজেই থিয় কৰি থোৱা বান্ধৰ সিপাৰে ঢৌৰ বিকট হাঁহি হাঁহি আছে। মনে মনে সাগৰৰ ওপৰত মোৰ খঙেই উঠিছিল—ইয়াৰ ভিতৰত বাৰু অলপো দাক্ষিণ্য নাইনে? যদি অলপমানো বাট দিলেহেঁতেন। কিন্তু সৰিতা আৰু সৰিৎপতিৰ মাজত থিয় হৈ থকা সেতুৰ ওপৰেদি আহোঁতে আহোঁতে মোৰ মনলৈ এই ভাব আহিল যে অড্য়াৰৰ অপমানত যেন ময়ো অপমানিত। সেতুৰ ওপৰেদি সিপাৰলৈ যোৱাৰ পাছত আকৌ উলটি আহিব লগা হ'ল। ইয়াৰ পাছত আজিলৈকে মই কেইবাবাৰো মাদ্ৰাজলৈ গৈছোঁ, ভগৱতী অড্য়াৰৰ দৰ্শনো কৰিছোঁ, কিন্তু সেই সেতুৰ ওপৰেদি যাবলৈ আৰু মোৰ ইচ্ছা হোৱা নাই।

কুবমৰ পানীতকৈ অড্য়াৰৰ পানী বেছি পৰিষ্কাৰ যেন লাগে। তাত মুকলি বতাহ থকাৰ কাৰণে পানীবোৰো চিকমিকিয়া যেন দেখি। এই নৈৰ মাজত উত্তৰফালে এজন লক্ষ্মীপুত্ৰৰ শুভ্ৰ প্ৰাসাদ আছে। সি নৈৰ শোভা নষ্ট কৰা নাই, বৰং নৈৰ কাৰণে ই অধিক মনোৰম হৈহে পৰিছে।

মই যেতিয়াই অড্য়াৰলৈ গৈছো, তেতিয়াই তাৰ পাৰত নাৰিকলৰ মিঠা পানী খাইছোঁ আৰু ইয়াকেই লোক-মাতাৰ প্ৰসাদ বুলি মানি লৈছোঁ।

অড্‌য়াৰৰ লগতে কুৰমৰ দৰ্শনো হৈ গৈছে। কিন্তু তেওঁৰ কাৰণে আজিলৈকে মোৰ অন্তৰত কেৱল দয়াহে উৎপন্ন হৈছে। অৱশ্যে যদিও মাদ্ৰাজৰ চেণ্ট জৰ্জ কোৰ্টৰ কাৰণে তাৰ শোভা সাধাৰণ ধৰণৰ নহয়।

ইংৰাজসকলে অড্‌য়াৰৰ পৰা কুৰমলৈকে এটা নল খাল খান্দি উলিয়াইছে আৰু তেওঁলোকে 'বাকিংহাম কেনেল' নাম দিছিল। এই কেনেলৰপৰা কি লাভ হৈছে সেইটোতো মই নাজানো, কিন্তু মই যিমান বাৰেই তাৰ নাম শুনিছোঁ, সিমানবাৰেই সেইটো নামে মোৰ মনত আঘাত দিছে।

যদি এই নৈ দুখন মাদ্ৰাজ নগৰৰ মাজত নাথাকিলহেঁতেন, তেতিয়াহলে হয়তো মই এওঁলোকক শ্ৰদ্ধাঞ্জলিও জনাব নোৱাৰিলোঁহেঁতেন। কিন্তু মাদ্ৰাজে নিজৰ হাতেৰে এওঁলোকৰ মাহাত্ম্য আৰু সৌন্দৰ্য্য বঢ়োৱাৰ কাম কৰা নাই। মাদ্ৰাজে এওঁলোকৰপৰা সেৱা লৈছে, অথচ এওঁলোকক সেৱা কৰা নাই। মোৰ মনত মাদ্ৰাজৰ সম্বন্ধে এই দুঃখ ৰৈ গৈছে।

২ জুন ১৯৫৭ চন।

## ৫৬। প্ৰথম সমুদ্ৰ দৰ্শন

পিতাদেউ সাতাৰৰ পৰা কাৰবাৰলৈ বদলি হৈ গল আৰু আমিও চিৰদিনৰ কাৰণে সাতাৰাৰপৰা বিদায় ললোঁ। আমাৰ ঘৰত নৰশা নামৰ এটা বলধ গৰু আছিল। আমি তাক বেলগুন্দীৰ মোমাইদেউৰ ঘৰলৈ পঠিয়াই দিলোঁ। মহাদূকো এৰি দিব লগীয়া হ'ল। বেচেৰাই কান্দি কান্দি চকু উখহাই দিলে। আমাৰ মথুৰা নামৰ লিগিৰীজনীক বিদায় দিবৰ সময়ত আয়ে তাইক নিজৰ পুৰণা কিন্তু সুন্দৰ সাৰী এখন দি দিলে। তাই আমাক সকলোকে বৰ আশীৰ্বাদ দিলে। ঘৰৰ সকলো বস্তু-বাহানি ঠিক কৰি প্ৰথমতে আমি শাহপুৰলৈ আহিলোঁ আৰু তাত কিছুদিন থকাৰ পাছত বেষ্টাৰ্ণ-ইণ্ডিয়া-পেনিনচুলৰ ৰেলত মুৰগাঁৱলৈ গলোঁ। বাটত গুঞ্জো ষ্টেচনত পানীৰ কোৱাৰা বাগৰি আছিল, যাক চাই আমি বৰ আনন্দ উপভোগ কৰিছিলোঁ।

বেল সলনি কৰি আমি ডব্লিউ, আই, পী, ৰেলৰ ডবাত বহিলোঁ। গোৱা আৰু ভাৰতৰ সীমাত কেসল ৰক নামৰ এটা ষ্টেচন আছে। তাত কাষ্টম বিভাগৰ মানুহে আমাৰ সকলোকে খানা-তালাচ কৰিলে। আমাৰ হাততনো তেনেকুৱা আপত্তিজনক কি বস্তু থাকিব পাৰে? বাটত লৰা-ছোৱালীয়ে খাবৰ কাৰণে আয়ে টেমাত ভৰাই ভৰাই সৰু ডাঙৰ লাড়ু আনিছিল। এইবোৰ দেখি কাষ্টম বিভাগৰ মানুহজনৰ মুখৰ—পানী পৰিল। তেওঁ নিঃসংকোচে আমাৰ পৰা লাড়ু খুজি ললে। আৰু কলে—"আপোনালোকৰ লাড়ু অলপ আমাকো খাবলৈ দিয়ক।" মই ভাবিলোঁ—এতিয়া ইয়াতে আমাৰ লাড়ুবোৰ শেষ হৈ যাব। আইৰ অন্তৰ পমি গ'ল। তেওঁ কলে—"লোৰাইক এইটোনো কি বৰ ডাঙৰ বস্তু?" কিন্তু পিতাদেৱে কথাৰ মাজতে মাত লগালে—"লাগিলে আন কাৰোবাক দিয়া। কাৰণ এই চিপাহীক দিয়া মানে ভেটিহে দিয়া।"

চিপাহীয়ে কলে—"আমি কাৰোবাক কৰলৈ যাম নেকি? যদি আপোনালোকৰ ওচৰত কিবা আপত্তিজনক বস্তু পালোঁহেঁতেন, তেতিয়াহলেহে আপুনি লাড়ু দিয়াহলে ভেটি দিয়া হ'লহেঁতেন।"

পিতাদেউৰ কথা শুনি তেওঁলোক তিনিওকে আয়ে এটা এটা ডাঙৰ লাড়ু দিলে। সম্ভৱ সেই বেচেৰাহঁতে এনেকুৱা ঘিউ আৰু চেনিত ভঁজা লাড়ু ইয়াৰ আগতে কেতিয়াও খোৱা নাছিল। তেওঁলোকে লাড়ুৰ টুকুৰাবোৰ নিজৰ মুখত ভৰাই লৈ নিজৰ গালকো লাড়ু কৰি ললে।

পিতাদেউৰ ফালে চাই আয়ে কলে—"মই জানো আমাৰ ঘৰৰ চাপৰাচীক খাবলৈ নিদিওঁ? এওঁলোকোতো মোৰ লৰাৰ নিচিনাই। এওঁলোকক খাবলৈ দিয়াতনো কি লাজ আছে? কোনোবাই মোক কিবা খুজিছে আৰু মই দিবলৈ আপত্তি কৰিছোঁ,, মোৰ জীৱনত আজিলৈকে কেতিয়াও তেনেকুৱা কথা হোৱা নাই। আজিনো আপোনাৰ ভেটৰ কথা কেনেকৈ মনত পৰিল?"

কেসলৰকৰ পৰা আৰম্ভ কৰি তিনঘণ্টা বাটলৈকে সৌন্দৰ্য্য চাই চকু ভুৰ পৰি গৈছিল। সেইটো কোৱা টান হব যে তাত চোৱাৰ আনন্দ অধিক আছিল নে নাই এজনে আনজনক বুজোৱাৰ। আমি সোঁ-ফালৰ খিড়িকীৰ-

পৰা বাওঁকালৰ খিড়িকীলৈকে আকৌ বাওঁকালৰ খিড়িকীৰ পৰা সোঁ-কালৰ খিড়িকীলৈকে নাচি বাগি ভবাত বহি যাত্ৰীসকলক আমনি দিছিলোঁ।

এইবাৰ দুধ-সাগৰ প্ৰপাত পালোঁহি। সিতো আমাতকৈও বেগেৰে জপিয়াই আছিল। ইয়াৰ আগতে আমি কোনো জলপ্ৰপাত দেখা নাছিলোঁ। ইমান ঘোৰ গাধীৰ বৈ থকা দেখি আমাৰ বৰ মজা লাগিছিল। আমাৰ ৰেলগাড়ীখনো বৰ ৰসিক—। একেবাৰে প্ৰপাতৰ সমুখৰ দলঙত আহি থিয় হ'ল। লগতে ঠাণ্ডা ঠাণ্ডা ফোৰাৰাবোৰেও খিড়িকীয়েদি আমাৰ ভবালৈ আহি আমাক আনন্দ দিলে। সেইদিনা আমি শোৱাৰ সময়লৈকে কেৱল জলপ্ৰপাতৰ কথা পাতিয়েই কটালোঁ। আমি মুৰগাঁও পালোঁহি। আজিকালি মুৰগাঁৱক মানুহে মাৰ্মাগোৱা বুলি কয়। আমি ষ্টেচনত নামি এটা হোটেলত উঠিলোঁ। তাত খোৱা-বোৱাৰ পাছত মই ইফালে-সিফালে পৰি থকা শামুক বোৰ লৈ খেলিবলৈ লাগিলোঁ। এনেতে কেণ্ড দৌৰি মোৰ ওচৰলৈ আহিল। তাৰ বিবৰ্ণ চকুযোৰ আৰু কোঁপনি দেখি মোৰ এনেকুৱা লাগিছিল যেন তাক বলধ গৰুৱেহে খেদি আহিছে।

সি চিঞৰি কলে—"দত্তু, দত্তু, সোনকালে আহ। সোনকালে আহ। চা, সৌফালে কিমান পানী। তোৰ শামুকবোৰ পেলাই দে। সৌৱা সাগৰ, সাগৰ। আহ, মই তোক দেখুৱাই দিছোঁ।"

সৰুকালত এজনৰ উৎসাহক দেখিলে যে আনজনো উৎসাহিত হৈ পৰে, সেইটো স্বাভাৱিক কথা। মোৰ মনলৈকো কেণ্ডৰ নিচিনা উৎসাহ আহি গ'ল আৰু আমি দুয়ো দৌৰিবলৈ ধৰিলোঁ। গোন্দুৰে যেতিয়া দূৰৰপৰা আমাক দৌৰা দেখিলে, তেতিয়া সিয়ো দৌৰিবলৈ ধৰিলে আৰু আমি তিনিওটা বলিয়াৰদৰে দৌৰি আহিলোঁ।

আমি কি দেখিলোঁ। আগত ইমানবোৰ পানী নাচি আছিল যাক আজিলৈকে আমি কেতিয়াও দেখা নাই। মই আচৰিত হৈ চকু মোহাৰি কলোঁ—'ঐ আই· · ···। কিমান পানী।' আৰু মই নিজৰ দুয়োটা হাত ইমান জোকাৰিলোঁ যে বুকুত বিষ হৈ গ'ল। কেণ্ড আৰু গোন্দুৱে নিজৰ নিজৰ হাত জোকাৰিবলৈ ধৰিলে। পিতাদেৱে যদি আমাক সেই অৱস্থাত দেখিলেহেঁতেন, তেতিয়াহলে তেওঁ কেমেৰা আনি আমাৰ ছবি

তুলি পেলাইছেহেঁতেন। "কিমান পানী! ইমানবোৰ পানী ক'বপৰা আহিছে? চোৰাঁচোন, ব'দত কেনেকৈ জিৰবিৰাই উঠিছে।" আমি এটাই আনটোক কবলৈ ধৰিলোঁ। বহুত সময়লৈকে আমি সাগৰ চাই আছিলোঁ, তথাপি আমাৰ অন্তৰ তৃপ্ত হোৱা নাছিল। এতিয়া এই পানীক কি কৰা যায়? যিমান দূৰলৈকে চকু পৰে কেৱল পানী আৰু পানী! ইয়াৰ উপৰিও আছিল প্ৰতিধ্বনি!

সাগৰৰ লগত আমিও নাচিবলৈ লাগিলোঁ আৰু ডাঙৰকৈ চিঞৰিবলৈ ধৰিলোঁ "সমুদ্-ৰ! সমুদ্-ৰ!! সমুদ্-ৰ!!!" প্ৰত্যেকবাৰ আমি 'সমুদ্ৰ' শব্দৰ 'মুদ্ৰ' টো খুব জোৰ দি কৈছিলোঁ। এই প্ৰথমবাৰ আমি সমুদ্ৰৰ বিশালতা, চৌৰ খেমালি, আৰু দিগন্তৰ বেখাৰ দৃশ্য দেখিলোঁ। এই কাৰণে আমাৰ যি অত্যধিক আনন্দ হৈছিল তাক প্ৰকাশ কৰিবলৈ ওচৰত কোনো সাধন নাছিল। যিদৰে সাগৰৰ চৌ ওফন্দি উঠে, আৰু লগে লগে ভাগি পৰে, আমিও সেইদৰেই সাগৰৰ প্ৰতিধ্বনিৰ লগে লগে নাচিবলৈ ধৰিলোঁ; কিন্তু আমিতো চৌ নাছিলোঁ, সেইকাৰণে শেহত ক্লান্ত হৈ ইফালে সিফালে চাবলৈ ধৰিলোঁ। এনেতে এফালে বৰ ডাঙৰ ডাঙৰ কিছুমান ইটা দেখিলোঁ। তাৰ ভিতৰত কিছুমান বেঁকা আছিল আৰু কিছুমান পোন। সেই সময়ত মোৰ দোকানত থোৱা চাবোনৰ সাঁচ আৰু জুইশলাৰ বাহৰ উপমাৰ কথা মনত পৰিল। বাস্তৱিকতে এইটো মুৰগাওঁৰ ইটা ভটা আছিল যাক ডাঙৰ ডাঙৰ ইটাৰে সজা হৈছিল। সদাশিৱৰ ষাঁড়-গৰুৰ দৰে সাগৰৰ চৌ আহি আহি সেই ভটাক খুন্দিয়াই আছিল।

আমি ঘৰলৈ উলটি আহিলোঁ আৰু সাগৰ দেখিবলৈ কেনেকুৱা তাৰ সম্বন্ধে ঘৰৰ আন মানুহ বিলাকক বুজাবলৈ ধৰিলোঁ। এই সাগৰৰ বিশাল চৌৰ মাজত বেচেৰা ক্ষীৰ সাগৰৰ ক্ষুদ্ৰ শব্দ কোনে শুনে?

সূৰ্য্য সাগৰত ডুব গ'ল। চাৰিওফালে আন্ধাৰে আবৰি ধৰিলে। আমি খাই বৈ ভটাৰ লগতে লাগি থকা জাহাজত উঠিলোঁ। জাহাজত লোহাৰ যি ৰেলিং থাকে, মই আৰু গোন্দুৰে তাৰ ওচৰৰ বেঞ্চত বহি এইটো চাবলৈ ধৰিলোঁ যে, উটৰ নিচিনা ডিঙি থকা গধুৰ বোজা তোলা যন্ত্ৰই (ক্ৰেণ) ডাঙৰ ডাঙৰ বস্তবোৰ বচিৰে বান্ধি কেনেকৈ ওপৰলৈ উঠাইছে, আৰু

একালে থৈ দিছে। আমাৰ আগৰ ক্রেণে দ'ম হৈ পৰি থকা বস্তাবোৰক উলিয়াই আমাৰ জাহাজৰ পেটত ভৰাইছে। যন্ত্ৰৰ ঘৰ্-ঘৰ্-শব্দৰ লগত মাৰৱীয়াবোৰে তাণ্ডৰকৈ চিঞঁৰিবলৈ ধৰিলে, "আবেস্!—আবেস্!—আপ্যা! আপ্যা!" যেতিয়া তেওঁলোকে 'আবেস' বুলি কয় তেতিয়া ক্রেণৰ শিকলি টান হৈ যায় আৰু যেতিয়া 'আপ্যা' বুলি কয়, তেতিয়া ঢিলা হৈ যায়। ইয়াক আৰবী শব্দ বুলি কোৱা হয়। আমি এই দৃশ্য চোৱাত তন্ময় হৈ আছিলোঁ। এনেতে আমাৰ পাছফালে হঠাৎ যেন কাণৰ ওচৰত ভোঁ! ভোঁ! ভোঁ····· ডাঙৰ ডাঙৰ শব্দ হবলৈ ধৰিলে। আমি দুয়ো তৎক্ষণাত ভয়ত বেঞ্চৰপৰা জপিয়াই পৰিলোঁ আৰু বলিয়াৰ দৰে ইফালে সিফালে চাবলৈ ধৰিলোঁ। আমাৰ কাণৰ পৰ্দা যেন ফাটি গৈছিল। ইমান ওচৰত ইমান ডাঙৰ শব্দ বাৰু কেনেকৈ সহ্য কৰা যায়? ক'ত দূৰৰপৰা শুনা যেনৰ উ····উ · উকি আৰু ক'ত এই মহৰদৰে ভোঁ·· উ···ৰ শব্দ। শেষত এই শব্দ বন্ধ হৈ গ'ল। কাঠৰ দলং পাছলৈ টানি লৈ যোৱা হ'ল আৰু উঠা-নমা কৰা কাঠচটাকো জাহাজত তুলি লোৱা হ'ল। ইয়াৰ পাছত আমাৰ জাহাজ পাৰৰপৰা আঁতৰি গ'ল। চাওঁতে চাওঁতে ব্যৱধান বাঢ়িবলৈ ধৰিলে। কোনোৱে বতাহত ৰুমাল উৰাই, কোনোৱে কেৱল হাত জোকাৰি এজনে আনজনৰপৰা বিদায় ললে। এনেকুৱা মুহূৰ্তত কিছুমান মানুহৰ কিবা নহয় কিবা পাহৰা কথা নিশ্চয় মনত পৰি যায়। তেওঁলোকে চিয়ঁৰি চিয়ঁৰি এজনে আনজনক এইবোৰ বুজাবলৈ চেষ্টা কৰে। আন মানুহেও এই যাত্রীবোৰক সান্ত্বনা দিবলৈ যত্ন কৰে। লাগিলে এজনে আনজনৰ কথা বুজকেই বা নুবুজক।

মাটিৰ লগত আমাৰ সম্বন্ধ বিচ্ছেদ হৈ গ'ল আৰু আমি সাগৰৰ বুকুত জাহাজৰ যোগেদি আগ বাঢ়িবলৈ ধৰিলোঁ। এইবোৰ বং চাই চাই আমি নিজৰ নিজৰ ঠাইত বহি পৰিলোঁহি। জাহাজৰ সকলো ঠাইতেই বিজুলী বাত্তি আছিল, বেলত বেলেগ ধৰণৰ চাকি আছিল। তাত কেৰাচিন তেলৰ চাকিবোৰ আয়নাৰ পাত্রত ওলমি আছিল। ইয়াৰ বেৰত শত শত বিজুলীৰ বাত্তি জ্বলি আছিল।

সমুদ্ৰ-যাত্ৰাৰ আমাৰ সেয়েই প্ৰথম অনুভৱ।

## ৫৭। হাপন চলৰ ভোক

১৮৯৩ চনত মই প্ৰথমবাৰ কাৰৱাৰলৈ গৈছিলোঁ। যেতিয়া প্ৰথমবাৰ মাৰ্মাগোৱা বন্দৰৰ পৰা জিলিকি থকা সাগৰ দেখিলোঁ, তেতিয়া মই অবাক হৈ গৈছিলোঁ। আমি ৰাতি ন বজাত ষ্টীমাৰত উঠিলোঁ আৰু আমাৰ ষ্টীমাৰ যাবলৈ আৰম্ভ কৰিলে। লগতে মোৰ মনেও নিজৰ অভ্যস্ত চিন্তা পাহৰি কল্পনা জগতত সাঁতুৰিবলৈ ধৰিলে। ৰাতিপুৱাল আৰু আমি কাৰৱাৰ পালোঁহি। ষ্টীমাৰৰপৰা নাৱত উঠা বৰ সহজ নাছিল। প্ৰত্যেকখন নাৱতে এবিধ দলং (out riggers) বন্ধা আছিল। মই মনে মনে প্ৰশ্ন কৰিলোঁ যে জানি শুনি এনেকুৱা ধৰণৰ অসুবিধানো কিয় চপাই লৈছে? পাছত মই এই 'আউটৰিগাৰ্চৰ' প্ৰয়োজনীয়তা বুজিব পাৰিলোঁ।

যাত্ৰাৰ ভাগৰ পলোৱাৰ লগে লগে আমি আকৌ সাগৰৰ পাৰলৈ গলোঁ। পাৰৰপৰা সাগৰত তিনিটা পৰ্বত থকা দেখা গৈছিল। তাৰ ভিতৰত প্ৰথমটো দেৱগড়ৰ আছিল, দ্বিতীয় মধলিঙ্গ গড়ৰ আৰু তৃতীয় কূৰ্মগড়ৰ। দেৱগড়ৰ ওপৰত দীপ-স্তম্ভ আছিল। সেইটোৱেই আছিল তাৰ বিশেষত্ব। এই দীপ মিনাৰৰ ওচৰত এডাল পাতল ধ্বজদণ্ড অতি কষ্টেৰে দেখা গৈছিল। সাগৰৰ পাৰত খেলি খেলি ভাগৰি যোৱাৰ পাছত সৰ্বপ্ৰথম কোনে দীপ-মিনাৰৰ জলি থকা চাকি দেখিব আমাৰ ভিতৰত তাৰে প্ৰতিযোগিতা চলিল। মাজে মাজে মনলৈ এই ভাব আহিছিল যে পানীৰ এই বিশাল পটৰ ওপৰেদি যেতিয়া আমি কাৰৱাৰলৈ আহিছিলোঁ, তেতিয়া ৰাতি জাহাজৰ পৰানো কিয় দেৱগড় দেখা নাছিলোঁ?

হয়তো কোনো জাহাজে আহিবৰ সময়ত দেৱগড়ৰ ধ্বজদণ্ডৰ ওপৰত ৰঙা পতাকা উৰাইছিল। তাকে দেখি কাৰৱাৰ বন্দৰৰ ওচৰৰ ধ্বজদণ্ডৰ ওপৰতো পতাকা লগোৱা হৈছিল। ইয়াৰ মানুহে দূৰবীণ লৈ দেৱগড়ৰ পিনে চাই আছিল আৰু তাৰ পতাকা দেখাৰ পাছত ইয়াতো পতাকা লগাইছিল। কেতিয়াবা কেতিয়াবা মই দূৰত দেৱগড়ৰ ওপৰত লগাই থোৱা পতাকা দেখিবলৈ পাই গোন্দুক আচৰিত কৰি দিছিলোঁ।

এবাৰ মই পিতাদেউকে সুধিলোঁ"—দেৱগড়ৰ ওপৰত কোনে চাকি জ্বলাইছে? আৰু পতাকা নো কোনে উৰাইছে?" তেওঁ উত্তৰ দিলে—"এই কাৰণে তাত এটা মানুহ ৰখা হৈছে। সন্ধ্যা লাগিলে সি চাকি জ্বলায় আৰু দূৰত 'মটৰ বোট' দেখিলে সি পতাকা লগায়।—দেৱগড়ৰ চাকি দেখিলে নাৱিক সকলে কাৰবাৰ বন্দৰ পালোঁহি বুলি বুজিব পাৰে। তেওঁলোকে জানে যে চাকিৰ তলত ডাঙৰ ডাঙৰ শিল আছে। সেইকাৰণে তেওঁলোক চাকিৰ ফালে নাযায়।"

"দীপ-মিনাৰৰ ৰখীয়াবোৰেনো বাৰু কি খাই জীয়াই থাকে? সিঁহতৰ খোৱা বস্তুনো বাৰু কৰপৰা আহে?"—মই প্ৰশ্ন কৰিলোঁ।

"সিহঁতে নিজৰ সকলো খোৱা-বস্তু কাৰবাৰৰ পৰা নাৱেৰে লৈ আহে। দেৱগড়ত হয়তো এনেকুৱা নাদ বা খাল আছে য'ত বৰষুণৰ পানী জমা কৰি থব পাৰি।"

"আমি তালৈ যাব নোৱাৰোনে? বলক, আমি এবাৰ তাৰপৰা ঘূৰি আহোঁ। তাত সদায় থাকিবলৈ চাগৈ কিমান ভাল লাগিব! সন্ধ্যা লগাৰ লগে লগে চাকি জ্বলোৱা আৰু 'মটৰ বোট' দেখাৰ লগে লগে পতাকা লগোৱা—। কেৱল ইমানহে কাম। বাকী সকলোখিনি সময় আমাৰ নিজৰ। আমি যিদৰে ইচ্ছা সেইদৰে কটাব পাৰিম। কোনেও আমাক লগ পাবলৈ নাহে আৰু আমিও কাকো লগ পাবলৈ নাযাওঁ। বলক, এবাৰ তাৰপৰা ঘূৰি আহোঁ।"

পিতাদেৱে আমাৰ ঘৰৰ গৰাকী ৰামজী শেঠ্‌ ভেলীক এই বিষয়ে সুধিলে।—তেওঁ নিজৰ জাহাজৰ কেপ্তেইনৰ লগত কথা বতৰা পাতি পাছদিনা দেৱগড়লৈ যোৱা স্থিৰ কৰিলে। আমি সকলো গাড়ীত উঠি বন্দৰলৈ গলোঁ। ডাঙৰ নাৱত বহি খুব ভাল লাগিল। পালখন মেলাই দিলোঁ, আৰু আমি নাচি বাগি আগ বাঢ়িলোঁ। জাহাজখন খুব কঁপি আছিল আৰু সোনকালে আগবাঢ়ি যোৱাৰ নামেই লোৱা নাছিল। বহুত সময় লগা কাৰণে পিতাদেৱে ৰামজী শেঠক ইয়াৰ কাৰণ সুধিলে। ৰামজী শেঠে কেপ্তেইনক সুধিলে। কেপ্তেইনে কলে—যে "বতাহ অনুকূল নহয়। বতাহৰ দিশৰ ফালে লক্ষ্য ৰাখি পাল তৰা হৈছে। জাহাজ আগবাঢ়ি গৈ

আছে; কিন্তু তথাপি দেৱগড় পাওঁতে পাওঁতে গধূলি হৈ যাব।" মোৰ কালৰ পৰা কোনো আপত্তি নাছিল। গোটেই দিনটো জোকাৰণিৰ আনন্দ অনুভৱ কৰিম আৰু সন্ধ্যা লাগিলেই ওচৰৰপৰা দীপ-মিনাৰৰ চাকি দেখিম। কিন্তু ইমান ভাল কথাও পিতাদেউৰ মনঃপূত নহল। তেওঁ কলে—"এইটো বৰ ভাল কথা নহয়।" কেপ্তেইনে কলে—"বতাহ প্ৰতিকূল। ইয়াৰ আগত আমি একো কৰিব নোৱাৰিম।" অলপ দূৰ যোৱাৰ পাছতে এইদৰে বতাহ বলিবলৈ ধৰিলে যে আৰু আগুৱাই যোৱা অসম্ভৱ হৈ পৰিল।

ৰামজী শেঠে পিতাদেউক সুধিলে—"এতিয়া কি কৰোঁ।"—পিতাদেৱে কলে—"আৰু আন কোনো উপায় নাই। উলটি যাওঁহক।" পিতাদেউৰ নিৰ্দেশ অনুসৰি উলটি যোৱা হ'ল। পালবোৰো সলনি কৰি লোৱা হৈছিল। কিদৰে এই সকলোবোৰ পাল-সলনি কৰা হৈছিল, মই তাক চোৱাত ব্যস্ত হৈ আছিলোঁ। এনেতে আমাৰ জাহাজ আগৰ ঘাটলৈ ঘূৰি আহিল। ইমান দূৰ যাওঁতে এঘণ্টা লাগিছিল; কিন্তু ঘূৰি আহোঁতে পাঁচ মিনিটো নালাগিল। ঘৰলৈ উলটিবৰ সময়ত কেৱল ধোঁৱা-বাষ্পীৰ ধোঁৱায়ে খৰধৰ নকৰে—।

আমি যিদৰে গলোঁ, সেইদৰেই শুদা হাতেৰে উলটি আহিলোঁ। বিবৰ্ণ মুখেৰে ঘৰমুৱা হলোঁ। যেন আমি পৰাজিত হৈ হে পৰিছোঁ। সহপাঠীবোৰক মই এইটোও নকলোঁ যে আমি দেৱগড়লৈ যাবলৈ ওলাই গৈছিলোঁ।

ইয়াৰ পাছত মই প্ৰায় পাঁচ বছৰ কাৰৱাৰত আছিলোঁ। কিন্তু আকৌ কেতিয়াও মই দেৱগড়লৈ যাবলৈ চেষ্টা কৰা নাছিলোঁ। সূৰ্য্যাস্তৰ সময়ত দেৱগড়ৰ দীপ-শিখা দেখি মই নিজৰ মনক এই প্ৰশ্ন কৰিছিলোঁ যে সেই পৰীৰ দেশত কি আছে? চল্লিছ বছৰৰ পাছত আজিৰপৰা দহ বছৰৰ আগত আকৌ এবাৰ মই কাৰৱাৰলৈ গৈছিলোঁ। কিন্তু তেতিয়াও দেৱগড়লৈ যাব নোৱাৰিলোঁ।

এইবাৰ এইটো স্থিৰ কৰি কাৰৱাৰলৈ গৈছিলোঁ যে দেৱগড় নোচোৱাকৈ ঘূৰি নাহোঁ। তাত মই বন্ধুসকলক কৈ দিছিলোঁ যে দেৱগড়ৰ কাৰণে যেন এটা দিন নিশ্চয় ৰাখে।

দেৱগড়ত চাবলগীয়া বিশেষ একো বস্তু নাছিল। কিন্তু মোৰ ছাপন চলৰ বাল্যকালৰ সেই সৰল্প দেৱগড়ৰ লগত সংলগ্ন হৈ আছিল। তাক মুক্ত কৰি লোৱা প্ৰয়োজন।

কাৰৱাৰৰ পাৰৰপৰা প্ৰায় তিনিমাইল দূৰৰ সাগৰলৈকে এটা দ্বীপ ব্যাপ্ত হৈ আছে। কাৰৱাৰ বন্দৰৰ ইয়েই সকলোতকৈ ডাঙৰ শোভা। সাগৰৰ সমতলৰ পৰা পৰ্বতৰ উচ্চতা ২১০ ফুট আৰু তাৰ ওপৰৰ দীপ-মিনাৰ ৭২ ফুট ওখ। কাষ্টম বিভাগৰ মানুহে মদ নিবাৰণৰ কাৰণে সাগৰত পহৰা দিব লগীয়া হয়। সেইকাৰণে তেওঁলোকৰ ওচৰত এখন 'মটৰ বোট' থাকে। তাৰেই আমাক নিয়াৰ দিহা কৰিলে। আমাৰ এই যাত্ৰাৰ কাৰ্য্যক্ৰমে আমাৰ আন কৰ্ত্তব্যত যাতে বিধি-পথালি নিদিয়ে, সেই কাৰণে আমি ৰাতিপুৱা সোনকালে উঠি বন্দৰ পালোঁহি। আমি ইমান নীৰস নহয় যে ৰাতিপুৱাৰ প্ৰাৰ্থনা আৰু জলপান খোৱাৰ কাম ঘৰত কৰিম। খালাছীবোৰ অলপ পলমকৈ আহিছিল; সেই কাৰণে যোঁৱাৰ দৰে দৌৰি অহা আমাৰ মটৰ বোটৰ গতিৰ লগত চলি থকা আমাৰ প্ৰাৰ্থনা শুনিবৰ কাৰণে কাৰৱাৰ পাহাৰৰ পাছফালে সবিতা নাৰায়ণো আহি উদয় হৈছিল। সূৰ্য্যদেৱতাক জন্ম দি কৃতাৰ্থ হোৱা প্ৰাচী দিশ অতিশয় উৎফুল্ল হৈ পৰিছিল আৰু সাগৰেও নিজৰ ঢৌৰ দ্বাৰা তেওঁক অভিনন্দন জনাইছিল। মই মাটিৰ ফালে চালোঁ। সোঁ-ফালে কাৰৱাৰ বন্দৰে সৰু-ডাঙৰ নাওবোৰক জগাই খেমালি খেলিছিল। তাৰ ওচৰৰ উপত্যকাৰ নাৰিকলৰ গছবোৰ বতাহৰ প্ৰতীক্ষাত থিয় হৈ আছিল। পতাকাৰ ওপৰত থকা শনিবাৰৰ বাৰুদে এনেয়ে আমাক ভয় খুৱাই আছিল—। ঝাউ (সৰোকে) গছবোৰে৷ কাৰৱাৰৰ বিস্তাৰক জুখি কালী নৈ লৈকে বিয়পি আছিল। তিনি চাৰিখন জাহাজ এই কালী নৈৰ মুখত সোমাই পৰিছিল। আৰু সদাশিৱগড়ৰ পাহাৰে সমগ্ৰ প্ৰদেশক ৰক্ষা কৰি আছিল।

আমাৰ প্ৰাৰ্থনা শেষ হোৱাৰ পাছত আমাৰ মটৰ বোটে সাগৰৰ বুকুত যি বাট বাখি গৈছিল আৰু তাৰপৰা যি নানা ধৰণৰ ছবিৰ সৃষ্টি হৈ লগে লগে অদৃশ্য হৈ গৈছিল, সেইফালে মোৰ চকু পৰিল। "তোমাক দেৱগড়ৰ সৌন্দৰ্য্য দেখুৱাবই লাগিব।" ইয়াকে কৈ পদ্মনাথ কামাথে মোক দক্ষিণ

কালৰ পৰ্বতৰ মাজনিত বিয়পি থকা চন্দ্ৰভাগা নৈৰ পাৰ দেখুৱাবলৈ লৈ গ'ল। হয়তো কোনো এসময়ত তাত ইউৰোপীয়ান মহিলাই গা ধুইছিল। সেই কাৰণে তাৰ নাম Ladies Beach ( যুৱতী-তট ) হ'ল।

গোৱা সংস্কৃতিৰে ওতঃপ্ৰোত কবি বোৰকৰো আমাৰ লগতে ফুৰিবলৈ আহিছিল। আমাৰ আনন্দ বঢ়াবৰ কাৰণে কামাথভায়ে তেওঁৰ লগত চিত্ৰকাৰ শ্ৰীৰামানন্দকো আনিছিল। ৰামানন্দৰ নম্ৰতা সঁচাকৈয়ে প্ৰশংসনীয় আছিল। কিন্তু সাগৰৰ মাজলৈ অহাৰ লগে লগে মেঘ, পৰ্বত, সূৰ্য্য, চৰাই-চিৰিকতি, জাহাজৰ পাল আৰু সাগৰৰ উৰ্মিমালা, এই সকলোবোৰৰ প্ৰভাৱৰ অন্তৰালত তেওঁৰ কলাকাৰ আত্মাই আমাক পাহৰি পেলাইছিল আৰু তেওঁ বহুত দিনৰ বুভুক্ষিতৰ দৰে অনিমেষ দৃষ্টিৰে প্ৰাকৃতি-কাযৰৰ কাব্য ভক্ষণ কৰিছিল। আমি আনক আঙুলিৰে ইঙ্গিত কৰি তেওঁৰ অৱস্থা দেখুৱালোঁ। কিন্তু তাত তেওঁৰ ধ্যান নাভাঙিল। কেৱল কুমলীয়া কুন্দাৰ চঞ্চল চকুজুৰি সকলো ফালে ঘূৰি আছিল।

আমাৰ এই কবিয়ে শাস্ত্ৰত কোৱা ভক্তিৰ লক্ষণমতে আমাৰ প্ৰাৰ্থনাৰ পূৰ্ণতাৰ প্ৰতীক্ষা কৰি আছিল। প্ৰাৰ্থনা পূৰা হোৱাৰ লগে লগে তেওঁ সাগৰৰ ঢৌৰ বিষয়ে এটা ভাটিয়ালী গান গালে। গানৰ ধৰণ লাগিলে ভাটিয়ালীয়েই হওক, কিন্তু তেওঁৰ অন্তৰৰ ভাৱ নাৱৰীয়াৰ নিচিনা নাছিল। সেই গানৰ যোগেদি সৰল নাৱৰীয়াই নহয় বৰং আনন্দত মতলীয়া কবিয়ে নিজৰ ভাবনাৰ সোঁত বোৱাই দিছিল। এইটো সঁচা যে সেইদিনা আমাৰ দলৰ কোনো সুস্থ (sober) হৈ নাছিল। হিন্দু স্কুলৰ আচাৰ্য্য শ্ৰীকুলকৰ্ণীয়েও এই আনন্দত ভাগ লৈছিল। সৰোজে নিজৰ ঠাই এৰি বয়লাৰৰ আগত থিয় হৈ হে ভাল পাইছিল। নিজৰ স্বভাৱৰ প্ৰতিকূলে গৈ সি যে আগফালে বহিব পাৰিছিল এইটো দেখি মই সন্তোষ পাইছিলোঁ। মই তাক মঞ্চৰ সৰোবৰত্ত কাব্যৰ উপভোক্তা নাৰায়ণ মালকানীৰ কথা মনত পেলাই দিছিলোঁ আৰু এই সংকেতৰ কাৰণে আমি দুয়ো বাস্তৱিকতাৰ মূল্যাঙ্কন কৰিব পাৰিছিলোঁ।

সাগৰৰ পানীৰ ওপৰেদি বহুত ৰকমে অহা যোৱা কৰিব পাৰি আৰু প্ৰত্যেক বাৰৰ অহা যোৱাত বিভিন্ন ধৰণৰ আনন্দ আছে। ঢৌৰ চৰ খাই

খাই বাহুবলেৰে সাঁতুৰি সাঁতুৰি সাগৰৰ ভিতৰলৈ যোৱাত একৰকম আনন্দ আছে। যি বুকুৰ তলত জন্মিয়াই থকা ঢৌৰ ওপৰত আৰোহী হোৱাৰ আনন্দ উপভোগ কৰিছে, তেওঁ কেতিয়াও তাক পাহৰিব নোৱাৰিব। নৈৰ পানীৰদৰে সাগৰৰ পানীয়ে যদি কেতিয়াবা কাৰোবাক গ্ৰাস কৰিব খোজে, তেতিয়াহলে সি নিৰুপায় হৈ হে, নহলে তেওঁৰ লক্ষ্য সদায় সাঁতোৰা মানুহক বচোৱা।

ঠেক আৰু দীঘল নাৱত বহি এডাল ব'ঠাৰে প্ৰত্যেক ঢৌৰ লগত উঠা-নমা কৰাত এটা বেলেগ আনন্দ আছে। যদি নাওখন ঢুফালৰ ঢৌৰ মাজত বেঁকা হৈ যায়, তেতিয়াহলে বিপদত পৰিব লাগিব। এইখিনি সতৰ্কতা অবলম্বন কৰিব পাৰিলে সাগৰৰ আনন্দৰ সৈতে একৰূপ হোৱাত ইয়াতকৈ আৰু বেছি ভাল সাধন পোৱা টান। ডাঙৰ নাৱৰ দুদাঁতিত বহি ব'ঠা মৰা আনন্দ তৃতীয় ধৰণৰ। আমি এই আনন্দ মৌনভাৱে লব নোৱাৰোঁ। তালৰ নিচা ইমান মাদক হয় যে হঠাৎ গানৰ সুৰ ওলাই পৰে। এই আনন্দৰ লগত মটৰ বোটত বহাৰ তুলনা নহয়। কাৰণ, তাক চলাওঁতে মানুহৰ বাহুবলে একেবাৰে কাম নকৰে। ইয়াত কেৱল চালকৰহে ব্যায়াম হয়। মটৰ বোটত প্ৰত্যেক মানুহৰ সমান পৰিশ্ৰম নহয়। কিন্তু মটৰ বোটৰ দ্বাৰা পানী কাটি যোৱা আনন্দ আমাৰ গোটেই শৰীৰে অনুভৱ কৰে। যেতিয়া মটৰ বোটখন বেগাই পোনাই গৈ থাকে, তেতিয়া আমাৰ শিৰা-উপশিৰাত তাৰ প্ৰভাৱ পৰে। মটৰ চলোৱাৰ আনন্দতকৈ মটৰ বোট চলোৱাৰ আনন্দ অধিক গুণে বেছি।

এই আনন্দ উপভোগ কৰি কৰি আৰু সাগৰৰ পানী কিমান গভীৰ হব পাৰে এই কথা ভাবি ভাবি আমি দেৱগড অভিমুখে যাত্ৰা কৰিলোঁ। মোৰ মনলৈ এটা ভাব আহিল যে যিবোৰ পানী সকলোতকৈ তলত আছে, সেইবোৰ পানীয়ে ওপৰৰ পানীৰ হেঁচাত বাৰু কষ্ট নাপায়নে? ওপৰৰ পানীতকৈ তলৰ পানী অধিক ডাঠ হোৱাই স্বাভাৱিক। মাছবোৰে সেই ডাঠ পানীক ভেদ কৰি তললৈ যাব নোৱাৰে চাগৈ। যদি আমি সৰোবৰত পৰোঁ, তেতিয়াহলে কাঠৰ টুকুৰাবদৰে তাৰ ওপৰতে সাঁতুৰি থাকিব লাগিব। আনধৰণৰ মাছবোৰবো তলৰ ডাঠ পানীত এনেকুৱা অৱস্থাই হয় চাগৈ।

যিমানেই দেৱগড়ৰ পাৰ চকুত পৰিল, সিমানেই দাঁতি কাষৰৰ সৰু সৰু বাট আৰু শিলবোৰ স্পষ্টভাৱে দেখা গ'ল'। আকাশ আৰু সাগৰ য'ত লগ লাগে সেই ক্ষিতিজ-ৰেখাও আজি অতি স্পষ্ট হৈ আছিল। কোনোবাই যেন যেজীৰে দেখুৱাই আছে যে ইয়াত পৃথিৱী শেষ হৈছে আৰু স্বৰ্গ আৰম্ভ হৈছে।

তুখন জাহাজে নিজৰ পালত বতাহ ভৰাই যাত্ৰাৰ কাৰণে সাজু হৈছিল। সেই পালৰ পেটত বতাহৰ লগতে উদিত সূৰ্য্যৰ কিৰণো সোমাই পৰিছিল। এনেকুৱা লাগিছিল যেন এই হেচাঁত এতিয়া পালখন ফাটি পৰিব। পাল ইমান জিলিকি আছিল যে সি পাটৰ আছিল নে নাই হাতী দাঁতৰ, সেইটো ধৰা টান। যেতিয়া পালত বতাহ সোমাই, তেতিয়া তাৰ ৰঙ কলপাতৰ নিচিনা হৈ পৰে।

এতিয়া আমি একেবাৰে দেৱগড়ৰ ওচৰ পালোঁহি। গোটেই পৰ্বতীয়া টিলাবোৰ সৰু ডাঙৰ গছেৰে ঢাক খাই আছিল। ওপৰৰ দীপ-মিনাৰে নিজৰ সন্মান অক্ষুণ্ণ ৰাখি আকাশৰ ফালে আঙুলি নিৰ্দেশ কৰি আছিল। এতিয়া আমাৰ মটৰ বোটখন অলপ আঁতৰত ৰৈ গ'ল। এই বাট পাৰ হৰৰ কাৰণে মটৰ বোটে নিজৰ পাছফালে এখন সৰু নাও বান্ধি আনিছিল। আমি সেই সৰু নাৱত উঠিলোঁ আৰু দ্বীপৰ পাৰ পালোঁহি। নমাৰ লগে লগে ৰঙা ৰঙা পকা বগৰীয়ে আমাক অভ্যৰ্থনা কৰিলে। আমি ওপৰলৈ উঠি উঠি ডাঙৰ ডাঙৰ গছৰ শাখা তথা বৰগছৰ শিপা চাই চাই দীপ-মিনাৰৰ তল পালোঁগৈ। দীপ-মিনাৰৰ দীপকাৰ এজন সবল মুছলমান আছিল। তেওঁ আমাক বৰ আদৰ সাদৰ কৰিলে। এই দ্বীপত দীপ-মিনাৰৰ কিছুমান মানুহ থাকে। সেই কাৰণে তাত কিছুমান ছাগলী আৰু কুকুৰা চৰায়ো আছিল (আৰু সময়ে সময়ে মানুহে সেইবোৰ কাটি খাইছিল)। সাগৰৰ পাৰে পাৰে উৰি উৰি আহি ইয়াৰ গছৰ ওপৰত জিৰণি লোৱা প্ৰাকৃতিক কাৰ্য্যৰ উৎস স্বৰূপ চৰাইবোৰক ঋষি, মুনি সকলৰ দৰেই পবিত্ৰ বুলি মনা উচিত।

মটৰ বোটত বহি ৰাতিপুৱা আমি আত্মাৰ উপাসনা কৰিছিলোঁ। ইয়াত এচটা শিলৰ ওপৰত বহি আটাইবোৰে পেট পূজা কৰিলোঁ। দাঁতি কাষৰৰ

সৌন্দর্য্য অপলক দৃষ্টিৰে চোৱাৰ পাছত দীপ মিনাৰৰ ভিতৰেদি উঠি ওপৰলৈ গলোঁ। চাকিৰ বশ্মিক এইদৰে আয়নাৰ ভিতৰত সুসজ্জিত কৰি ৰখা হৈছিল যে পানীৰ প্ৰবাহত তাৰ ছাঁ পৰাৰ লগে লগে তাকো প্ৰবাহিত হোৱা যেন লাগিছিল। পেৰাবোলা আৰু হাইপৰবোলা অঙ্কক তাত কামত লগোৱা হৈছিল। যি শঙ্কুছেদৰ* ৰহস্য জানে তেওঁহে ইয়াৰ ৰহস্য বুজিব পাৰিব। ইয়াৰ পাছত আমি সেই দীপৰ আৱৰণ গুচাই থৈ বহুত দূৰলৈকে সাগৰৰ শোভা চাবলৈ ধৰিলোঁ আৰু ইমানতো সন্তুষ্ট নহৈ চাকিৰ দ'াণ্ডি-কাষৰৰ গেলেৰীলৈ গৈ স্বাধীনভাৱে দশোদিশ চাবলৈ লাগিলোঁ। যি দৃশ্য চাবলৈ মই ছাপন বছৰৰ আগৰপৰা অভিলাষ কৰি আছিছিলোঁ, সেই দৃশ্য আজি দেখিবলৈ পালোঁ। মোৰ চকুৰ ইমান দিনৰ বুভুক্ষা আজি শান্ত হ'ল। এতিয়া এনেকুৱা লাগিছিল যেন গোটেই ঘাটেই এখন ডাঙৰ জাহাজ। দীপ-মিনাৰ তাৰ মাস্তুল (mast) আৰু আমি তাৰ খালাছী। এইটো ঠিকেই যে জাহাজৰ মাস্তুলৰ দৰে এই দীপ-মিনাৰ জোকাৰি নাথাকে, কিন্তু এতিয়া মটৰ বোটত অহা আমাৰ 'মতলীয়া' মস্তিষ্কই এই ক্ৰটীৰ ফালে লক্ষ্য কৰা নাছিল। ইমান ওপৰৰ পৰা চাৰিওফালে চোৱাত এক অবৰ্ণনীয় আনন্দ পোৱা যায়। কুতুব-মিনাৰৰ ওপৰৰ পৰা ভাৰতবৰ্ষৰ বহুত যুগৰ ৰাজধানীৰ শ্মশান দেখিলে মনত যি বিষাদ ওপজে, সি ইয়াত নাছিল। ইয়াৰপৰা দেখা সাগৰত প্ৰাচীন কালৰপৰা আজিলৈকে হয়তো অসংখ্য জাহাজ ডুব গৈছে; কিন্তু তাৰ শোকে ইয়াৰ বায়ুমণ্ডলক কেতিয়াও বিষণ্ণ কৰিব পৰা নাই। সাগৰত ভূত আৰু ভবিষ্যতৰ কোনো স্থানেই নাই। তাত বৰ্ত্তমান কাল আৰু চিৰন্তন অনন্তকাল, এই দুয়োৰেহে সাম্ৰাজ্য আছে। যেতিয়া ধুমুহা আহে, তেতিয়া এনেকুৱা লাগে যেন এয়েহে সাগৰৰ সত্য আৰু স্থায়ীৰূপ। আৰু যেতিয়া আজিৰ দৰে সৰ্বত্ৰ শান্তিয়ে বিৰাজ কৰে, তেতিয়া এনেকুৱা লাগে যেন ধুমুহা এক মায়াহে। সঁচাকৈয়ে সাগৰৰ মুখে ভগবান বুদ্ধৰ শান্তিৰ বাণীৰ কথা মনত পেলাই দিয়ে।

এনেকুৱা বিশাল সমুদ্ৰক আশীৰ্বাদ দিয়াৰ শক্তি কেৱল পিতামহ আকাশৰহে হব পাৰে। আকাশ শান্ত চিত্তৰে চাৰিওফালে ব্যাপ্ত হৈ

* Comic Sections.

আছে, আৰু সাগৰৰ যেন ৰক্ষা-কৱচহে হৈ পৰিছে। এই কৱচত একো ছবি নাছিল, কিন্তু চৰাইবোৰে কৱচৰ এই সৰলতা সহিব নোৱাৰিছিল। সেই কাৰণে তেওঁলোকে তাৰ ওপৰত নানা তৰহৰ ৰেখা অঁকাৰ অপ্ৰায়ী প্ৰযত্ন কৰিছিল। যিদৰে শিশুৰ কোনো গহীন মানুহক হঁহুৱাবৰ কাৰণে তেওঁৰ আগত ৰাঙ্গৰৰ দৰে চেষ্টা কৰি থাকে, সেই দৰেই সাগৰৰ নীল ৰঙে আকাশৰ নীলিমাক হঁহুৱাবলৈ চেষ্টা কৰি আছিল।

ভগৱানৰ একেৰুৱা বিৰাট দৰ্শন হোৱাৰ লগে লগে ভগৱদ্ গীতাৰ এঘাৰ অধ্যায় মনত পৰিব লাগিছিল, কিন্তু ইমান প্ৰাচীন কাললৈ যোৱাৰ আগতে আমাৰ উত্তেজিত মনে নিজৰ সুবিধাৰ কাৰণে ওচৰৰ এক প্ৰসঙ্গ পচন্দ কৰিলে। বিছ বছৰৰ আগতে মই লঙ্কাৰ দক্ষিণ সীমাত দেবেন্দ্ৰতকৈও আগত সাতাৰলৈ গৈছিলোঁ। আৰু তাৰ দীপ-মিনাৰৰ ওপৰত উঠি দুপৰীয়াৰ ব'দত একেৰুৱাই ৰৰং ইয়াতকৈয়ো বহুত গুণে বিশাল দৃশ্য দেখিছিলোঁ। তাত মানুহে চকুৰ ব্যায়াম কৰি ইচ্ছামতে যি কোনো দৃশ্য ৰহলাই চাব পাৰে। সেই ঘূৰণীয়াৰেখা (ৰৰ্ত্তুল)-ৰ দক্ষিণাৰ্দ্ধ ভাৰত মহাসাগৰক দিয়া হৈছিল আৰু উত্তৰাৰ্দ্ধ ৰনসাগৰক। ইয়াত দেৱগড়ৰ ওপৰৰপৰা পূৰফালে সূৰ্য্যনাৰায়ণৰ পাদপীঠৰ দৰে সুশোভিত পৰ্বত দেখা গৈছিল। তাৰ তলেদি প্ৰবাহিত হৈ থকা কাৰৱাৰৰ সাগৰ সৌম্যতাৰ সৈতে জিলিকি আছিল। সেই ঠাইৰ নাওবোৰৰ ৰূপ একেবাৰে পাতল আছিল আৰু পশ্চিম ফালৰ অখণ্ড মহাসাগৰে আৰব দেশৰ কথা মনত পেলাই দিছিল। এই দৃশ্যই মনত এক আকুলতা আনি দিছিল। 'নমোঽস্তু তে সৰ্বত এৱসৰ্ব'—মুখৰপৰা কেৱল ইমান শব্দহে ওলাল।

ইতিমধ্যে আমাৰ লাজকুৰীয়া চিত্ৰকৰে এটা চুকত ৰহি দাঁতিৰ এটা ভাঙৰ শিলৰ আৰু দাঁতি-কাৰৰৰ সাগৰৰ এখন ছবি অঁকিছিল। ৰৰলৈ অহাৰ লগে লগে তেওঁ মোক সেইখন উপহাৰ দিলে। আজি মোৰ ছাপন্ন বছৰৰ ভোক শান্ত হ'ল। এই প্ৰসঙ্গৰ স্মাৰক ৰূপে মই তেওঁৰ এই উপহাৰ প্ৰসন্নতাৰে গ্ৰহণ কৰিলোঁ।

দীপ-মিনাৰৰ কাৰ্য্যই শেষত পূৰ্ণতা লাভ কৰিলে।

মে' ১৯৪৭ চন।

যি কোনো ঘটনাই স্বাভাবিক ৰূপ ধাৰণ কৰিলে তাৰ বৈশিষ্ট্য নষ্ট হৈ যায় জানো ?

দুঘণ্টাৰ আগতে কোনোফালে পানী দেখা নৈগৈছিল। উত্তৰৰপৰা আৰম্ভ কৰি দক্ষিণলৈকে সাগৰৰ পোন পাৰ বিয়পি আছিল। পশ্চিমফালে য'ত আকাশে চাপৰ হৈ ধৰিত্ৰীক চুইছে, তাতো পানীৰ নাম-গোন্ধ নাই, এটা ঢৌৰো দেখা নাযায়। প্ৰথমবাৰ দেখা মানুহৰ এইখন কোনো মৰুভূমি যেনহে লাগিব। কেৱল যেন বৰষুণৰ কাৰণেহে তিতি গৈছে। নহলে এনেকুৱা লাগিব যেন এইবোৰ পলসহে—যাৰ ওপৰত ঘাঁহ নাই। যলৈকে চকু পৰে তালৈকে কেৱল পোন সমতল ভূমি দেখিলে কিমান আনন্দ লাগে। কোনো ইঞ্জিনিয়াৰক যদি এনেকুৱা সমতলভূমি তৈয়াৰ কৰিবলৈ ভাৰ দিয়া যায়, তেতিয়াহলে তেওঁ অশেষ পৰিশ্ৰম কৰিব লগীয়া হব। কিন্তু ই হৈছে প্ৰকৃতিৰ সৃষ্টি। যেতিয়া এনেকুৱা সমতট + প্ৰদেশৰ বিশালতা, বিস্তীৰ্ণ হৈ পৰে, তেতিয়া ওখ ওখ পৰ্বতবোৰত সৌন্দৰ্য্য ফুটি উঠে। আমি এই বিশালতা পান কৰাত মগ্ন হৈ আছিলোঁ, এনেতে দূৰত আকাশত জাহাজৰ নিচিনা কিবা চকুত পৰিল। আকাশত জাহাজ ? ই কি কথা ? ইতিমধ্যে দক্ষিণৰপৰা উত্তৰলৈকে বিয়পি থকা এডাল বাদামী ৰেখা লাহে লাহে স্পষ্ট হৈ আহিল। মাজে মাজে তাৰ ওপৰত বগা ঢৌ দেখিবলৈ পোৱা গল। পানীৰ ঢল আহিল, নিয়মানুসাৰে এটা শাৰী পাতি ঢৌবোৰ আগ বাঢ়িবলৈ ধৰিলে। আহিল, আহিল, পানীবোৰ আগলৈ আহিল। ই আধা পাৰলৈকে বিয়পি পৰিল। সূৰ্য্য আকাশলৈ উঠি গৈছিল, ৰ'দ চোকা হৈ পৰিছিল আৰু ঢৌৰ উন্মাদকতাও বাঢ়িবলৈ ধৰিছিল। এই ঢৌবোৰে ঈশ্বৰে সঁপি দিয়া কিবা অসাধাৰণ কাম কৰিবলৈ আহিছে নেকি ? ইয়াক যম-দূতৰ নিচিনা নহয়, বৰং দেৱদূতৰ নিচিনাহে লাগিছে। যিদৰে হাবিত কুকুৰনেচীয়া বাঘৰ দল জপিয়াই জপিয়াই ঘূৰি ফুৰে, সেইদৰেই ঢৌবোৰো আগ বাঢ়িবলৈ লাগিল।

---

+ সমতট—Stretched evenly. উদাহৰণস্বৰূপে গঙ্গামুখৰ ওচৰৰ সুন্দৰবন প্ৰদেশক সমতট বুলি কয়।

য'ত সিক্ত আৰু নীৰৱ মৰুভূমি আছিল, এতিয়া তাত উথলি থকা, গৰজি থকা, তৰঙ্গৰ সাগৰ বৈ গল। জোৱাৰো সম্পূৰ্ণ উৎসাহেৰে আহি পৰিল। টৌবোৰ আহে আৰু পাৰত খুন্দিয়াই গুচি যায়। যদি অলপ মন দি সেইকালে এঘণ্টা আধাঘণ্টামান চাই থকা যায়, তেতিয়াহলে মনত এই ভাৱ হয় যে এই টৌবোৰ জড় নহয়, বৰং ইয়ো সচেতনহে। ইহঁতৰো স্বভাৱ-ধৰ্ম আছে। চাৰিওফালে কেৱল পানীয়েই পানী—। বাওঁফালৰ তালগছ পানীত লৰি আছিল। এনেকুৱা লাগিছিল যেন এতিয়াই ডুবি যাব।

যিদৰে বহুত দিনৰ পাছত ভাগিনীয়েকক দেখিলে মাহীয়েকৰ মনত অপাৰ আনন্দ হয়, সেইদৰে টৌবোৰক দেখি মৰুভূমিৰ টৌৰ আবেগো উথলি উঠিছে। ই হাতীৰ দৰে দৌৰি আছে আৰু পাৰত বপ্ৰ-ক্ৰীড়াৰ অনুভৱ কৰি আছে। কিমান অদ্ভুত দৃশ্য! যদি মাটি আওগৰীয়া হ'ল হেঁতেন, আৰু পানীও যদি নৈৰ দৰে বৈ থাকিলেহেঁতেন তেতিয়াহলে এইটো একো আচৰিত যেন নালাগিলহেঁতেন। তললৈ বৈ যোৱাটো পানীৰ স্বভাৱ-ধৰ্ম, কিন্তু সমতল ভূমিত য'ত পানী নাই তাত বৰষুণ বা বানপানীৰ অবিহনে যদি পানী দৌৰি আহে, আৰু মাটিৰ ওপৰত বিয়পি পৰে, এইটো কিমান আচৰিত কথা। যি ঠাইত অলপ আগতে আমি লৰি ঢাপৰি ঘূৰি ফুৰিছিলোঁ, তাত এতিয়া ভৰিও থব নোৱাৰিম। এনেকুৱা বিৰাট জলৰাশি বাৰু ক'ৰপৰা আহিল? ইমান কম সময়ত ইমান বিপৰ্যায়। য'ত আমি বতাহত হাত জোকাৰি ফুৰি ফুৰিছিলোঁ, এতিয়া তাত জপিয়াই থকা টৌৰ মাজত সাঁতোৰাৰ আনন্দ উপভোগ কৰি আছোঁ। খোঁৱাৰ ওপৰত বহি যেন ফুৰিবলৈহে ওলাইছোঁ। এই জোৱাৰৰ সময়ত যদি কোনোবাই ইয়ালৈ আহি চাইছি, তেতিয়া তেওঁৰ এনেকুৱা লাগিব যেন খাৰুৱা পানীৰ এই উথলি থকা সৰোবৰ হেজাৰ হেজাৰ বছৰৰপৰা ইয়াত এইদৰে ব্যাপ্ত হৈ আছে। কিন্তু যদি কোনোবাই অলপ সময় থিয় হৈ থাকে, তেন্তে তেওঁ বুজিব পাৰিব যে মহাযুদ্ধৰ নিচিনা ইমান তাণ্ডৱ আক্ৰমণৰো শেষ আছে। যিদৰে টৌৱে নিজৰ লীলা দেখুৱাইছিল, সেইদৰে তাক আকৌ নিজৰ কাম চপায়ো লৈছিল। ঈশ্বৰৰ কাম শেষ হ'ল। ঈশ্বৰে

যেন নিজৰ প্ৰাণ শক্তি আকৌ টানি ললে। এতিয়া এটা এটা ঢৌ পাৰৰফালে দৌৰি আহিছে। লগে লগে এইটোও পৰিষ্কাৰভাবে দেখা গৈছে যে পানীবোৰ পাছ হুহঁকি গৈ আছে। পানী আঁতৰিবলৈ ধৰিলে। সাগৰৰ সিপাৰে এটা ডাঙৰ খাল আছে নেকি? যাক ভৰাই দিবৰ কাৰণে এই পানীবোৰ দৌৰি গৈছে? আগফালৰ ঢৌবোৰ উলটি অহা দেখি পাছত অহা ঢৌবোৰো মাজতে ফাটি গৈছে আৰু দৌৰি থাকোঁতেও হহঁতে হাঁহি আছে। সাগৰৰ পানীৰ অনুমাননো বাৰু কোনে কৰিব পাৰে? তাক কেনেকৈ জুখিব পাৰি? ইমানবোৰ পানীনো কিয় আহিছে আৰু কিয় গৈছে ইয়াক সোধোতা কোনো নাই নেকি? নহলে কোনোবা সোধোতা আছে, সেই কাৰণে ই ইমান নিয়মিতৰূপে অহা যোৱা কৰিছে। যিমানেই ভাবিবলৈ ধৰোঁ, সিমানেই মোৰ মনত এই ঘটনাৰ বিচিত্ৰ প্ৰভাৱ পৰিবলৈ ধৰে। জোৱাৰ আৰু ভাটা কি বস্তু? সমুদ্ৰৰ শ্বাসোচ্ছ্বাস? তাক কিহত লগাব পাৰি? যদি জোৱাৰ আৰু ভাটা নাথাকিলহেঁতেন, তেতিয়াহলে সাগৰৰ কি অৱস্থা হলহেঁতেন? সমুদ্ৰজীৱী প্ৰাণীবোৰৰ জীৱনত কি কি পৰিবৰ্ত্তন ঘটিলহেঁতেন? চন্দ্ৰ সূৰ্য্যৰ আকৰ্ষণ আৰু পৃথিৱীৰ ভূমি ভাগৰ পৰা সাগৰৰ বিভাজনলৈকে এই সকলোবোৰ আলোচনা হয়তো সঁচা, কিন্তু এই বোৰৰ অন্তৰালত কি উদ্দেশ্য আছে তাক জানিবৰ কাৰণে মন বৰ ব্যাকুল হৈ পৰে। এতিয়ালৈকে এই প্ৰশ্নৰ উত্তৰ পোৱা নাই।

যিমান বাৰেই আমি জোৱাৰ আৰু ভাটা দেখোঁ, সিমানবাৰেই ইয়াক আমাৰ সমান আচৰিত যেনেই লাগে। মনত এনেকুৱা এক অনুভৱ হয় যেন ঈশ্বৰৰ সৃষ্টিৰ চাৰিওফালেই সেই জ্ঞানময় প্ৰভু চিৰন্তন ৰূপত বিৰাজমান হৈ আছে।

'সৰ্বং সমাপ্নোষি ততোঽসি সৰ্বঃ'—কৈ মোৰ অন্তৰে তেওঁক প্ৰণাম কৰে। যদি সৃষ্টি মহান হয়, তেতিয়াহলেনো বাৰু সৃষ্টিকৰ্ত্তা কেনেকুৱা হব? তেওঁক কোনে চিনি পাব? তেওঁ নিজেই বাৰু এই কথা ভাবিবনে যে মানুহে তেওঁক চিনি পাওক?

বোৰঙী—১ মে', ১৯২৭ চন।

## ৫৯। চান্দীপুৰ

যোৱাবাৰ চান্দীপুৰত মই যি দৃশ্য দেখিছিলোঁ এইবাৰ তাক নেদেখোঁ বুলি মোৰ ভয় হৈছিল। বেছি আশা কৰা উচিত নহয়, এইবুলি মনক প্ৰবোধ দি আমি চান্দীপুৰলৈ যাত্ৰা কৰিলোঁ। কিন্তু চান্দীপুৰ যে চান্দীপুৰেই। তাৰ সামান্য শোভাও অসামান্য যেন লাগে। কলিকতা কটকৰ বাটত বালাসোৰ বা বালেশ্বৰ নামৰ এখন সৰু নগৰ আছে। তাৰপৰা আঠ মাইল পূবে সাগৰৰ পাৰত চান্দীপুৰ অৱস্থিত। এই ঠাইত সামৰিক বিভাগৰ চৰকাৰী কৰ্মচাৰীসকল আছে। কিন্তু এই কাৰণে ইয়াৰ গুৰুত্ব বঢ়া নাই। ইয়াৰপৰা তিনি মাইল দূৰত য'ত বুঢ়ী বলম্ নৈ গৈ সাগৰৰ লগত মিলিছে তাত সুন্দৰ বন্দৰ সাজিব পাৰি। ই বায়ু পৰিবৰ্ত্তনৰ কাৰণেও অত্যন্ত উপযুক্ত ঠাই। কিন্তু এতিয়ালৈকে ইয়াত তেনেকুৱা একো ব্যৱস্থা হোৱা নাই। ইয়াৰ চিৰন্তন প্ৰাকৃতিক শোভাৰ কাৰণেই চান্দীপুৰৰ মহত্ত্ব—। সেইকাৰণে মই তাৰ নাম পূব-দিশৰ বোৰভীকা থৈছোঁ।

বঙ্গৰ উত্তৰফালে যোলবড় ষ্টেচনৰ পৰা ডেৰ মাইল দূৰত বোৰভী নামৰ যি ঠাই আছে, ভাটাৰ সময়ত যেতিয়া তাৰ সাগৰৰ পানী পাছলৈ হুঁহকি যায়, তেতিয়া ডেৰমাইল পট মুকলি হৈ পৰে। আৰু তাৰ পানী গৈ প্ৰায় আকাশৰ ওচৰ চাপে। সমগ্ৰ সমুদ্ৰ তট্ যেন দেৱতা বা দানৱসকলৰ তিতি থকা টেনিচ কৰ্টহে। এনেকুৱাই পোন আৰু সমতল যেন লাগে। যেতিয়া জোৱাৰৰ সময়ত পানী বাঢ়িবলৈ ধৰে, তেতিয়া চাওঁতে চাওঁতে গোটেই পাৰ পানীৰে পৰিপূৰ্ণ হৈ সৰোবৰৰ ৰূপ ধাৰণ কৰে। ক্ষন্তেকতে সিক্ত মৰুভূমি আৰু ক্ষন্তেকতে বাম সৰোবৰ। প্ৰকৃতিৰ এনেকুৱা লীলা দেখি মই বিস্মিত হৈ পৰিছিলোঁ। যেতিয়া তাৰ বৰ্ণনা কৰিছিলোঁ, তেতিয়া মই সপোনতো ভাবিব পৰা নাছিলোঁ যে প্ৰকৃতিয়ে পূব-ফালে ঠিক এনেকুৱা ধৰণৰ আৰু এখন ঠাই সৃষ্টি কৰি থৈছে।

ৰাষ্ট্ৰভাষা প্ৰচাৰৰ উপলক্ষে কলিকতাৰ পৰা উৎকললৈ আহিছিলোঁ, তেতিয়া বালাসোৰৰ কাম শেষ কৰি বিশেষকৈ চান্দীপুৰ চাবৰ কাৰণে এইখিনি পাইছিলোঁ। ঠায়ে ঠায়ে পানীৰ খালত গজি থকা নীলা-পদুম

দেখি মোৰ আনন্দৰ সীমা নাইকিয়া হৈছিল। পদুমফুল প্ৰসন্নতাৰ প্ৰতীক। সুন্দৰতা, কোমলতা, সৰলতা আৰু পবিত্ৰতা, যেতিয়া সকলো গোট খালে, তেতিয়া এওঁলোকে পদুমৰ ৰূপ ধাৰণ কৰিলে। পদুম যেতিয়া বক্ষ হয় তেতিয়া তেওঁ তপস্বিনী মহাশ্বেতাৰ কথা মনত পেলাই দিয়ে। সেই পদুমেই যেতিয়া বক্তিম হৈ পৰে, তেতিয়া তেওঁ গন্ধৰ্ব নগৰীৰ ৰাজকন্যা কাদম্বৰীৰ শোভা স্মৰণ কৰায়। কিন্তু নীলা পদুমে সাক্ষাৎ বৃন্দাবনবিহাৰী শ্ৰীকৃষ্ণৰ ভূমিকাৰ অভিনয় কৰে। আমাৰ দেশত বেছি পৰিমাণে নীলা পদুম দেখা নাযায়। সেই কাৰণে এই বাটত নীলা পদুমবোৰ দেখি মোৰ যে কিমান আনন্দ লাগিছিল তাক ইয়াত ব্যক্ত কৰিব নোৱাৰোঁ।

বালাসোৰৰ পৰা চান্দীপুৰৰ পথ প্ৰায় পোনেই। সাগৰৰ পাৰত থকা তাক বঙ্গলাৰ পৰাও কেতিয়াবা কেতিয়াবা সাগৰৰ দৰ্শন নহয়ঃ কিন্তু যেতিয়া দৰ্শন হয়, তেতিয়া ই নিজৰ বিশালতাৰে মানুহৰ মন মুহি পেলায়। আমি যেতিয়া আগৰ বাৰ আহিছিলোঁ তেতিয়া লাহে লাহে জোৱাৰ বেছি হৈ গৈছিল আৰু পাতল পাতল ঢৌবোৰে আকাশৰ সৈতে সমান ৰেখা আঁকি লাহে লাহে আগবাঢ়ি গৈছিল। আকাশৰপৰা পাৰলৈকে অহাৰ সময়ত ঢৌবোৰ ইমান পোন আৰু সমান হৈ আহিছিল যেন কোনোবাই এডাল দীঘল ৰচি দুই তিনি মাইল টানিহে আনিছিল। মোৰ লগত যদি কোনো বিদ্যাৰ্থী থাকিলহেঁতেন, তেতিয়াহলে মই তেওঁক এই দৰে বুজাই দিলোঁহেঁতেন যে নোট বুকত যি ৰেখা টনা হয় তাক এইদৰে সুন্দৰ আৰু সমানকৈ টনা উচিত। যেতিয়া চাৰিওফালৰ ভূমি সমতল হয়, তেতিয়া ইংৰাজ লেখকে তাক টেনিচ্ কৰ্টৰ উপমা দিয়ে। কিন্তু ক'ত টেনিচ্ কৰ্ট আৰু ক'ত বহুত মাইললৈকে বিয়পি থকা দীঘল, বহল আৰু বালিৰে পৰিপূৰ্ণ ভূমি—।

এই সকলোবোৰ দৃশ্য প্ৰাণভৰি চালোঁ। মন তৃপ্ত হোৱাৰ পাছতো চালোঁ। আগৰফালৰ পৰা চালোঁ, দাঁতিৰপৰা চালোঁ। আমি যে কিমান পুণ্যাত্মা ইয়াত সেই ভাবো মনলৈ নহাকৈ নাথাকিল। আকৌ ভাবিলোঁ এতিয়া কি কৰা উচিত? ইয়াৰ বিষয়ে লিখিব লগীয়াতো আছেই। যেতিয়া বজাই বস্তু পায়, তেতিয়া তাক ৰাজভঁৰাললৈ পঠিয়াই দিয়ে। নাৰীয়ে হাতত ফুল পালে তেওঁ তাক নিজৰ বেণীত গুজি নললে সুখ নাপায়।

প্ৰকৃতিৰ উপাসক লেখকে, যেতিয়া কোনো দৃশ্য পান কৰে, যেতিয়াৰ্লৈকে তেওঁ তাক লেখবদ্ধ বা কবিতাবদ্ধ নকৰে, তেতিয়ালৈকে শান্তি নাপায়। কিন্তু এইটোতো ঘৰলৈ যোৱাৰ পাছতহে কৰিব পৰা হব। তেতিয়াহলে এতিয়া ইয়াত কি কৰা উচিত? প্ৰকৃতিৰ বিস্তাৰ বহলেই হওক বা ওখই হওক, তাৰ আস্বাদ কেবল চকুৰে লব নোৱাৰি, ভৰিকো তাৰ ভাগ দিয়া উচিত।

আমি তাক বজলাৰ ওপৰৰপৰা পিছলি পিছলি আৰু হাঁহি-মেলি বালিৰ ওপৰেদি দৌৰি তললৈ নামিলোঁ। এনেতে আমি পৃথিবীৰ উদৰত লুপ্ত হৈ থকা ডাঙৰ ডাঙৰ মাণিক মোৰ ইফালে সিফালে দৌৰি ফুৰা দেখিলোঁ। কিমান সুন্দৰ ৰঙা চিকচিকিয়া বস্তু আছিল। মখমলৰ নিচিনা পাতল আৰু খুব ৰঙা, সেই লাৱণ্য আমি এই দৌৰি ফুৰা বস্তুবোৰৰ ভিতৰত দেখিবলৈ পালোঁ। কেকোৰাবোৰ যিমান আকৰ্ষণীয় আছিল সিমান ভয়াবহো। যদি আহি কৰবাত চেপি ধৰে, তেতিয়াহলে আমাৰ ভৰিৰ পৰাও সিহঁতৰ নিচিনা ৰঙা তেজ বৰলৈ ধৰিব। সেই কাৰণে ভয় লাগিছিল। কিন্তু সিহঁত যিমান ভয়াবহ আছিল সিমান ভয়াতুৰো। মানুহ দেখিলে তৎক্ষণাত নিজৰ গাতৰ ভিতৰত সোমাই পৰে। আমি সিহঁতৰ পাছত দৌৰিলোঁ আৰু সিহঁতৰ লৰা ঢাপৰা চাই আনন্দ পালোঁ।

দৌৰোঁতে দৌৰোঁতে আমি বহুতো সৰু ডাঙৰ শামুক দেখিলোঁ। ইহঁতৰ ওপৰৰ আকৃতি দেখি মোৰ এনেকুৱা বিশ্বাস হৈছিল যেন ইহঁতৰ আকাৰ চায়েই ইয়াৰ মন্দিৰৰ কলচী তৈয়াৰ কৰা হৈছে। চোফাৰীৰ আকাৰতকৈ এই আকাৰ কলাৰ দৃষ্টিত বেছি সুন্দৰ আছিল। মদালসাই এনেকুৱা কেইবাটাও শামুক বাচি ললে। ইয়াৰ দুয়োফালে ছুটা ফুটা থকা কাৰণে অতি সহজে মালা গুঠিব পাৰি।

সাগৰৰ তট, তাৰ ঢৌ, ৰঙা কেকোৰা আৰু এই শামুকবোৰ—এই বিষয়ে কথা পাতি পাতি আমি উলটি আহিলোঁ। কেইটামান নীলা পছুমো আমি লগত ললোঁ আৰু লগতে ভাৰত দৰ্শনৰ মূল্য আগতকৈ এগুণ বাঢ়ি গল; এই সন্তোষতে ঘৰলৈ উলটিলোঁ।

যেতিয়া এই বাৰ আকৌ বালাসোৰলৈ আহিলোঁ, তেতিয়াই এই সকলো দৃশ্য প্ৰত্যক্ষভাবে মনত পৰিল। আৰু প্ৰধানতঃ সেই কাৰণে আমি আকৌ চান্দীপুৰলৈ যোৱাৰ কাৰ্য্যসূচী তৈয়াৰ কৰিলোঁ।

আকাশ মেঘে আবৰি আছিল। তথাপি আমি এইটো আশা কৰিছিলোঁ যে চান্দীপুৰ পোৱাৰ পাছত পানীৰ পৰা ওলোৱা সূৰ্য্য দেৱতাক দৰ্শন কৰিম। গতিকে চাৰে তিনিবজাত উঠি নিত্য-কৰ্ম পূৰা কৰিলোঁ। চাৰিবজাত ডাঃ ভুবনচন্দ্ৰ দেৱৰ মটৰ অনালো আৰু মটৰেৰে আঠ মাইল বাট পাৰ হৈ চান্দীপুৰ পালোঁহি। বাটত কোনো খাল বাম নাছিল বা শ্ৰীকৃষ্ণৰ চকুৰ লগত প্ৰতিযোগিতা কৰা নীল কমলো। মোৰ প্ৰায় এই বিশ্বাস হৈ গৈছিল যে আমি সেই ঢৌবো দেখিবলৈ নাপাম। অষ্টমীৰ চন্দ্ৰ আকাশত নিষ্প্ৰভভাবে জিলিকি আছিল। সেই কাৰণে মই ভাবিছিলোঁ যে ইয়াত কেবল শান্ত সৰোবৰহে দেখিবলৈ পাম। আমি আমাৰ পৰিচিত ডাক বঙ্গলাৰ চোতাললৈ আহিলোঁ আৰু দেখিলো যে পানী কেতিয়াবাই উলটি গল। দূৰন্ত যোলা পানীবোৰ ঠিক স্তূপৰ নিচিনা লাগিছিল। কেবল চাৰিওফালে অপাৰ বালিৰাশি—। যদি আমি আৰু আগতে আহি পালোঁহিহেঁতেন, তেতিয়াহলে সূৰ্য্যই পানীত ডবি থোৱা দেখিলোহেঁতেন। আকাশত মেঘ আছিল, কিন্তু সূৰ্যাৰ ওচৰৰ আকাশখন আছিল স্বচ্ছ আৰু সুন্দৰ। লগতে খণ্ড খণ্ড শ্যামল মেঘবোৰে সূৰ্য্যৰ শোভা বৰ্দ্ধন কৰিছিল। আকাশৰ এই শোভা দেখি মই সূৰ্য্যক সেৱা কৰিবলৈকো পাহৰি গৈছিলোঁ। মই কেবল অঞ্জলি কৰি অৰ্ঘ্য অৰ্পণ কৰিলোঁ আৰু দূৰত সাগৰৰ পৰা ওলোৱা সূৰ্য্য নাৰায়ণক উপস্থান কৰিলোঁ। মনুৰ শ্লোক মনত পৰিল :

আপো নৰো ইতি প্ৰোক্তা আপো বৈ নৰ-সূনৰঃ।
তা যদস্য অয়নং জাতম্ ইতি নাৰায়ণঃ স্মৃতঃ॥

এনেতে অমৃতলালে গান গালে :—
'প্ৰথম প্ৰভাত উদিত তব গগনে।'

তলৰ বালি পাৰলৈ আমাৰ বেছি সময় নালাগিল। লাজকুৰীয়া কেকোৰাবোৰে সিহঁতৰ গাঁতত সোমাই আমাক সাদৰ সম্ভাষণ জনালে।

সাগৰৰ পৰা উলটি অহা পানীবোৰে আমাক দূৰৈৰ পৰা ইঙ্গিত কৰি সুধিলে —"তোমালোকো ইয়ালৈকে আহিবা নেকি?" পানীৰ নিমন্ত্ৰণক বাৰু কেনেকৈ প্ৰত্যাখান কৰা যায়?

আমি আগ বাঢ়ি গলোঁ। মাজে মাজে দুই চাৰি আঙুল মান দ পানী দেখি ভৰি থপ্ থপাই যাবলৈ ধৰিলোঁ কেতিয়াবা সূৰ্য্যক চাবলৈ ইচ্ছা হয়, কেতিয়াবা আকৌ পাছফালে মূৰ ঘূৰাই পাৰৰ ফালে চাবৰ মন যায়। কিছুমান ঝাউ গছ, দুই এটা জুপুৰী, দাতব্য বিভাগৰ পতাকা অথবা ওখ স্তম্ভ, তাত ইয়াতকৈ আৰু বেচি আকৰ্ষণীয় বস্তু একো নাছিল বৰং ভৰিৰ ওচৰৰ পানীত প্ৰতিবিম্বিত মেঘৰ শোভা আছিল অধিক আনন্দ দায়ক। পাছলৈ অাঁতৰি যোৱা পানীৰ সৌন্দৰ্য্য দেখি আমিও তাৰ লগে লগে আৰু কিমান দূৰলৈ গলোহেঁতেন। কিন্তু আমি এইটো কথা পাহৰা নাছিলোঁ যে আমাৰ হাতত আন কামো আছে। আৰু বাহ্নি লোৱা সময়ৰ বাহিৰে ইয়াত বেছি সময় কটাবও নোৱাৰোঁ। পাৰৰ পৰা কিমান দূৰ আহিছোঁ আমি প্ৰতিটো খোজ লেখি লেখি উলটি আহিলোঁ। প্ৰায় এহেজাৰ খোজ কঢ়াৰ পাছতে আমি আগৰ ঠাই পালোহি। ওপৰলৈ উঠি চাই দেখিলোঁ যে চঞ্চল পানীবোৰ লাহে লাহে আমাৰ পাছে পাছে আহি আছে আৰু পানীবোৰ অহা দেখি কিছুমান জালোৱাই বালিৰ পটত নিজৰ জালৰ সূতা বান্ধি তাত নিজৰ জালবোৰ শুকাই আছে।

আমি খোৱা-বোৱাতকৈ প্ৰাৰ্থনাকহে বেছি গুৰুত্ব দিওঁ। এই কাৰণে আমাৰ বৰ্ণনা এই ধৰণে শেষ হয়। 'প্ৰাৰ্থনা কৰিলোঁ, আৰু তাৰ পাছত জলপান খালোঁ।' এজন বন্ধুৱে কলে যে আজিকালি যেতিয়া ইয়াত টোপ বাৰুদ ফুটাই তেতিয়া ভুইকঁপৰ দৰে গোটেই ধন গাঁও কঁপি উঠে।

যা হওক, যিদৰে বিপ্লৱৰ পাছত শান্তি আহে সেইদৰেই এই সকলোবোৰ আকাশত বিলীন হৈ গৈছিল আৰু শেহত চাৰিওফালে নীৰৱতা বিয়পি পৰিছিল।

ওঁ শান্তিঃ শান্তিঃ শান্তিঃ।

মে, ১৯৪১ চন।

প্ৰত্যেকটো ঢৌৰেই পাৰলৈ আহে আৰু আকৌ উলটি যায়। ই এক প্ৰকাৰৰ জোৱাৰ-ভাটাই, কিন্তু ই ক্ষণজীবী। ডাঙৰ ডাঙৰ জোৱাৰ-ভাটা বাৰ ঘণ্টাৰ মূৰে মূৰে আহে। সিয়ো এক ৰকম ডাঙৰ ঢৌয়েই। যাৰ ঢৌ বাৰ ঘণ্টাৰ জোৱাৰ ভাটা, সেই জোৱাৰ ভাটা কেনেকুৱা ধৰণৰ? অক্ষয় তৃতীয়াৰ জোৱাৰ যদি বছৰৰ সকলোতকৈ ডাঙৰ জোৱাৰ হয়, তেতিয়াহলে সকলোতকৈ সৰু জোৱাৰনো কি?

আমি যি উশাহ-নিশাহ লওঁ, সিয়ো এক প্ৰকাৰৰ জোৱাৰ-ভাটাই। অন্তৰত স্পন্দন হয়, আৰু তাৰ লগে লগে গোটেই শৰীৰত তেজ চলাচল কৰে, সিয়ো এক ধৰণৰ জোৱাৰ-ভাটায়েই। লৰা-কাল, যৌৱন-কাল আৰু বুঢ়া কালো ডাঙৰ জোৱাৰ-ভাটা। এইদৰেই জোৱাৰ-ভাটাৰ ক্ৰম বিশালৰ-পৰা বিশালতৰ হৈ গোটেই বিশ্ব ব্যাপ্ত হৈ পৰে। যিফালেই চোৱা যায়, সেইফালেই কেৱল জোৱাৰ-ভাটাই জোৱাৰ-ভাটা। ৰাষ্ট্ৰৰোৰৰো জোৱাৰ ভাটা হয়। সংস্কৃতিবোৰৰ জোৱাৰ-ভাটা হয়। ধৰ্মৰো জোৱাৰ-ভাটা হয়। প্ৰত্যেক ভাটাৰ পাছত জোৱাৰক প্ৰেৰণা দিয়ে শ্ৰীৰামচন্দ্ৰ আৰু শ্ৰীকৃষ্ণৰ নিচিনা অৱতাৰী পুৰুষে। সাগৰৰ জোৱাৰ-ভাটাক প্ৰেৰণা দিওঁতা চন্দ্ৰক দেখিয়েই ৰাৰু ৰাম আৰু কৃষ্ণক চন্দ্ৰৰ লগত উপমা দিয়া হ'ল নেকি? কবিয়ে কয় যে এওঁলোক দুয়োৰো ৰূপ-লাৱণ্য আহ্লাদজনক আছিল আৰু এই কাৰণেই এওঁলোকক চন্দ্ৰৰ উপমা দিয়া হৈছে। কবিয়ে যি কয় সি ঠিক হোৱাই উচিত। কিন্তু এইদৰে কিয় কোৱা নহয়, যে এই দুয়ো ধৰ্মৰ ভাটাক বাধা দিয়া আৰু নতুন জোৱাৰক গতি দিয়া ধৰ্মচন্দ্ৰ আছিল, সেই-কাৰণেই চন্দ্ৰৰ সৈতে তেওঁলোকৰ উপমা দিয়া হৈছে? লাগিলে এই অৰ্থটো এতিয়ালৈকে কোৱা নহওক, কিন্তু তথাপি নিজৰপৰা আমি ইয়াকেহে মানিম যে ধৰ্ম সাগৰৰ চন্দ্ৰৰ কাৰণেই তেওঁলোকৰ নামৰ পাছত ৰামচন্দ্ৰ আৰু কৃষ্ণচন্দ্ৰ থোৱা হৈছে।

যি পানীৰ ঠাইত মাটি আৰু মাটিৰ ঠাইত পানী আনিব পাৰে, তাক 'অঘটিত-ঘটনা-পটীয়সী' ঈশ্বৰৰ মায়া বুলি কয়। ইয়াত আমি লগায়

এনেকুৱা ধৰণৰ মায়াৰ দৰ্শন কৰি আহিছোঁ, তথাপি বাক আমি কিয় ভক্তি-নম্র নহওঁ? কিমান অঘটন ঘটনা প্ৰত্যেক দিনাই ঘটি থাকে, এই কাৰণেই ইয়াৰ মূল্য নাইকিয়া হৈ যাব নেকি? মোৰ জীৱনত তিনিটা বস্তুৱে মোৰ মনত বৰ দকৈ সাঁচ বহুৱাইছে। হিমালয়ৰ উত্তুঙ্গ শৃঙ্গ কৃষ্ণ-পক্ষৰ ৰাতিৰ ৰত্ন-খচিত গম্ভীৰ আকাশ, আৰু বিশ্বাত্মাৰ অখণ্ড স্তোত্ৰ গোৱা মহাসাগৰ। তিনিহেজাৰ বছৰৰ আগতে হওক বা দুহেজাৰ বছৰৰ আগতে (ইয়াত হেজাৰৰ লেখেই নহয়) ভগৱান বুদ্ধৰ ভিক্ষুৱে দেশ-বিদেশত তথাগতৰ বাণী বিলাই দি এই সাগৰৰ পাৰলৈকে আহিছিল চাগৈ। যি সময়ত সোপাৰৰ পৰা আৰম্ভ কৰি কানহেৰীলৈকে, তাৰপৰা ঘাৰাপুৰীলৈকে আৰু থানা জিলা বা পুনা জিলাৰ সীমাত অৱস্থিত নানাঘাট, লেন্যাদ্রি, জুন্নৰ আদি ঠাইলৈকে কাৰ্লা আৰু ভাজাৰ প্ৰাচীন পাহাৰলৈকে আৰু এইফালে নাচিকৰ পাণ্ডৱ-গুহাবোৰলৈকে শান্তি সাগৰৰ নিচিনা বৌদ্ধ-ভিক্ষু সকলে বিহাৰ কৰিছিল, সেই সময়ৰ ভাৰতীয় সমাজ আজিতকৈ ভিন্ন আছিল। সেই সময়ৰ প্ৰশ্ন আজিতকৈ বেলেগ আছিল। তেতিয়াৰ কাৰ্য্য-পদ্ধতি আজিতকৈ ভিন্ন আছিল। কিন্তু সেই সময়তো এই সাগৰ আজিৰ দৰেই আছিল। সেই দিনতো ই আজিৰ দৰেই গৰজিছিল চাগৈ। 'দৃশ্য মাত্ৰই নশ্বৰ' কেৱল এক কৰ্মহে সত্য, যাৰ সংযোগ হয়, তাৰ বিয়োগো হয়, যি সংযোগ বিয়োগৰ ওপৰলৈ উঠি যায়, তেঁৱেই হে শ্বাশত নিৰ্বাণ লাভ কৰে।' আজিৰ দৰে সেই সময়তো মহাসাগৰে এই বাণী বিলাইছিল। আজি সেই যুগ নাই। মহাসাগৰৰ নামো সলনি হৈ গল; কিন্তু তেওঁৰ বাণী সলনি হোৱা নাই। যি জোৱাৰ আটাইতকৈ ওপৰলৈ উঠি গল, তেঁৱেই শ্বাশত শান্তি লাভ কৰিলে। তেঁৱেই বুদ্ধ। তেঁৱেই সু-গত। তেওঁ চিৰদিনৰ কাৰণে গুচি গল। জোৱাৰ আকৌ আহিব। ভাটা আকৌ আহিব। কিন্তু তেওঁ আৰু উলটি নাহে। তথাগত সঁচাকৈয়ে সু-গত।

বোৰভী ৭মে, ১৯২৭ চন।

## ৬১। অৰ্ণৱৰ আমন্ত্ৰণ

সমুদ্ৰ বা সাগৰৰ নিচিনা পৰিচিত শব্দ এৰি মই কেৱল অৰ্ণৱ শব্দ আমন্ত্ৰণৰ লগত অনুপ্ৰাসৰ লোভত পচন্দ কৰা নাই। অৰ্ণৱ শব্দৰ পাছত ওখ ওখ ঢৌৰ অথণ্ড তাণ্ডৱ সংযুক্ত হৈ আছে। ধুমুহা, অসুখ, অশান্তি, প্ৰবাহ আৰু প্ৰত্যেক ধৰণৰ বান্ধোনৰ প্ৰতি বিদ্বেষ আদি সকলো ভাব অৰ্ণৱ শব্দত আহি পৰে। অৰ্ণৱ শব্দৰ ধাতুগত অৰ্থ আৰু তাৰ উচ্চাৰণ দুয়োটাই এই ভাৱক সহায় কৰে। সেই কাৰণেই কেইবাবাৰো বেদত অৰ্ণৱ শব্দৰ ব্যৱহাৰ সাগৰৰ বিশেষণৰূপে কৰা হৈছে। বিশেষকৈ বেদত বিখ্যাত অঘমৰ্ষণ সূত্ৰত যি অৰ্ণৱ সাগৰৰ উল্লেখ আছে সি তাৰ ভব্যতাৰ সূচনা কৰে। মোৰ যেন আজিৰ আমাৰ এই পৃথিৱীৰ সন্মুখত এনেকুৱা অৰ্ণৱৰ বাণী ডাঙি ধৰিবলৈ শক্তি হওক, এই কাৰণে মই বৈদিক দেৱতা সাগৰ-সম্ৰাট বৰুণক বন্দনা কৰিছোঁ।

য'ত বাট নাই তাত বাট সাজি দিয়া দেৱতা হৈছে বৰুণ। যেতিয়া ধুমুহাৰ তাণ্ডৱত মৰুভূমিত বালিৰ ঢৌ উঠে, তেতিয়া তাতো যাত্ৰী সকলক দিগ্‌দৰ্শন কৰাওঁতা হৈছে বৰুণ, আৰু অনন্ত আকাশত ত্ৰিখণ্ড যাত্ৰী পক্ষী-বোৰক আকাশী পথ দেখুৱাওঁতাও হৈছে বৰুণেই। বেদকালীন ভূজ্যুৰ যুগৰ পৰা আৰম্ভ কৰি আজিলৈকে যিবিলাকে সাগৰৰ কাম কৰে সেই সকলকো বৰুণ দেৱতায়ে পথ দেখুৱায়। সেইদৰে নতুন নতুন অজ্ঞাত ক্ষেত্ৰত প্ৰবেশ কৰি নতুন নতুন বাট সজোৱা যমৰাজ বা অগস্তিক সাহস আৰু প্ৰেৰণা দিয়া দীক্ষাগুৰুও বৰুণেই।

যিদৰে বৰুণ পথিকসকলৰ পথপ্ৰদৰ্শক সেইদৰে তেওঁ মানৱ জাতিৰ কাৰণে ন্যায়বিচাৰৰ দেৱতাও। তেওঁৰ 'ঋতম্' আৰু 'সত্যম্'ৰ সৈতে পূৰ্ণ সাক্ষাৎকাৰ হৈছে। সেই কাৰণেই তেওঁ প্ৰত্যেক আত্মাক সত্যৰ পথেদি যাবলৈ প্ৰেৰণা দিয়ে। ন্যায় অনুসৰি চলাত যি সৌন্দৰ্য্য আছে, সমাধান আছে আৰু যি অন্তিম সফলতা আছে তাক বৰুণৰপৰা শিকি লওক। আৰু যদি কোনো লোভী, অদূৰদৰ্শী মানুহে বৰুণৰ এই ন্যায়-নিষ্ঠাক অনাদৰ কৰে, তেতিয়াহলে বৰুণে তেওঁক জলোদৰ বেমাৰৰ যোগে কষ্ট দিয়ে, যাতে মানুহে এইটো বুজিব পাৰে যে লোভৰ ফল কেতিয়াও ভাল নহয়।

যিদৰে পৰম-মঙ্গল কল্যাণকাৰী সদাশিৱই নিজৰ মহত্ব অক্ষুণ্ণ ৰাখিবৰ কাৰণে ৰুদ্ৰৰূপ ধাৰণ কৰে, সেইদৰেই ৰত্নাকৰ সাগৰেও ভয়াতুৰ মানুহক অট্ট-হাঁহি হঁহা ঢৌৰ পৰা দূৰত ৰাখে। কোমল বনস্পতি আৰু লম্পট মানুহ যাতে সাগৰৰ পাৰত আহি স্থায়ীভাৱে বসবাস নকৰে এই কাৰণে তেওঁ জোৱাৰভাটাৰ যোগেদি সকলো মানুহক বুজাই দিয়ে যে তোমালোক মোৰপৰা ইমানখিনি আঁতৰত থকা উচিত।

যেতিয়া সাগৰৰ পাৰত থিয় হৈ ঢৌবোৰ অহা-যোৱা কৰা দেখোঁ, পূৰ্ণিমা আৰু অমাৱস্যাৰ জোৱাৰ অহা যোৱা কৰা দেখোঁ আৰু এই বিষয়ে বুদ্ধিও মূক হৈ যায়, তেতিয়া অন্তৰাত্মাই কৈ উঠে—"ইমানখিনি কথাও নুবুজানে? যিদৰে তুমি উশাহ ললে, তোমাৰ বুকু ওফন্দে, সেইদৰেই বিৰাট সাগৰৰ ইয়েই স্পন্দন, তাৰ ই আবেগ। পৃথিৱীত থকা মানুহে যি পাপ আৰু অত্যাচাৰ কৰে, তেওঁলোকক ক্ষমা কৰিব পৰা শক্তি লাভ কৰিবৰ কাৰণেই মহাসাগৰে হৃদয়ৰ ইমান ব্যায়াম কৰিবলগীয়া হৈছে। যি ঢৌৱে দুৰ্বল মানুহক ভয় খুৱাই, সেই ঢৌৱেই পৰাক্ৰমী আৰু ৰসিক মানুহক নিজৰ ফেনৰ যোগেদি নিমন্ত্ৰণ জনাই কয়—"আহক। এই অচল মাটিত কিয় থিয় হৈ আছে? যদি এইদৰে থিয় হৈ থাকে, তেতিয়াহলে আপোনাৰ গাত মামৰ ধৰি যাব। এখন নাও আনি তাত বহি পৰক, তাৰ পাল মেলাই যি বতাহে যলৈকে লৈ যায় বলক। আমি সকলো সাগৰৰ সন্তান, কিন্তু আমাৰ শিক্ষাগুৰু হৈছে 'বতাহ'। তেওঁ যিদৰেই নচুৱাব, আমি সেইদৰেই নাচিম। আপুনিও সেই ব্ৰতকে লৈ আমাৰ লগত বলক।" যাৰ অন্তৰত উৎসাহ আৰু উন্মাদনা আছে তেওঁ এই নিমন্ত্ৰণ গ্ৰহণ নকৰাকৈ থাকিব নোৱাৰে।

সকতে জানো আপুনি সিন্দবাদৰ গল্প পঢ়া নাই? সিন্দবাদৰ ওচৰত বহুত ধন-সোণ আছিল; মাটি-বাৰী আদি সকলো আছিল। নিজৰ ভালপোৱাৰে তেওঁৰ অন্তৰ পূৰ্ণ কৰি দিওঁতা আত্মীয় স্বজনো কম নাছিল। তথাপি যেতিয়া তেওঁ সাগৰৰ গৰ্জন শুনে, তেতিয়া তেওঁ ঘৰৰ ভিতৰত থাকিব নোৱাৰে। ঢৌৰ দোলনা এৰি পালেঙৰ ওপৰত শুই থকা মানুহবোৰ কাপুৰুষ। সিন্দবাদৰ অন্তৰে কলে—'বলা'। আৰু তেওঁ সমুদ্ৰ যাত্ৰাৰ

কাৰণে ঘৰৰ পৰা ওলাই পৰিল। তেওঁ যথেষ্ট কষ্ট কৰিলে আৰু তেওঁৰ মধুৰ অনুভৱতকৈ তিক্ত অনুভৱহে বেচি হ'ল। গতিকে সুৰক্ষিত ভাবে উলটি অহাৰ পাছত তেওঁ আৰু সমুদ্ৰ যাত্ৰাৰ নাম পৰ্য্যন্ত নলওঁ বুলি শপত খালে।

কিন্তু ই যে মানুহৰ সংকল্প। এই সংকল্পত তেওঁ সম্ৰাট বৰুণ দেৱতাৰ আশীৰ্বাদ পোৱা নাছিল। কিছুদিনৰ পাছৰ কথা। তেওঁৰ মনত পাৰিবাৰিক জীৱন বিষতুল্য হৈ পৰিল। যেতিয়া তেওঁ ৰাতি শোৱে, তেতিয়া তেওঁৰ চকুলৈ টোপনি নাহে। চোৰে যেন অবিৰাম তেওঁৰ লগত কথা পাতে। শেষ ৰাতি যেতিয়া তেওঁৰ অলপ তন্দ্ৰাৰ ভাব হয়, তেতিয়া সপোনত তেওঁ চোৰবোৰক জপিওৱা আৰু তেওঁক আঙুলি জোকাৰি মতা দেখে। বেচেৰাই আৰু কিমান দিন নিজৰ জেদ অটুট ৰাখিব ? যদি তেওঁ অন্যমনস্ক হৈ অলপ ফুৰিবলৈ ধৰে, তেতিয়া তেওঁৰ ভৰি বাগিচাৰ বাট এৰি সাগৰৰ স্বচ্ছ আৰু চিকমিকিয়া বালিৰ ফালেহে যাবলৈ ধৰে। শেহত তেওঁ ভাল'ভাল জাহাজ কিনিলে, সাহসী মানুহক খালাছী ৰাখিলে, নিজৰ লগত নানা ৰকমৰ বস্তু-বাহানি ললে আৰু 'জয় দৰিয়াপীৰ' বুলি কৈ আটাইবোৰ জাহাজ সাগৰত এৰি দিলে।

এইটো হৈছে কাল্পনিক সিন্দবাদৰ সাধু। কিন্তু আমাৰ ইয়াৰ সিংহপুত্ৰ বিজয় ঐতিহাসিক পুৰুষ আছিল। বাপেকে তেওঁক কলৈকো যাবলৈ দিয়া নাছিল। তেওঁ বাপেকক বহুত কাকুতি মিনতি কৰিলে। কিন্তু বাপেক সম্মত নহল। শেহত তেওঁ নিৰুপায় হৈ উপদ্ৰৱ আৰম্ভ কৰিলে। প্ৰজা সন্ত্ৰস্ত হৈ পৰিল আৰু ৰজাৰ আগত গৈ কলে—"মহাৰাজ। যদি আপোনাৰ লৰাক নিৰ্বাসন দিয়ে দিয়ক ;' নহলে আমিয়েই আপোনাৰ ৰাজ্য এৰি আন ঠাইলৈ গুচি যাওঁ।" ৰজাই ডাঙৰ ডাঙৰ জাহাজ আনিলে। তাত তেওঁৰ নিজৰ পুতেকক আৰু তেওঁৰ উৎপতীয়া বন্ধুবোৰক তুলি দি কলে—"এতিয়া যলৈ যাব খোজা যোৱাহঁক। কিন্তু আকৌ ইয়াত আৰু নিজৰ মুখ নেদেখুৱাবাহঁক।" তেওঁলোক গুচি গল। তেওঁলোকে সৌৰাষ্ট্ৰৰ বন্দৰ এৰিলে। ভৃগুকচ্ছ পাৰ হ'ল, সোপাৰা, দাভো এৰি একেবাৰে মঙ্গলাপুৰী পালেগৈ। তাতো তেওঁলোক থাকিব নোৱাৰিলে। শেহত সাহসৰ সৈতে আগবাঢ়ি গৈ তাম্ৰদ্বীপত বাস কৰিলে। তাৰ ৰজা হ'ল। বিজয়ৰ

বাপেকে তেওঁক উলটি যাবলৈ মানা কৰিছিল। কিন্তু তেওঁৰ লগত আৰু কোনো যাব নোখোজিব, তেনেকুৱা আদেশ দিয়া নাছিল। এতেকে বহুত সমুদ্ৰবীৰে বিজয়ৰ পথেদি গৈ নতুন নতুন ৰাজ্য জয় কৰিবলৈ ধৰিলে। তেওঁলোক জাভা আৰু বালিদ্বীপলৈকে গল। তাৰ সমৃদ্ধি, তাৰ বায়ু-মণ্ডল আৰু তাৰ প্ৰাকৃতিক সৌন্দৰ্য্য দেখাৰ পাছত বাৰু তাৰপৰা উলটি আহিবৰ কাৰ ইচ্ছা হয়? তাৰ পাছত যোৱাৰ পুতেকে সমগ্ৰ পশ্চিম দাঁতি পাৰ হৈ লঙ্কাৰ জীয়াৰীক বিয়া কৰোৱাটো একৰকম নিয়ম হৈ পৰিল।

ইফালে বঙ্গ প্ৰদেশৰ নদীনালবিলাকে নৈৰ মুখেদি সাগৰত প্ৰবেশ কৰিবলৈ ধৰিলে। যি বন্দৰৰ পৰা ওলাই তাম্ৰদ্বীপলৈ যাব পাৰি, তেওঁলোকে সেই বন্দৰৰ নামকে তাম্ৰলিপ্তি ৰাখিলে। এইদৰে তাম্ৰ দ্বীপ লঙ্কাত অঙ্গ-বঙ্গৰ বঙ্গালী, উৰিষ্যাৰ কলিঙ্গ আৰু পশ্চিম ফালৰ গুজৰাটী সকল একত্ৰ হ'ল। মাদ্ৰাজৰ ফালৰ দ্ৰাবিড় সকল কেতিয়াবাই আহিছিল। এনেদৰেই পূব পশ্চিম আৰু দক্ষিণ ভাৰতে নিজৰ নিজৰ অৰ্ণৱৰ আমন্ত্ৰণত লঙ্কাত একত্ৰ হ'ল।

ভগবান বুদ্ধই নিৰ্বাণৰ পথ বিচাৰি উলিয়ালে আৰু নিজৰ শিষ্যক আদেশ দিলে যে "দশোদিশত এই অষ্টাঙ্গিক ধৰ্মতত্ত্ব প্ৰচাৰ কৰা।" তেওঁ নিজেও চল্লিছ বছৰ উত্তৰ ভাৰতত প্ৰচাৰ কাৰ্য্য চলালে। আসেতু হিমালয়লৈকে নিজৰ ৰাজ্য বিস্তাৰ কৰিবৰ কাৰণে ওলোৱা সম্ৰাট অশোকে এই দিগ্বিজয়ৰ সপোন ত্যাগ কৰি ধৰ্ম-বিজয় কৰিবলৈ মন মেলিলে। ধৰ্ম-বিজয়ৰ অৰ্থ আজিৰ দৰে ধৰ্মৰ নামত দেশ-দেশান্তৰৰ প্ৰজাক লুট-পাত কৰি, পৰাধীন কৰা, ভ্ৰষ্ট কৰা নহয়, বৰং মানুহক কল্যাণৰ পথ দেখুৱাই নিজৰ জীৱন কৃতাৰ্থ কৰাৰ অষ্টাঙ্গিক পথ দেখুৱা। যি ভগবান বুদ্ধই স্বয়ং গড়ৰ দৰে নিৰ্ভীক হৈ অৰণ্যত ঘূৰি ফুৰিছিল, তেওঁৰ সাহসী শিষ্যসকলে অৰ্ণৱৰ আমন্ত্ৰণ শুনি দেশ-বিদেশলৈ যাবলৈ ধৰিলে। কিছুমান পূবফালে গল আৰু কিছুমান পশ্চিমফালে। আজিও পূব আৰু পশ্চিম সাগৰৰ পাৰৰ পৰ্বত খান্দিলে এই ভিক্ষুসকলৰ বিহাৰ পোৱা যায়। সোপাৰা কানহেৰী, ঘাৰাপুৰী আদি ঠাইবোৰ বৌদ্ধ-মিছনেৰীসকলৰ বিদেশ যাত্ৰাৰ চিন। উৰিষ্যাৰ খণ্ড-গিৰি আৰু উদয়গিৰি গুহায়ো এই সত্যৰ প্ৰমাণ দিয়ে।

এই বৌদ্ধ ধৰ্মাৱলম্বী প্ৰচাৰকসকলৰ পৰা প্ৰেৰণা পাই প্ৰাচীন কালৰ খৃষ্টানসকলো সাগৰৰ পথেদি ওলাই আহিল আৰু তেওঁলোকে বহুত দেশত গুৰু ব্ৰহ্মচাৰী যীশুখৃষ্টৰ বাণী বিলালে।

যিবিলাকে নিজৰ কাৰণে সমুদ্ৰ-যাত্ৰা কৰে তেওঁকো সাগৰে সহায় কৰে। কিন্তু বৰুণে কয়—"স্বাৰ্থপৰ মানুহক মই ভাল নাপাওঁ; যি সকল কেৱল পবিত্ৰ-ধৰ্ম প্ৰচাৰৰ কাৰণে ওলায়, তেওঁলোকেহে মোৰ আশীৰ্বাদ পায়। লাগিলে সেই মন্দিৰ মহেন্দ্ৰৰে হওক, সঙ্ঘমিত্ৰাৰে হওঁক বা বিবেকানন্দৰে হওক। চেণ্ট ফ্ৰান্সিস জেৱিয়ৰে হওক বা তেওঁৰ গুৰু ইগ্নেচিয়স্ লোয়লাৰে হওক।"

এতিয়া সাগৰৰ সহায় লৈ নিজৰ স্বাৰ্থ সিদ্ধিকৰা মানুহবোৰৰ অৱস্থা চাওক। কিছুমান মানুহে বেলুচিস্থানৰ দক্ষিণফালে থাকি পশ্চিম সাগৰ পাৰহৈ যাত্ৰা কৰিছিল। সেই কাৰণে ভাৰতৰ বেপাৰ বাণিজ্য প্ৰায় ভাগ তেওঁলোকৰ হাতত আছিল। তেওঁলোকে জানি-শুনি ইয়াক নিজৰ হাতত ৰাখিব খুজিছিল। এতেকে এজন বৰুণ পুত্ৰই ভাবিলে যে আমি আন নৌ-পথ বিচাৰি উলিয়াব লাগে। বৰুণে তেওঁক কলে যে যদি অমুক মাহত তোমাৰ জাহাজ আৰব-সাগৰৰ বন্দৰৰ পৰা এৰিব পাৰা, তেতিয়াহলে তুমি গৈ একেবাৰে কালীকট পাবাগৈ। দুই এমাহমান তুমি ভাৰতবৰ্ষত বেপাৰ কৰি উলটি আহিবৰ কাৰণে সাজু হৈ থাকিবা, ইতিমধ্যে মই আকৌ মোৰ বতাহেৰে তুমি যি বাটেদি আহিছিলা, তোমাক সেই বাটেদিয়েই তোমাৰ দেশলৈ লৈ আহিম। এই সাধু খৃষ্টাব্দ পূৰ্ব ৫০ বছৰৰ আগৰ। প্ৰাচীন কালত পশ্চিমফালে দূৰ-দূৰণি লৈকে 'বাইকি' নামৰ এবিধ জলদস্যু আছিল। তেওঁলোক বৰুণৰ প্ৰিয় আছিল। গ্ৰীণলেণ্ড, আইচলেণ্ড, বৃটেইন আৰু স্কেণ্ডিনেভিয়াৰ মাজৰ শীতল আৰু উচ্ছৃঙ্খল সাগৰত তেওঁলোকে যাত্ৰা কৰিছিল। আজিৰ ইংৰাজসকল তেওঁলোকৰে বংশধৰ। সাগৰৰ পাৰত অৱস্থিত নৰৱে, বৃটেইন, ফ্ৰান্স, স্পেন আৰু পৰ্তুগাল আদি দেশবোৰে পাল পালকৈ সাগৰ যাত্ৰা কৰিলে। এই সকলোবোৰ মানুহ ভাৰতবৰ্ষলৈ আহিব খুজিছিল। কিন্তু মাজত পূবফালে মুছলমানৰ ৰাজ্য আছিল। ইয়াক পাৰ হৈ বা তেওঁলোকক ভুৰা দি

ভাৰতবৰ্ষৰ পথ উলিয়াব লগীয়া হৈছিল। সকলোৰেই বৰুণ দেৱতাৰ উপাসনা আৰম্ভ কৰিলে আৰু সাগৰৰ পথেদি আহিবলৈ ধৰিলে। কিছুমান গল উত্তৰ ধ্ৰুৱৰ ফালে আৰু কিছুমান আমেৰিকাৰ ফালে। কিছুমান মানুহে বিপৰীত পথেদি আফ্ৰিকা প্ৰদক্ষিণ কৰিলে, আৰু শেহত আহি সকলোবোৰ ভাৰতবৰ্ষ পালেহি। সমুদ্ৰ লক্ষ্মীৰ পিতা। ইয়াত যি যাত্ৰা কৰে তেওঁ নিশ্চয় লক্ষ্মীৰ কৃপাপাত্ৰ হয়। এই সকলোবোৰ মানুহে নতুন নতুন দেশ জয় কৰিলে। ধন সম্পত্তি গোট খুৱালে, কিন্তু তেওঁলোকে বৰুণ দেৱতাক যথাযোগ্য সম্মান দেখুৱাবলৈ পাহৰি গল। বৰুণ-দেৱতা হৈছে ন্যায়ৰ দেৱতা। তেওঁৰ হাতত ধৈৰ্য্য, পুণ্য সকলোৰেই আছে। যেতিয়া তেওঁ দেখিলে যে মই এওঁলোকক সাগৰৰ ৰাজ্য দিছোঁ, কিন্তু এওঁলোকে ৰজাৰ ন্যায়-ধৰ্ম পালন কৰা নাই; তেতিয়া বৰুণ ৰজাই তেওঁৰ আশীৰ্বাদ ঘূৰাই ললে আৰু এই সকলোবোৰ মানুহক উদৰী বেমাৰৰ যোগেদি শাস্তি দিলে। এতিয়া এই দেশবোৰে ভাৰতবৰ্ষ আৰু আফ্ৰিকাৰ পৰা যিবোৰ সম্পত্তি আনিছিল, তাৰ কাৰণে তেওঁলোকৰ মাজত কাজিয়া পেঁচাল লাগিল, আৰু তেওঁলোকে নিজৰ প্ৰাণৰ লগত সেই সকলোবোৰ সম্পত্তি সাগৰৰ গৰ্ভত পেলাই দিলে। সমুদ্ৰ যানেই হওক বা আকাশী যানেই হওক শেহত গৈ ই সাগৰৰ পানীৰ তলি পাবগৈয়ে লাগিব। এতিয়া বৰুণ ৰাজৰ খং উঠিল, তেওঁৰ এইটো বিশ্বাস হৈ গল যে সাগৰৰ সেৱা লওঁতাৰ ভিতৰত যদি সাত্বিকতা নাথাকে, তেতিয়াহলে তেওঁ পৃথিৱীত অশান্তিৰ সৃষ্টি কৰিব। এতিয়ালৈকে তেওঁ বৈজ্ঞানিক, জ্যোতিষী, বিদ্যাৰ্থী আৰু সমাজসেৱী সকলক সমুদ্ৰ যাত্ৰাৰ অনুপ্ৰেৰণা দি আহিছে। এতিয়া তেওঁ ভাৰতবৰ্ষক নতুন ধৰণৰ প্ৰেৰণা দিব খুজিছে। ভাৰতবৰ্ষৰ আগত এটা নতুন 'মিছন' লব খুজিছে। ইয়াক মানিবৰ কাৰণে বাৰু আমি সাজু হৈ আছোঁ হঁকনে?

আমি পশ্চিম সাগৰৰ পাৰত থাকোঁ। দিনে ৰাতিয়ে পশ্চিম সাগৰৰ *

* আমাৰ এই প্ৰতিবেশীক আমি 'আৰব সাগৰ' বুলিহে চিনো, এইটো এটা আচৰিত কথা যে, বিলাতৰপৰা অহা বেহাঙ্গসকলে লাগিলে ইয়াক 'আৰব সাগৰ' বুলি কওক, কিন্তু আমাৰ কাৰণে ই ৰত্নে সাগৰ বা পশ্চিম সাগৰহে। আমি এই নামহে চলোৱা উচিত।

নিমন্ত্ৰণ জনো। ইমান দিন আমি কলা হৈ আছিলোঁ। এই বাণী আমাৰ কাণত নিশ্চয় পৰিছিল। কিন্তু সি কাণত সোমোৱা নাছিল। আজি আৰু এনেকুৱা অৱস্থা নাই। ইউৰোপৰ মহাপ্ৰজাই আমাৰ ওপৰত শাসন কৰি আমাক যাদু কৰি ৰাখিছিল। এতিয়া এই যাদুৰ প্ৰভাৱ নাইকিয়া হৈ গৈছে। আমাৰ চকু মেল খাইছে; এতিয়া আমি সংসাৰৰ দৃশ্যাৱলী নবীন দৃষ্টিৰে চাবলৈ শিকিছোঁ। আজি আমি এইটো বুজিব পাৰিছোঁ যে মহাসাগৰে পৃথিৱীক ধ্বংস নকৰে, বৰং নিৰ্মাণহে কৰে। আফ্ৰিকাৰ সমস্ত পূৰপাৰ আৰু কলিকতাৰপৰা চিঙ্গাপুৰ আৰু আল্বনী ( অষ্ট্ৰেলিয়া ) লৈকে পূৰফালৰ পশ্চিম পাৰে আমাক নিমন্ত্ৰণ কৰি কৈছে যে "ঈশ্বৰে তোমাক যি জ্ঞান, চৰিত্ৰবল আৰু বৈভৱ দিছে, ইয়াৰ মানুহবোৰকো তাৰ ভাগ দিয়া।" এফালে আফ্ৰিকা, আনফালে জাভা, বালি, অষ্ট্ৰেলিয়া, টাচ্-মানিয়া আৰু প্ৰশান্ত মহাসাগৰৰ অসংখ্য দ্বীপ আছে। এই সকলোৰেই সাগৰৰ বাণীৰ যোগে আমাক বিছিয়াই আছে। এই সকলোবোৰ ঠাইলৈ বহুত মিছনেৰী সাগৰৰপৰা প্ৰেৰণা পাই গৈছিল। তেওঁলোকে সকলো ঠাইলৈকে নিজৰ লগত মদ লৈ গৈছিল। আৰু তেওঁলোকেই তেওঁলোকৰ বংশ-পৰিয়ালৰ মাজত থকা হিংসা-দ্বেষৰ ভেদ ভাব লৈ গৈছিল। তেওঁলোকে যীশু খ্ৰীষ্টকে পাহৰি কেৱল তেওঁৰ বাইবেলহে লগত নিছিল আৰু এই বাইবেলৰ লগতে তেওঁলোকে বিভিন্ন ঠাইত নিজৰ নিজৰ দেশৰ ৰীতি-নীতিও প্ৰচাৰ কৰিছিল। সাগৰে তেওঁলোকক নিশ্চয় লৈ গৈছিল, কিন্তু তেওঁলোকৰ ওপৰত বৰুণ দেৱতা অসন্তুষ্ট হৈ পৰিছিল। প্ৰাচীন কালত আমাৰ ভাৰতীয়সকল চীনলৈ গৈছিল, যৱন সকলৰ দেশ গ্ৰীকলৈ, জাভা আৰু বালিৰ ফালেও গৈছিল। আমি 'সৰ্বে সন্তু নিৰাময়াঃ' ৰ এই বিৰাট সংস্কৃতি বিতৰণ কৰিছিলোঁ। কিন্তু সেই ঠাইবোৰত সাম্ৰাজ্য স্থাপন কৰাৰ দুৰ্বুদ্ধি আমাৰ হোৱা নাছিল। আনৰ তুলনাত আমাৰ অন্তৰ যথেষ্ট পৱিত্ৰ। এতেকে বৰুণে আমাক আদেশ দিছে—অৰ্ণৱে আমাক আমন্ত্ৰণ কৰি আছে, আৰু কৈ আছে "যে আন মানুহে বিজয়-পতাকা লৈ গৈছে, তুমি অহিংসা ধৰ্মৰ ত্ৰিবৰ্ণ অভয় পতাকা লৈ যোৱা আৰু যি ঠাইলৈকে যোৱা তাতেই সেৱা ধৰ্মৰ সৌৰভ বিলাই যোৱা। শোষণৰ কাৰণে নহয়, বৰং

পিছপৰি থকা মানুহৰ শিক্ষা আৰু পোষণৰ কাৰণে যোৱা। আফ্ৰিকাত থকা তোমাৰ কৃষ্ণ-বৰ্ণৰ ভায়েৰহঁতে তোমালোকক মাতি আছে। পূব-ফালৰ কেতেকী বৰণীয়া ভায়েৰহঁতে তোমাৰ পথ চাই আছে। এই সকলো মানুহৰ সেৱা কৰিবৰ কাৰণে যোৱা আৰু সকলো মানুহকে কোৱা যে অহিংসাই পৰম ধৰ্ম। এই ধৰ্মত উচ্চ-নীচৰ ভেদ-ভাব আৰু অহঙ্কাৰৰ নিচিনা হীন প্ৰবৃত্তিৰ স্থান নাই। ভোগ আৰু ঐশ্বৰ্য, দুয়োটাই হৈছে জীৱনৰ মাৰৰ (জীৱনক দূষিত কৰা বস্তু)। সংযম আৰু সেৱা, ত্যাগ আৰু বলিদান, ইয়াতেই জীৱনৰ সাৰ্থকতা। যি সকলে এই ধৰ্ম বুজিছে, তেওঁলোক আগ বাঢ়ি আহক। পূব সাগৰ আৰু পশ্চিম সাগৰৰ মাজত হেজাৰ হেজাৰ মাইল পাৰ বান্ধি দক্ষিণফালে সোমাই অহা ভাৰত মহাসাগৰক ভাৰতত যি স্থান দিয়া হৈছে সি কেতিয়াও সমুদ্ৰক বিমুখ কৰিবৰ কাৰণে নহয়। ইতো সমগ্ৰ বিশ্বক বিশ্বধৰ্ম অহিংসাৰ পৰিচয় কৰাবৰ কাৰণেহে।”

ইউৰোপৰ মহাযুদ্ধৰ শেহত পৃথিৱীৰ ৰূপ যিদৰে সলনি হয় হব, কিন্তু অসংখ্য ভাৰতীয় প্ৰবাসী বীৰে অৰ্ণৱৰ আমন্ত্ৰণ শুনি বৰুণৰপৰা দীক্ষা লৈ লাহে লাহে যে দেশ বিদেশত বিয়পি পৰিব তাত কোনো সন্দেহ নাই। সাগৰৰ বুকুত আমাৰ অসংখ্য জাহাজ ভাহি থকা আমি দেখিছোঁ। আকাশত ইয়াৰ অভয় পতাকা উৰি থকাও দেখিছোঁ, আৰু এই কাৰণে মোৰ অন্তৰ আনন্দত নাচি উঠিছে। যদিও মই এতিয়া নিজে অৰ্ণৱৰ আমন্ত্ৰণ গ্ৰহণ কৰিব নোৱাৰো, তথাপি যদি এই মঙ্গল বাণী মোৰ দেশৰ যুৱক সকলৰ অন্তৰত সুমুৱাব পাৰোঁ, তেতিয়াহলে মই মোৰ জীৱন ধন্য হ'ল বুলি ভাবিম। বৰুণ ৰাজক মোৰ সেৱা জনাইছোঁ। জয় বৰুণ ৰাজৰ জয়!!!

অক্টোবৰ ১৯৪০ চন।

প্ৰথমবাৰ ধনুষ্কোটিলৈ অহা আজি প্ৰায় বিশ বছৰ হৈ গল। মোৰ যিমান দূৰ মনত আছে, শ্ৰীৰাজাজীয়ে মোৰ লগত শ্ৰীবৰদাচাৰী দেৱক পঠিয়াইছিল। বৰদাচাৰী ৰামায়ণৰ ভক্ত আছিল। আহোঁতে গোটেই বাটত আমাৰ ভিতৰত কেবল ৰামায়ণৰ ৰসিক আলোচনা চলিল। আমি ধনুষ্কোটী পালোঁহি আৰু বৰদাচাৰীজীৰ সনাতনী আত্মা শ্ৰাদ্ধ কৰিবৰ কাৰণে অধীৰ হৈ পৰিল। এজন উপযুক্ত ব্ৰাহ্মণ বিচাৰি লৈ তেওঁ এই শ্ৰাদ্ধ কৰিবলৈ বহিল আৰু আমি সম্মুখত গৰজি থকা ৰত্নাকৰ আৰু মহোদধি (সাগৰ)ৰ ভৰা শোভা চাবৰ কাৰণে তাৰপৰা আঁতৰি গলোঁ।

বহুত ঠাইত দুখন নৈৰ সঙ্গম বা প্ৰয়াগ দেখিবলৈ পোৱা যায়। সঙ্গমৰ কাব্য যেতিয়া আৰ্য্যসকলৰ অন্তৰ বা মস্তিষ্কত সোমাল, তেতিয়া তৎক্ষণাৎ তেওঁলোকে যাগ-যজ্ঞ কৰিবলৈ মন মেলিলে। যাগ-যজ্ঞৰ কাৰণে এনেকুৱা উৎকৃষ্ট বা প্ৰশস্ত ঠাইক তেওঁলোকে প্ৰ-যাগ বুলি কলে।

যেতিয়া দুখন নৈ গোট খাই, তেতিয়া ইংৰাজী Y-ৰ নিচিনা আকাৰ হয়। মহাৰাষ্ট্ৰৰ কহ্লাড়ৰ ওচৰৰ দুখন নৈ মুখা মুখিহৈ লগ লাগিছে, আৰু শেষত একে পথেদি বৈ গৈছে। ইয়াৰ ইংৰাজী T-ৰ নিচিনা পাঁচ-চুকীয়া আকৃতি হয়। এই দুখন নৈ মুখামুখি হৈ এগৰাকীয়ে আন গৰাকীৰ ডিঙিত সাৱটি ধৰে, এই কাৰণে ইয়াক প্ৰীতি–সঙ্গম বুলি কয়।

যি ঠাইত গঙ্গাৰ লগত যমুনা মিলিছে, তাতো প্ৰায় T–ৰ নিচিনা আকাৰ হয়। কেবল তাত গঙ্গা পোনাই যায় আৰু যমুনাই কোনো আগ্ৰহ নোহোৱাকৈ আৰু অলপ ঘূৰি গঙ্গাৰ সৈতে মিলিছে।

প্ৰথমতে যমুনাই 'আত্মনি অপ্ৰত্যয়' দেখুৱাই দিয়ে। কিন্তু গঙ্গাৰ লগত মিলিত হোৱাৰ লগে লগে দুয়ো বাই-ভনীৰ ভিতৰত উল্লাসৰ উন্মাদনা আহি পৰে। যদি এজনী আনজনীৰ লগত হঠাৎ ওতঃপ্ৰোত হৈ যায়, তেতিয়াহলে এই মিলনৰ আনন্দ নিঃশেষ হৈ যাব। সেই কাৰণেই দুয়ো মাজে সময়ে দুয়োকো লগ ধৰি থাকে।

ধাৰ্মিক কবি সকলে এনেয়ে এই ঠাইক প্ৰয়াগ ৰাজৰ নিচিনা সন্মান দিয়া নাই। যেতিয়া কোনো নৈ সাগৰৰ লগত মিলে, তেতিয়া এই সাগৰ সৰিতাৰ সঙ্গমৰ উন্মাদনা শিৱ-পাৰ্বতীৰ মিলনৰ নিচিনা অদ্ভুত ৰম্য হৈ পৰে। ভক্তিভাৱৰ দ্বাৰা বা মৰমৰ ভাষাত ইয়াক ব্যক্ত কৰা অসম্ভৱ। মানুহে সাগৰ আৰু সৰিতাৰ সঙ্গমৰ বৰ্ণনা নিজৰ সীমাবদ্ধ শক্তিৰ কথা পাহৰি কৰিব লাগে।

কিন্তু ধনুষ্কোটীত বিষ্ণু আৰু মহাদেৱৰ মিলনৰ দৰে দুখন সমুদ্ৰৰ সাগৰ-সঙ্গম আছে। ৰত্নাকৰ মানাৰ ( Manar )ৰ ফালৰ পৰা আহিছে। মহোদধি পাল্ক ( Palk )ৰ সামুদ্ৰ-ধূনীৰ প্ৰতিনিধি এই দুয়োকো বাৰু তৎক্ষণাত কিদৰে মিলিবলৈ দিয়া যায়। পৃথিবীয়ে যেন ৰামৰ ধেনুভিৰীয়া ধেনুক মাজত আনি দুমাইললৈকে দুয়োকো বাধা দিছে। এফালে যদি ৰত্নাকৰ উথলি উঠিছে, আনফালে মহোদধিয়ে গৰজি আছে আৰু ৰত্নাকৰ নিৰ্দেশ অনুসাৰে তেওঁলোকে নিজৰ নিজৰ প্ৰবাহত উত্তেজনা আনিছে।

এই দুয়োৰো আলোচনা কেনেকুৱা অপূৰ্ব। মহোদধিয়ে যদি সেউজীয়া ৰং ধাৰণ কৰে, তেতিয়াহলে ৰত্নাকৰ একেবাৰে নীলা হৈ যায় আৰু যেতিয়া ৰত্নাকৰক সেউজীয়া ৰঙে আবৰি ধৰে, তেতিয়া মহোদধিয়ে আকাশকো দীক্ষা দিব পাৰে, এনেকুৱা ডাঠ নীলা ৰং ধাৰণ কৰে। যেতিয়া তেওঁলোকে মিলিবলৈ ইচ্ছা থকা সত্ত্বেও মিলিব নোৱাৰে, তেতিয়া দুয়ো খঙত জ্বলি পকি উঠে আৰু মুহূৰ্তে মুহূৰ্তে নতুন ধৰণৰ খঙ দেখুৱাই থাকে। যদি আৰু এবাৰ তেওঁলোকে মিলনৰ সুযোগ পায়, তেতিয়াহলে তেওঁলোকে নিজৰ চেহেৰাত এনেকুৱা শান্তি আৰু সৰলতাৰ ভাব ফুটাই তোলে যেন—তেওঁলোকৰ ভিতৰত মিলনৰ কোনো উৎকণ্ঠাই নাছিল। কেৱল মিলিব লাগে—সেই কাৰণেহে মিলিছে। তেওঁলোকে যেন আকুলতাক বহুত আগতে পৰিত্যাগ কৰিছে।

য'ত দুয়োৰো প্ৰত্যক্ষ মিলন হয়, তাত সৰোবৰৰ শান্তিয়ে বিৰাজ কৰে। ইয়াত আচৰিত কি? অদ্বৈতত আনন্দৰ চৰম সীমা আছে। তাত উন্মাদকতাৰ ঠাই ক'ত?

ধনুষ্কোটীৰ পাৰত থিয় হৈ এবাৰ এটা ঘূৰণীয়া পাক দি চাই লব লাগে। য'ৰ পৰা খোজ কাঢ়ি আহে, যদি সিমান খিনি মাটি এৰি দিয়া হয়, তেতিয়াহলে কেবল চাৰিওফালে মহাসাগৰৰ বিশাল জলৰাশিৰ লগত উঠি থকা বলয় দেখা পোৱা যাব।

ৰেঙ্গুন বা কৰাচীলৈ যাওঁতে চাৰিওফালে সাগৰৰ মাজত সমুদ্ৰ বলয় আৰু ক্ষিতিজ-বলয় গোট খাই এক হৈ যায়। তাৰ উন্মাদনাও বৰ কম নহয়। মনে এইটো কল্পনা কৰিব লগীয়া হয় যে পানীৰ এই বিস্তাৰৰ ওপৰত আকাশৰো সিমানেই উচ্চ আৰু অনন্ত আৱৰণ আছে, ডাঙৰ আৰু গধুৰ টেমাত এখন সৰু জাহাজত বহি থকা 'তুচ্চ' আমাক মুক্তাৰ দৰে গোটাই থোৱা হৈছে। এই পৰিস্থিতিৰ সম্বন্ধে আমি যিমান বেছি ভাবিবলৈ ধৰোঁ সিমানেই আমাৰ নিজৰ ক্ষুদ্ৰতা অনুভৱ কৰিব পাৰোঁ।

ধনুষ্কোটীৰ কথা ইয়াতকৈ বেলেগ। পৃথিৱীৰ সৈতে আমি অনুবদ্ধ হৈ আছোঁ। আমাৰ ভৰিৰ তলত কঠোৰ ভূমি আছে, আৰু এই ভূমি লাহে লাহে বিয়পি এক বিশাল দেশত পৰিণত হৈছে। এই ভাবে কেবল আমাক আশ্বাসেই নিদিয়ে, বৰং প্ৰচণ্ড আত্মবিশ্বাসৰ অধিকাৰী কৰি তোলে। মই যিমান বাৰ ধনুষ্কোটীৰ পাৰলৈ গৈছোঁ, সিমানবাৰেই মোৰ বিশেষ ৰূপে আত্ম-গৌৰৱৰ জ্ঞান হৈছে। সেই কাৰণে মই তাত মোৰ 'ভূমিকা'ৰ ওপৰত দৃঢ় হৈ থাকি সাগৰৰ উপাসনা কৰিব পাৰিছোঁ।

যেতিয়াই মই মণ্ডপম্ পাৰ হৈ দলঙৰ ওপৰেদি পামবনলৈ গৈছোঁ, তেতিয়াই মোৰ এই প্ৰদেশৰ ৰঘুবংশত লিখা কালিদাসৰ বৰ্ণনাৰ কথা মনত পৰিছে। মোৰ ভিতৰত লাগিলে কালিদাসৰ নিচিনা বৰ্ণনা শক্তি নাথাকক কিন্তু এই সম্বন্ধে মোৰ মনত অলপো সন্দেহ নাই যে ময়ো কালিদাসৰ সমধৰ্মী। মই 'কবিযশঃ প্ৰাৰ্থী' নহওঁ যে কালিদাসৰ লগত মোৰ নাম কৰলৈ সঙ্কোচ কৰিম? মোক হয়টো ব্যাখ্যাকাৰ বোলক মই আন এজন ব্যাখ্যাকাৰ কৰিব বাণী শুনাই দিম: 'পৰ্বতে পৰমাণৌ চ পদাৰ্থত্বং প্ৰতিষ্ঠিতম্'।

কিন্তু যেতিয়া মই ধনুষ্কোটীৰ ফালে যাওঁ, তেতিয়া মই কালিদাসক পাহৰি যাওঁ আৰু লঙ্কাত কেনেকৈ সোমোৱা যায়, এই দোমোজাত পৰি

হনুমানৰ দৃষ্টিত দক্ষিণফালে চাবলৈ ধৰোঁ। যিবোৰ বানৰ-যূথমুখ্যাই সেতু বন্ধাৰ কল্পনা কৰিছিল আৰু তাক কাৰ্য্যত পৰিণত কৰিছিল, মই তেওঁলোকৰ দৃষ্টিত ভলাই মানাবৰ ফালে চাওঁ। আৰু যেতিয়া এনেকুৱা ধৰণৰ কল্পনা কৰি ভাগৰি পৰোঁ, তেতিয়া সকলো ধামৰ যাত্রা সম্পূর্ণ কৰি ৰামেশ্বৰলৈ অহা বৃদ্ধ যাত্রীসকলৰ কল্পনাৰ লগত মোৰ কল্পনা মিলাই কল্পনা কৰোঁ— "এটা পূর্ণ জীবন প্রায় সম্পূর্ণ কৰি মই ভাৰতবর্ষৰ যিমানবোৰ বিশাল প্রদেশ আছিল, ভ্রমণ কৰিলোঁ। এতিয়া উলটি গৈ কি কৰিব লাগিব? যেনে তেনে ইহলোকৰ কাম সম্পূর্ণ কৰিলোঁ। সফলেই হওঁ বা বিফলেই হওঁ আকৌ আৰু এই জীবন যাপন কৰিব নালাগে। এতিয়া এই গোটেই জীৱনটো অতীত হৈ থাকক। এতিয়া আৰু ইয়াক ঘূৰি চাবৰ মোৰ আগ্রহ নাই। এতিয়া সাম্পৰায়ৰ-পৰজীৱনৰ বিষয়ে পৰমার্থ দৃষ্টিত চিন্তা কৰাটোকে মই শ্রেয় বুলি ভাবোঁ।। "যেতিয়া মনলৈ এনেকুৱা ধৰণৰ ভাবৰ পৰম্পৰা আহে, তেতিয়া মন এফালে ব্যাকুল হৈ উঠে আৰু আনফালে পৰম শান্তি অনুভৱ কৰে।

এইবাৰ যেতিয়া মই ধনুষ্কোটীলৈ আহিলোঁ, তেতিয়া পৰম্পৰা অনুসাৰে মহোদধিত গা ধুলোঁ। মহাসাগৰত ক্ষমাও মাগিলোঁ। কিন্তু মনলৈ কেৱল এটা ভাবেই আহিবলৈ ধৰিলে যে ইয়ালৈ আৰু আকৌ আহিব নোৱাৰিম। চিলনলৈ কেতিয়াবা যাব লাগিব। কিন্তু ধনুষ্কোটীৰ এইবাৰ যি দর্শন কৰিলোঁ, এয়েই অন্তিম দর্শন। মনলৈ যে কিয় এই ভাব আহিছিল, কোৱা টান। কিন্তু ইয়াত সন্দেহ নাই যে এইবাৰেই প্রথম মনত তৃপ্তিৰ ভাব জাগি উঠিল।

২

ৰামেশ্বৰ-ধনুষ্কোটীৰ পাছত কন্যাকুমাৰী। এখন ঠাই যদি ৰম্য হয়— তেতিয়াহলে আনখন ৰমণীয়। ইয়াত দুখন নৈ নহয়, বৰং তিনখন সাগৰৰ সঙ্গম আছে। সঙ্গমৰ এই বায়ু মণ্ডল অভেদ-ভক্তিৰ আনন্দৰ সমান। 'ইয়াত ভাৰত মহাসাগৰ সম্পূর্ণ হৈছে।' 'বম্বেৰ বা পশ্চিম সাগৰ আৰম্ভ হৈছে' আৰু 'ইয়াৰ পৰাই বঙ্গৰ পূর্ব-সমুদ্রই পাতনি মেলিছে।'

ইয়াত ভাৰতবর্ষৰ দক্ষিণ পাৰ আছে আৰু তিনিখন সাগৰ তিনিওফালৰ-পৰা লগ লাগিছে। গতিকে ইয়াক আমি সঙ্গম বুলি কব পাৰোঁ; কিন্তু

ইয়াত সাগৰৰ কাৰণে সঙ্গমৰ উপযোগী একো নাই। সঙ্গমৰ কল্পনা আমাৰহে। যদি সাগৰক সোধা হয়, তেতিয়াহলে তেওঁ কব যে য'ত ভেদ ভাৱৰ অস্তিত্বই নাই তাত বিলীন হৈ যোৱাৰ প্ৰশ্ননো কেনেকৈ উঠিব? 'সম্-গম'ৰ কল্পনাই একেবাৰে ভুল। যদি কিবা কবই লাগে, তেতিয়াহলে 'সঙ্গ-ভবন' বুলি কোৱা উচিত। য'ত পৰিপূৰ্ণ একতা আছে তাত যি কোনো অংশক যি নামকে ইচ্ছা হয়, দিব পাৰে। য'ত নাম আৰু ৰূপৰ দ্বৈত মূলাহীন হৈ পৰে, অস্তিত্বহীন হৈ পৰে, তাত কেৱল অদ্বৈতৰ অস্তিত্বহে ৰৈ যায়।

মই কন্যা কুমাৰীত যি ভব্যতা অনুভৱ কৰিলোঁ, তেনেকুৱা ভব্যতা হিমালয় আৰু গান্ধীজীৰ জীৱনৰ বাহিৰে আন ক'তো অনুভৱ কৰা নাই।

মই প্ৰথমতে গান্ধীজীৰ মুখতেই কন্যাকুমাৰীৰ মহত্বৰ কথা শুনিছিলোঁ। তেখেতে হয়তো আন কিবা দৃশ্যৰ বৰ্ণনা কৰিছিল, কিন্তু কন্যাকুমাৰীৰ পুৱা আশ্ৰমলৈ উলটি অহাৰ পাছত তেখেতে মোৰ আগত বৰ উৎসাহেৰে এই ঠাইৰ বৰ্ণনা কৰিছিল।

১৯২৭ চনত যেতিয়া মই তেখেতৰ লগত দক্ষিণ ভাৰতলৈ গৈছিলোঁ, তেতিয়া নাগৰকোৱিল পোৱাৰ লগে লগে তেখেতে ঘৰৰ গৃহস্থক বিশেষভাৱে বুজাই কলে যে 'কাকা কন্যাকুমাৰীলৈ যাব লাগে, মটৰৰ ব্যৱস্থা কৰি দিয়ক।' সেইদিনা তেখেতে কাকাৰ কন্যাকুমাৰীলৈ যোৱাৰ ব্যৱস্থা কৰা হ'লনে নাই এই বিষয়ে দুই তিনিবাৰ সোধ-পোচ কৰিছিল।

শ্ৰদ্ধেয়া বা'ক বাবলৈ মান্তি কৰাত মোৰ একো অসুবিধা নহ'ল। আন দুজন ভায়ো আমাৰ লগত গ'লাল। যি দৃশ্যৰ প্ৰশংসা মই পূজনীয় বাপুজীৰ মুখৰ পৰা শুনিছিলোঁ, সেই দৃশ্য চাবলৈ মোৰ উৎকণ্ঠা বাঢ়ি গৈছিল। সেইখিনি পোৱাৰ পাছত যিমান বাৰ ইয়ালৈ আহিছোঁ সিমান বাৰেই সেই নিচাৰ অনুভৱ কৰিছোঁ।

আৰু এইটো আচৰিত কথা যে এই নিচাৰ লগতে মোৰ মনত ব্ৰহ্মচৰ্য্যৰ বিষয়েও দৃঢ় বিশ্বাস জন্মিল। এইখন দেৱী কন্যাকুমাৰীৰ ঠাই। সেই কাৰণেই যে মোৰ মনত এনেকুৱা ভাব হৈছিল এনে নহয়। স্বামী বিবেকানন্দয়ো এই ঠাইত তেনেকুৱা নিচাৰ অনুভৱ কৰিছিল, এইটো জনাৰ

পাচত্তো মোৰ মনত ব্ৰহ্মচৰ্য্যাৰ ভাৱ উঠা নাছিল। মোৰ এই চিন্তাৰ লগত গান্ধীজীৰ তেনেকুৱা কোনো সম্বন্ধ নাছিল। কিন্তু এইবোৰ ভাবে নিজে নিজে মনত ঠাই পাইছিল।

এইবাৰ (৫-১-৪৭ চন ত) আমি তৃতীয়বাৰ ইয়ালৈ আহিছোঁ। আহিয়েই সকলোতকৈ আগতে সাগৰৰ ঢৌ, আকাশৰ ডাৱৰ, পূব আৰু পশ্চিম অন্তৰীক্ষ আৰু পাছফালৰ পাহাৰ আদি সকলোকে মই অতি আগ্ৰহেৰে চালোঁ। আজি পুহ মাহৰ শুক্ল পক্ষৰ ত্ৰয়োদশী। আজি চন্দ্ৰ ৰোহিণী বা মৃগ নক্ষত্ৰত থাকিব লাগে। যেতিয়া আমি মটৰেৰে নিৰ্দিষ্ট ঠাইবোৰ পাৰ হৈ কন্যা-কুমাৰীৰ ফালে গৈছিলোঁ, তেতিয়া চন্দ্ৰ আকাশত উঠি ওখ হৈ বহি এইটো প্ৰতীক্ষা কৰি আছিল যে, কেতিয়াকৈ সূৰ্য্যাস্ত হব আৰু কেতিয়া মই আকাশক সম্পূৰ্ণভাৱে অধিকাৰ কৰিব পাৰিম। তেওঁ সন্ধ্যাক নিজৰ সৌন্দৰ্য্য বিস্তাৰ কৰিবৰ কাৰণে বেছি সুযোগ দিয়া নাছিল। তথাপি যিখিনি সুযোগ দিছিল, তাৰ দ্বাৰা সন্ধ্যাই অসংখ্য ৰঙৰ সুন্দৰ দৃশ্য দেখুৱাই আছিল।

আমাৰ সূৰ্য্যাস্ত চাবলৈ বৰ অভিলাষ আছিল। কিন্তু পশ্চিমফালৰ মেঘে অলপ অভিযোগেৰে সৈতে কলে—"তোমালোকৰ অন্তিম দৃশ্য চাবলৈ উৎকণ্ঠা হয়নেকি? প্ৰকৃততে সূৰ্য্য অস্ত নাযায়েই। তোমালোকৰ চকুতহে প্ৰকাশ অস্ত যায়। সূৰ্য্যক চোৱাৰ সলনি উদয় বা অস্ত যোৱাৰ সময়ত যি এইৰূপ ধাৰণ কৰে, ইয়াৰ ৰঙকেনো কিয় চাই নোলোৱা?"

উদয়ে সবিতা ৰক্তো ৰক্তশ্চাস্তমনে তথা
সম্পত্তৌ চ বিপত্তৌ চ মহতাম্ এক-ৰূপতা।'

সৰুতে মই শ্লোকটো মুখস্থ কৰিছিলোঁ। যেতিয়া সূৰ্য্য অন্তৰীক্ষৰ তললৈ গল, তেতিয়া মেঘৰ আঁৰৰ পৰা পোহৰেও ভুমুকি মাৰিলে। গবাক্ষ বেছি নাছিল। কিন্তু যি আছিল সি বৰ ডাঙৰ আছিল। সেই কাৰণে কিৰণবোৰ দেখিবলৈ এনেকুৱা লাগিছিল যেন ৰঙা বৰণৰ চাদৰহে টানি দিয়া হৈছে। আৰু আকাশ নিজৰ বিভূতিৰ দ্বাৰা বৰ গৌৰবান্বিত হৈ আছিল।

মই যিমান আশা কৰিছিলোঁ এই শোভা তাতকৈ বহুত বেছি সময়লৈকে দেখিবলৈ পালোঁ। এই কাৰণে তাক চাই থাকিব খোজা অভিলাষী মনে

বৰ সন্তোষ পালে। তাৰ পাছত মই এনেকুৱা শিলত গৈ চৌৰ তাগুৰ চাবলৈ বহিলোঁ। চাওঁতে চাওঁতেই পশ্চিমফালে সন্ধ্যা বিলীন হৈ গল আৰু চন্দ্ৰৰ ৰাজ্য আৰম্ভ হ'ল। মেঘবোৰে এতিয়াও আকাশক আৱৰাৰ বিষয়ে একো মনস্থিৰ কৰা নাই। এনেতে দক্ষিণ ফালৰ মেঘৰ পৰা এটা ডাঙৰ তৰা তিৰবিৰাবলৈ ধৰিলে। এওঁনো আন কোন হব পাৰে? স্বয়ং অগস্ত্য মহাৰাজ দক্ষিণ পূব দিশত আৰূঢ় হৈছে। সৌভাগ্যক্ৰমে যমুনা আৰু যামমৎস্যয়েও কেৰাহিকৈ আকাশক চাই আছে। দক্ষিণ দিশে তপস্যা কৰাৰ ফল পালে। আমি তৃপ্ত নয়নেৰে উত্তৰফালে চালোঁ। সেইফালে আকাশত দেবযানী ( কেসিয়োপিয়া ) 'গা' ৰ ওপৰলৈকে উঠি আছিল। তাৰ তলত প্ৰায় আকাশৰ ওচৰত এজোপা তাল গছৰ নিচিনা ওখ গছৰ ওপৰত সেই পাতৰে আসন সাজি ধ্ৰুব কুমাৰে আমাক তেওঁৰ সুন্দৰ ৰূপৰ দৰ্শন দিছিল। দেবযানী আৰু ধ্ৰুবক চাই চাই আমি পশ্চিমফালে মুৰ ঘূৰালোঁ, হাইড্ৰা বোৰে বুজালে যে সূৰ্য্য কেতিয়াবাই অস্ত গৈছে। গতিকে আমি পূবফালে চালোঁ। ভাৰত পৰিপূৰ্ণ হৈ থকা মোৰ অন্তৰে কলে—ব্ৰহ্মমণ্ডলৰ বিস্তাৰ ইয়াৰ ভিতৰতে হব লাগে।

আমি আকৌ দক্ষিণফালে মুখ কৰিলোঁ। অগস্ত্য ইমান ওপৰলৈ অহা নাছিল যে আমি তেওঁৰ স্বপুৰীৰ কল্পনা কৰিব পাৰোঁ। কিন্তু ব্যাধকতো চাবই লাগিব। লাগিলে যিমানেই তেজস্বী হওক, তথাপি তেওঁ মেঘৰ ঘন আৱৰণ কেনেকৈ বিন্ধিব পাৰিব? আমি আমাৰ নিজৰ দৃষ্টিৰে মেঘৰ আৱৰণ ভেদ কৰাৰ প্ৰযত্ন কৰিলোঁ। মেঘৰ যিটো অংশ অলপ বগা যেন দেখা গৈছিল নিশ্চয় তাৰ পাছ ফালেই ব্যাধ থাকিব লাগিব। মেঘৰ সিপাৰে ব্যাধৰ প্ৰকাশ আৰু এই পাৰত আমাৰ দৃষ্টি দুয়োবো আক্ৰমণত মেঘবোৰ পাতল হৈ গল আৰু যিদৰে পাতল আৱৰণৰ পাছফালে নাটকৰ পাত্ৰ দেখা যায়, ব্যাধকো সেইদৰেই দেখা গল। চাওঁতে চাওঁতেই ব্যাধৰ পূৰ্ণৰূপ আমাৰ সম্মুখত উপস্থিত হ'ল আৰু ইয়াৰ পাছত তেলেগু আখৰৰ শিৰোনামাৰ দৰে ব্যাধ, অগস্তি, যমুনা আৰু যামমৎস্যৰ শোভা দেখিবলৈ পালোঁ।

এতিয়াই মৃগ দেখিম, ৰোহিণী জিলিকিব, প্ৰশ্বনে ভুমুকি মাৰিব, এই আশাতেই আমি আকাশৰফালে চাই আছিলোঁ। এনেতে ৰজনী পতিয়ে

শিখৰ চাৰিওকালে মণ্ডল আঁকি দিলে আৰু এই সোণৰ কুণ্ডলৰ লগে লগে আকাশৰ মেঘো আগ বাঢ়ি গল। যদি আকাশত জোনৰ পোহৰ বিয়পি আছে তাতনো কি? ৰাতিৰ মেঘে আমাক বেছি আকৰ্ষিত কৰিব নোৱাৰে। গতিকে আমি অত্যন্ত ক'লা সাগৰৰ গম্ভীৰ পানীত নাচি থকা বগা ফেন বোৰ জিলিকি থকা শাৰীবদ্ধ ৰেখাবোৰ চায়েই নয়ন তৃপ্ত কৰিলোঁ। প্ৰাণভৰি সাগৰৰ পানী আৰু আকাশৰ মেঘবোৰৰ ওপৰত বিচিত্ৰ ৰং নাচি থকা চোৱাৰ পাছত এই গম্ভীৰতা ইমান তৃপ্তিদায়ক যেন লাগিল যে এই তৃপ্তিৰ লগত স্থিত-প্ৰজ্ঞৰ আদৰ্শ গাবলৈ আৰু সন্ধ্যাৰ উপাসনা কৰিবলৈ অতুলনীয় আনন্দ পালোঁ। এই সাগৰ পূৰ্ণ। ইয়াৰ ওপৰত ব্যাপ্ত হৈ থকা আকাশো পূৰ্ণ। জীৱনৰ বিয়লি বেলা এই দুয়োৰো দৰ্শনত আমাৰ অন্তৰত যি শান্তি প্ৰধান আনন্দৰ জন্ম হৈছে ইয়ো পূৰ্ণ। এই ত্ৰিবিধ পূৰ্ণতাৰ ভিতৰৰ পৰা লাগিলে কিবা অলপ উলিয়াই লওক, নহলে তাৰ লগত কিবা ভৰাই দিয়ক তথাপি এই পূৰ্ণতা অলপো হ্ৰাস নহয়। বাহিৰৰপৰা উপলব্ধ পূৰ্ণতা কম হব পাৰে, কিয়নো সি প্ৰকৃত পূৰ্ণতা নহয়। সীমাৰ যোগেদি উপলব্ধ পূৰ্ণতা স্থায়ী হয়, কাৰণ এই অধিকাৰৰ পৰাই আমি জন্ম লভিছিলোঁ, 'সেইখিনি পাবলৈ পলম হৈ গৈছে' ইহে দোষৰ কথা। যি পূৰ্ণতাৰ উপলব্ধি কৰিলোঁ, সি আত্মসাৎ হৈ গল। এতিয়া তাত উঠা বা তাৰপৰা নমাৰ প্ৰশ্ন নুঠে।

যি বিৰাট, অনন্ত, বৃহত্তম, তেওঁৰ লগত একৰূপ হোৱাৰ পাছত স্বাভাৱিক ভাৱে যিটো জীৱন কটাব পাৰি সিহে প্ৰকৃত ব্ৰহ্মচৰ্য্য। বাসনাক দমাই ৰখাৰ পাছত আকৌ কেতিয়াবা সি মূৰ তুলিব পাৰে। বাসনাক মাৰি পেলোৱাৰ পাছত সি ভূতৰ দৰে বিব্ৰত কৰিব পাৰে। যদি বাসনাক তৃপ্ত কৰাৰ উপায় কৰা হয়, তেতিয়াহলে সি পৰিধানৰ দৰে চিৰদিনৰ কাৰণে গাত লাগি ধৰিব আৰু যদি বাসনাক অভ্যৰ্থনা কৰা হয়, তেতিয়াহলে ই সদায় মস্তিষ্কত চিৰদিনৰ কাৰণে ঠাই পাব। গতিকে বাসনাৰ সম্মুখীন হৈ তই কোন বুলি তাক সোধা উচিত। তই বন্ধুৰ বেশত শত্ৰুতা কৰিবলৈ আহিছনে নাই জীৱনক সমৃদ্ধি কৰা সাধনাৰ ৰূপত আহিছ? যেতিয়ালৈকে বাসনা স্পষ্ট আৰু মুকলি নহয়, তেতিয়ালৈকেহে সি আকৰ্ষণীয় যেন লাগে। অস্পষ্টতাৰ মোহ হয়; একাদী দৰ্শনৰ মোহ হয়। বাসনাত বশীভূত

হোৱাৰ অজ্ঞানতাই প্ৰধান সহায়। বাসনাৰ অন্ধ বিৰোধে তাৰ শিপাক শক্তিশালী কৰে। আমি মাত্ৰ দুটা চকুৰে চাই বাসনাক চিনিব নোৱাৰোঁ। মহাদেৱৰ দৰে ইয়াক তিনিটা চকুৰে চোৱা উচিত। তেতিয়া হলে আপোনা আপুনি তাৰ শক্ৰতা শেষ হৈ যাব।

কেৱল তপস্যাৰদ্বাৰাই বাসনাৰ সম্মুখীন হব নোৱাৰি, প্ৰকৃততে এই-টোহে সঁচা যে প্ৰজ্ঞা স্থিৰ হোৱাৰ পাছত বাসনাৰ লগত যুঁজিব নালাগে।

যেতিয়ালৈকে আমাৰ জীৱনত অপূৰ্ণতাৰ অনুভূতি হৈ থাকে, তেতিয়ালৈকে আমি এইটো কব নোৱাৰো যে আমাৰ ব্ৰহ্মচৰ্য্যাই সিদ্ধি-লাভ কৰিছে, অপূৰ্ণতা স্বয়ং বাধক নহয়। শিশুৰ ভিতৰত অপূৰ্ণতাৰ অভাৱ নহয়। তথাপি সিইঁতে নিৰ্মলভাবে জীৱন-যাপন কৰিব পাৰে আৰু লাহে লাহে তাৰ অপূৰ্ণতা কম হৈ আহে। অপূৰ্ণতাৰ বোধ হোৱাৰ লগে লগে মানুহ হীন হৈ পৰে। সাগৰৰ দৰে পৰিপূৰ্ণ হোৱাৰ পাছত ঢৌৰে লাগিলে যিমানেই নাচি বাগি থাকক, পানীৰ সমষ্টি লাগিলে যিমানেই দৌৰি থাকক, কিন্তু তথাপি সাগৰৰ বৈ যোৱাৰ আৱশ্যকতা নাই। তেওঁ 'আত্মনি তৃপ্তঃ' সেই কাৰণে তেওঁৰ নিজৰ মানমৰ্য্যাদা এৰাৰ প্ৰয়োজন নহয়। তেওঁ কেতিয়াও নিজৰ মৰ্য্যাদাৰ কথা নাভাৱে, কেৱল অনায়াসে আৰু অভাৱিত ৰূপে মৰ্য্যাদাৰ পালন কৰে। এয়েই প্ৰকৃত ব্ৰহ্মচৰ্য্য।

প্ৰাৰ্থনা শেষ কৰিলোঁ আৰু যোৱা চাৰিদিনৰ স্মৃতি লিখিবলৈ বহিলোঁ। অলপ লিখাৰ পাছতহে মোৰ টোপনি আহিব।

পাছদিনা ব্ৰাহ্ম মুহূৰ্তত মই ভুতৰ দৰে গৈ সমুদ্ৰ তটত বহিলোঁহেঁতেন, কিন্তু বৰষুণে মোক বাধা দিলে। প্ৰাৰ্থনাৰ সময়ত সমুদ্ৰ তটেদি যাওঁতে যাওঁতে আকৌ আকাশৰ ফালে চালোঁ। দক্ষিণ দিশ ইমান সুন্দৰ, পৰিষ্কাৰ আৰু নিৰ্মল আছিল যে, পূবফালে পুঞ্জীভুত হৈ থকা মেঘবোৰ দেখি মোৰ বৰ খং উঠিল। যদি আকাশে দক্ষিণ ফালৰ অনুকৰণ কৰিলেহেঁতেন, তেতিয়াহলে নো তেওঁৰ কি ক্ষতি হ'লহেঁতেন ?

দক্ষিণ দিশত ত্ৰিশঙ্কু থিৰ হৈ আছিল। 'জয় বিজয়ে' তাত দুৱৰীৰ কাম কৰিছিল। 'কৈৱীনা' অৰ্থাৎ মিছা ক্ৰচ এফালে পৰি আছিল। এই দুয়োটাৰে মাজত কিছুমান এনেকুৱা সুন্দৰ নক্ষত্ৰ জিলিকি আছিল যাক

দেখাৰ সৌভাগ্য বাৰ্দ্ধা বা বৰেবাসীসকলৰ জীৱনত কেতিয়াও হোৱা নাছিল। উত্তৰ ফালে সপ্তৰ্ষি নক্ষত্ৰ সম্পূৰ্ণ নম্ৰ হৈ আছিল। ধ্ৰুব তৰাই বাস্তিৰদৰে মাটিক চুবলৈ আহিছিল। স্বাতী আৰু চিত্ৰা মূৰৰ ওপৰত তিৰবিৰাই আছিল। হস্তা অলপ বেঁকা হৈ গৈছিল। পশ্চিমফালে চন্দ্ৰ অস্ত গৈছিল। কিন্তু চন্দ্ৰিকাই এতিয়াও নিজৰ অস্তিত্ব হেৰুওৱা নাছিল। পুনৰ বসু ( নক্ষত্ৰ ) ৰ নাৱত কেবল প্ৰশ্ননেহে যেখৰ আৱৰণক ভেদ কৰি ভুমুকি মাৰিছিল। কেবল অকল শৰীয়া তৰাই নিজৰ স্বভাব অনুসাৰে প্ৰশ্ন আৰু মঘাৰ লগত কাজিয়া কৰি দূৰত গৈ অকলশৰে থিয় হৈ আছিল। মঘাৰ কাচিয়ে ফাল্গুণীৰ চাৰিওটা চুকক সামৰি লৈছিল। পূৱফালে বিশাখাৰ তলত গুৰু আৰু শুক্ৰ বিদ্যমান আছিল আৰু এওঁলোক দুয়ো যথেষ্ট ওপৰলৈ উঠি গৈছিল, সেই কাৰণে পাতল অনুৰাধা, বেঁকা জ্যেষ্ঠা আৰু জোদা মূলাই তেওঁলোকক আশ্ৰয় দান কৰিছিল। যেতিয়া গুৰু আৰু শুক্ৰ পাৰিজাতৰ ওচৰলৈ আহে তেতিয়া এওঁলোক তিনিও বৰ সুন্দৰ হৈ পৰে আৰু মঙ্গলে তেওঁলোকৰ ওচৰত নথকা সত্বেও তেওঁলোক দুঃখিত হয়।

মই ভাৰতবৰ্ষৰ এক জ্যোতিৰ্ময়ী ব্যাখ্যা কৰিম বুলি ভাবিছোঁ। আমি যদি কন্যাকুমাৰীৰ দক্ষিণফালে যাওঁ, তেতিয়াহলে ধ্ৰুবক দেখা নাপাওঁ, আৰু যদি কাশ্মীৰৰ উত্তৰফালে যাওঁ, তেতিয়াহলে দক্ষিণ দিশত অগস্তিক নেদেখোঁ। সেইকাৰণে মই এইটো কথা লিখিছোঁ যে যি প্ৰদেশত ধ্ৰুব আৰু অগস্তি দুয়োকো দেখাপোৱা যায়, সেইখনেই আমাৰ দেশ ভাৰতবৰ্ষ। প্ৰাৰ্থনাৰ পাছত সকলো প্ৰাণীয়ে যি উদৰ-ভৰণ নামৰ যজ্ঞ কৰ্ম কৰে, আমিও তাক সম্পূৰ্ণ কৰিলোঁ আৰু গা ধুবৰ কাৰণে তৈয়াৰ কৰি থোৱা কুণ্ডত নামিলোঁ। নতুন ধৰণেৰে সজা এই কুণ্ডলৈ নিৰন্তৰ সাগৰৰ পানী আহি থাকে। কুণ্ডৰ আধা ভাগ চাৰিফুট দ আৰু বাকী আঠফুট দ। কাপোৰ সলাৰ কাৰণে এটা কোঠাও সজা হৈছে। এনেকুৱা ধৰণৰ সু-ব্যৱস্থাই যে ধাৰ্মিক পুণ্যক ক্ষুণ্ণ কৰে, এইটো মনা উচিত নহয়। আমি গা ধুই কন্যা-কুমাৰী দৰ্শন কৰিবলৈ গলোঁ। এইটো মন্দিৰ ত্ৰিবাঙ্কুৰৰ হিন্দুৰাজ্যত অৱস্থিত। সেই কাৰণে হৰিজন সকলৰ কাৰণে ইয়াক বহুদিনৰ আগৰে পৰা মুকলি কৰি দিয়া হৈছে। মন্দিৰৰ দুৱাৰত চৰকাৰী ঘোষণা লগাই

থোৱা আছে যে যি জন্ম আৰু ধৰ্মত হিন্দু তেওঁলোক এই মন্দিৰত প্ৰৱেশ কৰিব পাৰিব।

মন্দিৰৰ স্থাপত্য কলা বহু আৰু প্ৰশস্ত। গোটেই মন্দিৰটো শিলেৰে সজা কাৰণে ইয়াক ভঁৰাল ঘৰৰ নিচিনা লাগে। ইয়াত দেৱীৰ মূৰ্তি পূৱ ফালে। কিন্তু সেইফালে বাহিৰৰ দুৱাৰ বন্ধ থকাৰ কাৰণে দেৱীয়ে সাগৰ নেদেখে আৰু সাগৰেও দেৱীৰ দৰ্শন কৰিব নোৱাৰে। সম্ভৱ যেচেৰা বন্দ সাগৰে কেতিয়াও এই দাবী কৰা নাছিল যে তেওঁ জন্ম আৰু ধৰ্মত হিন্দু। আৰু সাগৰ হোৱাৰ কাৰণে তেওঁ নিজৰ মৰ্য্যাদা লঙ্ঘন কৰি মন্দিৰত প্ৰৱেশো কৰিব নোৱাৰে।

কন্যাকুমাৰীৰ কাহিনী বৰ করুণ, ইয়াৰ পাৰত সিঁচৰতি হৈ থকা অক্ষতৰ নিচিনা ভাঠ বালি, মাণিকৰ গুৰিৰ নিচিনা ৰঙা বালি আৰু চিয়াহীৰ নিচিনা ক'লা বালি—এই সকলোবোৰ প্ৰাকৃতিক বস্তুৱে সেই করুণ কাহিনী আৰু অধিক করুণ কৰি তোলাত সহায় কৰে। সংসাৰৰ সকলো মহাকাব্যই যদি দুঃখান্ত হয়, তেতিয়াহলে ভাৰত মহাসাগৰৰ অধিষ্ঠাত্ৰী দেৱী কন্যাকুমাৰীৰ কথাও দুঃখান্ত হব। করুণ ৰসৰ ভিতৰত যি গাম্ভীৰ্য্য আছে, তাৰপৰা জীৱনৰ বাস্তৱিকতাৰ জ্ঞান হব পাৰে।

দুঃখং সত্যং সুখং মায়া দুঃখং জন্তোঃ পৰং ধনম্।
দুঃখং সত্যং সুখং মায়া দুঃখং জীৱন—হৃদ্‌গম্॥

জীৱনৰ মতে সুখেইহে জীৱনৰ অনুভূতি, জীৱনৰ যথা সৰ্বস্ব। এই ভ্ৰান্তি দূৰ কৰাৰ দায়িত্ব দুঃখক দিয়া হৈছে। যি মানুহ দুঃখৰ দ্বাৰা পৰাস্ত নহৈ জীৱনৰ সাধনাৰ ক্ষেত্ৰত দুঃখক বৰণ কৰিব পাৰে, তেওঁহে সুখ-দুঃখৰ উৰ্দ্ধত উঠি জীৱন সমৃদ্ধিৰ আনন্দ উপভোগ কৰিব পাৰে। সুখ-দুঃখাতীত হোৱাৰ কাৰণে এই আনন্দ সাগৰৰ নিচিনা গম্ভীৰ আৰু আকাশৰ নিচিনা অনন্ত হয়।

এই আনন্দৰ কপালত কাৰো লগত বিবাহ-বন্ধ হবলৈ লিখা নাই।

ডিচেম্বৰ, ১৯৪৭ চন।

## ৬৩। কৰাচীলৈ যোৱাৰ সময়ত

( এখন চিঠিৰ পৰা )

যদিও ভালেমান পৰ সাৰে থকা কাৰণে মই লোনকালে শুইছিলোঁ। ৰাতিপুৱা চাৰি বজাত উঠিলোঁ। জাহাজখন জোকাৰি জোকাৰি আগবাঢ়ি গৈছিল। ইয়াত কতো মাটি দেখা পোৱা নাযায়। ওপৰত আকাশ, আৰু তলত পানী। পানীৰ ওপৰত মানুহৰ কিমান বিশ্বাস। মাটিৰপৰা দৃষ্টি গোচৰ হোৱা সত্বেও মানুহে দিনে ৰাতিয়ে সাগৰত যাত্ৰা কৰিব পাৰে। সংস্কৃতত পানীক জীৱন বুলি কয়। "পিয়াহৰ সময়ত যি পেটত পৰে, সিয়েই জীৱন আৰু ধুমুহাৰ সময়ত আমি যাৰ গৰ্ভত বিলীন হৈ যাওঁ সিয়েই মৰণ।" এনেকুৱা পানীৰ কাৰণে আমাৰ পূৰ্বজ সকলে দুটা ভিন্ন ভিন্ন শব্দৰ কল্পনা কৰা নাছিল।

প্ৰাৰ্থনাৰ কাৰণে লগৰীয়া সকলক জগাওঁ নে নজগাওঁ অলপ সময় ভাবিবলৈ ধৰিলোঁ। শেহত মনে মনে এইটোকে স্থিৰ কৰিলোঁ যে জাহাজৰ হেন্দোলনিত শুই থকা এই শিশুবোৰক জগোৱাতকৈ সকলোৰে হৈ মই অকলেই মৃত্যুৰত প্ৰাৰ্থনা কৰা ভাল হব। কিন্তু ইয়াক সামূহিক প্ৰাৰ্থনা বুলি কেনেকৈ কম? মনে মনে ভাবিলোঁ যে মহলে ওচৰৰ কেনভাচৰ গধুৰ পৰ্দা আঁতৰাই এবাৰ চাই লওঁ প্ৰাৰ্থনাত যোগ দিবলৈ কোনো জনাই সাৰ পাইছে নে নাই? অনুৰাধাই কলে যে—"আমি এই মাত্ৰ সাৰ পাইছোঁ। কৃষ্ণচন্দ্ৰ অহাৰ সময় হৈছে।"

এনেতে নিজৰ দুটা শিং দাঙি চন্দ্ৰই কলে—"মোৰ কাৰণে ভাবিব নালাগে। মই আছি পালোঁহি।" তেওঁ বাওঁহাতত পাৰিজাত ধাৰণ কৰিছিল, আৰু ইয়াৰ কাৰণে তেওঁক বৰ সুন্দৰ যেন লাগিছিল। চাওঁতে চাওঁতেই অভিজিতে আকাশৰ ওপৰৰ পৰা মূৰ তুলিলে আৰু ইয়াৰ পাছত স্বাতী, অভিজিৎ আৰু পাৰিজাতৰ এক ডাঙৰ ত্ৰিকোণ পিৰামিড পূব-আকাশত থিয় হৈ গল। এই সকলোকে লগত লৈ মই মোৰ প্ৰাৰ্থনা শেষ কৰিলোঁ।

এনেতে চন্দ্ৰ অলপ ওপৰলৈ উঠিল আৰু আমাৰ জাহাজৰপৰা আৰম্ভ কৰি চন্দ্ৰৰ পদ-যুগললৈকে পানীৰ ওপৰত এক সোণালী ৰঙৰ চিকমিকাৰলৈ

ধৰিলে। মই ভাবিলোঁ চন্দ্ৰলোকলৈ যাবলৈ এই পথ কিমান পোন আৰু সহজ। কেৱল তাহাঁতৰ পৰা নামি যোৱাতহে যি পলম। কিন্তু পাশ্চাত্য মানুহে কয় যে চন্দ্ৰলোকত বলিয়া মানুহহে থাকে। গতিকে মই আকৌ ভাবিলোঁ যে ইমান পৰিশ্ৰম কৰি গৈ যদি তাত নিজৰ সমান-ধৰ্মী আৰু সজাতিকে লগ পাওঁ, তেতিয়া হলেনো এই কষ্ট কৰাত লাভ কি ?

মই আকাশৰ মেঘ বৰ ভাল পাওঁ। সকলোৱেই হওক বা ডাঙৰ, বগা বা ক'লা, গোটা বা ভঙা-চিঙাসকলো ধৰণৰ মেঘে মোক কেৱল আনন্দ দিয়ে। কিন্তু ৰাতিৰ মেঘ মই একেবাৰেই ভাল নাপাওঁ। তাৰ আকাৰ আৰু ৰঙ যিমানেই আকৰ্ষণীয় হওক, তৰাবোৰৰ মাজত ই ভূতৰদৰে—বা হত্যাকাৰীৰ দৰে—লুকা ভুমুকা কৰাতো মোৰ ভাল নালাগে।

উষাকালৰ আগতে আকাশখনক কিমান সাত্বিক আৰু ৰমণীয় যেন লাগে। জোনাকৰাতি সাগৰৰ ঢৌ কিহৰ ? পানীৰ খলকনি অথবা মিচিকিয়া হাঁহিৰ কাৰণে সাগৰ পিতাৰ চেহেৰাৰ ওপৰত পৰা বাৰ্দ্ধক্য ৰেখা একেবাৰে গণিব পৰা গৈছিল। কিন্তু এই দুষ্ট মেঘে মাজত আহি সকলোবোৰ চেদেলি-ভেদেলি কৰি পেলালে।

আমি বেগেৰে আগবাঢ়ি গৈছিলোঁ। পূৱফালে বা আমাৰ সোঁফালে মাটি দেখা গৈছেনে নাই ই কেৱল ভ্ৰমহে—মই এই সমস্যাত পৰিছিলোঁ। এনেতে হঠাৎ চাকি দেখা গল। আমি বিশ্বাস কৰিলোঁ যে আমি শ্ৰীকৃষ্ণৰ দ্বাৰকাৰ ওচৰ পালোঁহি। অলপ পাছতে শাৰীবদ্ধ বিজুলীবাতি দেখিবলৈ পালোঁ। তাৰ ভিতৰত এটা দীপস্তম্ভৰ প্ৰকাশ কোনো বৃদ্ধৰ স্মৃতিৰ দৰে মাজে মাজে স্পষ্ট হৈ উঠিছিল। ইয়াৰ পাছত এটা কাৰখানাৰ চিমনীৰ ধোঁৱা শান্ত নৈ আকাশৰ সৈতে সমান হৈ ৰবলৈ ধৰিছিল।

আকাশৰ তৰাবোৰ দেখিলোঁ আৰু তোৰ কথা মনত পৰিল। কব নোৱাৰোঁ, ৰাতিপুৱাৰ উষাৰ লগত তোৰ কিমান বন্ধুত্ব ? ইয়াৰ আগতে মই তোৰভীত ইয়াক পূৰ-দিশৰ অনসূয়া নাম দিছিলোঁ। 'জীৱননো আনন্দ' (জীৱনৰ আনন্দ) ও 'অনসূয়া প্ৰাচী'ৰ টোকা নিশ্চয় চাই লবি।

৩০-১২-৩৭ চন।

( কলিকতাৰপৰা ৰেঙ্গুনলৈ যাওঁতে )

এতিয়া আবেলি চাৰি বাজিব পায়। আমাৰ জাহাজে যাত্ৰা আৰম্ভ কৰিলে। ব'দে সৌম্য ৰূপ ধাৰণ কৰিছিল। মৃদু মৃদু বতাহ বলি আছিল। পানীৰ ওপৰত নাচি থকা সূৰ্য্যৰ ৰশ্মি ম্লান হৈ আছিল। বজা ৰঙ। 'বোয়' া'ৰ দাঁতিয়েদি আমাৰ জাহাজ আগ বাঢ়িবলৈ ধৰিলে। দুয়ো পাৰে জাহাজ আৰু সৰু সৰু নাওবোৰ দেখা গৈছিল। আমি চেণ্ট উইলিয়াম দুৰ্গ পাৰ হৈ আগবাঢ়ি গলোঁ। কিছুমান বন্দৰত সৰু সৰু জাহাজ সজা হৈছে। দুয়োপাৰৰ মাটি আৰু পানীৰ স্তৰ আছিল প্ৰায় সমান। এতেকে দুয়োপাৰে দূৰ দূৰণিৰ প্ৰদেশ দেখা গৈছিল। কিন্তু মনে তৃপ্তি পোৱা তেনেকুৱা কোনো দৃশ্য দেখা নাছিলোঁ। য'ত এনে ধৰণৰ ডাঙৰ নৈয়ে সাগৰৰ লগত মিলিবলৈ যায়, তাৰ পাৰ বৰ অপৰিষ্কাৰ হয়। জোৱাৰ-ভাটাৰ কাৰণে তিতি থকা বোকাত লৰি-ঢাপৰি ফুৰা কেকোৰাৰ বাহিৰে এইবোৰ ঠাইত আৰু আন একোৱেই দেখা নাযায়।

যিমানেই আমি আগ বাঢ়ি গলোঁ, সিমানেই নৈ খন বহল হৈ গল। যেতিয়া দূৰ-দূৰনিৰ পাৰত বগা বগা বালিবোৰ দেখিলোঁ, তেতিয়াহে মনলৈ অলপ শান্তি আহিল। সুন্দৰবন প্ৰদেশ পাৰ হৈ ৰাতি হোৱাৰ আগতে ডায়মণ্ড হাৰ্বাৰৰ ওচৰ পালোঁহি। আমাৰ জাহাজ এতিয়া ঢৌৰ লগত হেন্দোলিবলৈ ধৰিলে। অলপ পৰ জাহাজৰ ডেকৰ ওপৰত থিয় হৈ ভাৰতবৰ্ষৰ পাৰ লুপ্ত হৈ যোৱা দেখিলোঁ। কিন্তু শেহত মূৰ ঘূৰাবলৈ ধৰিলে। গতিকে আমি ভাত খাই শুই পৰিলোঁ। শোৱাৰ আগত প্ৰাৰ্থনাৰ শেষত গিৰধাৰীয়ে ৰবীন্দ্ৰনাথৰ 'আগুনেৰ পৰশ মণি প্ৰাণে' এই সুন্দৰ গানটো গালে। ইয়াক শুনিবলৈ কেইবাজনো মানুহ গোট খালে আৰু সেই গানৰ প্ৰতাপত আমাৰ বিচনা ভালকৈ পাৰি শোৱাত কাৰো হিংসা নালাগিল।

ৰাতিপুৱা সকলোতকৈ আগতে মই সাৰ পালোঁ। তেতিয়া অৰুণোদয়ো হোৱা নাছিল। আকাশত যিদৰে কেৱল অকলে চন্দ্ৰ গৈ থাকে, সেইদৰে

জাহাজেও অকলে অকলে পানী কাটি গৈ আছিল। সেই সময়ৰ শান্তি কিমান অনুপম আছিল? জাহাজৰ পেটত যন্ত্ৰৰূপী হৃদয়ে যদি নিজৰ স্পন্দন শুনাইছেঁতেন, তেতিয়াহলে বাহিৰৰ শান্তি ইমান সুন্দৰ যেন নালাগিলহেঁতেন। চাৰিওফালৰ সাগৰ আয়না আৰু লোহাৰ দৰে বিয়পি আছিল। মই জাহাজৰ চালত গৈ থিয় হলোঁ। যিমানেই জাহাজ হেন্দো-লিবলৈ ধৰিলে সিমানেই পানী ওপৰলৈ উঠি আহিল। চাৰিওফালে কেৱল ঢৌবেই ঢৌ আছিল। যেতিয়া এটা ঢৌৱে আনটো ঢৌক খুন্দিয়াই, তেতিয়া তাৰপৰা ফেন ওলায়। আন্ধাৰতো এই ফেন জিলিকি থাকে। আৰু এই অলি থকা একা-বেঁকা ৰেখাবোৰৰপৰা বিচিত্ৰ ধৰণৰ আকাৰ তৈয়াৰ হয়। যেতিয়া জাহাজ হেন্দোলে, তেতিয়া আমাৰ ওপৰতো তাৰ প্ৰভাৱ পৰে। যদি আমি তাৰ ভিতৰত ঢৌৰ অখণ্ড আৰু চিৰন্তন নৃত্যৰ লীলা চাব খোজোঁ, তেতিয়া হলে চোৱাৰ উৎকণ্ঠা আৰু বাঢ়ি যায়।

আগত গৈ ঢৌ বন্ধ হৈ গল। ঠায়ে ঠায়ে সাগৰৰ বুকু ওপৰলৈ ওফন্দে আৰু আকৌ তললৈ নামে। সাধাৰণতে ঢৌবোৰ ওপৰলৈ উঠাত আৰু ভাঙি যোৱাত এক ধৰণৰ আনন্দ অনুভৱ কৰা যায়। কিন্তু তাত ইমান গাম্ভীৰ্য্য নাই। যিদৰে শব্দৰ দ্বাৰা স্পষ্ট কৰিলে ধ্বনি কাব্যৰ ৰহস্য কম হৈ যায়, ঢৌ ভাঙিলে তেনেকুৱাই হয়। কিন্তু যেতিয়া ঢৌ ভিতৰে ভিতৰে জপিয়াবলৈ ধৰে, আৰু বিলীন হৈ যায়, তেতিয়া তাৰ প্ৰতিধ্বনি বিবিধ, অনন্ত, অস্পষ্ট আৰু অব্যক্ত হৈ থাকে। সমুদ্ৰ আৰু আকাশৰ মিলনে আমাৰ দৃষ্টি আকৰ্ষণ নকৰাকৈ নাথাকে। আকাশৰ ওচৰত ঢৌৰ প্ৰশ্নই নুঠে। সাগৰৰ ক'লা বৰণৰ তুলনাত আন্ধাৰ আকাশকো বগা যেন লাগে। যিদৰে বেদ কালৰ ঋষিসকলে জীৱন ৰহস্যক বুজিব পাৰিছিল, সেইদৰে ৰাতিৰ আকাশকো ৰহস্যপূৰ্ণ যেন লাগিছিল। যদিও ঋষিসকলৰ আৰ্য্য-দৃষ্টিৰ আগতো পাৰ্থিৱ জীৱনৰ ভৱিষ্যত কাল সাগৰৰ বাৰি-ৰাশিৰ দৰেই অজ্ঞাত আৰু অব্যক্ত হৈ আছিল, তথাপি তেওঁলোকৰ অনন্ত কালৰ আধ্যাত্মিক তত্ত্ব অনন্ত আকাশত অলি থকা তৰাৰ সমান স্পষ্ট যেন দেখা গৈছিল।

এইদৰে চিন্তা আৰু কল্পনাৰ বন্দ্ব চলি আছিল, এনেতে :—

"আঁধাৰৰ গায়ে গায়ে পৰশ তব

সাৰা ৰাত ফুটক তাৰা নব নব।'

লাহে লাহে এই শোভা কমি আহিবলৈ ধৰিলে; আৰু অৰুণোদয়ে পূব দিশ দেখুৱাই দিলে। মই এই কাৰা চাবৰ কাৰণে জীৱনৰাম (কৃপালনী)-ক জগালোঁ। কিন্তু তেওঁ উঠাৰ আগতে গিৰধাৰীয়ে সাৰ পাই কলে—"মোক কওক, কি দেখিছে, মোক কওক।" মইনো বাৰু তেওঁক কি কম? ভাত কোনো চৰাই বা জাহাজ আছিল জানো যে আঙুলি দেখুৱাই বুজাম? মই তেওঁক কলোঁ—"সোঁৱা চোৱাঁ, সোঁ যি বঙা আকাশ দেখিছা তালৈ চোৱাঁ। অলপ পাছতে সূৰ্য্য উদয় হব।"

এতিয়া সাগৰে নিজৰ ৰঙ সলালে। পূবফালৰপৰা যেন বঙা জামু-বৰণীয়া প্ৰপাত বৈ আহিছে। আচৰিত এইটোৱেই যে পশ্চিম ফালেও এই ৰঙৰ প্ৰতিক্ৰিয়া হৈছে। এৰা পশ্চিমফালে সাগৰতকৈ বেছিকৈ আকাশেহে বৰণ সলাইছে। পূবফালৰ প্ৰসন্নতা বাঢ়িবলৈ ধৰিলে। বঙা ৰঙৰ জেউতি চৰি গল। কুঙ্কুমৰপৰা সেন্দুৰ আৰু সেন্দুৰৰপৰা সুবৰ্ণ হ'ল। আমি বম্বেৰফালে থকা মানুহে পশ্চিম পাৰৰ সাগৰৰ সূৰ্য্যাস্তৰ শোভা কেইবাৰাৰো চাব পাৰোঁ, কিন্তু সাগৰ মধ্যোতে ওলোৱা লক্ষ্মীৰ দৰে বৰ্ত্তমান উদয় হোৱা উষাৰ শোভা দেখাত অনুপম আনন্দ আছে। যিমানেই আকাশে হাঁহিবলৈ ধৰিলে, সাগৰৰ মুখতো লাজ আৰু আনন্দৰ ৰেখা বাঢ়িবলৈ ধৰিলে। যেন দুজন সমবয়সী যুৱকৰ ভিতৰতহে বিনোদৰ আদান-প্ৰদান চলি আছে। এফালে প্ৰভাতৰ এই বিকাশ চাবলৈ অন্তৰ অধীৰ হৈ পৰিছিল আৰু আন ফালে জাহাজৰ হেন্দোলনিত মূৰ ঘূৰি গৈছিল। মনে মনে ভাবিলোঁ যদি অলপ সময়ৰ কাৰণে ঢৌবোৰ শান্ত হৈ যায়, আৰু জাহাজখনো স্থিৰ হৈ যায়, তেতিয়া হলে কিমান ভাল হ'লহেঁতেন। কিন্তু সাগৰৰ ঢৌ আৰু মানৱৰ মনোৰথ জানো কেতিয়াবা অৱৰুদ্ধ হৈ থাকে? মই বিৰক্ত হৈ আৰামী চকিত বাগৰিব খুজিছিলোঁ; এনেতে বাল-সূৰ্য্যৰ প্ৰতিবিম্বই পানীত গা ধুই বাহিৰলৈ ওলাল। আৰু তেওঁ পানীত যি পোহৰ বিলাই দিলে সি এনেকুৱা লাগিল যেন সূৰ্য্যাই

চেঁচা পানীত গা ধুই কঁপি কঁপি বাহিৰলৈ ওলাইছে। যেতিয়া সূৰ্যৰ প্ৰতিবিম্ব সম্পূৰ্ণভাবে বাহিৰলৈ ওলাল, তেতিয়া মই সবিতা-নাৰায়ণৰ ধ্যান মন্ত্ৰ গালোঁ :

'ধ্যেয়ঃ সদা সবিতৃ-মণ্ডল-মধ্যবৰ্তী' আদি।

জীৱতৰামে এনেকুৱা ধৰণৰ গম্ভীৰ পৰিস্থিতি অলপো সহিব নোৱাৰে। তেওঁ হঠাৎ কৈ পেলালে—"চৈচে-হৈছে। কেনেকুৱা বান্দৰৰ ভাষা গাইছে।" মই কলোঁ—"আপুনি ভুল কৰিছে। এইটো আপোনাৰ ভাষা নহয়, এইটো সংস্কৃতহে।" বিনোদৰ ভক্তিৰ উচ্ছ্বাস নষ্ট হৈ গল। কোনো ৰকমে প্ৰাৰ্থনা শেষ কৰিলোঁ। জাহাজত সদায় যিফালে পাৰ হব লাগে, সেই ভয়ঙ্কৰ দিব্যৰ কথা ভাবিবলৈ ধৰিলোঁ। শৌচ কৰিবৰ কাৰণে জাহাজৰ ডেকৰ ওপৰেদি তললৈ যাব লাগে। তলফালে সদায় অপৰিষ্কাৰ হৈ থাকে। কিন্তু বাতিপুৱাটো ইয়াক নৰকৰ লগত তুলনা কৰিব পাৰি। বতাহঁ দুৰ্গন্ধ হয়। ঠায়ে ঠায়ে মানুহে বমি কৰে। ইঞ্জিনৰ ভাপৰপৰা ওলোৱা এক ৰকমৰ দুৰ্গন্ধ, খালাচীবোৰৰ ৰান্ধনীঘৰৰ পৰা ওলোৱা, পিঁয়াজ আৰু মাছৰ গোন্ধ, এই সকলোবোৰ পাৰ হৈ শৌচাগাৰত প্ৰবেশ কৰাতকৈ মোৰ মনেৰে সাগৰত জপিয়াই পৰাই কম কষ্টদায়ক। যদি আমি সহ্য কৰিব পাৰিলোঁহেঁতেন, তেতিয়াহলে তিনি দিন পাইখানালৈ যোৱাকে বাদ দি দিলোঁহেঁতেন। যদিও আমি তলৰপৰা হৈ আহিলোঁ, কিন্তু আমাৰ তিনিওৰে চেহেৰা এনেকুৱা হৈ গল যে, এজনৰ আনজনৰফালে চাবৰ ইচ্ছা নাইকিয়া হ'ল। সিদৰে কোনো এটা দলে কাজিয়া কৰিবলৈ গৈ ভালকৈ মাৰ খাই আহিও নিজৰ অপমানৰ আলোচনা নকৰে, সেইদৰে আমিও এই শৌচালয়ৰ আলোচনা নকৰিলোঁ। মই গিৰধাৰীক কলোঁ—"আহাঁ, খাবলৈ বহোঁ।" তেওঁ কলে—"মোৰ ভোক নাই।" জীৱতৰামে খাবলৈ অস্বীকাৰ কৰিলে। মই কলোঁ—"ভাওৰীয়া। যেতিয়া ব'দ বাঢ়িব, তেতিয়া আপোনাৰ মূৰ ঘূৰাবলৈ ধৰিব। তেতিয়া আৰু খোৱা অসম্ভৱ হৈ পৰিব।" গিৰধাৰীয়ে সুধিলে—"ব্যায়াম নকৰাকৈ জানো হজম হব?" মই উত্তৰ দিলোঁ—"আমাৰ সকলোৰে হৈ এই জাহাজে ব্যায়াম কৰি আছে। গতিকে তুমি ইয়াৰ কাৰণে চিন্তা নকৰিবা।" গিৰধাৰীয়ে মোৰ কথা বুজিলে।

তেওঁ মোৰ মুখলৈ চাই থাকিল। আমি তিনিও পেট ভৰাই খাই লওঁ। আমাৰ তিনিওৰে ভিতৰত জীৱনতৰামৰ খোৱাত অলপ চিকা চলা আছিল। তেওঁ কেৱল ফলৰ ৰসৰ বাহিৰে আৰু আন একো নাখালে। মই নিজে ভালপোৱা বস্তু খালোঁ আৰু এটা নেমুৰ ৰস চুপি খালোঁ। বেচেৰা গিৰধাৰীয়ে কেৱল পেট ভৰাই সুন্দৰ সুন্দৰ কল খালে। কিন্তু দুই এঘণ্টাৰ ভিতৰতে তেওঁ এইদৰে অনুতাপ কৰিবলৈ ধৰিলে যে শেহত তেওঁ গোটেই যাত্ৰাৰ ভিতৰত কেতিয়াও এবাৰো কলৰ নামেই নললে।

দুপৰীয়া হল। মোৰ দুৰ্বলতাৰ কথা মই জানিছিলোঁ। সেই কাৰণে নিজৰ বিচনাখন পাৰি শুই পৰিলোঁ। হাতত এটা নেমু ললোঁ আৰু চকু মুদি পৰি থাকিলোঁ। মাদ্ৰাজৰ ফালৰ পৰা কোনো জাহাজ কলিকতালৈ যাব পায়। তাক দূৰৈত দেখিয়েই মানুহবোৰে কবলৈ ধৰিলে—"সৌখন জাহাজ চোৱঁা। জাহাজ।" এনেতে দুয়োখন জাহাজে 'ভো·· ও · ··' বুলি এখনে আনখনক অভিবাদন জনালে। কিন্তু মই চকু মুদি কল্পনাৰ দ্বাৰাই এই সকলোবোৰ দৃশ্য চাই লৈছিলোঁ। গিৰধাৰী থাকিব নোৱাৰিলে, তেওঁ তৎক্ষণাৎ থিয় হ'ল, যেতিয়াই তেওঁ থিয় হ'ল কলবোৰে তেওঁৰ পেটত থাকিবলৈ আপত্তি কৰিলে। তেওঁ ভয় খাই গল। মই শুই শুয়েই তেওঁক পানী দিলোঁ। আদাৰ চকল দিলোঁ। অলপ শান্ত হোৱাৰ পাছত তেওঁ মোৰ বিচনাত আহি বাগৰ দিলে। কিন্তু এবাৰ পেটে খলখলালে জানো তুৰন্তে শান্ত হব?

আমি ডেকত বাগৰি আছিলোঁ। তাত এফালে ওপৰৰ কেবিনত দুজন দেশী খৃষ্টান বহি আছিল। তেওঁলোকৰ ভিতৰত এজনে বমি কৰিবলৈ ধৰিলে। তেওঁ যিমানেই বেছিকৈ বমি কৰে; তেওঁৰ বন্ধুৱে সিমানেই হাঁহিবলৈ ধৰে। গিৰধাৰীয়েও মাজে মাজে হাঁহিছিল আৰু আকৌ লগে লগে অনুতাপো কৰিছিল।

এইদৰে আবেলি হ'ল। আবেলি মই অলপ বক্ষা পালোঁ। আমি আকৌ অলপ খাই ললোঁ। কিন্তু ই কাবো অনুকূল নহ'ল। মই বহি বহিয়েই গধূলিৰ শোভা চালোঁ। মানুহে কবলৈ ধৰিলে যে "এতিয়া আমি কলা পানীলৈ আহিছোঁ।" আৰু সঁচাকৈয়ে পানীৰ বঙ ভয়াবহ আৰু

ক'লা আছিল। মানুহে কলে—"এতিয়া আন্দামান দেখা যাব।" কোনোবাই কলে—"নহয়, আমাৰ জাহাজ তাতোকৈ বেছি দূৰত আছে। সেই দ্বীপটো দেখা পোৱা নাযাব।"

চাৰিওফালে সন্ধ্যাই নিজৰ সৌন্দৰ্য্য বিস্তাৰ কৰিছিল। ৰাতিপুৱাৰ ৰঙ আৰু সন্ধ্যাৰ ৰঙ সমান নহয়। উদয় আৰু অস্তনো কেনেকৈ একে হব পাৰে? যেতিয়া উদয় বৰ্দ্ধমান বাল্যকালৰ নিচিনা হয়, তেতিয়া অস্ত বিজয়ী বীৰৰ নিধনৰ নিচিনা শোকপূৰ্ণ হয়। উষাৰ মুখত মধুৰ মিচিকিয়া হঁাহি বিৰিঙি উঠে, সন্ধ্যাৰ মুখত ক্ষন্তেকৰ কাৰণে উল্লাস আৰু বিলাস নাচি থাকে। সাগৰৰ ৰঙ আকৌ সলনি হবলৈ লাগিল। সূৰ্য্য অস্ত গল আৰু চাওঁতে চাওঁতেই নক্ষত্ৰৰূপী পাৰিজাত গোটেই আকাশত বিয়পি পৰিল। জাহাজৰ বিজুলী বাতিয়েও তাৰ শোভা বঢাইছিল। মই সকলো পৰাই এই চাকি বৰ ভাল পাইছিলোঁ ই ইমান সৌম্য হয় যে ইয়াৰ দ্বাৰা ওঁচৰৰ সকলোবোৰ বস্তু দেখা পোৱা যায়। তথাপি ই চকুত চকা-মকা লগাই দিয়ে। এই চাকিৰ ভিতৰত আন্ধাৰক ধ্বংস কৰি নিজৰ সাম্ৰাজ্য বিস্তাৰ কৰাৰ মহৎ আকাঙ্ক্ষা নাই। আন্ধাৰৰ লগত মধুৰ সম্বন্ধ স্থাপন কৰি লৈ "তুমি আমি দুয়ো এক" এই জীৱন-নীতিহে বাচি লয়। নগৰৰ বিজুলী বাতিৰ পোহৰে নতুন অধ্যাপকৰ দৰে নিজৰ সকলো পোহৰ উজাৰ কৰি দিব খোজে আৰু জাহাজৰ চাকিয়ে যোগী সকলৰ দৰেই 'আত্মন্যেৱ সন্তুষ্ট' হয়।

বিচনাত বাগৰি বাগৰি আমি এই চাকিৰ কথা পাতি আছিলোঁ। এনেতে আমাৰ জাহাজে "ভো ও · বুলি উঁকি মাৰিলে। মই তৎক্ষণাত বুজি পালোঁ যে ই আন মহ দেখিছে। দূৰৰ পৰা আকৌ জাহাজে উঁকি মাৰিলে। মই উঠি বহিলোঁ। ৰাতি সাগৰৰ জাহাজ চাই মই বৰ ভাল পাওঁ। যেতিয়া এশাৰী বিজুলী বাতি আৰু ওখ মাস্তুলৰ ওপৰত অলোৱা দুটা ডাঙৰ ৰঙা চাকি আন্ধাৰত ভূতৰ দৰে লৰি যায়, তেতিয়া মোৰ এনেকুৱা লাগে আমি যেন অপেস্বৰীৰ দেশতহে প্ৰবেশ কৰিছোঁ। জাহাজে যিমানেই নিজৰ বাট সলাবলৈ ধৰে, আগ কালৰ দৃশ্য সিমানেই নতুন নতুন হৈ পৰে আৰু যেতিয়া জাহাজ দূৰলৈ গুচি যায়, তেতিয়া সেই সকলোবোৰ

অদৃশ্য হৈ পৰে। তেতিয়া এই দৃশ্য টোপনিৰ কাৰণে লুকা-ভুকি খেলৰ নিচিনা হৈ পৰে। আকাশৰ তৰাবোৰ ফালে চাই চাই মই ভাগৰি পৰিলোঁ।

তৃতীয় দিনা ৰাতিপুৱা ৰবষুণ হবলৈ ধৰিলে। জাহাজৰ এজন খৃষ্টান কৰ্মচাৰীয়ে আমাক সকলোকে তললৈ নামিবলৈ কলে। যাত্ৰীসকলে তৎক্ষণাত ইয়াৰ কাৰণ বুজিব নোৱাৰিলে। তেওঁ কলে যে "আগ্নেয় দিশৰ পৰা এটা ডাঙৰ ধুমুহা এইফালে আহিছে যেন লাগিছে।" ইয়াক চাইক্লোন (ঘূৰ্ণীবতাহ) বুলি কয়। যদি এই ঘূৰ্ণীবতাহত জাহাজ পৰে, তেতিয়াহলে তাক মাৰাত্মক বিপদ বুলি ধৰা হয়। বহুত জাহাজ এই ঘূৰ্ণীবতাহত ডুবি গৈছে। সেই কৰ্মীজনে কলে যে "যদি আপোনালোক এই ডেকৰ ওপৰত বহি থাকে, তেতিয়াহলে ধুমুহাত উৰি যাবও পাৰে।" মানুহবোৰে প্ৰাণৰ ভয়ত এজন এজনকৈ তললৈ নামিবলৈ ধৰিলে। আমি কিন্তু তললৈ যাবলৈ আপত্তি কৰিলোঁ। তেওঁ আমাক বুজাবলৈ চেষ্টা কৰিলে। আমি কলোঁ যে—"যদি ধুমুহা আহে, তেতিয়াহলে আমি ডাঙৰ ডাঙৰ বচিবোৰ ধৰি পৰি থাকিম।"

"কিন্তু ধুমুহাত আপোনালোক তিতি যাব।"

"তিতি গলে আকৌ শুকাই যাম।"

আমাৰ জেদ দেখি তেওঁ গুচি গল। ৰবষুণ আহিল। বেচ্ ভালকৈয়ে আহিল। ধুমুহাৰ মণ্ডল তিনি চাৰি মাইল দূৰলৈকে বিয়পি থাকে। সৌভাগ্য বশতঃ ই আমাৰ জাহাজৰ ফালে নাহিল। ধূমকেতুৰ দৰে তাৰ চাৰিওফালে নেজ থাকে। সেই নেজে আমাৰ জাহাজকো আক্ৰমণ কৰিলে। আমি বেচ্ ভালকৈয়ে তিতিলোঁ। গতিকে তললৈ নগৈ ওপৰৰ কেবিনত গৈ বহিলোঁ।

শেহত ৰেঙ্গুন পালোঁহি। বন্দৰত নমা মানুহ আৰু তেওঁলোকক নিবলৈ অহা আত্মীয় কুটুম্বৰ খুব ভিৰ আছিল। ডাঃ প্ৰাণজীবন মেহতাই নিজেই আমাক নিবলৈ বন্দৰলৈ আহিছিল। আমি ৰেঙ্গুনত ঠায়ে ঠায়ে ৰবৰৰ ৰাস্তা দেখিলোঁ। সেইকাৰণে যেতিয়া গাড়ীবোৰ দৌৰি যায়, তেতিয়া কেৱল ঘোঁৰাৰ খুৰাৰ শব্দহে শুনিবলৈ পোৱা যায়।

সেইদিনা আমাৰ এনেকুৱা লাগিছিল যেন আমাৰ ভৰিৰ তলৰ মাটিবোৰ কঁপি আছে। এদিন জিৰণি লোৱাৰ পাছতহে তিনিদিনৰ সমুদ্ৰ যাত্ৰাৰ ভাগৰ নাইকিয়া হ'ল।

মাৰ্চ ১৯২৭ চন

## ৬৫। সৰোবিহাৰ

আমি ৰেঙ্গুনৰ ওচৰৰ বিখ্যাত সৰোবৰ চাব খুজিছিলোঁ। এই সৰোবৰৰ আকাৰ ইউৰোপ খণ্ডৰ আকাৰৰ দৰেই বেঁকা-বেঁকি। তাত কেইটামান দ্বীপ আৰু অন্তৰীপ আছে। ৰেঙ্গুন কৰ্পৰ অন্যাংশৰ ওপৰত আৰু ইয়াৰ বনলক্ষ্মীও কৰ্পৰ নিচিনাই সুন্দৰ যেন লাগিছিল। চাৰিওফালে ডাঙৰ গছ-গছনি। প্ৰকৃতিয়ে যেন নিজৰ সকলো বৈভৱ দেখুৱাবৰ কাৰণেই ইয়াত এইবোৰ বস্তুৰ সৃষ্টি কৰিছে। য'ত বনলক্ষ্মী আৰু জল-দেৱতাৰ মিলন হয়, তালৈ লক্ষ্মীক নমতাকৈয়ো আহে। আমি তৃতীয় প্ৰহৰত সেই সৰোবৰৰ পাৰ পালোঁগৈ। বহুত সময় তাৰ পাৰে পাৰে ফুৰিলোঁ। প্ৰত্যেক ফালৰপৰাই সৰোবৰৰ সৌন্দৰ্য্যই বিভিন্ন ৰূপ ধাৰণ কৰে। কিছুমান ৰূপ-গৰ্বিত গছে সকলো সময়তে সৰোবৰৰ দৰ্পণত নিজক দৰ্শন কৰিছিল।

ঘূৰোঁতে ঘূৰোঁতে আমাৰ ধৈৰ্য্য নাইকিয়া হৈ গল। ঈশ্বৰে নৌকা-বিহাৰৰ কাৰণেহে সৰোবৰ সৃষ্টি কৰিছে। কৰসীজান নামৰ মানুহজনক মাতি আমি তেওঁৰ নাৱত বহিলোঁ আৰু উদ্দেশ্যবিহীন ভাবে চাৰিওফালে ঘুৰিবলৈ ধৰিলোঁ। মাজত এটা দ্বীপ আছিল। তাৰ লগত চিনাকি নোহোৱাকৈনো বাৰু কেনেকৈ উলটি আহোঁ? দ্বীপৰ ওপৰত এটা সুন্দৰ জিৰণি ঘৰো আছিল। তাৰ ছুয়ো চিৰিৰ দাঁতিত চিমেণ্টেৰে সজা ছটা ডাঙৰ অজগৰ দীঘল হৈ পৰি আছিল। নাৱেৰে যাওঁতে যাওঁতে এটা পাক নাৱতে 'ৰেগেদন পেগোডা'ৰ উচ্চ শিখৰ দেখিবলৈ পালোঁ। আগ্ৰাৰ ছুৰ্গৰ পৰা তাজমহল চাই যিমান আনন্দ লাগে হয়তো আমি ইয়াতো

সিমান আনন্দই পাওঁ। কোনো বস্তুৰ ওচৰলৈ গলে সম্পূৰ্ণভাৱে তাৰ সৌন্দৰ্য্য প্ৰকাশ হয় কিন্তু কাব্যৰ সৌন্দৰ্য্য দূৰৰ পৰাই উপভোগ কৰিব পাৰি।

এই ৰহস্য জনাৰ কাৰণেই চন্দ্ৰ, সূৰ্য্য আৰু অগণিত তৰাবোৰ আমাৰ পৰা ইমান আঁতৰত আছে নেকি?

সন্ধ্যা লগাৰ লগে লগে আমি ঘৰলৈ ঘূৰিলোঁ। সৰোবৰে শকুন্তলাৰ দৰে আমাক আকৌ ঘূৰি আহিবলৈ নিমন্ত্ৰণ কৰিলে। সেইকাৰণে পাছদিনা আমাৰ এটা ডাঙৰ দলে তাত গা ধোৱাৰ দিহা কৰিবলৈ ওলাল। তাতৈ যোৱাৰ পাছত আমাৰ দলৰ মানুহে কলে যে ইয়াত শ্বেতাঙ্গ সকলৰ "বোটিং ক্লাব" থকাৰ কাৰণে সৰোবৰত গা-ধোৱা নিষেধ। ৰাতিপুৱাৰ লগে লগে যিদৰে ভেটফুল জাপ খাই যায়, সেইদৰে মোৰ উৎসাহো নাইকিয়া হৈ গল। ইমান চেষ্টাৰ পাছত ৰসপূৰ্ণ সৰোবৰত সাঁতোৰাৰ আনন্দৰপৰা বঞ্চিত হৈনো বাৰু কাৰ ভাল লাগিব পাৰে? কিন্তু মোৰ লগৰীয়াসকল সত্যাগ্ৰহী আছিল জানো? তেওঁলোকে সাধাৰণভাৱে আইনৰ বিৰোধ কৰাতকৈ মনে মনে আইন ভঙ্গ কৰিবলৈ বেচি ভাল পাইছিল। তেওঁলোকে আগৰপৰা এনেকুৱা এডোখৰ নিৰ্জন ঠাই বাচি থৈছিল য'লৈ কেৱল শ্বেতাঙ্গ সকলৰ নাৱেই নহয়, দৃষ্টিও যাব নোৱাৰে। মই ইয়াত আহি দেখিলোঁহি যে আন ঠাইৰ সৌন্দৰ্য্যতকৈ এই ঠাইৰ সৌন্দৰ্য্য কোনো গুণে কম নহয়। এইদৰে নিৰ্জনত চুব কৰি গা ধুয়ো এক অনুপম আনন্দ পালোঁ। গিৰধাৰীয়ে সাঁতুৰিব নাজানিছিল। ইয়াত তেৰেঁা সতুৰিবলৈ শিকিলে। পানীত সাঁতোৰাৰ প্ৰথম অনুভৱত মানুহে যি আনন্দ পায়, তাৰ উপমা দিবলৈ হলে চৰাই পোৱালীৰ লগতহে দিব পাৰি যি প্ৰথম কণী ভাঙি বাহিৰলৈ ওলায়। ভাষা সৰ্লনি কৰিলে এই প্ৰাৰ্থনাত শক্তি আছে। ৰ'দ চোকা হৈ পৰিল, তথাপি গিৰধাৰীয়ে পানীৰপৰা ওলাই অহাৰ নাম নললে। আৰু আধা ঘণ্টা পানীত থাকিবৰ অনুমতি দিবৰ কাৰণে তেওঁ মোক ইংৰাজীত মিনতি কৰিবলৈ ধৰিলে। যদি মই তেওঁৰ এই মিনতি উপেক্ষা কৰিলোঁ হেঁতেন, তেতিয়াহলে তেওঁ বঙ্গালী ভাষাত মোক মিনতি জনালেহেঁতেন। মই তেওঁক কেনেকৈ অসন্তুষ্ট কৰিম? আমি ইচ্ছামতে জলবিহাৰ কৰিলোঁ।

যৰাতিয়েই যেতিয়া জীৱনৰ আনন্দ পৰিত্যাগ কৰিবলগীয়া হৈছিল, তেতিয়া আমাৰ এই সাতোঁৰাৰ আনন্দ অন্ত পোৱাত আচৰিত কি? ক্লান্ত হৈ কিন্তু শান্ত মনেৰে আমি ঘৰলৈ উলটিলোঁ। বাটত আনাৰসৰ ইমান ডাঙৰ বাগিছা আছিল যে এনেকুৱা বাগিছা মই জীৱনত কেতিয়াও দেখা নাছিলোঁ।

গধিকে পেটত ভোক থকা সত্বেও আৰু ইয়াত আনাৰস পোৱাৰ কোনো আশা নথকা সত্বেও আমি বহুত সময় ইয়াক চাই ৰলোঁ।

মাৰ্চ ১৯২৭ চন।

## ৬৬। সুবৰ্ণদেশৰ মাতা ঐৰাৱতী

ইৰাৱতী বুলিম নে ঐৰাৱতী? মোৰ মনেৰে ইৰা নামৰ ঘাঁহৰ পৰাই এই-নৈৰ নাম ইৰাৱতী হ'ল। বোধকৰো ইয়াৰ পাৰত থকা পুষ্টিকৰ ঘাঁহ খোৱাৰ কাৰণেই মদমত্ত হাতীক ঐৰাৱত বুলি কোৱা হয়, নহলে ইন্দ্ৰৰ ঐৰাৱতৰ নিচিনা মহাকায় আৰু গজগতিত যোৱা এই নৈক দেখি কোনো বৌদ্ধ ভিক্ষুৱে ভাবিলে—"বাৰু, ইয়াকেই আমি ঐৰাৱতী বুলি কম।" কিন্তু ঐতিহাসিক কল্পনাৰ সোঁতত বৈ যোৱা অকামিলা মানুহবহে এইবোৰ কাম।

যদি এই ইৰাৱতী নৈখন ভাৰতবৰ্ষত হ'লহেঁতেন, তেতিয়াহলে সংস্কৃত কৱিসকলে এওঁক লৈ ঐৰাৱতীৰ সমানেই দীঘল-ডাঙৰ কাব্য প্ৰবাহ বোৱাই দিলে হেঁতেন। ব্ৰহ্মদেশৰ কৱিসকলে নিজৰ এই মাতৃৰ সম্বন্ধে যদি কিবা কাব্য লিখিছে, আমি সেইটো নাজানো। ব্ৰহ্মী ভাষা আমাৰ মাতৃ-ভাষা, শাস্ত্ৰ ভাষা বা ৰাজ-ভাষা নহয়। আমাৰ প্ৰতিবেশীৰ ভাষা শিকাৰ প্ৰবৃত্তিনো আমাৰ ক'ত? যদি আমি বহুত বছৰ আন দেশত থাকোঁ তেতিয়াহলে তাৰ ভাষা কব পাৰোঁ, কিন্তু সেই ভাষাৰ সাহিত্যৰ আস্বাদ লোৱাৰ পৰিশ্ৰম কৰিব নোৱাৰোঁ। যদি কোনো ইংৰাজে ব্ৰহ্মী ভাষা শিকি ব্ৰহ্মী কবিতাৰ ইংৰাজী অনুবাদ আমাক কৰি দিয়ে, হয়তো তেতিয়াহে আমি তাক পঢ়িম।

যি কোনো দেশেই ঐৰাৱতীৰ নিচিনা নৈক লৈ গৌৰব কৰিব পাৰে বা তেওঁৰ প্ৰতি কৃতজ্ঞতা জনাব পাৰে। ব্ৰহ্মদেশত বেঙ্গুনৰ উত্তৰফালে মণ্ডালালৈকে আমি ট্ৰেইনত কৰিছিলোঁ। তাৰপৰা ওচৰৰ অমৰাপুৰালৈ গৈ প্ৰথম ঐৰাৱতীৰ দৰ্শন কৰিছিলোঁ। আগতে যদি আমি অমৰাপুৰাৰ ওচৰত বিৰাট বুদ্ধ মূৰ্ত্তি আছে বুলি জানিলেঁাহঁতেন, তেন্তে পোনতে ভগবান বুদ্ধক আৰাধনা কৰিহে ঐৰাৱতীৰ বিহাৰ আৰম্ভ কৰিলোঁহঁতেন।

ইয়াতো নৈৰ পট খুব বহল। নৈৰ প্ৰবাহ খুব ধীৰ-গম্ভীৰ গতিত বৈছিল। এনেকুৱা নৈৰ বুকুত নাও বা 'মটৰ বোট'ত বহি যাত্ৰা কৰাটোও জীৱনত এটা বৰ ডাঙৰ সৌভাগ্য।

আমি অমৰাপুৰাৰপৰা মণ্ডালালৈ ঘুৰি গৈ 'মটৰ বোট'ত বহিলোঁ। সাগৰৰ যাত্ৰা বেলেগ ধৰণৰ আৰু নৈৰ যাত্ৰাত বেলেগ। নৈত ঢৌ নাথাকে। সকলো সময়তে আমি পাৰ দেখিবলৈ পাওঁ। সেইকাৰণে ইয়াত আমাৰ জীৱন মৃত্যুৰ ঘূৰ্ণীবতাহত সোমাই পৰিছে যেন নালাগে। পদযাত্ৰাৰ দৰে নৈ যাত্ৰাও শান্ত আৰু আনন্দ দায়ক। আজিও যেতিয়া মই এই ঐৰাৱতী যাত্ৰাৰ কথা মনত পেলাওঁ, তেতিয়া মোৰ মনত দ্ৰৌপদীৰ নিচিনা অভিমানিনী নৰ্মদাৰ চানোদ-কৰ্ণালীৰ ফালৰ যাত্ৰা, কাশী তল-বাহিনী ভাৰতমাতা গঙ্গাৰ যাত্ৰা, কাশ্মীৰৰ নন্দন বনত পাৰ্বতীৰ বিতস্তা যাত্ৰা, বনলক্ষ্মীৰ মাকৰ ঘৰৰ নিচিনা গোমন্তক প্ৰদেশৰ আৰু কেৰেলাৰ জল-যাত্ৰা, এই সকলোবোৰ আহি একেলগে ভুমুকি মাৰে। বিতস্তা আৰু ঐৰাৱতীৰ এই সুদীৰ্ঘ ভ্ৰমণে মানুহৰ মনত তৃপ্তি দিয়ে। ঐৰাৱতী নৈ সিন্ধু, গঙ্গা, ব্ৰহ্মপুত্ৰ আৰু নৰ্মদাৰ সমকক্ষ। ঐৰাৱতীৰ বিস্তাৰ আৰু প্ৰবাহ দেখিলে এনেকুৱা লাগে যেন এওঁ কোনো মহান সাম্ৰাজ্যক শাসন কৰোঁতা কোনো মহান সম্ৰাজ্ঞীহে। আৰাকান আৰু পেগুৱেমাই ঐৰাৱতীক ৰক্ষা কৰিছে; আৰু তেওঁৰ সন্মান ৰক্ষা কৰিবৰ কাৰণে তেওঁলোকে দূৰত সসন্মানেৰে থিয় হৈ আছে।

আমাৰ জাহাজ আগ বাঢ়িল। যিদৰে গধূলি হলেই গৰু পোৱালীবোৰ মাকৰ ওচৰলৈ চপলিয়াই আহে, সেইদৰে দাঁতি কাষৰৰ বিস্তীৰ্ণ প্ৰদেশৰ শ্ৰমজীৱী কৃষক সকল দলে দলে ইয়ালৈ আহে। আমাৰ জাহাজ যেন

এখন চলন্ত বজাৰহে, যি কোনো সৰু বন্দৰ দেখিলেই মানুহক নিমন্ত্ৰণ জনাবৰ কাৰণে 'উকি' দিয়ে। লগে লগে মানুহবোৰ দৌৰি দৌৰি আহে আৰু নানা ধৰণৰ খোৱা-বোৱা বস্তু, কাপোৰ-কানি, বেতৰ বাচন, আন শিল্পজাত বস্তু আৰু আন আন বস্তু লৈ জাহাজত বহি পৰে। জাহাজতো কিছুমান বেপাৰীয়ে নিজৰ নিজৰ মাল-বস্তু লৈ সাজু হৈ থাকে। চৰাইৰ কলৰৱৰদৰে বেচা-কিনাৰ হাই-উকমি আৰম্ভ হৈ যায়। আমি যদি এওঁলোকৰ ভাষা বুজিলোঁহেঁতেন, তেতিয়াহলে এই হাই-উকমিত আমনি পালোঁহেঁতেন। কিন্তু এতিয়াতো মানুহে কাজিয়া-পেচাল কৰা আৰু কন্দা-কটা কৰা এই সকলোবোৰ আমাৰ কাৰণে একেই আছিল, যেন এখন ডাঙৰ নাটকহে অভিনয় কৰা হৈছে। এওঁলোকৰ বেচা-কিনা শেষ হোৱাৰ লগে লগে জাহাজ এৰি দিয়ে। জাহাজৰ এজন দুষ্ট ইংৰাজ কৰ্মচাৰীৰ লগত আমাৰ অলপ কাজিয়া লগা কাৰণে যাত্ৰাৰ প্ৰাৰম্ভতে সকলো আনন্দ শিথিল হৈ গল। কিন্তু মৃদু মৃদু বতাহে এই সকলোবোৰ উৰাই নিলে আৰু আৰু আমি প্ৰকৃতিৰদৰে প্ৰসন্ন হৈ পৰিলোঁ।

আকৌ এটা বন্দৰ পালোঁহি। ইয়াত বিশেষ ধৰণৰ বেপাৰ চলে যেন লাগিল। সৰু-ডাঙৰ অসংখ্য নাও নৈৰ পাৰৰ বোকাত লেটি-পেটি হৈ আছিল। যিদৰে মাখিবোৰ গৰু-মহৰ পিঠিত ভেন্ ভেনাই থাকে, সেইদৰে গাঁৱৰ লৰা-ছোৱালী এই নাৱৰ ভিতৰত জপিয়াই, খেলি আছিল। ব্ৰহ্মী মানুহবোৰে 'গোদন গুহুৱা' অৰ্থাৎ নিজৰ শৰীৰত নানা তৰহৰ চাপ মাৰি বৰ ভাল পায়। তেওঁলোকৰ ফুলৰ নিচিনা ছালত ৰঙা আৰু সেউজীয়া বৰণৰ 'গোদনা'ৰ সুন্দৰ লাগে। মহাৰাষ্ট্ৰৰ গাঁৱত মানুহবোৰৰ এনেকুৱা এটা বিশ্বাস আছে যে এই জন্মত শৰীৰত অলঙ্কাৰৰ ছবি আঁকিলেহে অন্য জন্মত সোণৰ অলঙ্কাৰ পায় আৰু কপালত ফোঁট বা চন্দ্ৰৰ নিচিনা ছাপ লগালে নাৰীসকলে অখণ্ড সৌভাগ্য লাভ কৰে। সম্ভৱ ইয়াৰ মানুহবো এনেকুৱা ধৰণৰ কিবা বিশ্বাস আছে, কাৰণ ইয়াৰ গাঁৱৰ বহুত মানুহেই কঁকালৰপৰা আঁঠুলৈকে সৰ্ব্বাঙ্গ শৰীৰত নানা ৰকমৰ ছবি আঁকাই লয়, যি দেখাত একেবাৰে লুঙ্গীৰ নিচিনা হয়। সেই কাৰণে যেতিয়া তেওঁলোক নগ্ন হৈ নৈত গা ধোৱে তেতিয়া কাপোৰ নোহোৱা সত্বেও তেওঁলোকক

সহ যেন লাগে। কোনো ঠাইত বেছিয়া তাহাত বেছি সময় থাকে, তেতিয়া আমি পাৰত নামি ওচৰৰ গাঁওবোৰ ঘূৰি আহোঁ। ব্ৰহ্মদেশৰ ঘৰ-দুৱাৰক আমি ভালকৈ চিনিব পাৰিছিলোঁ। যদিও আমি তেওঁলোকৰ ভাষা নুবুজোঁ, তথাপি এই সৰল গ্ৰামবাসীৰ জীৱন আমাৰ কাৰণে পৰিচিতৰ দৰে হৈ পৰিছিল। আমি যদি ৰাজনীতিজ্ঞ আৰু ব্যৱসায়ী সকলৰ ঈৰ্ষা, দ্বেষ আঁতৰ কৰি দিওঁ, ধাৰ্মিক তথা অধাৰ্মিক সকলৰ কল্পনা সৃষ্টিক এচুকত আঁতৰাই থওঁ তেতিয়াহলে পৃথিৱীৰ সকলো ঠাইৰে মানৱ জাতি একেই। মোৰ মনেৰে গোটেই পৃথিৱীৰ সকলো গাঁৱৰে ৰূপ আৰু প্ৰকৃতি সমানেই।

প্ৰবাহৰ লগত তাল দিবৰ কাৰণেই যেন মাজে মাজে স্তূপ আৰু মন্দিৰ পাইছিলোঁহক ওখ ওখ টিলা আৰু শিখৰ মানুহৰ কাৰণে চিৰদিনেই প্ৰিয়। তাতে আকৌ নীল নদীৰ নিচিনাকৈ ঐৰাৱতীয়ে যেতিয়া চাৰিওকালে ক্ৰপাৰ উৎপাত আৰম্ভ কৰে, তেতিয়া মানুহৰ কাৰণে এই ওখ ওখ ঠাইবোৰ আশ্ৰয় স্থান হৈ পৰে। মানুহে যদি মন্দিৰ সাজি তেওঁৰ প্ৰতি নিজৰ কৃতজ্ঞতা প্ৰকাশ নকৰে, তেতিয়াহলেনো বাৰু কি ধৰণে কৰিব? প্ৰকৃতিয়ে আমাক শিকাইছে যে সেউজীয়া পাতত হালধীয়া পকা পকা ফলে নিজৰ কেনেকৈ সৌন্দৰ্য্য বিস্তাৰ কৰে। ইয়াৰ মানুহে এই শিক্ষাৰ দ্বাৰা গাছৰ তলত মন্দিৰ সাজি সোণৰ ত্ৰিশূলৰ দ্বাৰা ইয়াকে দেখুৱাবলৈ চেষ্টা কৰিছে যে আকাশ অসীম। প্ৰকৃতিৰ শোভা মানুহে বঢ়াব নোৱাৰে, যাৰ এনেকুৱা বিশ্বাস আছে তেওঁ এবাৰ ইয়ালৈ আহি নিশ্চয় এই শিখৰবোৰ চাই যোৱা উচিত।

তেতিয়া আছিল দুপৰীয়া সময়। এজনী ইংৰাজী জনা ব্ৰহ্মী কলেজীয়া ছাত্ৰীয়ে আমাৰ লগত কথা-বাৰ্ত্তা পাতি আছিল। এনেতে এক শান্ত স্বৰ শুনা গল। ছিন্দৱীন নৈয়ে নিজৰ কৰভাৰ লৈ ঐৰাৱতীৰ লগত মিলিবলৈ আহিছিল। কিমান আকৰ্ষণীয় আছিল দুয়োৰো এই প্ৰেম-সঙ্গম! সেই দৃশ্য এনেকুৱা অনুপম আছিল যেন ৰামদাস আৰু তুকাৰামৰহে মিলন হৈছে অথবা ভৱভূতিয়ে ভৰা খেলুৱৈ কালিদাসক তেওঁৰ উত্তৰ ৰাম-চৰিত মহাকাব্য শুনাইছে।

মই কল্পনাৰ যাবাতো হিন্দবীনৰ অজ্ঞাত প্ৰদেশৰ শানবাজ্য পৰ্য্যন্ত ভ্ৰমণ কৰি আহিলোঁ। তাত মই হাতত ধেনু-কাঁড় বা কুঠাৰ লৈ নিৰ্ভয় আৰু নিশ্চিন্ত মনেৰে ফুৰি ফুৰা কেইজনমান বনবাসীক লগ পালোঁ। অলপ সন্দেহ জাগিলেই প্ৰাণ লব পৰা আৰু অলপ বিশ্বাস জন্মিলেই নিজৰ প্ৰাণ দিব পৰা এই প্ৰকৃতিৰ বালকসকলৰ দৰ্শন সভ্যতাৰ বোকাক ধুব পৰা মঙ্গল-স্নানৰ নিচিনা আছিল। জাহাজত থকা পক্ষী লাগিলে যিমানেই উৰক, শেহত যেনেকৈ সি আকৌ জাহাজলৈকে ঘূৰি আহে, মোৰ কল্পনাযো সেইদৰে অৰণ্যত ভ্ৰমণ কৰি আকৌ জাহাজলৈ উলটি আহিল। কাৰণ এতিয়া আমি আহি পকোকু বন্দৰ পালোঁহি।

আমি আকৌ পকোকুৰ ওচৰৰ বোকা থকা নৈত গা-ধুই, ব্ৰহ্মী আতিথ্য স্বীকাৰ কৰি জাহাজত উঠিলোঁ; আৰু কেৱাচিন তেলৰ কুঁৱা চাবৰ কাৰণে যেনন জাঁৱলৈ গলোঁ। এইখন আমেৰিকান বন্ধুৰাৰ বাজত্ব বুলি কব পাৰি। দাঁতি কাষবত প্ৰায় গছ-গছনি নথকাৰ নিচিনাই। এফালে কেৱাচিন তেলৰ কুঁৱাৰ আধুনিক ক্ষেত্ৰ, আৰু আনফালে টিলাৰ ওপৰত থকা সক প্ৰাচীন বৌদ্ধ মন্দিৰৰ তীৰ্থ ক্ষেত্ৰ, এই দুয়োটাকে একেলগে দেখিলে মনত নানা বকমৰ ভাব জাগে। মন্দিৰৰ কাৰুকাৰ্য্যৰ ভিতৰত হাতীৰ মূখৰ নিচিনা এটা চৰাই খোদাই কৰি থোৱা হৈছে। এনেয়ো ইয়াত আন ধৰণৰ বহুত বস্তু দেখিবলৈ পালোঁ। ওচৰৰ মঠত কিছুমান বৌদ্ধ সন্ন্যাসীয়ে সুৰ লগাই 'সন্ধ্যা-বন্দনা' বা এনেকুৱা আন কিবা ধাৰ্মিক কাম কৰি আছিল। ঐৰাৱতীয়ে যেন কোনো পক্ষপাত নকৰাকৈ কেৱাচিন তেলৰ কুঁৱাৰ নলীবোৰৰ হাই-উকমিক নিজৰ বুকুত সামৰি লৈছিল আৰু 'অনিচ্ছাবতসঙ্খাৰা উপাদব্যয়-ধৰ্ম্মিনো'ৰ শ্ৰান্ত বা চিৰন্তন বাণীও বহন কৰি আছিল। আমেৰিকাৰ শক্তি অসাধাৰণ হব পাৰে, কিন্তু তথাপি সেই ভূখণ্ডক জানো এতিয়াও কেছুৱা বুলি কোৱা নহয়? জীৱনৰ বহস্যক তেওঁ ইমান সহজতে কেনেকৈ আয়ত্ব কৰিব? তেওঁলোকে কেৱল নৈৰ পাৰত তিনি হেজাৰ ফুট দ নাদ খান্দি কেৱাচিন তেল উলিওৱা কথাহে ভাবিব পাৰে। সংসাৰত উৎপন্ন হোৱা সকলো পদাৰ্থই জন্ম লয় আৰু শেহত বিনাশ হয়। সকলোবেই নশ্বৰ, ব্যৰ্থ আৰু অসাৰ। সাৰ কেৱল ইয়াৰপৰা মুক্ত

হৈ নির্বাণ লাভ কৰাত—এইটো কথা কোনজন আমেৰিকানে মানি লব পাৰিব ? কিন্তু ঐৰাৱতী নৈয়ে নতুন উৎসাহ লোৱা কাৰণে আৰব কথা কেতিয়াও অস্বীকাৰ নকৰিব, আৰু জ্ঞান উপলব্ধি কৰি উৎসাহকো হেৰুৱাই নেপেলাব। তেওঁৰতো কাম হৈছে মহাসাগৰৰ লগত বিলীন হৈ যোৱা আৰু এই বিলীনতাৰ আনন্দক চিৰদিন জাগ্ৰত আৰু প্ৰবাহিত কৰি ৰখা।

যেনেনজাঁৰৰপৰা আমি প্ৰোমলৈকে গলোঁ আৰু তাত ঐৰাৱতীৰপৰা বিদায় মাগিলোঁ। ইয়াৰ আগত গৈ এই মহানদীয়ে অসংখ্য মুখেৰে সাগৰৰ লগত মিলি গৈছে। সঁচাকৈয়ে ঐৰাৱতী সুবৰ্ণ দেশৰ মাতৃ !

মাৰ্চ্চ ১৯২৭ চন।

## ৬৭। সমুদ্ৰৰ সহবাসত
### ( আফ্ৰিকালৈ যাওঁতে )

বম্বেৰপৰা মাৰ্মাগোৱালৈকে ভাৰতবৰ্ষৰ পশ্চিম পাৰ দেখা গৈছিল। যেতিয়ালৈকে মাক চকুৰ পৰা আঁতৰ নহয়, যিদৰে তেতিয়ালৈকে সন্তানে বিশ্বাস কৰে যে মই মোৰ মাৰ ওচৰতে আছোঁ, সেইদৰেই যেতিয়ালৈকে ভাৰতবৰ্ষৰ পাৰ দেখি আছিলোঁ, তেতিয়ালৈকে ভাৰতবৰ্ষ যে এৰিলোঁ আমাৰ তেনেকুৱা লগা নাছিল। মাৰ্মাগোৱা এৰাৰ পাছত আমাৰ 'কম্পালা' নামৰ জাহাজে সাগৰত প্ৰৱেশ কৰিলে। চাওঁতে চাওঁতেই ভাৰতবৰ্ষৰ পাৰ আমাৰ চকুৰ আঁতৰ হৈ গল আৰু চাৰিওফালে কেৱল পানীয়েই পানী দেখিবলৈ পালোঁ। ৰাতি হোৱাৰ লগে লগে আকাশৰ জন-সংখ্যা বাঢ়িবলৈ ধৰিলে। বতৰ ভাল কাৰণে সাগৰ শান্ত হৈ আছিল। চৌবোৰেও মিচিকিয়াই হাঁহি বহি আছিল। সাগৰৰ ৰঙ কেতিয়াবা আকাশী, কেতিয়াবা নীলা চিয়াঁহী আৰু কেতিয়াবা কলা চিয়াঁহীৰ নিচিনা হৈ পৰে। যেতিয়া জাহাজে দুয়োফালৰ পানী কাটি আগ বাঢ়ি যায়, তেতিয়া তাৰ দুয়োফালে বগা ফেন উঠে সি বহু ধৱলৰ ফুল বাচি যায়। নীলা ৰঙৰ লগত তাৰ শোভা এক ৰকমৰ আৰু ক'লা ৰঙৰ লৈতে আন

ৰকমৰ। প্ৰথমতে সাগৰৰ চেহাৰা চৌৰ অবিহনত সোঁতোৰা পৰা চালৰ নিচিনা হয়। কেতিয়াবা কেতিয়াবা এই সোতোৰা ছাল নাইকিয়া হৈ যায় আৰু পানীবোৰক চিকচিকাই থকা কাঁহী বাতিৰ নিচিনা সুন্দৰ যেন লাগে। জাহাজ লাহে লাহে কঁপি কঁপি আহি আছে। যেতিয়া জাহাজ দেখাত সৰু হয়, তেতিয়া বেছি কঁপে। তাওৰ জাহাজে সোনকালে নিজৰ গম্ভীৰ গতি এৰি দিদিয়ে। আগফালৰ পৰা যেতিয়া ঢৌ আহে তেতিয়া জাহাজ কঁপাৰ বাহিৰেও অশ্বাৰোহীৰ দৰে আগ-পাছ কৰি থাকে, ইংৰাজীত যাক 'পিচিঙ' বোলে। যদি এই 'পিচিঙ' বেছি সময়লৈকে থাকে, তেতিয়া হলে মানুহৰ ভাল নালাগে; আৰু ই অনুকূলো নহয়। কিন্তু ইয়াক কেনেকৈ ভেটা দিয়া যায়? দোলনাত জোকাৰি জোকাৰি যেতিয়া মানুহৰ অমনি লাগে, তেতিয়া তেওঁ তাৰপৰা নামি আহে। কিন্তু জাহাজত এবাৰ বহিলে তাৰ অত্যাচাৰ সহাৰ বাহিৰে আন কি উপায় থাকে? কেতিয়াবা কেতিয়াবা মনত সন্দেহ হয় যে দুয়ো গতিৰ সংমিশ্ৰণত থাকিলে বাৰু মূৰ নুঘূৰাইনে? মনত এইটো ভয়ো সোমাই যে এতিয়া মূৰ ঘূৰাৰ কথা ভাবিছোঁ যেতিয়া হয়তো নিশ্চয় বমি হৈ যাব। খাবৰ সময়ত তৃপ্তিৰে খাওঁ, যদিও মনে মনে এইটো ভয়ো থাকে এই আহাৰ পেটত ৰব নে? এই সন্দেহক দূৰ কৰা বৰ সহজ কথা নহয়। যা হওক, আমি এই আঠ দিন বৰ আনন্দত কটালোঁ। মানুহে আমাক ভয় খুৱাই দিছিল যে শেহৰ চাৰিদিন বৰ কষ্ট পাম। কিন্তু আমি তেনেকুৱা একো কষ্ট পোৱা নাছিলোঁ, অৱশ্যে মিদিনা ভূমধ্য ৰেখা পাৰ হৈছিলোঁ সেইদিনা অলপ পৰ বতাহ বৰ বেগেৰে বলিছিল। কিন্তু তাৰ কাৰণে আমাৰ বিশেষ কষ্ট হোৱা নাছিল।

চাৰিওফালে যেতিয়া কেৱল পানীয়েই পানী হয়, তেতিয়া অলপ সময় ভাল লাগে। শেহত গোটেই বায়ুমণ্ডল গম্ভীৰ হৈ পৰে। যেতিয়া এই গভীৰতা কমি যায়, তেতিয়া চকুও ভাগৰি পৰে। আমাৰ সম্পূৰ্ণ দৃষ্টি যেন এই এখন জাহাজতে আবদ্ধ হৈ পৰিছে। বিশাল সাগৰৰ তুলনাত ইয়াক কিমান ক্ষুদ্ৰ আৰু তুচ্ছ যেন লাগে। সাগৰৰ দয়াত—জীৱিত—। এই জাহাজক বাদ দিলে চাৰিও ফালে কেৱল পানীয়েই পানী। এই পানীবোৰৰ বাৰু চৰম সীমা কি? যেতিয়া আমি মাটিত থাকোঁ, তেতিয়া লাগিলে আমি

যিমান বিশাল খণ্ডই নেদেখোঁ, তথাপি মনলৈ এইটো প্ৰশ্ন নাহে যে ইয়ানবোৰ মাটিনো কিয় আছে? বিশাল আৰু অসীম আকাশক দেখিও এনেকুৱা নালাগে যে ইমান বিৰাট আকাশকনো কিয় নিৰ্ম্মাণ কৰা হৈছে। কিন্তু সাগৰৰ পানী দেখিলে মনত নিশ্চয় এই প্ৰশ্নই ঠাই পায়। মাটি দেখি দেখি অভ্যস্ত চকুৱে পানীৰ অখণ্ড বিস্তাৰ চাই ব্যাকুল হৈ যায় আৰু শেহত ভাগৰি পৰি আকাশত বিয়পি থকা তাৰবোৰক চাই জিৰণি লয়। কিন্তু এই মেঘবোৰ যে প্ৰায় আকাৰহীন আৰু অৰ্থহীন—। আকাশ যেতিয়া মেঘাচ্ছন্ন হৈ পৰে, তেতিয়া তাৰ উদাসীনতা অসহ্য হৈ উঠে। ঈশ্বৰৰ অনুগ্ৰহত শেহত এই ব্যাকুলতাৰ শেষ হয় আৰু আমাৰ দৃষ্টি অন্তৰ্মুখী হৈ পৰে, আমাৰ মনো সাগৰত সাঁতুৰিবলৈ ধৰে। ৰাতি আৰু খুব ৰাতিপুৱাই তৰাবোৰ চাবলৈ বৰ ভাল লাগে। কিন্তু "সম্পূৰ্ণ আকাশখন যে চাবলৈ নিদিও" এই বুলি কৈ মেঘে আকাশৰ কিছুমান অংশক ঢাকি ৰাখে। তেওঁৰ দয়াত আকাশৰ যিমান ভাগ দেখা যায়, আমি তাতেই সন্তুষ্ট হোৱা উচিত।

বৃহস্পতিবাৰৰ ৰাতিপুৱা। জাহাজ পোনে পোনে গৈ আছিল। তাৰ প্ৰধান স্তম্ভৰ ঠিক পাছফালে শৰ্মিষ্ঠা আছিল। স্তম্ভৰ আঁৰত ভাদ্ৰপদাৰ আকাৰ চাৰি চুকীয়া হৈ পৰিছিল। দেৱযানী আহি তলপিনে ধ্ৰুৱৰ কাষত ৰ'লহি। প্ৰায় পাঁচ বাজিল। ত্ৰিকাণ্ড, শ্ৰৱণৰ মূৰৰ ওপৰত স্বস্তিকৰ ঠাইত ওলমি আছিল। হংস, অভিজিৎ আৰু পাৰিজাত এওঁলোক তিনিওৰে উপস্থিতিত এখন সুন্দৰ চন্দ্ৰতাপ তৈয়াৰ হৈছিল। বাওঁফালে বৃহস্পতি, চন্দ্ৰ, আৰু শুক্ৰ একেশাৰীতে আছিল। চন্দ্ৰৰ জ্যোতি ইমান ম্লান আছিল যে তাক ঘোলৰ উপমাও দিব নোৱাৰি। সোঁফালে যেতিয়া স্বাতী নক্ষত্ৰ অস্ত হৈ গৈছিল, তেতিয়া আমাৰ সম্মুখত বাওঁফালে বৃশ্চিকো—অনুৰাধা, জ্যেষ্ঠ আৰু মূলৰ সৈতে ওলমি আছিল। বেচেৰা ধ্ৰুৱ মৎস প্ৰায় আকাশত মিলি গৈছিল।

ইয়াৰ পাছদিনা চন্দ্ৰই ধ্ৰুৱৰ পক্ষ ললে। সপ্তৰ্ষিক দৰ্শন কৰি আমি শুবলৈ ওলাইছিলোঁ, এনেতে আকাশত পুনৰ্বসুৰ নাও আমাৰ লগত দক্ষিণ ফালে অহা দেখি বৰ ভাল লাগিল। চিত্ৰাৰ এতিয়াও পুনৰ্বসুৰ নাৱত বহাৰ অভিলাষ অতৃপ্ত হৈ আছে। বোধকৰোঁ মঘা নক্ষত্ৰৰ হিংসাই এওঁক

বাধা দিছিল। শনিবাৰে চন্দ্ৰ আৰু শুক্ৰৰ মিলন বৰ বিভোপন যেন লাগিছিল। শেহত এওঁলোক দুয়োৱেও অলপ লীলা বঙ সানি দলে। তাম্ৰপদাৰ বহল থাল ইয়াত ওখ যেন লাগিল।

কালিৰ পৰা ধ্ৰুৱ অদৃশ্য হৈ পৰিছে। বাতিপুৱা যেতিয়া উষাই মিচিকিয়া হাঁহিৰে অভিনন্দন জনায়, তেতিয়া গোটেই আকাশত উজ্জ্বল ৰূপালী পাৰি জিলিকি উঠে। ইয়াৰ পাছত সাগৰে প্ৰসন্নতাৰ লৈতে হাঁহিবলৈ ধৰে আৰু উষাক ওলাই আহিবৰ কাৰণে সুযোগ দিয়ে।

শনিবাৰে আগফালে অহা এখন জাহাজ দেখিবলৈ পালোঁ। তেওঁ নিজৰ চাকিৰ পোহৰেৰে আমাৰ জাহাজক অভিবাদন কৰিলে। 'আমাৰ জাহাজে তাৰ উত্তৰ দিলে' দুয়োখন জাহাজ যদি একেবাৰে ওচৰ চাপি আহে তেতিয়াহলে দুয়ো উকি মাৰে; কিন্তু য'ত শব্দ শুনা নাযায় তাত পোহৰৰ দ্বাৰাই কথা পাতিব লগীয়া হয়। একেৰাহে চাৰিদিন নিঃসঙ্গতাৰ পাছত আমাৰ জাহাজৰ নিচিনা আন এখন জাহাজ দেখি অত্যন্ত আনন্দ পালোঁ। আমাৰ জাহাজৰ যাত্ৰীসকলে আফ্ৰিকাৰ সপোন দেখিছিল—আৰু সন্মুখৰ জাহাজৰ যাত্ৰীসকলে ভাৰতবৰ্ষৰ সপোন। প্ৰত্যেক খন জাহাজৰ যাত্ৰী বোৰৰ মানসিক কল্পনাৰ কথা যদি ভৱা হয়, তেতিয়াহলে কিমান আনন্দ হব।

জাহাজত তিনি শ্ৰেণীৰ যাত্ৰী থাকে। সন্মানিত আৰু সম্ৰান্ত সকল হৈছে—প্ৰথম শ্ৰেণীৰ যাত্ৰী। তেওঁলোকে যে বৰ বেচি সুবিধা পায় এনে নহয়, কিন্তু তেওঁলোকৰ ৰাজ্যত আন কোনো প্ৰবেশ কৰিব নোৱাৰাটোৱেই তেওঁলোকৰ কাৰণে গৰ্ব্ব আৰু গৌৰৱৰ বিষয়। ওপৰৰ বহুতখিনি অংশ তেওঁলোকৰ সুখ সুবিধা আৰু খেলধেমালিৰ কাৰণে সুৰক্ষিতকৈ ৰখা হয়। দ্বিতীয় শ্ৰেণীৰ যাত্ৰীয়ে বেচ্ ভাল সুবিধা পায়। কিন্তু তৃতীয় শ্ৰেণীৰ যাত্ৰীকতো মানুহৰ লগত গণনাই কৰিব নোৱাৰি; তেওঁলোকক ভেড়া ছাগলীৰ দৰে ক'ৰবাত ভৰাই দিয়া হয়। একেৰাহে আঠদিন পশুৰ দৰে জীৱন-যাপন কৰাটো মানুহৰ কাৰণে বৰ সহজ কথা নহয়।

আজিকালি দ্বিতীয় আৰু তৃতীয় শ্ৰেণীৰ মাজত এটা 'ইণ্টাৰ ক্লাচ' খোলা হৈছে। ইয়াক পশু আৰু মানুহৰ মাজৰ 'বান্দৰ-শ্ৰেণী' বুলি কব পাৰি।

ইয়াত যথেষ্ট ভিৰ থকা সত্বেও এইবিলি সুবিধা আছে যে যাত্ৰীবোৰ মানুহৰ-দৰে শুব পাৰে।

আমি জাহাজত আছোঁ, এইটো গম পোৱাৰ লগে লগে আমাৰ লগত কথা-বতৰা পাতিবলৈ বহুত মানুহ আহিল। তাতে যেতিয়া আমি ৰাতিপুৱা গধূলি প্ৰাৰ্থনা কৰাৰ বাবে জাহাজৰ খালাচীৰ কাণত পৰিলগৈ, তেতিয়া তেওঁলোকে আমাক তলৰ ডেকত আবেলিৰ প্ৰাৰ্থনা কৰিবৰ কাৰণে মাতিলে। প্ৰায় সকলো খালাচীয়েই সুৰত জিলাৰ আছিল। তেওঁলোক ভজন-প্ৰিয়। তেওঁলোকেও বহুত ভজন জানিছিল আৰু তাল-লয়ৰ যাৰা গাবও পাৰিছিল। যেতিয়া তেওঁলোকৰ ভজন মণ্ডলী বহে, তেতিয়া তেওঁলোকে গোটেই দিনৰ পৰিশ্ৰম আৰু জীৱনৰ সকলো চিন্তাৰ কথা পাহৰি পেলায়। এওঁলোকেই যে নীলা ৰঙৰ সাজ পিন্ধি গোটেই দিনটো যন্ত্ৰবদৰে কাম কৰি থকা মানুহ সেইটো কথা জনা সত্বেও বিশ্বাস কৰিবলৈ টান লাগে। তেওঁলোকক মই বহুত ধৰণৰ উপদেশ দিলোঁ। মই তেওঁলোকক এইটো বুজাবলৈ চেষ্টা কৰিলোঁ যে তেওঁলোকৰ জীৱনো এক ধৰণৰ সাধনাই। মই এইটোও কলোঁ যে মাটিৰ ওপৰতহে বেৰ থিয় কৰিব পাৰি, সাগৰৰ ওপৰত নহয়। এতেকে খালাচীৰ সমাজত জাত-ধৰ্মৰ প্ৰাচীৰ থকা উচিত নহয়। তেওঁলোক উদাৰ হব লাগে।

আমি যেতিয়া এইদৰে ভজনত মত্ত হৈ আছিলোঁ, সেই সময়তে এৰাতি জাহাজৰ ওপৰত কিছুমান গোৰাৰ মানুহে স্ত্ৰী-পুৰুষৰ এটা নাচৰ আয়োজন কৰিলে। এই কাৰণে তেওঁলোকে যি ধনগুণি গোটাইছিল তাত আমাকো সুমাই ললে। এই অধিকাৰতে আমিও দৰ্শকৰ সুযোগ পালোঁ।

গোৰাৰ খৃষ্টান সকলৰ ভিতৰত য়ুৰেশিয়ান প্ৰায় নোহোৱাৰ নিচিনাই। ধৰ্মত খৃষ্টান অথচ তেজত শুদ্ধ ভাৰতীয় মানুহে পশ্চিমৰ সংস্কাৰক কিদৰে আপোন কৰি লৈছে তাৰ প্ৰভাৱ চাবলগীয়া। কেইজোৰামান স্ত্ৰী-পুৰুষে নৃত্য কলাৰ আনন্দ লৈছিল, কিছুমানে খুব গম্ভীৰ আৰু নিৰ্লিপ্ত হৈ যন্ত্ৰৰ দৰে নাচি আছিল, যেন কোনো সামাজিক নিয়মহে পালন কৰিছে। এওঁলোকৰ কিছুমানে যুগল-নৃত্যৰ নিয়ম মানি এজনে আনজনৰ লগত নাচি নাচি আত্মহাৰা হৈ পৰিছিল। দুই এজনৰ বয়স বেছি আছিল আৰু দেখাত

তেওঁলোকৰ লগৰীয়াতকৈ ইয়াৰ অসমান ও ওখ আছিল যে, তেওঁলোকৰ এই অসমানতা দেখি মই মনে মনে কেৱল ইয়াকে ভাবিছিলোঁ যে এওঁলোকে কেনেকৈ ইমান তাণ্ডৱ বিড়ম্বনা সহ্য কৰিছে। এই ঠেক ঠাইত ইমান বোৰ মানুহৰ নৃত্য কোনোমতে শেষ হ'ল। শেহলৈকে লাগে থকাৰ ইচ্ছা নোহোৱাৰ কাৰণে আমি এখাৰ বজাৰ আগতে শুই পাৰিলোঁ।

আমাৰ জাহাজ পশ্চিমফালে বা পৃথিবীৰ দৈনন্দিন গতিৰ বিপৰীত দিশত গৈ আছিল। সেইকাৰণে আমি প্ৰায় প্ৰত্যেক দিনে আমাৰ ঘড়ীৰ কাঁটাডাল পকাই সময় ঠিক কৰিব লগীয়া হৈছিল। জাহাজৰপৰা আমাক জাননী দিছিল যে "মাজৰাতি আধাঘণ্টা কম কৰিবা" বা "এক ঘণ্টা কম কৰিবা"। সৃষ্টিৰ নিয়ম মানি আমি এই কাম কৰি গৈছিলোঁ। আফ্ৰিকা পোৱালৈকে আমি সকলো মিলাই প্ৰায় আঢ়ৈ ঘণ্টা সময় হেৰুৱাই পেলালোঁ। বেলজিয়ান্ কঙ্গো পোৱাৰ পাছত আৰু এঘণ্টা সময় হেৰুৱাব লগীয়া হল। ভূগোলৰ তথ্য-পাতি নজনা পাঠক সকলক এইটো কৈ দিয়া উচিত যে দ্ৰাঘিমাংশত প্ৰত্যেক পোন্ধৰ ডিগ্ৰীত এঘণ্টা বাঢ়ে নহলে কমে। আৰু যেতিয়া জাহাজ প্ৰশান্ত মহাসাগৰত এচিয়া আৰু আমেৰিকাৰ মাজত ১৮০ দ্ৰাঘিমাংশত থাকে তেতিয়া আহোঁতে বা যাওঁতে সম্পূৰ্ণ এদিন বঢ়াব বা কমাব লগীয়া হয়। ইংৰাজীত এই দ্ৰাঘিমাংশক 'ডেট্ লাইন' বুলি কয়। আমাৰ ইয়াত যেনেকৈ কেতিয়াবা কেতিয়াবা বেছি মাহ হৈ যায়, সেইদৰে 'ডেট লাইন'ৰ ওপৰেদি উলটি আহোঁতে এটা দিন কম আৰু যাওঁতে এটা দিন বেছি হৈ যায়।

আজি এই আঠদিন আমি কোনো এখন বাতৰি কাকত দেখা নাই, ডাক, বা কাৰো লগত দেখা সাক্ষাৎ, কোনো নগৰ বা গাঁও—আনকি নালাগে, শপত খাবলৈকো কোনো পাহাৰ বা এটা দ্বীপো চকুত পৰা নাই। এনেকুৱা অৱস্থাত যেতিয়া ঘণ্টাৰ পাছত ঘণ্টা, দিনৰ পাছত দিন মনে মনে গৈ থাকিব লাগে, তেতিয়া বাৰ আৰু ভাবিবৰো লেখ নাথাকে। যেতিয়া মই আমাৰ জাহাজৰ উচ্চতা হিচাব কৰি এইটো কথা পৰীক্ষা কৰিলোঁ যে আমাৰ চাৰিওফালে আকাশলৈকে কিমান সাগৰ বিয়পি

আছে, তেতিয়া তাহাতৰ বিষয়াবগৰো বুজিব পাৰিলে"। যে আমাৰ চকুৰে একেলগে দু'শ পঞ্চাছ বৰ্গ মাইলৰ দৃশ্য চাব পাৰে।

কিমান মহাশক্তি আছিল। সিহঁতো হেম্পোলে, নাচে, বাগৰে, কিন্তু তথাপি গম্ভীৰ শান্তি যেন আকাশৰ আশীৰ্ব্বাদৰ তলত নাচি আছে। Swelling and rolling peace—abiding and abounding কৰ লোৱাকৈ এই শান্তি সেৱন কৰাৰ লগে লগে মোৰ ভিতৰত কেনেকৈ মানৱ প্ৰেম উথলি উঠিল আৰু সমগ্ৰ মানৱ জাতিৰ কাৰণে 'স্বস্তি', 'স্বস্তি', 'স্বস্তি' মন্ত্ৰৰ উচ্চাৰণ কৰিলোঁ। মানৱ জাতিৰ ইতিহাস আজিও প্ৰায় সুন্দৰতম হৈ উঠা নাই। এই সাগৰে হয়তো কিমান অন্যায় আৰু অত্যাচাৰ দেখিছিল। ইয়াৰ বতাহত কিমান পৰাধীনতাৰ দীৰ্ঘশ্বাস মিহলি হৈ গৈছিল। কিমান প্ৰাৰ্থনা সূৰ্য্য, চন্দ্ৰ আৰু তৰাৰ ওচৰ পাই ব্যৰ্থ হৈ গৈছিল। ইমান খিনি হৈ যোৱা সত্বেও যদি মানুহৰ তেজেৰে সাগৰ ৰাঙলী হোৱা নাই, পীড়িত সকলৰ হুমুনিয়াহত ইয়াৰ বতাহ কলুষিত হোৱা নাই আৰু মানুহৰ নিৰাশাৰ কাৰণে আকাশৰ প্ৰকাশ ম্লান হোৱা নাই, তেতিয়াহলে মানৱ-জাতিৰ অলপ ইতিহাস পঢ়ি মোৰ মানৱ প্ৰেম কি কাৰণে সঙ্কুচিত বা ত্ৰস্ত হব? যদি মই মোৰ নিজৰ অসংখ্য দোষ ত্ৰুটীবোৰ পাহৰি নিজক ভাল পাব পাৰোঁ, তেতিয়াহলে মোৰেই অনন্ত প্ৰতিবিম্ব স্বৰূপ মানৱ জাতিৰ প্ৰতি মোৰ প্ৰেম কিয় কম হব?

এইবোৰ চিন্তা ভাৱনাক লগত লৈ আফ্ৰিকাৰ ভূমিত মানৱ-জাতিৰ মাজত চলি থকা বৈষম্য অৰ্থাৎ ত্ৰিখণ্ড সহকাৰক চাবৰ কাৰণে মই যোৰাচা পালোঁহি। এই আঠ দিনত মই খুব লিখা-পঢ়া কৰিম বুলি যি আশা কৰিছিলোঁ সি সম্ভৱ নহল। কিন্তু মোৰ এই আঠদিন জীৱন-দৰ্শন, চিন্তন আৰু মননেৰে ভৰপূৰ হৈ আছিল।

নবেম্বৰ ১৯৫০ চন।

ভূমধ্য ৰেখা ( equator ) পৃথিৱীৰ কটি মেখলা। যেতিয়া লঙ্কাৰ দক্ষিণফালে গৈছিলোঁ, তেতিয়া এইটো কথা ভাবি মোৰ মনটো অশান্ত হৈ পৰিছিল যে ইমান দূৰ আহিও ভূমধ্য ৰেখালৈ যাব নোৱাৰিলোঁ। মই লঙ্কাৰ দক্ষিণফালে গাল, দেবেন্দ্ৰ আৰু মাতাৰলৈকে গৈছিলোঁ ; তথাপি দক্ষিণফালে ছয় ডিগ্ৰীতকৈ বেছি যাব নোৱাৰিলোঁ। যেতিয়া কন্যা কুমাৰীলৈকে গলোঁ, তেতিয়া অতি কষ্টেৰে আঠ ডিগ্ৰীলৈকে গলোঁ। সতীশ চিঙ্গাপুৰত থাকোতেই এবাৰ তালৈ যাবৰ মোৰ ইচ্ছা হৈছিল—তেওঁক চাবলৈ নহয়, ভূমধ্য ৰেখা পাৰ হবলৈহে। কিন্তু পাছত যেতিয়া মেপত দেখিলোঁ যে চিঙ্গাপুৰ ভূমধ্য ৰেখাৰ এই ফালেই, তেতিয়া মোৰ সেই উৎসাহ ন্যাইকিয়া হৈ গল।

কিন্তু ভূমধ্য ৰেখাতনো বাৰু তেনেকুৱা কি আছে ? মাটিৰ ওপৰত বা পানীৰ ওপৰত বগা, ক'লা, আৰু হালধীয়া ৰেখা টনা হোৱা নাই ! তথাপি ভূমধ্যৰেখাৰ প্ৰদেশ যে কাব্যময় তাত কোনো সন্দেহ নাই। যেতিয়া মই সেই প্ৰদেশৰ কথা ভাবোঁ, তেতিয়া মোৰ শান্তা দুৰ্গা আৰু অৰ্দ্ধনাৰী নটেশ্বৰৰ কথা মনত পৰে। শান্তাদুৰ্গা যিদৰে এফালে শুভঙ্কৰী শান্তা, সেইদৰে আন ফালে ভয়ঙ্কৰী দুৰ্গাও। মহাদেৱৰ ৰূপো এনেকুৱাই। তেওঁৰ দক্ষিণ মুখ সৌম্য শিৱ আৰু বাওঁ মুখ উগ্ৰ, ৰুদ্ৰ। অৰ্দ্ধনাৰী নটেশ্বৰৰ এপিনে নাৰীৰূপ আৰু আনপিনে পুৰুষ ৰূপ। আমাৰ সমন্বয়বাদী পূৰ্ব্বপুৰুষ সকলে এই দৃষ্টিৰেই হৰি-হৰেশ্বৰৰ কল্পনা কৰিছিল। শিৱ আৰু বিষ্ণু দুয়োৰো মিলনৰ পৰাই হৰি-হৰেশ্বৰ হৈছে।

এই দৰে ভূমধ্য-ৰেখাতো পৰস্পৰ বিৰোধী ঋতুৰ মিলন হৈছে। উত্তৰ গোলাৰ্দ্ধত যেতিয়া গৰম হয়, তেতিয়া দক্ষিণ গোলাৰ্দ্ধত জাৰ হয়। যেতিয়া এটাত বসন্তকাল তেতিয়া আনটোত শৰৎ। ভূমধ্য ৰেখা এনেকুৱা এখন প্ৰদেশ য'ত জাৰ আৰু গৰমৰ ভিতৰত সৌহাৰ্দ্য থাকে আৰু পৰিপক্ক ঋতু শৰতে শিশু বসন্তক ধেমালি কৰাই থাকে।

……এনেকুৱা ঠাইত যদি অখণ্ড শান্তি থাকেও তেন্তিয়াহলে তাৰ জীৱন নীৰস হৈ যায়। ক্রীড়াৰতা প্ৰকৃতিয়েনো বাক এইটো কেনেকৈ সহ্য কৰিব? যদি গঙ্গা-যমুনাৰ শুভ্র শ্যামল পানীৰ সঙ্গমে সদায় খেলি থাকে, আৰু উত্তৰ দক্ষিণৰ পাৰস্পৰিক মিলনে নৃত্য নকৰে, ই কেনেকৈ সম্ভৱ? আজি আমি ভূমধ্য বেখালৈ আহিছোঁ। ইয়াত বতাহে অখণ্ড কপত নাচি আছে। প্ৰকৃতি দেবীয়ে ইয়াত যিদৰে এহাতেৰে গৰমৰ পিঠিত থপৰিয়াইছে, সেইদৰে আন হাতেৰে জাৰৰ পিঠিতো হাত ফুৰাইছে।

ভূমধ্য-বেখা অৰ্থাৎ তুলা-চনীত জোখা পক্ষপাত বহিত ন্যায়। কেৱল উত্তৰ ধ্ৰুবহে দেখা যাব; দক্ষিণ ধ্ৰুব নহয়—ইয়াত এনেকুৱা কথা হব নোৱাৰে। ইয়াৰ আকাশত মৃগ নক্ষত্ৰৰ পেটত সোমোৱা বাণ বেঁকা হব নোৱাৰে। একেবাৰে পূৰফালে ওলাই খমস্তিক (Zenith)-ক চুই পশ্চিম-ফালে মাৰ যায়। এইখন এখন ধন্য প্ৰদেশ য'ত খমস্তি বিষুব বৃত্তত বিৰাজমান হব পাৰে। যিদৰে পৃথিৱীৰ ওপৰত ভূমধ্য-বেখা হয়, সেইদৰেই আকাশৰ ওপৰতে বিষুব বৃত্ত (celestial equator) হয়। এইখিনি লিখোঁতেই তাত আমাক আন্তৰিক অভিনন্দন জনাবৰ কাৰণে আমাৰ সম্মুখত সোঁ ফালে এক বামধেনু ওলাই আছিল। এতিয়া তৃপ্তি পালোঁ। কিন্তু যদি ই সমস্ত মানব—তৃপ্তিৰ দৰে অল্পজীৱি নহয়, তেন্তিয়া হলে মোৰ পেট ফুটি যাব। অন্ততঃ পেট নুফুটিলেও চকু ফুটি যাব। এইটো কেনেকৈ মোৰ কাৰণে সম্ভৱ হব? এতিয়া দক্ষিণ গোলাৰ্দ্ধত কি দেখিম, কি শিকিম আৰু কেনেকুৱা অনুভৱ লাভ কৰিম মোৰ মনত সেই উৎসুকতাই ঠাই পাইছিল। মই প্ৰথমবাৰ ভূমধ্য-বেখা পাৰ হব পাৰিলোঁ। এই স্মৃতি মোৰ কাৰণে চিৰস্মৰণীয় হৈ থাকিব।

মে'১৯৫০ চন।

## ৬৯। নীলোত্ৰী

আফ্ৰিকালৈ যাওঁতে মোৰ মনত এক উদ্দেশ্য আছিল উত্তৰ-পূৰ আফ্ৰিকাৰ মাতাৰ নিচিনা উত্তৰ বাহিনী নীল-নদীৰ উদ্গম্-স্থান নীলোত্ৰী দৰ্শন। গঙ্গোত্ৰী আৰু যমুনোত্ৰী দৰ্শন কৰাৰ পাছত এতিয়া মোৰ এনেকুৱা লাগিছে যেন নীলোত্ৰীক নেচালেই নহব, সেই দিনটো এতিয়া ওচৰ চাপি আহিল। জুলাইৰ এক তাৰিখে ৰাতিপুৱা আমি 'কম্পালা' এৰি জিন্জালৈ যাত্ৰা কৰিলোঁ। নিজৰ কিবা প্ৰয়োজনীয় কাম থকা কাৰণে শ্ৰীঅপ্পাচাহেব আজি নৈৰোবীলৈ উলটি গল। আৰু আমি মটৰেৰে গন্তব্য স্থানলৈ আহিলোঁ।

কম্পালাৰপৰা জিন্জালৈকে বাট সুন্দৰ আছিল। ডালেমান সৰু আৰু বহল পাহাৰত উঠা নমা কৰি আমাৰ মটৰখন নীলোত্ৰীৰ পথেদি বাবন্ন মাইল আগুৱাই গৈছিল আৰু লগে লগে আমাৰ উৎকণ্ঠাও বাঢ়ি গৈছিল। আমাৰ কাৰণে এইটো কিমান সৌভাগ্যৰ কথা আছিল যে জিন্জা পোৱাৰ আগতেই আমাৰ সংকল্প পূৰ্ণ হ'ল আৰু আমি নীলোত্ৰী দৰ্শন কৰিলোঁ। সোঁ ফালে ভিক্টোৰিয়া বা অমৰ সৰোবৰ বহুত দূৰলৈকে বিয়পি আছিল। নীল নদীয়ে তাত সহজ গতিত জপিয়াই ওলাই আহিছিল। আমি নৈৰ সেতু পালোঁহি। মটৰৰপৰা নামি সোঁ ফালে ঘূৰি 'ৰিপন ফলচ' নামৰ এটা সৰু প্ৰসিদ্ধ প্ৰপাতৰ ভিতৰত আমি নীল নদীক দেখিবলৈ পালোঁ।

প্ৰপাত তুষাৰেৰে ভৰি ঢাক খাই গল। মূৰত মুকুট তিৰবিৰাই আছিল। তাৰ পাছফালে এজোপা সেউজীয়া গছে সেই মুকুটক অধিক সুশোভিত কৰি ৰাখিছিল। দেৱীৰ দুয়োখন হাতত ধানৰ থোক আছিল আৰু তেওঁৰ মুখত প্ৰসন্ন বাৎসল্য ভাব ফুটি উঠিছিল। মই এনেকুৱা মূৰ্ত্তিৰ কল্পনা কৰি ললোঁ। এই মূৰ্ত্তি নীল ৰঙৰ নাছিল, বৰং শ্যামবৰ্ণৰহে আছিল। আৰু যদিও ই শ্যাম বৰণৰ আছিল, তথাপি ইয়াক বগা বুলিয়েই কব পাৰি, গোটেই শৰীৰৰ পৰা পানীৰ ধাৰা বাগৰি আছিল। এই কাৰণে দেৱীৰ মুখৰ হাঁহি অধিক সুন্দৰ আৰু উদাৰ যেন লাগিল।

প্রাণ ভৰি সোঁফালে চোৱাৰ পাছত আমি বাওঁফালে চালোঁ। সোঁফালৰ পানীবোৰ আমাৰ পিনেই' দৌৰি আহিছিল। বাওঁফালৰ পানীবোৰ আমাৰপৰা দূৰলৈ দৌৰি গৈছিল। দুয়োবো প্ৰভাৱ একেবাৰে ভিন্ন আছিল। সোঁফালে বিপন প্ৰপাত আৰু বাওঁফালে অলপ আঁতৰত ওবেন প্ৰপাত আছে বুলি জানিছিলোঁ। আমাৰ দেশত ইয়াক কোনেও প্ৰপাত বুলিয়েই নকব, পানীৰ সামান্য ধাৰাক জানো প্ৰপাত বুলিব পাৰি? যেতিয়া পানী খৰ্‌ খৰ্‌ কৰি বাগৰি থাকে, তেতিয়া ওপৰলৈ জপিয়ায়ো থাকে। ইফালে সিফালে ফেন আৰু তুষাৰৰ মেৰ নাচি থাকে; তেনেকুৱা প্ৰপাতকহে প্ৰপাত বুলি কব পাৰি।

যাত্ৰাৰ শেষত যেতিয়া মানুহে ততালিকে মন্দিৰলৈ গৈ দেৱতাৰ দৰ্শন কৰে, যাত্ৰী সকলৰ পৰিভাষাত তাক "ধূলভেঁট" বুলি কয়। মানুহে যেতিয়া পদযাত্ৰা কৰে, আৰু গোটেই শৰীৰ ধূলিময় হয়, উৎকণ্ঠা আৰু ভক্তিত আত্মহাৰা হৈ সেই অৱস্থাতে ইষ্ট দেৱতাৰ চৰণত দীঘল দি পৰি যায়; তেতিয়া তাক 'ধূলভেঁট' বোলা হয়। কিন্তু আমি মটৰেৰে আহিছিলোঁ। ৰাতিপুৱা অলপ কিনকিনিয়া বৰষুণ দিছিল, সেই কাৰণে ৰাস্তাত ধূলি নাছিল। এতেকে এই প্ৰথম দৰ্শনক 'ভীনী-ভেঁট্‌' বুলি কব পাৰি। যদি 'ভাব-ভীনী' বুলি কওঁ তেতিয়াহলে সি আৰু বেছি বাস্তৱিক বৰ্ণনা হব। মূৰ্ত্তি আৰ্দ্ৰ, মাটি কোমল, চকু সিক্ত আৰু অশ্ৰু মিশ্ৰিত ভাবেৰে ওতঃপ্ৰোত অন্তৰো আৰ্দ্ৰ —। 'অদ্য মে সফলং জন্ম, অদ্য মে সফলাঃ ক্ৰিয়াঃ' যি প্ৰথম এই শ্লোক কাঁকি গাইছিল, তেওঁ নিশ্চয় মোৰ নিচিনা অসংখ্য যাত্ৰীৰ প্ৰতিনিধি হব।

নীলমাতাৰ এই প্ৰথম দৰ্শন হৃদয়ত ধাৰণ কৰি আমি জিনজালৈ গলোঁ। আমি আহি কোনো এসময়ত গুজৰাট বিদ্যাপীঠত বিদ্যাৰ্থী হৈ থকা বৰ্ত্তমানৰ এডভোকেট শ্ৰীচন্দুভাই পেটেলৰ ঘৰত উঠিলোঁহি। পুৰণা বিদ্যাৰ্থীসকলৰ ঘৰত আতিথ্য গ্ৰহণ কৰা যিমান আনন্দ দায়ক হয়, সিমান কষ্টকৰ আৰু কঠিনো। ঘৰৰ সকলোতকৈ ভাল ভাল বস্তু আমাক দি তেওঁলোকে নিজে কষ্ট সহ্য কৰাত হয়তো আনন্দ পাইছিল, কিন্তু আমি তাৰ কাৰণে বৰ সঙ্কোচবোধ কৰিছিলোঁ। এতিয়া আমি নিয়মৰ সৈতে নীলোত্ৰী দৰ্শন

কৰিবলৈ ওলালোঁ। য'ত অসমৰ পানী শিলৰ দাঁতিয়েদি বৈ বাগৰিছিল আৰু য'ৰপৰা নীল নদীৰ জন্ম হৈছিল আমি সেই ঠাই চালোঁ। বেগাবেগিকৈ পানীৰ কাষলৈ গৈ প্ৰথমতে ভৰি কেইটা ধুই শীতল কৰি ললোঁ। আচমন কৰি হিয়া শাঁত কৰিলোঁ। আৰু অলপ সময়ৰ কাৰণে সেই ঠাইৰ ধ্যান কৰিলোঁ। সেই ঠাইত মোৰ অভ্যাস অনুসৰি মুখৰপৰা ঈশোপনিষদ, মাণ্ডূক্য উপনিষদ বা অঘমৰ্ষণ সূক্ত ওলাব লাগিছিল। কিন্তু হঠাৎ এইটো শ্লোক ওলাল:

ধ্যেয়ঃ সদা সবিতৃমণ্ডলমধ্যবৰ্ত্তী
নাৰায়ণঃ সৰসিজাসনসন্নিবিষ্টঃ।
কেয়ূৰবান্ মকৰকুণ্ডলবান্ কিৰীটী
হাৰী হিৰন্ময়বপুৰ্ ধৃতশঙ্খচক্ৰঃ॥

নীল নদীৰ পাৰত মই বিভিন্ন সময়ত বিভিন্ন ঠাইত গৈ তিনিবাৰ নীলাম্বাৰ স্তুতি কৰিছিলোঁ, আৰু প্ৰত্যেকবাৰ মোৰ মুখৰ পৰা কেৱল ওপৰৰ এই শ্লোকেই ওলাইছিল। এতিয়া মই মিচৰ দেশৰ সংস্কৃতিৰ পুৰাণত এইটো কথা বিচাৰি চাব লাগিব যে, ভগৱান সূৰ্যনাৰায়ণৰ লগত নীল নদীৰ কোনো বিশেষ সম্বন্ধ আছে নে নাই?

যদি মই সংস্কৃত কবি হলোঁহেতেন, তেতিয়াহলে এই নৈৰ পানীত থকা মাছবোৰ, পানীৰ ওপৰত উৰি ফুৰা চৰাইবোৰ আৰু তাৰ পাৰত লুটুৰি পুটুৰি হৈ থকা জলঘোঁৰা (হিপোপোটেমচ)ৰ শলাগ ললোঁহেঁতেন। নীল নদীৰ পাৰত যি ওৱাটাৰ ওৱৰ্কচ আছে তাক চোৱা মেলা কৰাৰ কাৰণে নিযুক্ত কৰা এজন গুজৰাটী মানুহক মই লগ পালোঁ। তেওঁৰ এই সৌভাগ্য দেখি মই হিংসা কৰি কলোঁ—"আপুনি কিমান ভাগ্যবান, দিনে ৰাতিয়ে নীলোত্ৰীৰ দৰ্শন কৰিব পাৰিছে। আৰু ইয়াত থাকিবৰ কাৰণে আপোনাক বেতনো দিয়া হৈছে।" মোৰ এই প্ৰশংসাত তেওঁ কেনেকুৱা পালে সেইটো জানিবৰ কাৰণে মই অপেক্ষা নকৰিলোঁ।

মোৰ মতে নৈ দুই প্ৰকাৰৰ হয়। পৰ্ব্বতৰ পৰা ওলোৱা আৰু সৰোবৰৰ পৰা ওলোৱা। প্ৰথম প্ৰকাৰক মই শৈলজা বা পাৰ্ব্বতী বুলি কওঁ আৰু দ্বিতীয় প্ৰকাৰক বোলো সৰোজা। (আধাকৰো গোটেই পৃথিবীৰ পশ্চমে

যেন মোক ক্ষমা কৰে। ) শৈলজা নৈৰ উদ্গম্ অত্যন্ত সৰু, ক্ষীণ আৰু প্ৰায় তুচ্ছ যেন লাগে। এতেকে তেওঁলোকৰ প্ৰতি মানুহৰ শ্ৰদ্ধা জগাবৰ কাৰণে ডাঙৰ ডাঙৰ মহাত্মাৰ কথা লিখিব লাগে। কেতিয়াবা কেতিয়াবা গঙ্গোত্ৰীৰ ওচৰৰ গঙ্গাৰ প্ৰবাহ ইমান ঠেক হৈ যায় যে সাধাৰণ মানুহেও তাৰ দুয়োপাৰে দুটা ভৰি থৈ থিয় হব পাৰে। সৰোজা নৈৰ কথা সুকীয়া। স্বচ্ছ বিশাল বাৰি ৰাশিৰ পৰা ইচ্ছানুসাৰে পানী টানি আনি তেওঁ ৰবলৈ ধৰে আৰু জন্মৰপৰাই তেওঁলোকৰ চলন-ফুৰণত এটা আত্ম গৌৰৱৰ ভাব দেখা যায়।

নীলোত্ৰী যাত্ৰা কৰাৰ মোৰ আৰু এক অদম্য আকৰ্ষণ আছিল। মহাত্মা গান্ধীৰ পাৰ্থিব শৰীৰ দিল্লীৰ ৰাজঘাটত অগ্নিসাৎ কৰাৰ পাছত তেওঁৰ অস্থি আৰু চিতা-ভস্ম গোটেই ভাৰতবৰ্ষ তথা সমগ্ৰ বিশ্বৰ বহুতো পূণ্য-স্থানত বিসৰ্জন কৰা হৈছিল। তাৰ ভিতৰত নীলোত্ৰীও এখন। আমি জিঞ্জা নগৰৰ সাৰ্ব্বজনিক অতিথি আছিলোঁ। সেই কাৰণে ইয়াৰ মানুহে আমাৰ উপস্থিতিৰ পৰা লাভান্বিত হবলৈ ইচ্ছা কৰিলে আৰু য'ত চিতা-ভস্ম বিসৰ্জন কৰা হৈছিল, তাৰ ওচৰতে এক কীৰ্ত্তিস্তম্ভ স্থাপন কৰিবলৈ ঠিক কৰিলে। এইটো সিদ্ধান্ত স্থিৰ হোৱাৰ পাছত মোৰ হাতেৰে তাত আধাৰ-শিলা স্থাপন কৰাৰ দিহা কৰিলে।

২ জুলাই

১৯৫০ চনৰ আহাৰৰ কৃষ্ণা তৃতীয়াৰ দিনা ৰাতিপুৱা শ শ মানুহৰ উপস্থিতিত মই এই বিধি পালন কৰিলোঁ। এই উৎসৱৰ কাৰণে গান্ধীজীৰ এখন ডাঙৰ ছবি আগত ৰখা হৈছিল। মোৰ ওপৰত এই ছবিৰ দৃষ্টি পৰাৰ লগে লগে মই অধীৰ হৈ উঠিলোঁ। বৈদিক বিধি সম্পূৰ্ণ হোৱাৰ পাছত মই গান্ধীজীৰ জীৱনৰ সম্বন্ধে সামান্য প্ৰবচন কৰিলোঁ আৰু কলোঁ যে আফ্ৰিকাহে তেওঁৰ তপোভূমি আছিল। ফটো আদি তোলা আধুনিক নিয়মৰ পৰা ৰেহাই পোৱাৰ পাছত মই নীল-মাতাৰ সুগম জল প্ৰবাহৰ ফালে নিৰ্নিমেষে চাই থাকিলোঁ আৰু একাগ্ৰ হৈ উপাসনা কৰিলোঁ। সেই সময়ত মনে মনে ভাবিলোঁ যে ইউৰোপ, আফ্ৰিকা আৰু এচিয়া এই তিনিওখন মহাখণ্ডৰে নহয়, বৰং আমেৰিকাৰ পৰাও মহান আৰু সাধাৰণ

আবালবৃদ্ধ, বনিতা ইয়াৰ্লৈ আহিব আৰু ইয়াত সৰ্ব্বোদয়ৰ ঋষি মহাত্মা গান্ধীৰ জীৱন, জীৱন-দৰ্শন আৰু চৰম-ত্যাগৰ বিষয়ে চিন্তা কৰিব, মানুহৰ ভিতৰত যি ভেদ ভাৱ আছে, তাক পাহৰি বিশ্ব-মানৱতা স্থাপন কৰাৰ মহান ব্ৰত লব। সুদূৰ ভৱিষ্যতৰ এই সকলো প্ৰবাসীক মই ইয়াৰ পৰাই মোৰ প্ৰণাম জনাইছোঁ।

( ২ )

নীল নদীৰ দুটা শাখা আছে। শ্বেত আৰু নীল। ভিক্টোৰিয়া হ্ৰদৰ পৰা যাৰ উদ্গম হৈছে সি শ্বেত শাখা। নীল শাখাও সৰোজায়েই। ইথিয়োপিয়া (যাক আমি আবিচিয়ানা বা আবিচিনিয়া বুলি কওঁ) দেশত তানা নামৰ এখন সৰোবৰ আছে। এই সৰোবৰৰ পৰাই নীল সুঁতি ওলাইছে। লাখ লাখ বছৰৰপৰা এই সুঁতি বৈ আছে আৰু নিজৰ পাৰত থকা পশু-পক্ষী আৰু মানুহক জল-দান কৰি আহিছে। কিন্তু ইউৰোপিয়ান সকলে এই সম্বন্ধে একো নাজানে, ইউৰোপিয়ানে যি বস্তুক নাজানে মানুহে তাত গুৰুত্ব আৰোপ কৰিব জানো? এফালৰ পৰা চাবলৈ গলে তেওঁলোকৰ কথা সঁচা। মানুহে যদি নৈৰ পাৰত থাকিও আচলতে এই নৈ খন ক'ৰপৰা ওলাইছে আৰু কলৈ গৈছে তাৰ অনুসন্ধান নকৰে, তেতিয়াহলে এই সকলোবোৰ নৈৰ সম্বন্ধে তেওঁলোকৰ জ্ঞান আছে বুলি কব নোৱাৰি। উদাহৰণস্বৰূপে তিব্বতৰ মানুহে মানস সৰোবৰপৰা ওলোৱা চাম্পো (বিশাল প্ৰবাহ) নৈক জানে। এওঁলোকে বৰ বেছি ইমানকেহে জানে যে এই নৈ খন পূবফালে বৈ গৈ অৰণ্যত নাইকিয়া হৈ গৈছে। ইফালে আমাৰ মানুহে ব্ৰহ্মপুত্ৰৰ উদ্গম্ বিচাৰি বিচাৰি সেই অৰণ্যৰ মূৰ পাইছেগৈ। আলাৰ মানুহে ইয়াৰ পাছত আৰু কোনো বাতৰি নাজানে। যেতিয়া কেইজনমান ইংৰাজে বিপৰীত পৰিস্থিতি হোৱা সত্ত্বেও এই হাবি পাৰ হ'ল, হল, তেতিয়া কেওঁলোকে এইটো ঠিক কৰিলে যে তিব্বতৰ চাম্পো নৈ এইফালে আহিছে আৰু কেইবাখনো সৰু ডাঙৰ নৈৰ পানী লৈ বিশাল ব্ৰহ্মপুত্ৰৰ ৰূপত পৰিণত হৈছে।

নীল নদীৰ উদ্গম্ অনুসন্ধান কৰা সকলৰ ভিতৰত শেহত মিঃ স্পীক সফল হ'ল। তেওঁ এইটো প্ৰমাণ কৰিলে যে ভিক্টোৰিয়া হ্ৰদ সৰোবৰৰ

পৰা যিখন নৈ ওলাইছে, সেইখনেই হৈছে মিচৰমাতা নীল নদী। এই স্পীক চাহাবে ভাৰত চৰকাৰৰ চাকৰী কৰিছিল। তেওঁ জানিব পাৰিলে যে প্ৰাচীন হিন্দুসকলৰ মিচৰৰ বা আজিৰ ইজিপ্তৰ সম্বন্ধে যথেষ্ট জ্ঞান আছিল। তেওঁ পৰীক্ষা কৰি এইটো বুজিব পাৰিলে যে সংস্কৃত পুৰাণত কোৱা নীল নদীৰ উদ্গম মিঠা পানীৰ অমৰ সৰোবৰৰপৰা হৈছে। এই প্ৰদেশত চন্দ্ৰগিৰি আৰু দক্ষিণত মেৰু পৰ্ব্বত অৱস্থিত। তেওঁ পুৰাণৰপৰা কিছুমান সংস্কৃত শ্লোকৰ অনুবাদ কৰাই ললে আৰু তাৰ সহায়ত নীলৰ উদ্গমৰ অনুসন্ধান কৰিবলৈ স্থিৰ কৰিলে। প্ৰথমতে তেওঁ ঝাঞ্জীবাৰলৈ গল আৰু তাত সকলো সাজু কৰি লৈ কেনিয়া প্ৰদেশ পাৰ হৈ য়ুগাণ্ডালৈ গল। তাত তেওঁ অমৰ বৰৰ 'অচ্ছোদ' সৰোবৰ দেখিলে। (অচ্ছ-সুঅচ্ছ =স্বচ্ছ। উদ-উদক=পানী। মিঠা পানীৰ সৰোবৰক অচ্ছোদ বুলি কব পাৰি।) আৰু তাৰ পৰা ওলোৱা নীল নদীকো পালে। লগতে তেওঁ এইটো প্ৰমাণ কৰিলে যে চুদান আৰু ইজিপ্তেদি বৈ যোৱা নৈয়ো এইখনেই। এই অনুসন্ধান কৰা এতিয়া এশ বছৰো পূৰ হোৱা নাই। আফ্ৰিকা খণ্ড সঁচাকৈয়ে তাত থকা বিভিন্ন আফ্ৰিকান জাতিৰ দেশ। এই প্ৰদেশৰ সম্বন্ধে যে ইউৰোপিয়ান সকলৰ তেনেকুৱা বিশেষ কোনো অভিজ্ঞতা নাই, তাৰ কাৰণে তাৰ মানুহৰ গাত কোনো দোষ নাই। ইউৰোপৰ বিশেষকৈ আৰব দেশৰ মানুহবোৰে আফ্ৰিকাৰ পাৰলৈ গৈ তাৰ মানুহবোৰক ধৰি আনিছিল, আৰু তেওঁলোকক তেওঁলোকৰ নিজৰ নিজৰ দেশলৈ লৈ গৈ দাস কৰি বেচি দিছিল। ধৰি অনা মানুহবোৰৰ ভিতৰত নাৰী আৰু শিশু ও আছিল; কিন্তু তেওঁলোকো যে মানুহ সেইটো কোনেও ভৰা নাছিল।

কিছুমান মিছনেৰী মানুহে ভাবিলে যে এনেকুৱা বন্য মানুহৰ আত্মাৰ উদ্ধাৰৰ কাৰণে তেওঁলোকক খৃষ্টান কৰা উচিত। যিবোৰ গহন প্ৰদেশলৈ লোভী বেপাৰীও যাবলৈ সাহ নকৰে, এই উৎসাহী ধৰ্ম্মপ্ৰচাৰক সকল গৈ সেই ঠাইত সোমাল আৰু তাৰ ভাষা শিকি লৈ তাৰ মানুহক যীশু খৃষ্টৰ "শুভবাণী" শুনালে।

পাছত ইউৰোপৰ ৰজাসকলে আফ্ৰিকা খণ্ডক নিজৰ ভিতৰত ভগাই ললে। ইয়াত এই নিয়ম কৰা হ'ল যে যি দেশৰ মিছনেৰীয়ে যিমান প্ৰদেশ

বিচাৰি উলিয়াই (!) সেই সকলোবোৰ প্ৰদেশক সেই দেশৰ ৰজাৰ সম্পত্তি বুলি ধৰা হয়।

এবাৰ এনেকুৱা হ'ল যে ষ্টেনলী নামৰ কোনো এজন মিছনেৰীয়ে কঙ্গো নৈৰ পাৰত থকা প্ৰদেশ বিচাৰিবৰ কাৰণে ইংলেণ্ডৰ ৰজাৰ ওচৰত সহায় বিচাৰিলে। ইংলেণ্ডৰ ৰজা বা পাৰ্লিয়ামেণ্টে তেওঁক সহায় কৰিবলৈ অস্বীকাৰ কৰিলে। এতেকে তেওঁ বেলজিয়ামৰ ৰজাৰ ওচৰলৈ গল। ৰজা লিওপোল্ড লোভী আৰু উৎসাহী আছিল। তেওঁ মিছনেৰীজনক সকলো প্ৰকাৰৰ সাহায্য কৰিলে। ফলস্বৰূপে যেতিয়া আফ্ৰিকা খণ্ডক ভাগ কৰা হ'ল, তেতিয়া কঙ্গো নৈৰ পাৰৰ প্ৰদেশ বেলজিয়ামৰ ভাগত পৰিল। বেলজিয়ামৰ কঙ্গোৰ এই প্ৰদেশ প্ৰায় ভাৰতবৰ্ষৰ সমানেই ডাঙৰ। তাৰপৰা ৰবৰ নিবৰ কাৰণে ইউৰোপীয়ান সকলে তাৰ নিবাসীসকলৰ ওপৰত যি অত্যাচাৰ কৰিছিল, তাৰ বৰ্ণনা পঢ়িলে গাৰ নোম শিয়ৰি উঠে। ভাবুক মানুহে যদি এই বৰ্ণনা পঢ়ে, তেতিয় হলে তেওঁৰ তেজ চেঁচা হৈ যাব। অৱশ্যে ইউৰোপীয়ান সকলে যে লাহে লাহে ইয়াৰ মানুহবোৰক সভ্য কৰিছে সেইটো ঠিকেই। এতিয়া তেওঁলোকে কাপোৰ পিন্ধে, চুলি পৰিষ্কাৰ কৰে, আৰু মদ খায়। এইদৰেই তেওঁলোকৰ মাজত বহুতো খৃষ্টান হৈ গৈছে।

আমাৰ মানুহে যুগাণ্ডালৈ গৈ কপাহ খেতি কৰিছিল আৰু ৰাজ্যৰ বিষয়াবোৰৰ সহায়ত তাত ডাঙৰ ডাঙৰ ৰাজ্য পাতি কোটি কোটি টকা ঘটিছিল। আমিও তাৰ মানুহক সভ্য কৰিলোঁ। দৰ্জীৰ কাম ৰাজমিস্ত্ৰীৰ কাম, ৰান্ধনীৰ কাম আদি কামবোৰ আমি তেওঁলোকক শিকাই তেওঁলোকৰ সহায় ললোঁ। সেই কাৰণে লাহে লাহে এইবোৰত তেওঁলোক নিপুণ হৈ পৰিল। ভাৰতবৰ্ষৰ কাপোৰ কানি আৰু বিলাতৰপৰা অহা মদ আদি নানাৰকমৰ বস্তু বেচিবৰ কাৰণে দোকান খুলিলোঁইক আৰু তেওঁলোকক জীৱনৰ আনন্দ উপভোগ কৰিবলৈ শিকালোঁইক।

নীল নদী বগা আৰু মিঠা বৰণীয়া মানুহৰ এই পুৰুষাৰ্থৰ সাক্ষী স্বৰূপে নীৰবে বৈ আছে আৰু দুয়ো পাৰে তেওঁৰ পৰোপকাৰ দূৰদূৰণিলৈকে বিয়পাই দিছে। আমাৰ দেশত গঙ্গাৰ যি মহত্ব আছে, উত্তৰ পূব আফ্ৰিকাত থকা নীল নদীৰ তাতকৈয়ো বেছি মহত্ব।

পৃথিৱীৰ সকলোতকৈ মহত্বপূর্ণ পাঁচ ছয় প্রকাৰৰ প্রাচীন সংস্কৃতিৰ ভিতৰত ইজিপ্তৰ মিশ্র বা মিছৰ সংস্কৃতিৰ স্থান শ্রেষ্ঠ। তাৰ প্রভাৱ কেৱল ইউৰোপৰ ইতিহাসৰ ওপৰতে পৰা নাই, বৰং তাৰ ধর্মৰ ওপৰতো পৰিছে। যিদৰে আমাৰ ইয়াত চাৰি বর্ণৰ সংস্কৃতি বিকশিত হৈছে প্রাচীন মিশ্র দেশতো এনেকুৱা সংস্কৃতিৰ বিকাশ হৈছে। য়ুনানী দার্শনিক অফলাতূনৰ 'সমাজ ৰচনা'ত তাৰ প্রতিবিম্ব দেখা যায়। সেই যুগৰ কাৰণে চাৰিবর্ণৰ সংস্কৃতি যিমানেই অনুকূল আৰু উদাৰ বুলি মনা হওক, তথাপি বিপ্লবী ইউৰোপে ইয়াক আত্মসাৎ কৰিব নোৱাৰিলে। ইউৰোপত যি খৃষ্টান ধর্ম বিয়পি পৰিছিল, ইজিপ্ততো তাৰ পালন পোষণ কম হোৱা নাছিল। কিন্তু তাত বিকশিত হোৱা বৈৰাগ্য, তপস্যা, তথা সংযমৰ যথেষ্ট পৰীক্ষা কৰাৰ পাছত ইউৰোপে ইয়াক বাদ দি দিলে। তথাপি যদি ইউৰোপৰ সংস্কৃতিৰ শিপা বিচাৰিব লগীয়া হয়, তেতিয়াহলে ইজিপ্তৰ ইতিহাসত প্রবেশ কৰিবই লাগিব, আৰু এই ইতিহাস নির্মানত নীলনদীক কৃতজ্ঞতা জনাবই লাগিব।

এই কথাই আমাৰ দৃষ্টি আকর্ষণ নকৰাকৈ নাথাকে যে যিদৰে নৈৰ পানী কেৱল আগফালে বৈ যায়, পাছলৈ উলটি নাহে, সেইদৰে ইজিপ্তৰ সংস্কৃতিও নীল নদীৰ উদগম স্থান য়ুগাণ্ডা প্রদেশলৈ যাব নোৱাৰিলে। যদি ইজিপ্তৰ মানুহ আহি অমৰ সৰোবৰৰ দাঁতি কাষৰত বাস কৰিলেহেঁতেন, তেতিয়াহলে কেৱল আফ্রিকাৰে নহয় বৰং পৃথিৱীৰ ইতিহাস আন ধৰণে লিখা হলহেঁতেন।

আমাৰ দেশত আমি যিমানবোৰ নৈৰ উদ্গম দেখিছোঁ, সেই সকলোবোৰ অৰণ্যত বা দুর্গম প্রদেশত। কোনো কোনো ক্ষেত্রত এই উদ্গমস্থান সৰুও হয়। নীল নদীৰ উদ্গম যে বিশাল সেইটো নহয়। কিন্তু উদ্গমৰ কাব্যৰ এইখিনিতে ত্রুটি হৈছে যে তাত এখন নগৰ বহুৱা হৈছে। আমাৰ দেশত কৃষ্ণা আৰু তেওঁৰ চাৰি গৰাকী সখীয়েক সহ্যাদ্রিৰ যি প্রদেশৰ পৰা ওলাইছে, সেই প্রদেশ দুর্গম আৰু পবিত্র আছিল। সন্তসকলে তাত শিৱজী মহাবলেশ্বৰ স্থাপন কৰিছিল, কিন্তু ইংৰাজ সকলে নীল নদীৰ উদগমত গ্রীষ্ম নগৰ পাতি সেই তপোভূমিক বিহাৰ ভূমি বা বিলাস-ভূমি কৰি পেলাইছে; জিনজাত মোৰ এইটো কথা মনত নপৰাকৈ নাথাকিল।

এতিয়াতো তাত গুৱেন ফলচৰ দাঁতিত এটা ডাঙৰ বান্ধ সাজি বিজুলী শক্তি উৎপাদন কৰা হব। ই পৃথিবীৰ ভিতৰতে এক আচৰিত বান্ধ হব। তাৰ শক্তি কেৱল য়ুগাণ্ডাতে সীমাবদ্ধ হৈ নাথাকে। চুদান আৰু ইজিপ্তলৈকে ব্যাপ্ত হব। ইয়াৰ দ্বাৰা শস্য বৃদ্ধি হব। দুৰ্ভিক্ষ দূৰ হব। মানুহৰ সেৱাৰ কাৰণে অসংখ্য অশ্বত্থামা ( হৰ্চ পাৱাৰ ) ৰ নিচিনা শক্তিৰ উৎপন্ন হব। এতেকে এনেকুৱা শুভ প্ৰবৃত্তিক আশীৰ্বাদ দিয়া উচিত। তথাপি মোৰ হৃদয়ে যেন ইয়াক মানিব নোখাবে। ই কয় যে ইয়াৰ বিনিময়ত মানৱ জাতিয়ে এনেকুৱা এটা বস্তু হেৰুৱাব যাৰ ক্ষতিপূৰণ সকলোতকৈ বিশাল বৈভৱৰ দ্বাৰাও নহব।

নীল নদী মাতা আছিল, দেৱী আছিল, এতিয়া তেওঁ বৰ্ত্তমান কালৰ লোক ধাত্ৰী জন-সেৱিকা হব খুজিছে।

নবেম্বৰ ১৯৫০ চন।

## ৭০। বৰ্ষা-গান

কালিদাসৰ এটা শ্লোক মোৰ বৰ প্ৰিয়। যেতিয়া উৰ্বশী অন্তৰ্ধান হৈ গল, তেতিয়া বিৰহাকুল ৰজা পুৰুৰবাই বৰ্ষা ঋতুৰ আৰম্ভণিত আকাশৰ ফালে চালে। তেওঁৰ মানত এক ভ্ৰান্তি উপজিল যে এটা ৰাক্ষসে উৰ্বশীক অপহৰণ কৰি নিছে। কবিয়ে এই ভ্ৰমৰ বৰ্ণনা কৰা নাই, কিন্তু এই ভ্ৰম যে ভ্ৰমেই, সেইটো কথা বুজাৰ পাছত সেই ভ্ৰমৰ মূলত প্ৰকৃত ঘটনা কি আছিল, তাক বৰ্ণনা কৰিছে। পুৰুৰবাই কৈছেযে—"আকাশত যি ভীমকায় ক'লা বৰণৰ বস্তু দেখা গৈছে, সি কোনো উন্মত্ত ৰাক্ষস নহয়, বৰং বৰ্ষা ঋতুৰ পানীত পৰিপূৰ্ণ হৈ থকা এচপৰা মেঘহে। সম্মুখত যি ধেনু দেখিবলৈ পাইছোঁ ই সেই ৰাক্ষসৰ ধেনু নহয়, প্ৰকৃতিৰ ৰাম-ধেনুহে। তাত যি কাঁড় আছে সি কাঁড়ৰ বৰ্ষা নহয়, বৰং পানীৰ ধাৰাহে। সৌ মাজত যি উজ্জ্বল পদাৰ্থ জিলিকি আছে, তেওঁ মোৰ প্ৰিয়া উৰ্বশী নহয়, কষ্টি পাথৰৰ ওপৰত সোণৰ ৰেখাৰ নিচিনা বিদ্যুৎ লতাহে।"

কল্পনাৰূপী আকাশত উৰি ফুৰাটো কবিসকলৰ স্বভাৱেই। কিন্তু যেতিয়া চৰাইবোৰে আকাশত স্বচ্ছন্দ বিহাৰ কৰি নিজৰ বাহত আহি নিশ্চিন্ত হৈ

বহে, তেতিয়া সিহঁতৰ সেই অনুভূতিৰ মাধুৰ্য্য আন ধৰণৰ হয়। গোটেই পৃথিবীৰ বিভিন্ন প্ৰদেশত ভ্ৰমণ কৰি স্বদেশলৈ ঘূৰি অহাৰ পাছত মানুহে মনত যি তৃপ্তি পায়, স্থায়িত্ব লাভ কৰে, আৰু নিশ্চিন্ততাৰ অনুভৱ কৰে তাক এজন চিৰপ্ৰবাসীয়েহে অনুভৱ কৰিব পাৰিব। মই এই কাৰণে ভাল পাইছোঁ যে কাল্পনিক জগতত উৰাৰ পাছত জলধাৰাৰ নিচিনা তললৈ নমাৰ সন্তোষ ব্যক্ত কৰিবলৈ কালিদাসে বৰ্ষা ঋতুকে বাচিলে।

যেতিয়া আগৰ দিনত আজি কালিৰ নিচিনা যাত্ৰাৰ সুবিধা নাছিল, আৰু প্ৰকৃতিক পৰাস্ত কৰি বিজয়ৰ আনন্দও মানুহে উপলব্ধি কৰিব পৰা নাছিল, সেই সময়ত মানুহে শীতৰ শেহত যাত্ৰাৰ কাৰণে ঘৰৰ পৰা ওলাই গৈছিল আৰু দেশ-দেশান্তৰৰ সংস্কৃতিবোৰ নিৰীক্ষণ কৰি ও সকলো ধৰণৰ পুৰুষাৰ্থ সিদ্ধি কৰি বৰ্ষা ঋতুৰ আগতে ঘৰলৈ ঘূৰি আহিছিল। সেই যুগত সংস্কৃতি সমন্বয়ৰ 'মিচনে' ( জীৱন-কাৰ্য্য ) বিভিন্ন পথেদি বিভিন্ন ভূ-ভাগক মিলাই দিছিল। 'জীৱন-প্ৰবাহক পৰাস্ত কৰা সাঁকোৰ সংখ্যা বৰ কম আছিল—যদি আছিলো তাক সেতু বুলিয়েই কব পাৰি। সেইবোৰ সেতুৰ কাম আছিল জীৱন প্ৰবাহক অৱৰুদ্ধ কৰা আৰু মানুহৰ পথ সুগম কৰা। কিন্তু যেতিয়া জীৱনৰ এই বান্ধোন অসহনীয় যেন লাগিছিল, তেতিয়া সেতুবোৰ ভাঙি পানীৰ প্ৰবাহৰ পথ মুকলি কৰি দিয়াই প্ৰবাহৰ কাম হৈ পৰিছিল। এইটো আছিল প্ৰাচীন প্ৰণালী। এই কাৰণেই নৈ-নলাবোৰৰ পানীয়ে পথ আৰু সেতুবোৰ ভঙাৰ আগতেই যাত্ৰীসকল নিজৰ নিজৰ ঘৰলৈ ঘূৰি আহিছিল, সেইবাবেই বৰ্ষা ঋতুক সকলোতকৈ 'মহিমাময়ী ঋতু' বুলি কোৱা হয়। আচলতে বৰ্ষাৰ পৰাই 'বৰ্ষ' নামৰ জন্ম হৈছে। আমাৰ পূৰ্ব-পুৰুষ সকলে যেতিয়া নিজৰ অনুভূতিৰ বা বাৰ্ধক্যৰ কথা উল্লেখ কৰে, তেতিয়া আন নহলেও "আমি পঞ্চাছটা 'বৰ্ষা ঋতু' দেখিছোঁ।" বুলি কয়।

* * *

সকৰে পৰাই বৰ্ষা ঋতুৰ প্ৰতি মোৰ অসাধাৰণ আকৰ্ষণ আছিল। গৰম দিনত চেঁচা চেঁচা শিল পৰা চাই সকলোৰেই ভাল পায়। কিন্তু যেতিয়া মেঘেৰে পৰিপূৰ্ণ আকাশত বতাহ বলিবলৈ ধৰে, বিজুলী মাৰিবলৈ ধৰে তেতিয়া এনেকুৱা লাগে যেন এতিয়াই আকাশখন ফাটি তললৈ সৰি পৰিব।

. তেনেকুৱা ভয়ঙ্কৰ ৰূপ মোৰ লৰালি কালৰপৰা বৰ প্ৰিয় আছিল। বাল্যকালৰ বৰ্ষাৰ এই আনন্দ মোৰ অন্তৰত পৰিপূৰ্ণ হৈ থকা সত্ত্বেও বাণীৰ দ্বাৰা মই তাক ব্যক্ত কৰিব নোৱাৰোঁ। 'আৰু যদি ব্যক্ত কৰোঁ, তথাপি কোনেও মোৰ কথাত কাণ নিদিব—এইটো ভাবিয়েই মোৰ বেয়া লাগিছিল।

* * *

যেতিয়া দাঁতি-কাষৰৰ টিলাৰ পৰা হনুমানৰ নিচিনা আকাশত দৌৰি ফুৰা মেঘে গোটেই আকাশ আবৰি থকা দেখিছিলোঁ, তেতিয়া তাক দেখি মোৰ বুকু আনন্দত নাচি উঠিছিল। চাঁওতে চাঁওতেই বিশাল আকাশ সঙ্কুচিত হৈ পৰিল, দিশবোৰো দৌৰি দৌৰি ওচৰত আহি থিয় হ'ল, আৰু দাঁতি কাষৰৰ সৃষ্টিয়ে এটা চৰাইৰ বাহৰ ৰূপ ধাৰণ কৰিলে। 'এই দৃশ্য দেখি মোৰ তেনেকুৱা আনন্দ হৈছিল যিদৰে চৰায়ে বাহত সোমোৱাৰ পাহতো আনন্দ পায়। কিন্তু যেতিয়া আমি কাৰবাৰলৈ গৈছিলোঁ আৰু প্ৰথমবাৰ সাগৰৰ পাৰত বৰ্ষাৰ অনুভৱ কৰিছিলোঁ, সেই আনন্দৰ তুলনা এই সৃষ্টিৰ লগত কৰিব নোৱাৰি।

* * *

বৰষুণৰ বানে কেনেকৈ মাটিক বিষ্কে সেইটো মই সৰুতে দেখিছিলোঁ। কিন্তু যেতিয়া সেই বাৰিষাই সাগৰক এচাৰিবে কোবোৱা দেখিলোঁ, আৰু সাগৰত সাঁচ বহা দেখিলোঁ, তেতিয়া ইমান ডাঙৰ সাগৰৰ প্ৰতিও মোৰ অন্তৰত দয়া আৰু সহানুভূতি উপচি পৰিল। মেঘ আৰু বৰ্ষাৰ ধাৰাই যেতিয়া প্ৰতিদ্বন্দ্বী হৈ আকাশৰ অস্তিত্বক নষ্ট কৰিব খুজিছিল, তেতিয়া মই তাৰ ভিতৰত একো দেখা নাছিলোঁ। কাৰণ সৰুৰে পৰাই মই এই দৃশ্য চাই আহিছোঁ। কিন্তু যেতিয়া বাৰিষাৰ ধাৰাই আৰু তাৰ সহায়ক মেঘে সাগৰক বিদীৰ্ণ কৰিছিল, তেতিয়া মই ব্যাকুল হৈ পৰিছিলোঁ। কান্দিব নোৱাৰোঁ, কিন্তু যি মৰ্মবেদনা অনুভৱ কৰোঁ তাক ব্যক্ত কৰিবৰ কাৰণে মোৰ উচুপি উচুপি কান্দিবৰ ইচ্ছা হৈছিল। লাগিলে বৰ্ষাই পৰ্বতক আক্ৰমণ কৰক, খেতিৰ পথাৰবোৰক, পুখুৰী আৰু বাটবোৰক নলা কৰি দিয়ক, কিন্তু সাগৰক এইদৰে শাস্তি দিয়াটো মই মৰ্য্যাদাৰ প্ৰতিকূল বুলি ভাবিছিলোঁ। এই অৱজ্ঞাৰ দৃশ্য দেখাও মোৰ অনুচিত যেন লাগিছিল।

* * *

মোৰ এই মৰ্ম বেদনা মই ভূগোল-বিজ্ঞান পঢ়ি দূৰ কৰিলোঁ। মই বুজিলোঁ যে সূৰ্য্যনাৰায়ণে সমুদ্ৰৰ পৰা কৰ-ভাৰ লয় আৰু এই কাৰণে উত্তপ্ত বায়ুত পানীৰ কণিকাবোৰ লুকাই থাকে। এই কণিকাবোৰ ভাপৰ ৰূপত ওপৰলৈ গৈ ঠাণ্ডা হৈ যায়। তাৰপৰাই মেঘৰ জন্ম হয়, আৰু শেষত এই মেঘৰ পৰাই কৃতজ্ঞতাৰ ধাৰা বাগৰিবলৈ ধৰে। আকৌ সাগৰে ইয়াক প্ৰাপ্ত কৰে।

গীতাত কোৱা হৈছে যে এই জীৱন-চক্ৰ পৰিবৰ্ত্তন শীল। সেইকাৰণে জীৱ সৃষ্টিও স্থিৰ। এই জীৱন-চক্ৰকে গীতাই 'যজ্ঞ' বুলি কৈছে। এই যজ্ঞ-চক্ৰ যদি নহ'লহেঁতেন, তেতিয়াহলে স্বয়ং ভগবানৰ কাৰণেও সৃষ্টিৰ এই ভাৰ অসহ্য হৈ পৰিলহেঁতেন। যজ্ঞ-চক্ৰৰ অৰ্থ হৈছে— পৰস্পৰাবলম্বনৰ দ্বাৰা সম্পাদিত স্বাশ্ৰয়। পৰ্বতৰ পৰা নৈবোৰ বৈ অহা, তাৰপৰা সাগৰ উপচি পৰা, আকৌ সাগৰৰ পৰা বায়ু আৰ্দ্ৰ হোৱা, শুকান বতাহ জুলীয়া হোৱাৰ পাছতে তাৰ নিজৰ সমৃদ্ধিক মেঘৰ ৰূপত প্ৰবাহিত কৰা আৰু আকৌ নিজৰ জীৱনত অৱতাৰ কৃত্যৰ কাম আৰম্ভ কৰা —এই ভব্য ৰচনাৰ জ্ঞান হোৱাৰ পাছত যি সন্তোষ পালোঁ সি এই বিশাল পৃথিৱীত কৈ বিন্দু মাত্ৰও কম নহয়।

তেতিয়াৰ পৰাই প্ৰত্যেক বৰ্ষা ঋতু মোৰ কাৰণে জীৱন ধৰ্মৰ নতুন দীক্ষা হৈ পৰিছে।

* * *

যিদৰে বৰ্ষা ঋতুৱে সৃষ্টিৰ ৰূপ সলনি কৰি দিয়ে, সেইদৰে মোৰ অন্তৰতো এক নতুন সাজ পিন্ধাই দিয়ে। বৰ্ষাৰ পাছত মই নতুন মানুহ হৈ পৰোঁ। আন মানুহৰ অন্তৰত বসন্ত ঋতুৱে যি প্ৰভাৱ পেলাই, সেইদৰে বৰ্ষাই মোক প্ৰভাৱিত কৰি যায়। (এই বিষয়ে লিখোঁতে লিখোঁতে মোৰ মনত পৰিল যে, যেতিয়া মই সবৰ মতীৰ জেলত আছিলোঁ, তেতিয়া বৰ্ষাৰ শেষত কুলিয়ে গোৱা শুনি মই গুজৰাটীত ('বৰ্ষান্তে বসন্ত' শীৰ্ষকৰ এটা প্ৰবন্ধ লিখিছিলোঁ।)

* * *

গ্ৰীষ্ম-ঋতু ভূ-মাতাৰ তপস্যা। মাটি ফাটি যোৱালৈকে পৃথিৱীয়ে গৰমৰ তপস্যা কৰে আৰু আকাশক জীৱন-দানৰ প্ৰাৰ্থনা জনায়। বৈদিক ঋষি

সকলে আকাশক 'পিতা' আৰু পৃথিৱীক 'মাতা' বুলি কয়। পৃথিৱীৰ তপস্যা দেখি আকাশ পিতাৰ অন্তৰ গলি যায়। তেওঁ পৃথিৱীক কৃতাৰ্থ কৰি তোলে। পৃথিৱী কুমলীয়া ঘাঁহেৰে ৰোমাঞ্চিত হৈ উঠে। আৰু চাৰিও ফালে লক্ষ লক্ষ জীৱ-জন্তুৱে আনন্দত ঘুৰি ফুৰিবলৈ ধৰে। আগৰ গৰাই সৃষ্টিৰ এই আবিৰ্ভাৱৰ লগত মোৰ অন্তৰ একাকাৰ হৈ পৰিছে। উঁইৰ পাখি গজি উঠে আৰু পাচদিনা ৰাতিপুৱা হোৱাৰ আগতে আটাইবোৰ মৰি যায়। মাটিৰ ওপৰত পৰি থকা সিহঁতৰ পাখিবোৰ দেখি মোৰ কুৰুক্ষেত্ৰৰ কথা মনত পৰে। মখমল কাপোৰৰ পোকে মাটিৰ পৰা জন্ম লয় আৰু নিজৰ ৰঙা ৰঙৰ বিতোপন শোভা দেখুৱাই নাইকিয়া হৈ যায়, তেতিয়া সিহঁতৰ এই জীৱনৰ প্ৰতি মোৰ শ্ৰদ্ধা হয়। যি পখিলাই নিজৰ সৌন্দৰ্য্যৰ দ্বাৰা ফুলকো লাজ দিব পাৰে, সেই পখিলাৰ পৰা মই কলাৰ দীক্ষা লওঁ। যেতিয়া লতাবোৰ মাটিত বগাই গছৰ ওপৰত উঠিবলৈ ধৰে, তেতিয়া মোৰ মনো সিহঁতৰ নিচিনা কোমল আৰু উদাৰ হৈ পৰে।

যিদৰে বৰ্ষা ঋতুত বাহিৰৰ জগতত জীৱনৰ ঐশ্বৰ্য্য ফুটি উঠে, সেইদৰে মোৰ অন্তৰো সমৃদ্ধ হৈ উঠে আৰু বৰ্ষা ঋতুৰ শেষত আকাশ পৰিষ্কাৰ হোৱালৈকে মই অন্তৰত অসীম আনন্দ অনুভৱ কৰোঁ। এই কাৰণেই মই বৰ্ষা ঋতুক সকলোতকৈ শ্ৰেষ্ঠ ঋতু বুলি ভাবোঁ। এই চাৰিমাহ লাগিলে আকাশৰ সকলোবোৰ দেৱতা শুই থাকক, কিন্তু মোৰ হৃদয় জাগ্ৰত হৈ—জীৱন্ত হৈ থাকে; আৰু মই এই চাৰিমাহ অৰ্থাৎ বৰ্ষা ঋতুৰ লগত তন্ময় হৈ থাকোঁ।

'মধুৰেণ সমাপয়েৎ'ৰ নিয়ম অনুসৰি মহাকবি কালিদাসে 'ঋতু সংহাৰ' কাব্য গ্ৰীষ্ম ঋতুৰ পৰা আৰম্ভ কৰি বসন্ত ঋতুত শেষ কৰিছে। যদি মই 'ঋতুভ্যঃ'ৰ দীক্ষা লওঁ আৰু মই মোৰ জীৱন-নিষ্ঠা ব্যক্ত কৰিবলৈ যাওঁ, তেতিয়াহলে মই বৰ্ষা-ঋতুৰ পৰা আৰম্ভ কৰি আকৌ আন ধৰণেৰে বৰ্ষা-ঋতুতেই শেষ কৰিম।

জুলাই ১৯৫২ চন।

---

## অনুবন্ধ

( সামাজিক জীৱনৰ কাৰণে অত্যন্ত উপযোগী শিল্পকলা শিকি আৱশ্যক অনুসৰি তাক ব্যৱহাৰিক ক্ষেত্ৰত প্ৰয়োগ কৰাই হৈছে—জীৱনক সমৃদ্ধ কৰাৰ স্বাভাৱিক পদ্ধতি। )

জীয়াই থাকিবৰ কাৰণে আটাইবোৰ লাগতিয়াল জ্ঞান আহৰণ কৰিলে বৰ সন্তোষ পোৱা যায়। আৰু উপযুক্ত সময়ত আহৰণ কৰা জ্ঞান অতি সোনকালে মনত বৈ যায়, জীৱনৰ লগত মিহলি হৈ যায়।

এই সকলোবোৰ দেখি শুনি শিক্ষাবিদ সকলে অধ্যয়ন অধ্যাপনাৰ কাৰণে নতুন পদ্ধতি উলিয়াইছে। য'ত শিক্ষাৰ মাধ্যম এনেকুৱা বিষয় হব লাগে—যাৰ যোগেদি জীৱিকা উপাৰ্জনৰ বিভিন্ন শিল্প আয়ত্ব কৰি স্বাবলম্বী হব পৰা যায়। এই পদ্ধতিকে অনুবন্ধ বা 'কো-ৰিলেশ্যন' বুলি কয়।

সংস্কৃত গ্ৰন্থৰ প্ৰাচীন টীকাকাৰ সকলে এই পদ্ধতিৰ সহায়ত যি কোনো গ্ৰন্থক বুজিব পাৰে আৰু বুজাবও পাৰে। লগতে বিভিন্ন বিষয়ৰ জ্ঞানো দিব পাৰে। মূল লেখক যদি নানা বিদ্যাত বিশাৰদ হয় আৰু তেওঁৰ গ্ৰন্থত যদি সেইবোৰ বিদ্যাৰ উল্লেখ কৰা হয়, তেতিয়াহলে টীকাকাৰে সেইবোৰ বিদ্যাৰ লাগতিয়াল জ্ঞান নিজৰ টীকাত ভৰাই দিয়ে।

আজিকালি পাঠ্য-পুস্তকৰ লগত 'নোটচ্' বা টীকা দিয়া হয়। যদি কিতাপখন ইংৰাজী হয়, তেতিয়াহলে তাৰ টীকাও ইংৰাজী। এইদৰে আনৰ ভাষাৰদ্বাৰা পঢ়াৰ কৃত্ৰিম পদ্ধতি থকাৰ কাৰণে ছাত্ৰ-ছাত্ৰীয়ে 'নোটচ্' মুখস্থ কৰে আৰু এই মুখস্থ কৰা 'নোটচ' লিখি পৰীক্ষাত 'পাছ' কৰে। এই পৰিস্থিতিৰ কাৰণে 'নোটচ্' দিয়াৰ পদ্ধতিত যথেষ্ট দুৰ্ণাম হৈছে। সুযোগ্য শিক্ষাবিদ্ সকলে সাধাৰণ কিতাপৰ 'নোটচ্' দিয়া নিজৰ গৌৰৱৰ প্ৰতিকূল বুলি ভাবে আৰু কেতিয়াবা কেতিয়াবা এনেকুৱা 'নোটচ্' বোৰ নিন্দাৰ পাত্ৰও হয়।

কিন্তু যদি অনুবন্ধৰ দৃষ্টিত টোকা লিখা হয় আৰু উপযুক্ত ঠাইত লাগতিয়াল জ্ঞান দিবলৈ চেষ্টা কৰা হয়, তেতিয়াহলে এই পদ্ধতি প্ৰত্যেক ক্ষেত্ৰত লাভজনক হব।

মোৰ কেইজনমান অধ্যাপক বন্ধুৱে মোৰ কেইখনমান কিতাপ তেওঁলোকৰ টোকাৰদ্বাৰা বিভূষিত কৰিছে। এই ক্ষেত্ৰত ময়ো তেওঁলোকক সহযোগ কৰিছোঁ। য'ত বিদ্যাৰ্থী আৰু অধ্যাপকসকলৰ কাৰণে ডাঙৰ পুস্তকালয়ৰ সুবিধা নাই, তাত এই টোকাৰদ্বাৰা কিতাপ পঢ়া সহজ হব। কিতাপত নিজৰ ভাষাত টোকা দিলে অনুবন্ধৰ কাম বেচ্ সহজ হৈ পৰে। সেইকাৰণে শিক্ষাকলাৰ প্ৰবীন অধ্যাপকসকলৰদ্বাৰা লিখিত টোকাক মই 'অনুবন্ধ'ৰ নিচিনা বুলি ধৰিছোঁ। মই আশা কৰোঁ যে যদি কোনো অধ্যাপকে এই কিতাপ পঢ়োৱাৰ সুযোগ পায়, তেতিয়াহলে তেওঁ যেন এই টোকাবোৰক অনুবন্ধৰদৰে ব্যৱহাৰ কৰে। অধ্যাপকৰ সহায় নোলোৱাকৈ যি সকল পাঠকে টোকাৰ লৈতে এই কিতাপ পঢ়িব, তেওঁলোকে এই টোকাৰ যোগেদি অনুবন্ধৰ কথা বুজিব পাৰিব।

( কা: কা: )

## মুখপৃষ্ঠৰ শ্লোক

বিশ্বস্য মাতৰঃ—'এইদৰে যিমানবোৰ নৈৰ নাম মোৰ মনত পৰিছে সেই সকলোবোৰৰ নাম মই শুনালোঁ। এই সকলোবোৰেই বিশ্ব-মাতা, সকলোৱেই শক্তিশালী আৰু মহান ফলদাত্ৰী।'

ধৃতৰাষ্ট্ৰৰ প্ৰশ্নৰ উত্তৰত যেতিয়া সঞ্জয়ে ভাৰতবৰ্ষৰ বৰ্ণনা কৰিছিল, তেতিয়া ভাৰতৰ নৈবোৰৰ নাম শুনোৱাৰ পাছত উপসংহাৰত তেওঁ সেই বাণী কৈছিল। মহাভাৰতৰ ভীষ্ম-পৰ্বৰ নৱম অধ্যায়ৰ ৩৭, ৩৮ তম শ্লোকৰ আগত ছুটা ছুটা শাৰী লৈ এই শ্লোক ৰচা হৈছে।

যথাস্মৃতি—ইয়াৰ ভাৱাৰ্থ এয়েই যে ভাৰতত অলেখ নৈ আছে; কিন্তু যিমানবোৰৰ কথা মোৰ মনত পৰিল, সিমানবোৰৰ নামহে মই

শুনালোঁ। ৩৭ তম শ্লোকৰ শেষৰ দুই শাৰীত এইটো স্পষ্টভাবে কোৱা হৈছে :

তথা নদ্যস্তুপ্রকাশাঃ শতশোঽথ সহস্রশঃ।

এইদৰে যিবোৰ অজ্ঞাত হৈ আছে, এনেকুৱা শত সহস্র নৈ আছে।

[ ইয়াত সঞ্জয়ৰ (আৰু লেখকৰো ?) নিজৰ দেশৰ প্রতি ভক্তিভাব দেখা গৈছে। 'সুজলা সুফলা' মাতৃৰ বিপুলতাক যেন কোনেও তুচ্ছ বুলি নাভাবে। ইয়াত জানো এনেকুৱা অতিস্নেহৰপৰা জন্ম হোৱা পাপ-শঙ্কাৰ স্থান হব ? ]

## জীৱনলীলা

ডলোঃ সাবর্ণ্যমঃ—ড আৰু ল সমান বর্ণ। 'ডলোৰভেদঃ' বুলিও কয়।

লিম্পতীৱঃ আন্ধাৰে যেন সর্বশৰীৰক লিপি ক'লা কৰি পেলাইছে আৰু যেন আকাশৰপৰা কাজলৰ বৰষুণ পৰিছে।

দেশৰ অভিপ্রায় : অপভ্রংশ ভাষাৰ তলৰ পদ্যৰ লগত তুলনা কৰক।

সৰিহিং ন সৰেহিং ন সৰবৰেহিং নহি উজ্জাণবর্ণেং হিং।

দেস ৰবন্না হোন্তি বঢ নিবসন্তেহিং সুজণেহিং॥

[ হে মূর্খ, চা, দেশ নৈৰে ৰমণীয় নহয়, সৰোবৰেৰে নহয়, পুখুৰীৰেও নহয়, উদ্যান বনেৰেও নহয় বৰং তাত বাস কৰা সাধুপুৰুষৰ দ্বাৰাইহে ৰমণীয় হয়। ]

## সৰিতা সংস্কৃতি

ক্ষেমেন্দ্র : এখাৰ শতিকাৰ এজন কাশ্মীৰী পণ্ডিত কবি। এওঁ চল্লিছ খনতকৈয়ো বেছি গ্রন্থ ৰচনা কৰিছে বুলি কোৱা হয়। ইয়াৰ ভিতৰত 'ভাৰত মঞ্জৰী', 'বৃহৎ কথা মঞ্জৰী', 'নৃপাৱলী', 'সুবৃত্ততিলক', 'ঔচিত্য-বিচাৰ-চর্চা', 'কবি-কণ্ঠাভৰণ' আদি গ্রন্থই প্রধান।

মীনল দেৱী : কর্ণাটকৰ চন্দ্রাৱতী নগৰৰ ৰাজকুমাৰী, কর্ণদেৱ সোলংকীৰ ভার্যা, সিদ্ধৰাজ জয়সিংহৰ মাতা। ধোলকাৰ বিখ্যাত 'মলাৱ' পুখুৰী আৰু বিৰমগামৰ 'মুনসৰ' পুখুৰী এৱেঁই সজাইছিল।

সোমনাথ দৰ্শনৰ কাৰণে গলে প্ৰত্যেক যাত্ৰীয়ে যি কৰ দিবলগীয়া হৈছিল, এওঁ সেই কৰ লোৱা বন্ধ কৰাই দিছিল। এওঁ বৰ প্ৰজাবৎসল ৰাণী আছিল।

উৰ্বশী : 'উৰ্' দেশৰ উৰ্বশী।

## নদী মুখেনৈব সমুদ্ৰমাবিশেত্

কূল মৰ্য্যাদা : কূল=পাৰ। পাৰৰ সন্মান। 'কূল মৰ্য্যাদা' শব্দৰ পৰা এই শব্দ ৰচা হৈছে।

নামৰূপ ত্যাগ কৰি ·যায় : তলত দিয়া মুণ্ডকোপনিষদৰ বচন মনত পেলাওক :

যথা নদ্যঃ স্যন্দমানাঃ সমুদ্ৰে
অস্তং গচ্ছন্তি নামৰূপে বিহায়।

( যিদৰে বৈ যোৱা নৈবোৰ নিজৰ নাম ত্যাগ কৰি সাগৰত বিলীন হৈ যায়। )

## উপস্থান

উপস্থান : বন্দনা, পূজা, উপাসনা। যেনে-সূৰ্য বা সন্ধ্যাৰ উপস্থান।

আমাৰ পূৰ্বপুৰুষ সকলৰ নদী ভক্তি : লেখক যে সৰস্বতী পুত্ৰ সাৰস্বত—ইয়াত সেইটো কথা মনত নপৰাকৈ নাথাকে।

ভক্তিৰ এই উদ্গাৰ শ্ৰৱণ কৰি : ভক্তি শ্ৰৱণ কৰি বা শ্ৰৱণ ভক্তি কৰি। উদ্গাৰ=বচন। (প্ৰেম আৰু সন্মানেৰে শুনাও ভক্তিৰ এক পুণ্যপ্ৰদ অঙ্গ।)

সংস্কৃতি পৰিপুষ্ট : নৈবোৰৰ পাৰতে সংসাৰৰ বহুত সংস্কৃতিৰ বিকাশ হৈছে। উদাহৰণস্বৰূপে, নীলনদীৰ পাৰত ইজিপ্ত ( মিচৰ )ৰ সংস্কৃতি বিকশিত হৈছে। খাল্ডিয়া ( ইৰাক )ৰ সংস্কৃতি য়ুফ্ৰেটিস আৰু টেগ্ৰিচৰ পাৰত : চীনৰ সংস্কৃতি য়াংচেক্যাং তথা হোৱাঙহোৰ পাৰত, মধ্য এচিয়াৰ সংস্কৃতি অমু আৰু সৰ নদীৰ পাৰত, ভাৰতৰ সংস্কৃতি

পঞ্চসিন্ধু, গঙ্গা-যমুনা, তাপ্তী-নর্মদা আৰু কৃষ্ণা-গোদাবৰীৰ পাৰত বিকশিত হৈছে।

ভগৱান সূৰ্য নাৰায়ণৰ প্ৰেমৰ কথা : তাপ্তী তপতীক সূৰ্য কন্যা বুলি কোৱা হয়। তেওঁ সম্বৰণ ৰজাৰ পত্নী আৰু কুৰুৰ মাক আছিল। গুজৰাটী কবি প্ৰেমানন্দৰ নামত বিখ্যাত 'তপত্যাখ্যান'ত এওঁৰ কথা আছে।

ইতিহাসৰ উষাকাল : সাধাৰণতে উষঃ কাল শব্দ প্ৰয়োগ কৰা হয়। কিন্তু ইয়াত জানি শুনিয়েই 'উষাকাল' শব্দ প্ৰয়োগ কৰা হৈছে। স্থানীয় ইতিহাসত কোৱা হৈছে যে বাণাসুৰ আৰু উষা ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত অৱস্থিত তেজপুৰৰ ওচৰত আছিল। ভাগৱতৰ দশম স্কন্ধ ৬২-৬৩ অধ্যায়ত উষা-অনিৰুদ্ধৰ কথা আছে। বলিৰ পুত্ৰ বাণাসুৰৰ কন্যা উষাৰ এবাৰ সপোনত কোনো এজন সুন্দৰ যুৱকৰ লগত মিলন হ'ল। সপোন ভগাৰ পাছত তেওঁ যুৱকৰ বিৰহত ব্যাকুল হৈ পৰিল। তেওঁৰ সখী চিত্ৰলেখাই এই প্ৰলাপ শুনিলে। সখীয়েকে সোধাৰ পাছত উষাই তেওঁক সপোনৰ কথা কলে আৰু লগতে ইয়াকো কলে যে এইজন যুৱকক নাপালে তেওঁ জীয়াই নাথাকে। চিত্ৰলেখাই এখন এখনকৈ বহুত ছবি আঁকি তেওঁক দেখুৱালে। শেহত শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধৰ ছবিখন দেখি উষাই কলে—"মই সপোনত দেখা কুমাৰ এই জনেই।" ইয়াৰ পাছত যোগ-বলত চিত্ৰলেখা দ্বাৰকালৈ গল। তাৰপৰা শুই থকা অনিৰুদ্ধক পালেঙৰে সৈতে তুলি আনিলে। উষা-অনিৰুদ্ধৰ গন্ধৰ্ব-বিবাহ হ'ল আৰু একেলগে চাৰিমাহ কটালে। যেতিয়া উষাৰ বাপেকে উষাৰ মন্দিৰত কোনো পুৰুষ আছে বুলি গম পালে, তেতিয়া তেওঁ খড়্গত অনিৰুদ্ধক আক্ৰমণ কৰিলে। দুয়োৰো মাজত যুদ্ধ হ'ল। এই যুদ্ধত বাণাসুৰে অনিৰুদ্ধক নাগপাশেৰে বান্ধি বন্দী কৰিলে।

ইফালে দ্বাৰকাত অনিৰুদ্ধৰ বিচাৰ-খোচাৰ আৰম্ভ হ'ল। নাৰদে আহি বাতৰি দিলে যে অনিৰুদ্ধক বাণাসুৰে শোণিতপুৰ (বৰ্তমান তেজপুৰ) ত বন্দী কৰি থৈছে। এই কথা শুনি শ্ৰীকৃষ্ণৰ বৰ খং

উঠিল। তেওঁ শোণিতপুৰ আক্ৰমণ কৰিলে। শেহত বাণৰজাক হৰুৱাই উষা-অনিৰুদ্ধক লগত লৈ বৰ ধুমধামেৰে দ্বাৰকালৈ উলটি গল।

সম্ভূয় সমুত্থানৰ সিদ্ধান্ত: একেলগে গোটখাই উন্নতি কৰাৰ সিদ্ধান্ত Joint stock-ৰ সিদ্ধান্ত। স্মৃতিত এই শব্দ পোৱা যায়।

সাগৰৰ সৈতে মিলিবলৈ যাওঁতে·· অৱৰুদ্ধ হৈ পৰা: দক্ষিণ গুজৰাটৰ বলসাড়ৰ ওচৰৰ বাঁকী নৈয়ে নিজৰ নামৰ দৰেই বেঁকা-বেকি হৈ সাগৰৰ ওচৰলৈ পোনাই আছে আৰু এইদৰে বেঁকা হৈ পৰে যে দুই তিনি মাইল উত্তৰ দিশৰফালে বৈ গৈ ঔৰঙ্গাৰ লগত মিহলি হৈ সাগৰত মিলি যায়।

ঋণ দিব লাগিব: যিদৰে বাসনা পীড়িত ভূত-প্ৰেতবোৰক মন্ত্ৰৰ দ্বাৰা গতি দিয়া হয়, সেইদৰে—।

## ১। সখী মাৰ্কণ্ডী

মাৰ্কণ্ডী: বেলগাঁৱৰপৰা ন মাইল আঁতৰত লেখকৰ গাঁও বেলগুন্দীৰ ওচৰত বৈ থকা এখন সৰু নৈ।

বৈজনাথ: ( সং: বৈদ্যনাথ ) বেলগাঁৱৰ এটা পাহাৰ। বৈদ্য সকলৰ মতে এই পাহাৰত মূল্যবান বনস্পতি অৰ্থাৎ গছ গছনি আছে।

আমাৰ অঞ্চলৰ: কৰ্ণাটকৰ বেলগাঁও অঞ্চলৰ।

মাৰ্কণ্ডেয়: মৃকণ্ডু মুনিৰ পুত্ৰ, মাৰ্কণ্ড।

সাধু সুন্দৰ: মধ্যকালৰ এজন কবিৰদ্বাৰা ৰচিত মাৰ্কণ্ডেয় উপাখ্যানত এই শাৰীবোৰ পোৱা গৈছে। মাৰাঠী তিৰোতাসকলে ইয়াক মুখস্থ কৰি থয়।

মৃত্যুঞ্জয়: মহাদেৱৰ নাম। ই অলুক্ সমাস। ইয়াত বিভক্তি লোপ হোৱা নাই।

তুলনা কৰক: ধনঞ্জয়, সমিতিঞ্জয়, গণঞ্জয় ( dictator ).

তেওঁৰ আয়ুধাৰা: এনেয়ে কথাত কোৱা হয় যে তেওঁ সাত বা চৌধ্য কল্পৰ আয়ুস পাইছিল। তাৰোপৰি যেতিয়া কাকো দীৰ্ঘজীৱী

যোৱানি আশীৰ্বাদ দিয়া হয়, তেতিয়া 'মাৰ্কণ্ডায়ুৰ্ভৱ' বুলি কোৱা হয়। কিন্তু এই প্ৰবন্ধত ইয়াৰ অৰ্থ হৈছে নদীৰূপী আয়ুধাৰা। ই লেখকৰ কল্পনা।

ভ্ৰাতৃ দ্বিতীয়া : কাতিৰ শুক্ল দ্বিতীয়া। এই তিথিত যমুনাই তেওঁৰ ভায়েক যমক নিজৰ ঘৰলৈ মাতি নি তেওঁৰ পূজা কৰিছিল আৰু তেওঁক ভোজন কৰাইছিল। সেইকাৰণে এই দিনটোক 'যম-দ্বিতীয়া' বুলিও কয়। এই দিনত ভনীয়েকে ককায়েকক পূজা কৰে আৰু ভাত খোৱাৰ সময়ত জলত দিয়া মন্ত্ৰ মাতি কৈ তেওঁক আচমন কৰোৱায়।

ভ্ৰাতস্তবাগ্ৰজাতাহং ভুং ক্ষ ভক্তমিদং শুভম্।
প্ৰীতয়ে যমৰাজস্য যমুনায়া বিশেষতঃ॥

(হে ককাইদেউ, মই আপোনাৰ ভনীয়েক। আপুনি এই সুস্বাদু ভোজন গ্ৰহণ কৰক। যাতে যমৰাজ আৰু বিশেষকৈ তেওঁৰ ভনীয়েক যমুনা প্ৰসন্ন হয়) যদি ভনীয়েক নহৈ বায়েক হয়, তেতিয়াহলে "ভ্ৰাতস্তবাগ্ৰজাতাহম্" বুলি কয়।

মৃগ নক্ষত্ৰ :—ভ্ৰাতৃ দ্বিতীয়া জাৰকালত হয়। সেইদিনা গোটেই ৰাতি আকাশত মৃগ নক্ষত্ৰ থাকে। "মৃগনেত্ৰা ৰাত্ৰয়ঃ।"

লাবণ্য : (সংলৱণ+য়) মধুৰ, উজ্জ্বল, যৌবনৰ দীপ্তি। তাৰ লক্ষণ :—

মুক্তাফলেষু ছায়ায়াস্তৰলত্বমিবান্তৰা।
প্ৰতিভাতি যদঙ্গেষু তল্লাবণ্যমিহোচ্যতে॥

## ১। কৃষ্ণাৰ সংস্মৰণ

সাতাৰা : কৃষ্ণাৰ পাৰত অৱস্থিত নগৰ। লেখকৰ জন্মস্থান। ই শাহু আদি মহাৰাষ্ট্ৰৰ ৰজাসকলৰ ৰাজধানী আছিল।

শ্ৰীশাহু মহাৰাজ : শিৱাজীৰ নাতি, সম্ভাজীৰ পুতেক। আগতে তেওঁৰ নাম শিৱাজী আছিল। কিন্তু পাছত ঔৰঙ্গজেবে তেওঁৰ নাম শাহু থৈছিল। সৰুতে তেওঁ দিল্লীৰ দৰবাৰত বন্দী হৈ থাকিবলগীয়া হৈছিল। সেই সময়ত তেওঁ ভোগ-বিলাসত মজি থকা কাৰণে নিজৰ ৰাজ্যৰ ভাৰ প্ৰধান পেশৱা (মন্ত্ৰী)-ৰ হাতত সঁপি দি তেওঁ সাতাৰাত আছিল।

আমি : লেখক আৰু তেওঁৰ ভাৰেক।

বাসুদেৱ : ম'বা পাখীৰ টুপী পিন্ধি ভজন গাই ভিক্ষা মাগি ফুৰা ভিক্ষাৰী সম্প্ৰদায়ৰ মানুহ।

বেন্ন্যা : সাতাৰাৰ এখন সৰু নৈ।

'নৰসোবাচী বাড়ী' : কৃষ্ণাৰ পাৰত কুৰুন্দবাড়ৰ ওচৰত। ই দত্তাত্ৰেয়ৰ তীৰ্থস্থান।

যি দুই এবাৰ· ইচ্ছা কৰিব : শিখসকলৰ গুৰু নানকৰ সম্বন্ধে এক জনশ্ৰুতি প্ৰচলিত আছে যে তেওঁ এবাৰ স্বৰ্গলৈ গৈছিল, কিন্তু তাতো তেওঁ মনমাৰি আছিল। তেওঁৰ এনে অৱস্থা দেখি ভগৱানে ইয়াৰ কাৰণ সুধিলে। তেতিয়া তেওঁ উত্তৰ দিলে যে—'স্বৰ্গত সকলোবেই আছে, কিন্তু গোমধান বা সৰিয়হ শাক নাই। এইবোৰ বস্তু খাবৰ কাৰণে এতিয়া মোৰ আকৌ পৃথিৱীলৈ উলটি যাবৰ হে মন গৈছে। মানুহে নিজৰ কল্পনাৰদ্বাৰা এনেকুৱা সাধুৰ ৰূপ দিব পাৰে।

সাঙ্গলী : কৃষ্ণাৰ পাৰত অৱস্থিত এখন নগৰ। স্বাধীনতাৰ আগৰ এখন ৰাজ্য।

একশ্ৰুতি : এইটো বৈদিক শব্দ। ইয়াৰ অৰ্থ হৈছে 'য'ত বিবিধতা নাথাকে।' বেদত তিনি ৰকমৰ উচ্চাৰণ আছে। উদাত্ত, অনুদাত্ত আৰু স্বৰিত। ইয়াৰ ভিতৰত যি কোনো, এটাক লৈ একেৰকমে উচ্চাৰণ কৰাক একশ্ৰুতি উচ্চাৰণ বোলে। ইংৰাজীত ইয়াক 'মোনোটোনচ্' বোলে।

শ্ৰীসমৰ্থ : স্বামী ৰামদাস শ্ৰীশিৱাজী মহাৰাজৰ গুৰু। এওঁ ব্ৰহ্মচাৰী আছিল। এওঁ বহুত মঠ স্থাপন কৰি তাৰ দ্বাৰা ধৰ্ম-প্ৰচাৰ কৰিছিল। এওঁ 'দাসবোধ', 'মনোবোধ' আদি বিখ্যাত গ্ৰন্থবোৰৰ ৰচয়িতা।

ঘোৰপড়ে : সন্তাজী, শিৱাজীৰ এজন সেনাপতি। ৰাজাৰামৰ সময়ত ধনাজী আৰু সন্তাজী ঘোৰপড়ে এই দুয়োজন সেনাপতিৰ মাজত বৰ বেছি বিৰোধিতা আছিল। ঘোৰপড়ে মুৰাৰৰা (১৭০৪-১৭৭৭)-য়ো শাহুৰ প্ৰধান সেনাপতিৰ ভিতৰত এজন। এওঁ নিজৰ পৰাক্ৰমৰ বলত কৰ্ণাটক জয় কৰি গুত্তীত ৰাজধানী স্থাপন কৰিছিল। সেইকাৰণে এওঁক

'ওভীকৰ ঘোৰপড়ে' বুলিও কয়। ত্ৰিচিনাপল্লীত চান্দ্ চাহাবৰ লগত পেশবাৰ যি যুদ্ধ হৈছিল, তাত এওঁ পেশবাক বিজেতাৰ আসনত বহুৱালে। সেইকাৰণে শাহুৱে এওঁক কৰ্ণাটকৰ 'সৰদেশমুখী' আৰু ত্ৰিচিনাপল্লীৰ দুৰ্গৰ 'প্ৰধান সেনাপতি' পাতিলে। শেহত হায়দাৰে এওঁক বন্দী কৰি কপৰ হাতকড়ী লগাই কপাল দুৰ্গত থলে। তাতে তেওঁৰ মৃত্যু হ'ল।

পটবৰ্ধন : পৰশুৰাম ভাউ ( ১৭৩৯-১৭৯৯ ) মাধৱৰাও পেশবাৰ সময়ৰ ডাঙৰ সেনাপতি। বৰ পৰাক্ৰমী আৰু যোদ্ধা আছিল। হায়দৰৰ লগত যি যুদ্ধ হৈছিল তাত এটাৰ পাছত এটাকৈ এওঁৰ তিনিটা ঘোঁৰা মৰি গ'ল; কিন্তু তথাপি তেওঁ হতাশ ন'হল। ১৭৮১ চনত এওঁ ইংৰাজ সেনাপতি গোডাৰ্ডক পৰাজিত কৰিলে। ১৭৯৬ চনত নানাফড়ণবীছৰ লগত এওঁৰ অলপ মনান্তৰ হ'ল। সেইকাৰণে ফড়ণবীছে এওঁক বন্দী কৰি পেলালে। ১৭৯৮ চনত এওঁক মুক্তি দিলে। কিন্তু আকৌ তৎক্ষণাত এওঁ পট্টনকুডীৰ যুদ্ধত যোগ দিলে, আৰু তাতেই যুঁজি যুঁজি মৃত্যু বৰণ কৰিলে।

নানাফড়ণবীছ : ( ১৭৪২-১৮০০ ) মাৰাঠা শাসনৰ শেষ সময়ৰ একজন বিচক্ষণ ৰাজনীতিজ্ঞ।

ৰামশাস্ত্ৰী প্ৰভুনে : ( ১৭২০-১৭৮৯ ) পেশবাৰ যুগৰ একজন বিখ্যাত ন্যায় শাস্ত্ৰী। বিছ বছৰ বয়সলৈকে এওঁ নিৰক্ষৰ আছিল। যিজন সাহুৰ ঘৰত এওঁ চাকৰি কৰিছিল, তেওঁ এওঁক মৰ্মভেদী কথা কলে। এই কাৰণেই এওঁ পঢ়িবলৈ কাশীলৈ গুচি গ'ল আৰু শেহত বৰ ডাঙৰ ধৰ্মশাস্ত্ৰী হৈ পৰিল। ১৭৫১ চনত এওঁ পেশবাৰ দৰবাৰৰ আমন্ত্ৰণ গ্ৰহণ কৰিলে আৰু ১৭৫৯ চনত মুখ্য ন্যায়াধীশ হ'ল। এওঁ অত্যন্ত নিঃস্পৃহ আছিল। ডাঙৰ মাধৱৰাও এওঁৰ পৰামৰ্শমতে চলিছিল। নাৰায়ণৰাওৰ হত্যাকাৰী ৰাঘোবাক এওঁ প্ৰায়শ্চিত্ত কৰিবৰ কাৰণে বাধ্য কৰাইছিল।

দেহু : ইন্দ্ৰায়নী নৈৰ পাৰত অৱস্থিত এখন গাঁও। এই গাঁওখন পুণাৰ ওচৰত। মহাৰাষ্ট্ৰৰ সন্ত তুকাৰামৰ গাঁও হোৱা কাৰণে ইয়াক বৰ পৱিত্ৰ বুলি ধৰা হয়।

আলন্দী : ইন্দ্ৰায়নী নৈৰ পাৰৰ এখন গাঁও। পুণাৰ পৰা বহু বেছি আঁতৰত নহয়। ইয়াতে শ্ৰীজ্ঞানেশ্বৰে জীৱিত অৱস্থাতে সমাধিপ্ৰাপ্ত হৈছিল। দেহু-আলন্দীৰ—নৈ ইন্দ্ৰায়নী ভীমা নৈৰ লগত মিলিছে। এই ভীমা নৈ পণ্ঢৰপুৰৰ ওচৰত গৈ বেঁকা হৈছে। সেইকাৰণে তাতে ইয়াক চন্দ্ৰভাগা বুলিও কয়। ইয়াৰ পাছত ই ডাঙৰ হৈ কৃষ্ণাৰ লগত মিলে।

তুঙ্গভদ্ৰা : তুঙ্গা আৰু ভদ্ৰা, এই দুয়োখন নৈ গোট খাই তুঙ্গভদ্ৰা হয়। 'মুল্লা-মুঠাৰ সঙ্গম' চাওক। তুঙ্গভদ্ৰাৰ পাৰত হম্পীৰ ওচৰত কৰ্ণাটক সাম্ৰাজ্যৰ ৰাজধানী বিজয় নগৰ বহুৱা হৈছিল।

তেলঙ্গনা : ত্ৰিলিঙ্গৰ প্ৰদেশ। যাৰ পেটত কৃষ্ণাৰ একটোপাল পানীও পৰিছে, তেওঁ কেতিয়াও মহাৰাষ্ট্ৰীয়তা পাহৰিব নোৱাৰিব। কৃষ্ণাত প্ৰাদেশিকতাৰ ঠাই নাই। এই দুয়োষাৰ কথাৰ ভিতৰত কিবা বিৰোধ আছে নেকি? লেখকৰ মতে মহাৰাষ্ট্ৰৰ সদ্‌গুণবোৰৰ প্ৰতি তেওঁৰ নিজৰ মনত ভক্তিভাৱ থকা স্বাভাৱিক। কিন্তু এই তিনিখন প্ৰদেশৰ প্ৰতি আত্মীয়তা জাগ্ৰত হোৱাৰ পাছত মনলৈ সংকীৰ্ণতা আহিব নোৱাৰে।

জীৱনৰ লীলা : জীৱন মানে 'পানী' আৰু জীৱন মানে 'জীৱন'। ইয়াত তাক দুয়োটা অৰ্থতে প্ৰয়োগ কৰা হৈছে।

অনন্তবুৱা মৰঢেকৰ : কাকাচাহেবৰ প্ৰিয় বন্ধু, যাৰ পবিত্ৰ স্মৃতিত কাকাচাহেবে তেওঁৰ "হিমালয়ৰ যাত্ৰা"* নামৰ কিতাপখন অৰ্পণ কৰিছে।

শ্ৰীসমৰ্থ ৰামদাস স্বামী তথা তেওঁৰ শিষ্যসকলে যিবোৰ মঠ স্থাপন কৰিলে, 'মৰঢে মঠ' তাৰ ভিতৰৰে এটা। এই মঠৰ গৃহস্থাশ্ৰমী মঠ পতিসকলৰ বংশত অনন্ত বুৱাৰ জন্ম হৈছিল। এওঁৰ পিতাক পুৰাণৰ কথাবাচক তথা কীৰ্তনকাৰ আছিল। প্ৰথমতে অনন্ত বুৱা মাৰাঠী ট্ৰেইনিং কলেজৰ শিক্ষক আছিল। তাৰ পাছত তেওঁ কাকা চাহেবতকৈ আগতে বৰোদাৰ 'গঙ্গ নাথ বিদ্যালয়'ত সোমাল। এই বিদ্যালয়ৰ কাৰণে চান্দা তোলা কামত এওঁ বৰোদা ৰাজ্যৰ চাৰিওফালে ঘূৰি ফুৰিছিল। তেওঁ নিজৰ মাহেকীয়া খৰচ দহ টকাতকৈ বেছি নহয় বৰং কম কৰিছিল। এই প্ৰতিষ্ঠানৰ নিয়ম অনুসৰি

* "হিমালয় যাত্ৰা" খন নৱ জীৱন প্ৰকাশন মন্দিৰে হিন্দীত প্ৰকাশ কৰিছে। দাম ২.০০ টকা।

তেওঁ মাহেকীয়া খৰচৰ বাহিৰে কেৱল খৰচৰ কাৰণে পাঁচ টকা লৰফণীয়া হৈছিল। তেওঁ এই পাঁচ টকা বিদ্যাৰ্থীসকলৰ কাৰণে খৰচ কৰিছিল আৰু নহলে কেতিয়াবা যেতিয়া হিচাপ ভুল হৈ যায়, তেতিয়া তাত দি দিছিল। গুজৰাটৰ প্ৰসিদ্ধ ৰচনাত্মক কাৰ্য্যকৰ্ত্তা শ্ৰী ৰবিশঙ্কৰ মহাৰাজৰ লগত এওঁৰ তুলনা কৰিব পাৰি। এওঁৰ এই পবিত্ৰ জীৱন দেখি কিছুমান মানুহে এওঁৰ পৰা 'কণ্ঠী' (তুলসীৰ মালা) খুজিছিল। কিন্তু তেওঁ কেতিয়াও কাকো 'কণ্ঠী' দিয়া নাছিল। তেওঁ এই বিষয়ে কেৱল ইয়াকে কৈছিল যে "মোৰ সেইটো যোগ্যতা নাই।"

ককাইদেউ : এওঁ লেখকতকৈ আগৰপৰা ৰাষ্ট্ৰীয় শিক্ষাৰ কাম কৰি আছিল আৰু লেখকৰ দৃষ্টিত এওঁ অধিক ত্যাগী।

গঙ্গোত্ৰী : হিমালয়ৰ এখন তীৰ্থস্থান। ইয়াৰ পৰাই গঙ্গা নৈ ওলাইছে। আচলতে 'গো মুখ'ৰ পৰা উদগম হৈছে। 'গোমুখ' গঙ্গোত্ৰীৰ পৰা প্ৰায় ২৪ মাইল আঁতৰত।

অমৰনাথ : এই তীৰ্থস্থান কাশ্মীৰত। ইয়াৰ এটা গুহাত বৰফৰ শিৱলিঙ্গ পোৱা হৈছে।

অমৰ হৈ গ'ল : স্বৰ্গগামী হ'ল।

বাঈ : কৃষ্ণাৰ পাৰত অৱস্থিত পবিত্ৰ তীৰ্থস্থান। ইয়াত সংস্কৃত বিদ্যাৰ পৰম্পৰাক উপযুক্ত ভাৱে সুৰক্ষিত কৰি ৰখা হৈছে।

বাঈৰ…গঙ্গাৰ : বাঈৰ মানুহে ভক্তিভাৱে কৃষ্ণাক গঙ্গা বুলি কয়।

শিৱস্নান : বৰ্ষাঋতুত বাঈৰ কিছুমান মন্দিৰৰ কলচীও পানীত ডুবি যায়।

স্বৰাজ্য ঋষি : স্বৰাজৰ কাৰণে তপস্যা কৰোঁতা, স্বৰাজৰ 'মন্ত্ৰ' দিওঁতা "স্বৰাজ মোৰ জন্মগত অধিকাৰ"—লোকমান্যৰ এই বাণী বিখ্যাত।

পট বৰ্ধন : পট—কাপোৰ, বৰ্ধন—বঢ়োৱা। দ্ৰৌপদীৰ বস্ত্ৰ হৰণৰ কথা মনত পেলাওক।

সিমান খিনি বঁতৰো : বিহু লাখ বঁতৰৰ প্ৰচাৰ কৰা হৈছিল।

বেজৱাড়া : অন্ধ্ৰপ্ৰদেশৰ এখন প্ৰধান নগৰ। ইয়ো কৃষ্ণাৰ পাৰত।

শ্ৰী অব্বাস চাহাব : (১৮৫৪—১৯৩৬) চিৰনবীন, দেশভক্ত আছিল এই

অব্বাছ তৈয়বজী। কংগ্ৰেছ মহাসভাৰ তৃতীয় অধিৱেশনৰ সভাপতি শ্ৰীবদৰুদ্দিন তৈয়বজীৰ ভতিজাক। পাছত তেওঁৰে যোঁৱাৰেক। পূৰ্ব জীৱনত এওঁ বৰোদা ৰাজ্যৰ ডাঙৰ আদালতৰ ন্যায়াধীশ আছিল।

জীৱনৰ অন্তিম সময়ত এওঁৰ ওপৰত গান্ধীজীৰ প্ৰভাৱ পৰিল। সেই সময়ত গুজৰাটৰ সাৰ্বজনিক জীৱনত এওঁ মহত্বপূৰ্ণ অংশ গ্ৰহণ কৰিছিল। পাঞ্জাবৰ হত্যাকাণ্ডৰ অনুসন্ধানত, অসহযোগ আন্দোলনত, তিলক-স্বৰাজ পুঁজি গোটোৱাত, চৰকাৰী ভৱন তথা বিদেশী কাপোৰৰ দোকানত পহৰা দিয়াত, খাদী বেচাত, হিন্দু-মুছলমানৰ একতাৰ কাৰণে যত্ন কৰাত, বানপানীৰ বিপদ নিবাৰণ কৰাত, বাৰডোলীৰ আন্দোলন তথা নিমখ সত্যাগ্ৰহৰ সময়ত, ধৰাসনাৰ খনিত হোৱা সত্যাগ্ৰহত নেতৃত্ব কৰা আদি বিভিন্ন ধৰণৰ কামত এওঁৰ দেশ সেৱাৰ উদাহৰণ পোৱা যায়।

শ্ৰীপুনতাম্ বেকৰ : সেই সময়ৰ বম্বে ৰাষ্ট্ৰীয় মহবিদ্যালয়ৰ আচাৰ্য্য। এঁও বেৰিষ্টাৰ আছিল। শেষত বাৰাণসী হিন্দু বিশ্ববিদ্যালয়ৰ ইতিহাসৰ প্ৰধান অধ্যাপকৰূপে তথা নাগপুৰ বিশ্ববিদ্যালয়ৰ ৰাজনীতি বিভাগৰ প্ৰধান অধ্যাপকৰূপে কাম কৰিছিল।

গিদ্ৱানীজী : প্ৰথমতে গুজৰাট বিদ্যাপীঠৰ কুলনায়ক ( ভাইচ্ চেন্সেলাৰ ) আৰু গুজৰাট মহাবিদ্যালয়ৰ প্ৰথম আচাৰ্য্য। এওঁৰ সম্পূৰ্ণ নাম হৈছে : অসুদমল টেকচন্দ গিদৱানী। গুজৰাটলৈ অহাৰ আগতে এওঁ দিল্লীৰ ৰামযশ কলেজৰ অধ্যক্ষ আছিল।

কৃষ্ণাম্বিকা : কৃষ্ণা-মাতা।

ৰামশাস্ত্ৰী : ৰামশাস্ত্ৰী প্ৰভুনে ৰাঈৰ ওচৰৰ কৃষ্ণাৰ পাৰত আছিল এইকাৰণে—।

নানাফৰণবীছ : ৰাঈৰ ওচৰত মেনৱলীত বাস কৰিছিল।

ৰাষ্ট্ৰীয় হিন্দী : প্ৰান্তীয় হিন্দীহে বিশুদ্ধ হিন্দী। বহুত ভাষাৰ প্ৰভাৱৰ দ্বাৰা হোৱা হিন্দীৰ নামেই ৰাষ্ট্ৰীয় হিন্দী ॥

## ৩। মুক্তা-মুঠাৰ সঞ্চয়

অপবাদ নাথাকিলেও……নাৰাছে : Exception proves the rule. 'উৎসৰ্গাঃ নাপবাদাঃ'।

মিচিচিপী-মিচোৰী : ই ৫৪৩১ মাইল দীঘল। য'ত এই দুয়োখন নৈ মিলিছে তাৰ বিস্তাৰ ৫০০০ ফুট বহল।

দ্বন্দ্ব সমাস : দুয়োটা পদ সমান হয়, ইয়াত এইটো কথাত জোৰ দিয়া হৈছে।

সীতা হৰণৰ পৰা ·· ·ইতিহাস : প্ৰবাদ আছে যে যেতিয়া ৰাৱণে সীতাক ৰথত তুলি লৈ গ'ল, তেতিয়া সীতাৰ শাৰীৰ আঁচল হম্পীৰ ওচৰৰ এটা ডাঙৰ শিলত লাগি ধৰিছিল, সেই শিলৰ ওপৰত এতিয়াও তাৰ ৰেখা দেখা যায়। বিজয়নগৰৰ সাম্ৰাজ্যৰ বেহা-বেপাৰো তুঙ্গভদ্ৰাৰ পাৰতে চলিছিল। ১৩৪৬ চনত এই সাম্ৰাজ্য স্থাপন কৰা হৈছিল। এই সাম্ৰাজ্য কৃষ্ণাৰপৰা কন্যাকুমাৰীলৈকে বিয়পি আছিল। প্ৰায় ২৫৫ বছৰ কাল মুছলমান আক্ৰমণ প্ৰতিৰোধ কৰি ১৫৬৫ চনত এই সাম্ৰাজ্যৰ অৱসান হ'ল। ইয়াৰ সম্পূৰ্ণ ইতিহাস 'এ ফৰগাটন এম্পায়াৰ' নামৰ ইংৰাজী কিতাপ আৰু 'বিজয়নগৰ সাম্ৰাজ্যৰ ইতিহাস' নামৰ হিন্দী কিতাপত পোৱা যায়।

খডক-বাসলা : পুনাৰপৰা সিংহগড়লৈ যাওঁতে বাটত এই ঠাই পোৱা হয়। ইয়াত পুনাৰ জলাগাৰ ( ওৱাটাৰ ৱৰ্কস্ ) আছে। স্বাধীন ভাৰতৰ 'ৰাষ্ট্ৰৰক্ষা বিদ্যালয়'ৰ কাৰণেও এই ঠাইকে মনোনীত কৰা হৈছে।

মুণ্ডী টেকৰী : সন্ন্যাসীৰ নিচিনা, যাৰ মূৰত এজোপাও গছ নাই।

চিন্তাশীল : যেতিয়া মানুহ চিন্তাত থাকে তেতিয়া বাৰে বাৰে তেওঁৰ চকু মুদ খাই আৰু মেল খাই থাকে। তৰাবোৰে এইদৰেই গোটেই ৰাতি তিৰবিৰাই থাকে। ইয়াৰ অৰ্থ পানীৰ জোকাৰণিত হোৱা জলমলনিৰ প্ৰতিবিম্ব।

বাঙ্গ : ই ফাৰ্চী শব্দ। মচজিদত নামাজ পঢ়াৰ আগতে 'নামাজৰ সময় হ'ল, নামাজ পঢ়িবৰ কাৰণে আহক' এই বুলি জোৰেৰে চিঞৰাকে 'বাঙ্গ'

খোলে। আৰবী ভাষাত ইয়াকে 'আজাদ' বুলি কয়। এই ধাত শব্দৰ সাধাৰণ অৰ্থ—'চিয়ঁৰা'।

কাঠৰ সাঁকো : বোধকৰো আগতে এই সাঁকো কাঠৰ আছিল। ইয়াৰ ওচৰতে খৰি বেচা হৈছিল। আহমদাবাদৰ লোহাৰ 'এলিচ ব্ৰিজ'কো কাঠৰ সাঁকো বুলি কয়।

ওকাৰেশ্বৰ : ইয়াত এখন শ্মশান আছে। কাঠৰ দলঙৰ ওচৰতো আৰু এখন শ্মশান আছে।

কেপ্তেন মলেট : পেশৱা বংশক ধ্বংস কৰিবৰ কাৰণে ষড়যন্ত্ৰ ৰচা এজন ইংৰাজ।

ভাণ্ডাৰকৰ : ডাঃ চাৰ ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকৰ। সংস্কৃত বিদ্যা আৰু প্ৰাচ্য বিদ্যাৰ সংশোধক। প্ৰাৰ্থনা সমাজৰ এজন নেতা।

গুজৰাটৰ এজন লক্ষ্মীপুত্ৰ : কৰ্বে বিশ্ববিদ্যালয়ৰ লগত যাৰ নাম জড়িত হৈ আছে, সেই চাৰ বিটঠলদাস দামোদৰ দাস ঠাকৰসী।

নম্ৰনাম ধেয় : নম্ৰ নাম। ঘৰটোতো দেখাত এটা ডাঙৰ ৰাজমহলৰ নিচিনা ; কিন্তু ইয়াৰ নাম হৈছে 'পৰ্ণকুটী'। এই ঘৰতে গান্ধীজীয়ে দুবাৰ অনশন কৰিছিল।

যাৰবদা জেইল : সৰু ডাঙৰ অসংখ্য দেশবাসী আৰু বিশেষকৈ গান্ধীজীৰ কাৰাবাসৰ কাৰণে আৰু তাত হোৱা হৰিজনৰ ভোট দানৰ প্ৰতিজ্ঞাৰ কাৰণে এই বন্দীশাল কেবল আমাৰ দেশতে নহয়, গোটেই বিশ্বত প্ৰসিদ্ধ হৈ পৰিছে। গান্ধীজীয়ে ইয়াক 'যাৰবদা-মন্দিৰ' বুলি কৈছিল।

প্ৰাকৃতিক চিকিৎসালয় : ১৯৪৪ চনত জেলৰ পৰা মুক্ত হোৱাৰ পাছত গান্ধীজীয়ে প্ৰাকৃতিক চিকিৎসাৰ প্ৰচাৰ কৰিছিল। সেই প্ৰসঙ্গতে তেওঁ কিছুদিন এই প্ৰাকৃতিক চিকিৎসালয়ত আছিল। উৰুলীকাঞ্চনতো তেওঁ এক নতুন নিসৰ্গোপচাৰ (প্ৰাকৃতিক) কেন্দ্ৰ খুলিছিল, সি এতিয়াও চলি আছে।

সিংহগড়ৰ নিবাস : লেখকৰ এবাৰ যক্ষ্মা হৈছিল, তেতিয়া তেওঁ বহুত দিন সিংহগড়ত আছিল। ইয়াত সেই বিষয়ে উল্লেখ কৰা হৈছে।

সৰোকে বন : লেখকৰ স্মৰণ যাত্ৰাত 'সৰোপাৰ্ক' নামৰ প্ৰকৰণ চাওক ( এইখন কিতাপ নৱজীৱন প্ৰকাশন মন্দিৰে হিন্দীত প্ৰকাশ কৰিছে। দাম ৩'৫০ নঃ পঃ, ডাক খৰচ ১'১২ নঃ পঃ ) ইয়াত কাকাচাহেবৰ ডবছৰ বয়সৰ পৰা ওঠৰ বছৰলৈকে জীৱন যাত্ৰাৰ বৰ্ণনা আছে।

কিন্তু নিজৰ মৰ্য্যাদাক · · আগবাঢ়ি আছে : চন্দ্ৰৰ প্ৰভাৱৰ কাৰণে যেতিয়া সাগৰত ভাটা উঠে, তেতিয়া পানীয়ে বাট মুকলি কৰি দিয়ে আৰু যেতিয়া জোৱাৰৰ সময়ত উথলি উঠি নৈত সোমাই পৰে, তেতিয়া ই আগলৈ আহি যায়।

যমুনোত্ৰী : হিমালয়ৰ উত্তৰ খণ্ডৰ এখন তীৰ্থস্থান। ইয়াৰ পৰাই যমুনা নৈ ওলাইছে।

মহাবলেশ্বৰ : ই কৃষ্ণাৰ উদ্গম্ স্থান। এই ঠাই সাতাৰাত আছে।

উদ্গমৰ সন্ধান : মোৰ বোধেৰে গঙ্গোত্ৰী, যমুনোত্ৰী, কেদাৰ, বদৰী, অমৰনাথ, খোজৰনাথ, মানস সৰোবৰ, বাকলতাল, পৰশুৰাম কুণ্ড, অমৰ কণ্টক, মহাবলেশ্বৰ, ত্ৰ্যম্বক আদি সকলোবোৰ তীৰ্থস্থানেই নৈৰ উদ্গম্ স্থান বিচাৰোঁতে পোৱা হৈছে। আমাক উত্তাপ দিয়া সূৰ্য্য ক'ৰপৰা উদয় হৈছে আৰু ক'ত অস্ত গৈছে, এই কথা জানিবৰ কাৰণে যিদৰে উত্তৰ ধ্ৰুৱৰ ওচৰত থকা আৰ্য্য-সকল বাহিৰলৈ ওলাইছিল, আৰু চাৰিওটা মহাদ্বীপত ব্যাপ্ত হৈ পৰিছিল, সেইদৰেই যদি ভাৰতবৰ্ষৰ সন্তানসকলে নিজৰ নিজৰ গৰু ম'হ লৈ বা অকলশৰেই নৈৰ উদ্গম্ স্থানৰ অনুসন্ধান কৰি ঘূৰি ফুৰিছিল তাত আচৰিত কি ? 'হিমালয় যাত্ৰা।'

—প্ৰকৰণ ২১, পৃঃ ১০২

অজন্তা গুহাৰ ওচৰতো এখন সৰু নৈৰ উদ্গম্ স্থান আছে।

ত্ৰ্যম্বক : নাচিকৰ ওচৰৰ এখন ঠাই। ই গোদাবৰীৰ উদ্গম্ স্থান।

শঙ্কৰৰাও গুলৱাড়ীদেৱ : কাৰৱাৰৰ ফালৰ এজন সৰ্ব্বোদয় কৰ্ম্মী।

কবি বোৰকৰ : গোৱাৰ কোঙ্কনী তথা মাৰাঠী ভাষাৰ এজন প্ৰসিদ্ধ কবি।

দেৱব্ৰত ভীষ্ম: শান্তনু আৰু গঙ্গাৰ অষ্টম পুত্ৰ। তেওঁৰ পিতাক শান্তনুৱে ধীৱৰ ৰজাৰ কন্যা সত্যৱতীক যাতে বিয়া কৰাব পাৰে সেই কাৰণে তেওঁ আজীৱন ব্ৰহ্মচাৰী হৈ থকাৰ প্ৰতিজ্ঞা কৰিলে আৰু তাক পালনো কৰিলে। সেইকাৰণে তেওঁ ভীষ্মৰ নামত জনাজাত। সেইবাবে আজিও যেতিয়া কোনো ডাঙৰ প্ৰতিজ্ঞা কৰা হয়, তেতিয়া সেই প্ৰতিজ্ঞাক আমি 'ভীষ্ম প্ৰতিজ্ঞা' বোলোঁ। ভীষ্ম=ভীষণ, ভয়ঙ্কৰ।

আৰ্য্যৰ ডাঙৰ ডাঙৰ সাম্ৰাজ্য: হৰ্ষ, মৌৰ্য্য আদি।

কুৰু-পাঞ্চাল: দিল্লীৰ দাঁতি কাষৰ প্ৰদেশক কুৰু আৰু গঙ্গা-যমুনাৰ মাজৰ প্ৰদেশক পাঞ্চাল বোলা হয়।

অঙ্গ-বঙ্গ আদি: গঙ্গাৰ সোঁ পাৰে যিখন বিখ্যাত ৰাজ্য আছিল, তাৰ নাম অঙ্গ আছিল। চম্পা ইয়াৰ ৰাজধানী আছিল। এই নগৰ বৰ্ত্তমান ভাগলপুৰ বা তাৰ ওচৰত ক'ৰবাত আছিল। পূৰ্ব্ব বঙ্গক বঙ্গ বুলি কয়। ইয়াত বঙ্গৰ সাগৰৰ পাৰকো ধৰা হৈছে। উত্তৰ বঙ্গৰ নাম গৌড় বা পুণ্ড্ৰ।

যেতিয়া আমি গঙ্গাৰ দৰ্শন কৰোঁ · · · · এই সকলোবোৰ একেলগে চকুৰ আগত নাচি উঠে: গঙ্গাৰ পাৰত কেৱল খেতি-বাতি আৰু বেহা-বেপাৰৰে বিকাশ হোৱা নাছিল, বৰং কাব্য, ধৰ্ম্ম, বীৰত্ব আৰু ভক্তিৰ সংক্ষেপতে ধৰবলৈ গলে সম্পূৰ্ণ ভাৰতীয় সংস্কৃতিৰ বিকাশ হৈছিল।

শ্ৰীজৱাহৰলাল নেহেৰুৱে তেওঁৰ 'ডিস্কভাৰি অৱ ইণ্ডিয়া' নামৰ কিতাপ খনত ভাৰতৰ নৈবোৰৰ সম্বন্ধে লিখোঁতে গঙ্গাৰ ক্ষেত্ৰত এইদৰে লিখিছে:

. .....“and the Ganga, above all the river of India, which has held India’s heart captive and has drawn uncounted millions to her banks since the dawn of history. The story of the Ganga from her source to the sea, from old times to new, is the story of India’s civilization and culture, of the rise and fall of empires, of great and proud cities, of the adventure of man and the quest of the mind which has so occupied India’s thinkers, of the richness and fulfilment of life as well as its

denial and renunciation of ups and downs, and growth and decay of life and death". P. 43.

.........."আৰু বিশেষকৈ গঙ্গাতো ভাৰতৰে নৈ। ইতিহাসৰ উষাকালৰ পৰা এওঁ ভাৰতৰ হৃদয়ত নিজৰ সত্তা স্থাপন কৰি আহিছে; আৰু অসংখ্য মানুহক আকৰ্ষিত কৰি আহিছে। গঙ্গাৰ উদ্গমস্থলৰ পৰা আৰম্ভ কৰি সাগৰৰ লগত সঙ্গমলৈকে—প্ৰাচীন কালৰ পৰা বৰ্তমান কাললৈকে এওঁৰ কাহিনী ভাৰতৰ সংস্কৃতি আৰু সভ্যতাৰ কাহিনী—সাম্ৰাজ্যৰ উত্থান আৰু পতনৰ কাহিনী, বিশাল আৰু গৌৰৱশালী নগৰবোৰৰ কাহিনী, মানৱৰ সাহস, তথা ভাৰতৰ মনীষীসকলক তত্ত্বৰ অন্বেষণৰ কাৰণে ব্যগ্ৰ কৰাৰ কাহিনী, জীৱনৰ সমৃদ্ধি আৰু সফলতা তথা নিবৃত্তি আৰু সন্ন্যাস, উত্থান আৰু পতন,—বৃদ্ধি আৰু বিনাশ, জীৱন আৰু মৰণৰ কাহিনী ইয়াত জড়িত আছে।"

উত্তৰ কাশী: গঙ্গোত্ৰীৰপৰা ওলোৱাৰ পাছত য'ত গঙ্গা সৰ্ব্বপ্ৰথম উত্তৰ বাহিনী হৈছে সেই ঠাই। "হিমালয় যাত্ৰা" চাওক।

দেৱ প্ৰয়াগ: ভাগীৰথী আৰু অলকনন্দাৰ সঙ্গমস্থান। 'হিমালয় যাত্ৰা' চাওক।

লক্ষ্মণঝোলা: এই ঠাই হৃষীকেশৰ ওচৰত গঙ্গা নৈৰ পাৰত। ইয়াত আগতে গছ-লতাৰে সজা সেতু আছিল। এতিয়া ওলমি থকা লোহাৰ সেতু সজা হৈছে। ইয়াত লক্ষ্মণৰ মন্দিৰ আছে। 'হিমালয় যাত্ৰা' চাওক।

ত্ৰিবেণী সঙ্গম: গঙ্গা, যমুনা আৰু (গুপ্ত) সৰস্বতীৰ সঙ্গম। প্ৰয়াগত এই তিনিওখন নৈৰ প্ৰবাহ এক হৈছে। সেইকাৰণে তাত এওঁক 'যুক্তবেণী' বুলি কয়। বঙ্গ প্ৰদেশত এটা প্ৰবাহৰপৰা বহুত প্ৰবাহ হৈছে, সেইকাৰণে তাত এওঁক 'মুক্তবেণী' বোলে।

বৰ্ধমান: বাঢ়ি থকা।

শৰ্মিষ্ঠা আৰু দেৱযানীৰ সাধু: দৈত্য গুৰু শুক্ৰাচাৰ্য্যৰ কন্যা দেৱযানীৰ লৈতে দৈত্যৰাজ বৃষপৰ্ব্বাৰ কন্যা শৰ্মিষ্ঠাৰ বন্ধুত্ব আছিল। এদিনাখন দুয়ো জল ক্ৰীড়া কৰিবলৈ গ'ল। প্ৰথমতে দেৱযানী গা ধুই পাৰলৈ আহিল আৰু তেওঁ ভুল কৰি শৰ্মিষ্ঠাৰ কাপোৰ পিন্ধিলে। ইয়াৰ পাছত দুয়োৰো ভিতৰত কাজিয়া লাগিল। শেহত শৰ্মিষ্ঠাই দেৱযানীক এটা নাদত পেলাই

দিলে। ৰজা যযাতি মৃগয়াৰ কাৰণে আহিছিল। অলপ পাছতে তেওঁ পানী বিচাৰি সেই ঠাই পালেহি। তেওঁ দেৱযানীক নাদৰ পৰা তুলি আনিলে। ঘৰলৈ আহি দেৱযানীয়ে বাপেকক সকলোবোৰ কথা বিৱৰি কলে। শুক্ৰাচাৰ্য্যৰ বৰ খং উঠিল আৰু তেওঁ বৃষপৰ্ব্বাৰ ৰাজ্য এৰি গুচি যাবলৈ স্থিৰ কৰিলে। শেহত যেতিয়া ৰজাই শৰ্মিষ্ঠাক দেৱযানীৰ দাসী কৰি দিব খুজিলে, তেতিয়াহে শুক্ৰাচাৰ্য্য শান্ত হ'ল। ইয়াৰ পাছত ৰজা যযাতিৰ লগতে দেৱযানীৰ বিয়া হ'ল। তেওঁৰ দাসী শৰ্মিষ্ঠাক লগত লৈ দেৱযানী শহুৰেকৰ ঘৰলৈ গ'ল। পাছত শৰ্মিষ্ঠাৰ ৰূপ-গুণত মুগ্ধ হৈ যযাতিয়ে তেওঁক গুপ্তৰূপে বিয়া কৰালে। শেহত তেওঁৰে সকলোতকৈ সৰু পুতেক ৰাজ্যৰ উত্তৰাধিকাৰী হ'ল। সেই কাৰণে দেৱযানীৰ গল্প শুনিলে গঙ্গা-যমুনাৰ সঙ্গমৰ কথা ভাবি মোৰ মনত কষ্ট হয়।

প্ৰয়াগ ৰাজ : [ প্ৰ ( ভালদৰে ) + যজ্ ( পূজা কৰা ) + অ (অধিকৰণ) = য'ত উত্তমভাৱে পূজা হয়, তেনেকুৱা ঠাই ] যাগ = যজ্ঞ। যজ্ঞৰ কাৰণে পবিত্ৰতম স্থান, গঙ্গা, যমুনা আৰু সৰস্বতীৰ সঙ্গম স্থান, এলাহাবাদ।

সৰযূ : কৈলাস পৰ্ব্বতৰ ওপৰত থকা মানস সৰৰ পৰা জন্ম হোৱা নৈ। সৰ মানে সৰোবৰ। সৰোবৰৰপৰা ওলোৱাৰ কাৰণে এওঁৰ নাম সৰযূ হ'ল। অযোধ্যা ইয়াৰ পাৰত। এওঁক ঘাঘৰা বুলিও কয়।

পাটলীপুত্ৰ : আজিৰ বিহাৰ ৰাজ্যৰ ৰাজধানী পাটনা নগৰ। ইয়াক কুসুমপুৰ বুলিও কৈছিল। চন্দ্ৰগুপ্ত মৌৰ্য্য, অশোক আদি সম্ৰাট সকলৰ ই ৰাজধানী আছিল, গুৰু গোবিন্দ সিংহৰ জন্মস্থানৰ গুৰুদ্বাৰো ইয়াতে।

মগধ সাম্ৰাজ্য : সম্ৰাট চন্দ্ৰগুপ্তৰ সময়ত সিন্ধুৰপৰা কাবেৰীলৈকে এই সাম্ৰাজ্যৰ বিস্তাৰ আছিল।

দাক্ষিণ্য : সংস্কৃত ভাষাত দাক্ষিণ্য শব্দৰ দুটা অৰ্থ হয়—দক্ষিণ দিশ আৰু বিনয়ী স্বভাৱ। লেখকে ইয়াত দুয়োটা অৰ্থকে বুজাইছে। 'দাক্ষিণ্য ধাৰণ কৰি' এই শব্দত তেওঁ এইটো কথা বৰ্ণনা কৰিছে যে ইয়াৰ পৰা এই দুয়োখন নৈ দক্ষিণ-ফালে বৈ গৈছে আৰু এইটোও কৈছে যে তেওঁলোক বিনয়ী হৈ পৰিছে। দাক্ষিণ্যৰ লক্ষণ বিনয়ৰ অৰ্থত এইদৰে দিয়া হৈছে :

"দাক্ষিণ্যং চেষ্টয়া বাচা পৰচিত্তানুবৰ্ত্তনম্।"

—( কথা আৰু কামৰ যোগেদি সৎ ভাৱনা দেখুৱাই আনৰ চিত্ত বৃত্তিৰ অনুবৰ্ত্তন কৰা। )

**সগৰ-পুত্ৰ :** সূৰ্য্যবংশী ৰজা বাহুৱে শত্ৰুৰ দ্বাৰা পৰাজিত হৈ ৰাজপাট এৰি হিমালয়লৈ পলাই গ'ল। তাত তেওঁৰ মৃত্যু হ'ল। সেইসময়ত তেওঁৰ এগৰাকী ৰাণী যাদৱী অন্তঃসত্ত্বা আছিল। তেওঁৰ সতিনীয়েকে তেওঁৰ গৰ্ভ নষ্ট হবৰ কাৰণে যাদৱীক আহাৰৰ লগত বিষ খুৱাই দিলে। কিন্তু তেওঁৰ গৰ্ভ নষ্ট নহ'ল আৰু এটা ল'ৰা জন্ম হ'ল। 'গৰ' অৰ্থাৎ বিষৰ লগত জন্ম হোৱা কাৰণে তেওঁৰ নাম 'সগৰ' হ'ল। ডাঙৰ হ'লত সগৰে শত্ৰুৰ হাতৰপৰা বাপেকৰ ৰাজ্য উদ্ধাৰ কৰিলে। তেওঁৰ শৈল্যা নামৰ এগৰাকী ৰাণী আছিল। তেওঁৰ অসমঞ্জস নামৰ এটা ল'ৰা আৰু এজনী ছোৱালী আছিল। তেওঁৰ আন এগৰাকী ৰাণীৰ নাম বৈদৰ্ভী আছিল। তেওঁ এডোখৰ মাংস-পিণ্ড জন্ম দিছিল—যাৰ পৰা ষাঠি হেজাৰ পুত্ৰৰ জন্ম হ'ল। যেতিয়া সগৰে ৯৯টা যজ্ঞ শেষ কৰি শততম্ যজ্ঞ কৰিবলৈ আৰম্ভ কৰিলে আৰু ঘোঁৰা এৰি দিলে, তেতিয়া ইন্দ্ৰই সেই ঘোঁৰা চুৰ কৰিলে আৰু পাতাললৈ নি কপিল মুনিৰ আশ্ৰমত বান্ধি থলে। ইফালে সগৰৰ ষাঠি হেজাৰ পুত্ৰই ঘোঁৰা বিচাৰিবলৈ ধৰিলে। তেওঁলোকে গোটেই পৃথিৱীখন খান্দি পেলালে, তাৰপৰা পানী ওলাবলৈ ধৰিলে। সেইকাৰণে এই জলপূৰ্ণস্থানক সগৰৰ নাম অনুসৰি 'সাগৰ' বোলা হয়। বহুত চেষ্টাৰ পাছত তেওঁলোক গৈ পাতালত প্ৰবেশ কৰিলে আৰু তাত কপিল মুনিৰ আশ্ৰমত ঘোঁৰা দেখিবলৈ পালে। তেওঁলোকে কপিল মুনিক চোৰ বুলি ভাবি মুনিক বৰ অপমান কৰিলে। মুনিয়ে তেওঁলোকক শাপ দি ভস্ম কৰি পেলালে। ইয়াৰ পাছত অসমঞ্জসৰ পুত্ৰ অংশুমানে মুনিক প্ৰসন্ন কৰি ঘোঁৰা লৈ আহিল। এইদৰেই যজ্ঞ সমাধা হৈ গ'ল। অংশুমানৰ ব্যৱহাৰত মুনি প্ৰসন্ন হ'ল। তেওঁ অংশুমানৰ ষাঠি হেজাৰ পূৰ্ব্ব-পুৰুষৰ উদ্ধাৰৰ উপায়ো কৈ দিলে। মুনিয়ে কলে যে যদি কোনোবাই স্বৰ্গত প্ৰবাহিত হৈ থকা গঙ্গাক পৃথিৱীলৈ নমাই আনি তেওঁলোকক তাৰ পানী স্পৰ্শ কৰাব পাৰে, তেতিয়া হলে তেওঁলোক উদ্ধাৰ হ'ব। সেইকাৰণে অংশুমানে তেওঁৰ শেষজীৱন তপস্যা কৰি কটালে। অংশুমানৰ পুত্ৰ দিলীপেও এই তপস্যাক অখণ্ড কৰি ৰাখিলে আৰু শেষত

তেওঁৰ পুতেক ভগীৰথে অতি কঠোৰ তপস্যাৰ যোগেদি গঙ্গাক পৃথিৱীলৈ নমাই আনি তেওঁৰ বাটি হেজাৰ পূৰ্ব-পুৰুষৰ চিতা ভস্মৰ ওপৰেদি গঙ্গাক প্ৰবাহিত কৰি তেওঁলোকক উদ্ধাৰ কৰিলে। ইয়াত তাকে উল্লেখ কৰা হৈছে। ভগীৰথে গঙ্গাক নমাইছিল, এতেকে গঙ্গাক ভাগীৰথী বুলি কোৱা হয়।

( এইদৰে ভগীৰথক খাল খন্দাত দক্ষ বুলি মানি লেখকে 'Irrigation'ৰ কাৰণে এটা সুন্দৰ পাৰিভাষিক-শব্দ প্ৰচলিত কৰিছে—ভগীৰথ-বিদ্যা। )

## ৬। যমুনা ৰাণী

ভব্যতাৰ ভব্যতাক কম কৰি : অসীম সৌন্দৰ্য্য বিলাই দিয়া। 'অতি পৰিচয়াদৱজ্ঞা'—এই নীতি বচনৰমতে ভব্যতাৰ মহত্বক কম কৰা।

উৰ্জস্বিতা : ভব্যতা।

গগন-চুম্বী, গগন ভেদী : এই দুয়োটা শব্দৰ মাজৰ পাৰ্থক্যৰ পিনে মন কৰক।

অসিত-ঋষি : ব্যাসদেৱৰ এজন শিষ্য, 'হিমালয় যাত্ৰা'ৰ ৩৩ অধ্যায়ৰ শেষ ভাগত চাওক। অসিত=শ্ৰীকৃষ্ণ।

দেৱাধিদেৱ : মহাদেৱ। স্বৰ্গৰ পৰা নামি অহা গঙ্গাক মহাদেৱে নিজৰ জঁটাত ধাৰণ কৰিছিল।

এজন কাব্য-প্ৰেমী ঋষি : লেখকে তেওঁৰ নাম 'যামুন ঋষি' থৈছে। 'হিমালয় যাত্ৰা'ৰ ৩১ অধ্যায় চাওক।

অন্তৰ্বেদী : আগৰ দিনত গঙ্গা আৰু যমুনাৰ মাজৰ প্ৰদেশক অন্তৰ্বেদী বুলিছিল। এই কাৰণেই আজিকালি দুখন নৈৰ মাজৰ কোনো প্ৰদেশক অন্তৰ্বেদী ( দোৱাব ) বুলি কয়।

শ্ৰীনগৰ : এইখন কাশ্মীৰৰ শ্ৰীনগৰ নহয়। কেদাৰ নাথলৈ যাওঁতে মাজবাটত এই ঠাই পোৱা যায়। ইয়াক সিদ্ধ-পীঠ বুলিও কয়। ইয়াত কৰা সাধনা ব্যৰ্থ নহয় আৰু সোনকালে ফলদায়ক হয়। 'হিমালয়' যাত্ৰা'ৰ

২৩ অধ্যায় আৰু 'জীৱনৰ কাব্য' নামৰ লেখকৰ আনখন কিতাপত শঙ্কৰাচাৰ্যৰ সম্বন্ধে লিখা অধ্যায় চাওক।

ব্ৰহ্মাবৰ্ত্ত : কুৰুক্ষেত্ৰৰ ওচৰৰ দৃষদ্বতী আৰু সৰস্বতীৰ মাজৰ প্ৰদেশ। আজিকালি ব্ৰহ্মাবৰ্ত্তক 'বিঠুৰ' বোলা হয়।

হত্যাকাৰী ভূমিভাগ : কাৰণ ইয়াত বহুতো ভীষণ যুদ্ধ হৈছিল।

সচিব বাণী : সচিব বন্ধু বা মন্ত্ৰী। ইয়াত দুয়োটা অৰ্থ লব পাৰি— বন্ধুত্বপূৰ্ণ পৰামৰ্শ আৰু সন্ধিৰ প্ৰস্তাৱ। কৌৰৱ আৰু পাণ্ডৱৰ মাজত সন্ধি কৰিবৰ উদ্দেশ্যে ভগৱান শ্ৰীকৃষ্ণই হস্তিনাপুৰত সন্ধিৰ আলোচনা কৰিছিল।

ৰোমহৰ্ষক : গাৰ নোম শিয়ঁৰি উঠা।

সম্বাদমিমমশ্ৰৌষমদ্ভুতং ৰোমহৰ্ষণম্—গীতা ১৮-৭৪

যমৰাজৰ ভনীয়েকৰ ভ্ৰাতৃস্নেহ : যম আৰু যমুনা অথবা যমী আৰু অশ্বিনীকুমাৰক সূৰ্য্য আৰু তেওঁৰ পত্নী সংজ্ঞাৰ সন্তান বুলি কোৱা হয়। এবাৰ সংজ্ঞাৰ তেওঁৰ পিতাক বিশ্বকৰ্ম্মাৰ ঘৰলৈ যাবৰ ইচ্ছা হ'ল; কিন্তু সূৰ্য্যই অনুমতি নিদিলে। সেই কাৰণে তেওঁ মায়াৰ বলেৰে ছায়া নামৰ এক নাৰী সৃষ্টি কৰিলে আৰু তেওঁক সূৰ্য্যৰ ওচৰত থৈ নিজে মাকৰ ঘৰলৈ গ'ল। সংজ্ঞাৰ লগত ছায়াৰ চেহেৰাৰ ইমান সাদৃশ্য আছিল, যে সেয়া যে সংজ্ঞা নহয়, সূৰ্য্যই সেইটো বুজিবই নোৱাৰিলে। ছায়াই যমক ডাঙৰ-দীঘল কৰিলে। কিন্তু তাৰ পাছত তেওঁৰ মনলৈ মাহী-মাকৰ হিংসা-ভাৱ আহিল আৰু তেওঁ যমক উপেক্ষা কৰিলে। এইকাৰণে যমৰ বৰ খং উঠিল আৰু তেওঁ ছায়াক গোৰ মাৰিবলৈ আগবাঢ়ি গ'ল। তেতিয়া ছায়াই যমক শাপ দিলে আৰু এই শাপত যমৰ দুয়োটা ভৰিতে ঘা হৈ গ'ল। তাত পোকে লেউলেৱাবলৈ ধৰিলে। যমে তেতিয়া সূৰ্য্যক সকলো কথা কলে। সূৰ্য্যই তেওঁক এটা কুকুৰ দিলে। এই কুকুৰটোৱে ঘা-বোৰৰ পূজপানী চেলেকিবলৈ ধৰিলে।

প্ৰবাদ আছে যে যমে দক্ষ-প্ৰজাপতিৰ তেৰজনী জীয়েকক বিয়া কৰাইছিল। এওঁলোকৰ পৰাই তেওঁৰ শ্ৰদ্ধাৰপৰা সত্য, মৈত্ৰীৰপৰা প্ৰসাদ, দয়াৰ পৰা অভয়, শান্তিৰপৰা শম, তুষ্টিৰ পৰা হৰ্ষ, পুষ্টিৰপৰা গৰ্ব্ব, ক্ৰিয়াৰ পৰা যোগ, উন্নতিৰপৰা দৰ্প, বুদ্ধিৰপৰা অৰ্থ, মেধাৰপৰা স্মৃতি, তিতিক্ষাৰ পৰা মঙ্গল, লজ্জাৰপৰা বিনয় আৰু মূৰ্ত্তিৰপৰা নৰ আৰু নাৰায়ণ নামৰ পুত্ৰৰ জন্ম

হ'ল। তেওঁ জীৱৰ পাপ-পুণ্যৰ বিচাৰ কৰে। চিত্ৰগুপ্ত নামৰ তেওঁৰ এজন সহায়ে পাপ-পুণ্যৰ 'খাতা' ৰাখি তেওঁক সহায় কৰে। দণ্ড তেওঁৰ অস্ত্ৰ আৰু ম'হ তেওঁৰ বাহন।

এইদৰে যিজনে গোটেই সৃষ্টিক শাসন কৰে, যিগৰাকী তেওঁৰ ভনীয়েক হ'ব, তেৱেঁ। ইমান প্ৰতাপী হ'ব। সেইকাৰণে তেওঁৰ ভায়েক হবলৈ হলে মানুহৰ ভিতৰত অসাধাৰণ যোগ্যতা থাকিব লাগিব। যি কোনো সাধাৰণ মানুহে এই আসন লব নোৱাৰে।

পাৰিজাত ফুলৰ নিচিনা : সুন্দৰ আৰু সুকোমল।

তাজবিবি : মমতাজমহলটো বৰ ডাঙৰ নাম যেন লাগে। সেইকাৰণে এই সহজ নামটো ৰখা হৈছে। আগ্ৰাৰ মানুহৰ মাজত এই প্ৰসাদটো "তাজবিবিৰ ৰোজা" নামে প্ৰখ্যাত।

পুঞ্জীভূত অশ্ৰু : শুভ্ৰ মূৰ্ত্তিৰ তাজমহল। লেখকে তাজমহলৰ বৰ্ণনাত লিখিছে যে ই কবৰস্থান নহয়, বৰং এখন এনেকুৱা ঠাই য'ত প্ৰেমিক সম্ৰাটৰ দুঃখবোৰ গোট মাৰি বৰফৰ নিচিনা বগা হৈ গৈছে। কবিবৰ ৰবীন্দ্ৰনাথ ঠাকুৰে ইয়াক কালৰ গালেদি বৈপৰা অশ্ৰুবিন্দু বুলি কৈছে :

একথা জানিতে তুমি ভারত-ঈশ্বর শা-জাহান,
কালস্রোতে ভেসে যায় জীবন-যৌবন-ধনমান,
শুধু তব অন্তর বেদনা
চিরন্তন হয়ে থাক্, সম্রাটের ছিল এ সাধনা।
রাজ শক্তি বজ্র সুকঠিন
সন্ধ্যারক্ত রাগসম তন্দ্রাতলে হয় লোক লীন,
কেবল একটি দীর্ঘশ্বাস
নিত্য উচ্ছ্বসিত হয়ে সকরুণ করুক আকাশ
এই তব মনে ছিল আশ,
হীরা-মুক্তা-মাণিক্যের ঘটা
যেন শূন্য দিগন্তের ইন্দ্রজাল ইন্দ্রধনুচ্ছটা
যায় যদি লুপ্ত হয়ে যাক,
শুধু থাক

এক বিন্দু নয়নের জল
কালের কপোল তলে শুভ্র সমুজ্জ্বল
এ তাজমহল ॥

যিদৰে পানী গোট খোৱাৰ পাছত বগা বৰফ হয়, বা ঘিঁউ গোট মাৰি বগা হৈ যায়, সেইদৰেই সম্রাটৰ চকুপানীবোৰ গোট মৰাৰ পাছত বগা মাৰ্ব্বল পাথৰৰ ৰূপ লৈছে—ইয়াত তেনেকুৱা লক্ষণকে দেখুৱা হৈছে।

সিন্ধু : মালবাৰেদি বৈ যোৱা এখন সৰু নৈ। মেঘদূতৰ ২৯ তম শ্লোকত ইয়াৰ উল্লেখ কৰা হৈছে।

বেণীভূত প্রতনুসলিলা সাবতীতস্য সিন্ধু :
পাণ্ডুচ্ছায়া তটৰুহতৰুভ্রংশিভির্জীর্ণ পর্ণৈঃ।
সৌভাগ্যং তে সুভগ বিৰহাবস্থয়া ব্যঞ্জয়ন্তী
কার্শ্যং যেন ত্যজতি বিধিনা সত্বযৈবোপপাদ্যঃ ॥

মহাকবি ভৱভূতিৰ 'মালতী মাধৱ'ৰ চতুৰ্থ অঙ্কৰ শেষ ভাগত মকৰন্দই মাধৱক কৈছে—"আহাঁ, আমি পাৰা আৰু সিন্ধু নৈৰ সঙ্গমত স্নান কৰি নগৰত প্রবেশ কৰোঁ।

তদুত্তিষ্ঠ পাৰাসিন্ধু সম্ভেদমবগাহ্য নগৰীমেৱ প্রবিশাবঃ।

মহাকবি কালিদাসৰ "মালবিকাগ্নি মিত্র" নাটকৰ প্রথম অঙ্কৰ চতুৰ্দ্দশ আৰু পঞ্চদশ শ্লোকৰ তলত এখন চিঠি আছে; য'ত এই নৈৰ উল্লেখ কৰা হৈছে: "যো অসৌ ৰাজসূয় যজ্ঞদীক্ষিতেন ময়া ৰাজপুত্রশতপৰিবৃতং বসুমিত্রং গোপ্তাৰমাদিশ্য সম্বৎসৰোপাবৰ্ত্তনীয়ো নিৰৰ্গলস্তুৰগো বিসৃষ্টঃ সঃ সিন্ধোৰ্দক্ষিণৰোধসি চৰন্নশ্বানীকেন যৱনানাং প্রার্থিতঃ।"

(ৰাজসূয় যজ্ঞৰ দীক্ষাৰ কাৰণে মই, এশ ৰাজপুত্রই বেঢ়ি থকা বসুমিত্রক ৰক্ষাৰ আদেশ দি এবছৰত ঘূৰাই অনাৰ কথা কৈ যিটো ঘোঁৰা এৰি দিছিলোঁ, সি সিন্ধুৰ দক্ষিণফালে ঘূৰি ফুৰিছিল। তাত যৱন বিলাকৰ অশ্বৰ দলে তাক ধৰাই থৈছিল।)

অক্ষয় বট : প্রয়াগ, ভুবনেশ্বৰ, গয়া আদি তীর্থস্থানত থকা বট বৃক্ষ। এই বট গছক পূজা কৰিলে, ইয়াত পানী দিলে অক্ষয় পুণ্য প্রাপ্ত হয়। সেই কাৰণে ইয়াক অক্ষয়-বট বুলি কোৱা হয়। —হিমালয় যাত্রা—২ অধ্যায় চাওক।

অশোকৰ শিলাস্তম্ভ : ইয়াত অশোকৰ ধৰ্ম্ম-বাণী খোদিত আছে —হিমালয় যাত্ৰা—২ অধ্যায় চাওক।

সৰস্বতী : বাণী। ইয়াত গুপ্তস্ৰোতা সৰস্বতীৰ বিষয়ে বুজোৱা হৈছে।

কাদম্ব : ৰাজহাঁহ।

ধৱল-শিলা : যাৰ শীল ( চৰিত্ৰ ) নিৰ্ম্মল।

ইন্দীবৰ শ্যামা : নীল কমলৰ নিচিনা শ্যাম বৰ্ণ। ইন্দীবৰ—নীলা পদুম সংস্কৃত কবিসকলৰ এক প্ৰাচীন কল্পনা আছে যে ইন্দীবৰ শ্যাম আৰু গৌৰ বৰ্ণৰ সঙ্গমত এক অনুপম সৌন্দৰ্য্য ফুটি উঠে।

ইন্দীবৰ শ্যামতনুৰ্নৃপোঽসৌ ত্বং ৰোচনা-গৌৰ-শৰীৰ-যষ্টিঃ।
অন্যোন্য-শোভা-পৰিবৃদ্ধয়ে বাং যোগস্তড়িত্তোয়দয়োৰিবাস্তু।

—ৰঘুবংশ ৬-৬৫

সুধা-জলা : সুধা—অমৃত। অমৃতৰ নিচিনা পানী থকা। জনশ্ৰুতি আছে যে অমৃতৰ বং বগা হয়। এই কাৰণে ইয়াত 'নিৰ্ম্মল পানী থকা' এই শব্দ এই অৰ্থতো লব পাৰি। সুধাৰ আন এটা অৰ্থ হৈছে চূন, চূনৰ বং বগাই হয়। এই অৰ্থতো বগা পানী থকা বুলি কব পাৰি। তুলনা কৰক—সুধা ধৱল।

জাহ্নৱী : গঙ্গা। সগৰপুত্ৰ সকলক উদ্ধাৰ কৰিবৰ কাৰণে ভগীৰথে স্বৰ্গৰ গঙ্গাক নমাই আনি আহি আছিল, বাটত জহ্নু নামৰ এজন ৰাজৰ্ষিৰ যজ্ঞৰ সামগ্ৰীবোৰ তাত উটি গ'ল। এই কাৰণে ঋষি বৰ কষ্ট হৈ পৰিল আৰু তেওঁ নিজৰ তপোবলেৰে গঙ্গাক পি খালে। ভগীৰথে তেওঁক অশেষ স্তুতি কৰাত তেওঁ প্ৰসন্ন হ'ল। ইয়াৰ পাছত তেওঁ নিজৰ কাণৰপৰা ( কিছুমান মানুহৰ মত অনুসাৰে কৰঙনৰপৰা ) গঙ্গাক উলিয়াই দিলে। ইয়াৰ পৰাই গঙ্গাই জাহ্নৱী নাম পালে।

## ৭। মূল-ত্ৰিবেণী

ব্ৰহ্মকপাল : হিমালয়ৰ বদৰী নাৰায়ণৰ তীৰ্থত এই নামৰ এটা শিল আছে। শাস্ত্ৰত লিখা আছে যে কোনো মানুহে এই শিলত বহি শ্ৰাদ্ধ

কৰিলে সকলো পূৰ্ব্ব-পুৰুষে একেলগে মুক্তি পায় আৰু তেওঁ পিতৃ ঋণৰ পৰা চিৰ-মুক্ত হয়। 'হিমালয় যাত্ৰা'—৪২ অধ্যায় চাওক।

## ৮। জীৱন-তীৰ্থ হৰিদ্বাৰ

ত্ৰিপথগা: তিনিটা পথেদি বৈ অহা, স্বৰ্গ-গামিনী মন্দাকিনী, মৰ্ত্ত-বাহিনী গঙ্গা আৰু পাতাল গামিনী ভোগৱতী।

প্ৰশমকাৰী: শান্তি দায়ক। প্ৰশমৰ অৰ্থ হৈছে নিৰ্ব্বাণ আৰু কোনো কোনো সময়ত বৈৰাগ্যও হয়।

মহোল্লা: শিখ-গুৰুসকলৰ ভজনৰ শেষত গুৰু নানকৰ নাম লোৱা হয়। এই কাৰণে কোনটো ভজন কোনজন গুৰুৱে লিখিছে, সেইটো ধৰিব পৰা নেযায়। যেতিয়া 'গ্ৰন্থচাহাব'ৰ নিৰ্মাণ কৰা হ'ল, তেতিয়া গুৰুসকলৰ ক্ৰম অনুসৰি সকলো গুৰুৰ ভজন বেলেগ বেলেগ কৰা হ'ল। আৰু প্ৰত্যেকজন গুৰুৰ ভজনৰ 'মহোল্লা'ও বেলেগ কৰা হ'ল। ইয়াৰ পৰাই এতিয়া কোনটো ভজন কোন গুৰুৰ এইটো বুজিব পৰা যায়।

আসা-দি-বাৰ: আসাৱৰী ৰাগ।

মুক্তি ফৌজ: সৈন্য। "চেলভেচন্ আৰ্মী" নামৰ সামৰিক পদ্ধতিত সংগঠিত খ্ৰীষ্টান সকলৰ এটা অনুষ্ঠান। ইয়াৰ সদস্যসকলে গেৰুৱা কাপোৰ পিন্ধে।

ৱাজিনীৱতী উষা: ঋক্‌বেদত উষাৰ বিষয়ে লিখা সূক্তত উষাক ৱাজিনীৱতী বুলি কোৱা হৈছে। তাত ইয়াৰ অৰ্থ "বলৱতী" বা সমৃদ্ধিশালী।

উষস্তচ্চিত্ৰমা ভৰাস্মভ্যং ৱাজিনীৱতী
যেন তোকঞ্চ তনয়ঞ্চ ধামহে॥

[হে বলৱতী আৰু সমৃদ্ধিশালিনী উষা; আমাক সুন্দৰ (শক্তি বা সম্পত্তি) দিয়া, যাৰ দ্বাৰা আমি আমাৰ পুত্ৰ আৰু প্ৰপৌত্ৰ ধাৰণ কৰিব পাৰোঁ।] মণ্ডল—১, সূক্ত—৯২-১৩।

'ৱাজ' মানে বল-বীৰ্য্য আৰু বেগ। ইয়াৰ পৰাই ৱাজিন্ হৈছে, বলবান, বীৰ্য্যবান, বেগবান। আকৌ যাৰ ভিতৰত এই সকলোবোৰ গুণ

আছে, তেনেকুৱা দুৰ্বৰ বথৰ ঘোঁৰা। ইয়াৰ স্ত্ৰীলিঙ্গ ৰূপ হ'ল 'বাজিনী'—ঘোঁৰী। এইদৰেই বেগৱান ঘোঁৰাক চলাওঁতা বা তাৰ পিঠিত উঠোঁতাক বাজিনীৱত্ বুলি কয়। ইয়াৰ স্ত্ৰীলিঙ্গ ৰূপ হ'ল—"বাজিনীৱতী"। যেতিয়া সিন্ধু বা সৰস্বতীৰ ক্ষেত্ৰত এই বিশেষণ প্ৰয়োগ কৰা হয়, তেতিয়া ইয়াৰ অৰ্থ বলবান্, বেগবান্ ঘোঁৰাবোৰৰ দ্বাৰা সমৃদ্ধ।

বল আৰু বীৰ্য্যই হৈছে সমৃদ্ধিৰ উৎস। সমৃদ্ধিৰ অৰ্থও ইয়াৰ ভিতৰতে আহি পৰিছে। ধান্যো এক প্ৰকাৰৰ সমৃদ্ধিয়েই। ইয়াত এই শব্দৰ ভিতৰত এই অৰ্থও সোমাই আছে। কোনো কোনো সময়ত 'বাজিনী-ৱতী'ৰ অৰ্থ 'শস্যৱতী' ও হয়—

স্বশ্বা সিন্ধুঃ সুৰথা সুৱাসা হিৰণ্ময়ী সুকৃতা বাজিনীৱতী।
ঊৰ্ণাৱতী যুৱতিঃ সীলমাৱত্যুতাধি বস্তে সুভগা মধুবৃধম্॥

মণ্ডল—১০, সূ—৭৫-৮

( উত্তম অশ্বৱতী, সুৰথৱতী, সুন্দৰ বস্ত্ৰৱতী, সুবৰ্ণময়ী, সুগঠিত, শস্যৱতী, উনৱতী, মৰাপাট যুক্তা যুৱতী আৰু সুভগা সিন্ধুৱে মৌ-বিচনি থকা গছ ধাৰণ কৰে।

কঠোপনিষদত 'বাজশ্ৰবস' অৰ উল্লেখ কৰা হৈছে। তাত 'বাজ'ৰ অৰ্থ হৈছে শস্য। অন্নদান আদিৰ কাৰণে যি শ্ৰবস্=যশ্ লাভ কৰিছে, তেঁৱেই হৈছে 'বাজশ্ৰবস'।

'বাজীকৰ ঔষধ' বা শক্তিবৰ্দ্ধক দৰৱ। 'বাজীকৰণ' প্ৰয়োগ বা শক্তি বঢ়োৱাৰ পদ্ধতি। এই শব্দও ইয়াৰ লগত জড়িত আছে।

## ৯। দক্ষিণ গঙ্গা-গোদাৱৰী

উঠোনিয়াং : ৰাতিপুৱা শুই উঠি চন্দ্ৰমৌলী শিৱৰ নাম লবা। শ্ৰীবিন্দু মাধৱৰ ওচৰৰ গঙ্গাত গা ধুবা, গোদাৱৰীত গা ধুবা। কৃষ্ণা, বেণ্না, তুঙ্গভদ্ৰা, সৰযূ, কালিন্দী, নৰ্ম্মদা, ভীমা ভামা—এই সকলোবোৰ নৈৰ ভিতৰত গোদাৱৰীয়েই প্ৰধান। এই গঙ্গাত স্নান কৰা।

শ্ৰীৰামচন্দ্ৰ অত্যন্ত সুখৰ দিন : সীতা আৰু লক্ষ্মণৰ লগত কটোৱা বনবাসৰ দিন।

জীৱনৰ দাৰুণ আঘাত : সীতা হৰণৰ পৰা।

বাল্মীকিৰ এই কৰুণাময়ী বেদনাৰ পৰা : ক্ৰৌঞ্চবধৰ নিচিনা এটা সাধাৰণ প্ৰসংগৰ পৰা কৰুণাৰ ভাৱ জাগ্ৰত হৈ যিদৰে ৰামায়ণৰ নিচিনা মহাকাব্য সৃষ্টি হ'ল, সেইদৰে।

সহিষ্ণুতাৰ প্ৰতিমূৰ্ত্তি ৰামচন্দ্ৰ আৰু বিষাদ-প্ৰতিমা সীতাদেৱী : এই বিশেষণবোৰৰ যোগ্যতাৰ কথা ভাবি চাওক। তুলনা কৰক—'দুঃখ-সম্বেদনা য়ৈৱ ৰামে চৈতন্যমাহিতম্।' —উত্তৰ ৰামচৰিত।

কৰায় : কেহা।

কল্পান্তিক : কল্প—ব্ৰহ্মাৰ এদিন=১০০০ যুগ=মানুহৰ ৪৩২০ লাখ বছৰ। এই সৃষ্টিৰ আয়ুস ইমান বছৰ হৈছে বুলি মনা হয়। সৃষ্টিৰ শেষলৈকে যিটো বস্তু বৈ যায়, সিয়েই হৈছে কল্পান্তিক দুঃখ। (কল্প+অন্ত+ইক)

জনস্থান : দণ্ডকাৰণ্যৰ এটা অংশ; য'ত গোদাবৰীৰ পাৰত শ্ৰীৰামচন্দ্ৰ আছিল। তাত ৰাক্ষসৰ উপদ্ৰৱ কম আছিল। সেইকাৰণে তাত মানুহ বাস কৰিব পাৰিছিল। মানুহ থাকিব পৰা উপযুক্ত ঠাই কাৰণে ইয়াক 'জনস্থান' বোলা হৈছিল।

জটায়ু : অৰুণৰ পুতেক, সম্পাতিৰ ভায়েক আৰু ৰজা দশৰথৰ পৰম বন্ধু। ৰাৱণে যেতিয়া সীতাক হৰণ কৰি নিছিল, তেতিয়া সীতাই 'ৰাম' 'ৰাম' বুলি চিঞৰা শুনি জটায়ুৱে সীতাক উদ্ধাৰ কৰিবলৈ অশেষ চেষ্টা কৰিছিল। কিন্তু তেওঁ সফল নহ'ল। শেহত তেওঁক মৰণাসন্ন অৱস্থাত পেলাই থৈ ৰাৱণে সীতাক লৈ গুচি গ'ল। ইফালে ৰামে সীতাক বিচাৰি বিচাৰি এইখিনি পালেহি। তেতিয়া জটায়ুৱে ৰাৱণে সীতাক লৈ গল বুলি ৰামক কলে আৰু ইয়াৰ পিছতে তেওঁ প্ৰাণত্যাগ কৰিলে।

সীতাৰ কাতৰ তনুযষ্টি : তুলনা কৰক—

অস্মিন্নেৱ লতাগৃহে ত্বমভৱস্তন্মাৰ্গদত্তেক্ষণঃ
সা হংসৈঃ কৃতকৌতুকা চিৰমভূদ্গোদাৱৰীসৈকতে।
আয়ান্ত্যা পৰিদুৰ্মনায়িতমিৱ ত্বাং বীক্ষ্য বদ্ধস্তয়া
কাতৰ্য্যাদ্ অৰবিন্দকুড্মলনিভো মুগ্ধঃ প্ৰণামাঞ্জলিঃ॥

—উত্তৰৰামচৰিত, ৩-৩৭।

পাণ্ডাৰ মুখৰপৰা : মহাৰাষ্ট্ৰৰ সন্ত কবি জ্ঞানেশ্বৰৰ বাপেক বিঠ্ঠলপন্ত আগৰপৰাই বৰাগী আছিল। ডেকাকালত তীৰ্থ যাত্ৰা কৰোঁতে কৰোঁতে এবাৰ তেওঁ আলন্দী পালেহি। তাৰ এজন ব্ৰাহ্মণে তেওঁৰ যোগ্যতা দেখি নিজৰ জীয়েকক তেওঁলৈ বিয়া দিলে। কিন্তু বিয়া কৰোৱা সত্বেও বিঠ্ঠলপন্তৰ বৈৰাগ্য বুদ্ধি নগ'ল। "মই গঙ্গাস্নান কৰিবলৈ যাওঁ"—এই বুলি কৈ তেওঁ নিজৰ ঘৰ এৰিলে আৰু "মোৰ লৰা-তিৰোতা কোনো নাই" বুলি কৈ কাশীত ৰামানন্দ-স্বামীৰ পৰা সন্ন্যাস দীক্ষা ললে। অলপ দিনৰ পাচত ৰামানন্দ স্বামী ৰামেশ্বৰলৈ যাওঁতে বাটত আলন্দী পালেহি। বিঠ্ঠলপন্তৰ ঘৈণীয়েকে গিৰিয়েকৰ সন্ন্যাসৰ কথা শুনি ব্ৰতোপাসনাত নিজৰ জীৱন কটাইছিল। তেওঁলোকৰ গাঁৱলৈ যেতিয়া ৰামানন্দ স্বামী আহিছে বুলি শুনিলে, তেতিয়া তেওঁ স্বামীক সেৱা কৰিলে। সন্ন্যাসীয়ে 'পুত্ৰৱতী ভৱ' বুলি আশীৰ্বাদ দিলত তেওঁ হাঁহি পেলালে। সন্ন্যাসীয়ে তেওঁক ইহাৰ কাৰণ সুধিলে। তেওঁ সকলো বৃত্তান্ত বিৱৰি কলে। ৰামানন্দ স্বামী আলন্দীৰ পৰা আকৌ কাশীলৈ ঘূৰি গ'ল আৰু বিঠ্ঠলপন্তক ডাবি-হকি দি গৃহস্থী জীৱন যাপন কৰিবৰ কাৰণে পঠাই দিলে। তেওঁৰ চাৰিজন সন্তান হ'ল—নিবৃত্তি নাথ, জ্ঞানদেৱ, সোপানদেৱ আৰু মুক্তাবাঈ।

কিন্তু শাস্ত্ৰত সন্ন্যাসীৰ আকৌ সংসাৰী হোৱাৰ অনুজ্ঞা নাই। সেই কাৰণে সমাজে এওঁলোকক একঘৰীয়া কৰিলে। এওঁৰ লৰা কেইটাক লগুন দিবলৈ কোনো সন্মত নহ'ল। শেহত বিঠ্ঠলপন্ত পৈঠনলৈ গ'ল আৰু তাৰ ব্ৰাহ্মণ সকলৰ ভৰিত পৰি তেওঁ কবলৈ ধৰিলে—"মোৰ কাৰণে যি কোনো প্ৰায়শ্চিত্তৰ বিধান দি হলেও মোক শুদ্ধ কৰক আৰু মোৰ সন্তানবোৰক উপনয়ন সংস্কাৰ দিবলৈ আদেশ দিয়ক।" ব্ৰাহ্মণসকলে শাস্ত্ৰত কোনো উপায় নাপালে। তেওঁলোকে কলে—"তুমি ইমান ডাঙৰ পাপ কৰিছা যে তোমাৰ কাৰণে দেহত্যাগৰ বাহিৰে আৰু আন কোনো উপায় নাই। তোমাৰ ল'ৰাবোৰকতো উপনয়ন দিয়া কোনোমতেই সম্ভৱপৰ নহয়।" বিঠ্ঠলপন্ত আৰু তেওঁৰ সহধৰ্ম্মিণীয়ে প্ৰয়াগলৈ গৈ গঙ্গা জলত সমাধি লাভ কৰিলে। ইয়াৰ পাছত এই চাৰিটা লৰাই আলন্দীৰ ব্ৰাহ্মণসকলৰ ওচৰত এইবুলি মিনতি কৰিলে—"আমি ব্ৰাহ্মণৰ সন্তান। আমি

'উপনয়ন-সংস্কাৰ পোৱা উচিত।" কিন্তু ব্ৰাহ্মণসকলে উত্তৰ দিলে যে—"পৈঠনৰ ব্ৰাহ্মণৰ পৰা শুদ্ধি-পত্ৰ আনিব পাৰিলেহে যজ্ঞোপবীত দিব পৰা হ'ব।"

তেওঁলোক পৈঠনলৈ গ'ল। তাৰ ব্ৰাহ্মণসকলৰ ওচৰত তেওঁলোকক সমাজত ঠাই দিবলৈ প্ৰাৰ্থনা কৰিলে। কিন্তু ব্ৰাহ্মণসকলে উত্তৰ দিলে—"কোনো শাস্ত্ৰত সন্ন্যাসীৰ সন্তানৰ যজ্ঞোপবীত লবৰ অধিকাৰ নাই। ইয়াৰ কাৰণে কোনো প্ৰায়শ্চিত্তও নাই। সেইবাবে তোমালোকে সকলোবে ঈশ্বৰ ভাৱ ৰাখি জিতেন্দ্ৰিয় হোৱা, বিয়া-বাক নকৰাবা আৰু সদায় হৰিৰ ভজনত মগ্ন হৈ থাকিবা।"

এই বিধান দিয়াৰ পাছত সভা ভঙ্গ হ'ল, এনেতে কোনোবাই এই চাৰিজনক তেওঁলোকৰ নিজৰ নামৰ অৰ্থ সুধিলে। নিবৃত্তিনাথে কলে, "মোৰ নাম নিবৃত্তি। মই কেতিয়াও প্ৰবৃত্তিৰ বশ নহওঁ।" জ্ঞানদেৱে কলে, "মই জ্ঞানদেৱ। মই সকলোবোৰ আগম জানো।" সোপানদেৱে কলে, "মই ভক্ত সকলক ভগৱানৰ ভজন শিকাই বৈকুণ্ঠলৈ নিওঁতা সোপান।" মুক্তাবায়ে কলে—"মই বিশ্বৰ লীলা দেখুৱাবৰ কাৰণে প্ৰকাশ পোৱা ঈশ্বৰৰ লীলা ৰূপী মুক্তি।" এই উত্তৰ শুনি সেই মানুহজনে কলে—"নামত কোনো কথা নাই, যিদৰে ইচ্ছা ৰাখিব পাৰি। সৌ যে ম'হ পোৱালিটো গৈ আছে তেওঁৰ নামো জ্ঞানদেৱ।" জ্ঞানদেৱে তৎক্ষণাত উত্তৰ দিলে, "সেই ম'হ পোৱালিটো আৰু মোৰ মাজত কোনো ভেদ নাই। তেওঁৰ ভিতৰতো মোৰ আত্মাই আছে।"

তেতিয়া কোনোবাই ম'হ পোৱালিৰ পিঠিত তিনিবাৰ চাবুক মাৰিলে, লগে লগে জ্ঞানদেৱৰ পিঠিত চাবুকৰ চিন বহি গ'ল।

চাৰিওজন ল'ৰাই ব্ৰাহ্মণক নমস্কাৰ কৰি নিজৰ গাঁৱলৈ ঘূৰি যাবলৈ মন মেলিলে। বাটত তেওঁলোক গোদাবৰীৰ পাৰত বহিল। তাত কেইজনমান যুৱকো গোট খালে। তেওঁলোকে ধেমালিৰ ছলেৰে জ্ঞানদেৱক কলে—"যদি তুমি শুদ্ধি-পত্ৰ বিচাৰিছা, তেতিয়াহলে এই ম'হ পোৱালিৰ মুখত বেদৰ পাঠ কৰোৱা।" জ্ঞানেশ্বৰ তৎক্ষণাত ম'হ পোৱালিৰ ওচৰলৈ গ'ল আৰু তেওঁৰ মুৰত হাত থৈ সেই ব্ৰাহ্মণসকলক কলে, "আপোনালোকতো

বুলেৰ। আপোনালোকৰ কথা কেতিয়াও বিফল হ'ব নোৱাৰে। চাওক; এতিয়া এই ম'হ পোৱালিয়ে বেদ-পাঠ কৰিব।"

গঁচাকৈয়ে সেই ম'হ পোৱালিয়ে বেদৰ ঋচা গাবলৈ ধৰিলে।

জ্ঞানেশ্বৰে গীতাৰ "ভাবাৰ্থ দীপিকা" লিখিছে, ইয়াকে জ্ঞানেশ্বৰী বুলি কয়। ইয়াৰ বাহিৰে এওঁৰ "অমৃতানুভৱ" নামৰ এক স্বাধীন ৰচনা আছে। এই দুয়োখন গ্ৰন্থ ভাৰতীয় সাহিত্যৰ অমূল্য বস্তু।

দশগ্ৰন্থী : ঋক্, যজুৰ, সাম আৰু অথৰ্ব্ব—এই চাৰিওখন বেদ আৰু শিক্ষা (স্বৰোচ্চাৰণৰ বিষয়ে), ছন্দ, ব্যাকৰণ, নিৰুক্ত (ব্যুৎপত্তি আৰু অৰ্থৰ বিষয়ে), জ্যোতিষ আৰু কল্প (সূত্ৰ)—এই ছখন বেদাঙ্গ, এই দহখন গ্ৰন্থ মুখস্থ কৰোঁতা।

শঙ্কৰাচাৰ্য্যৰ ওপৰত কৰা...অত্যাচাৰ : শঙ্কৰাচাৰ্য্যৰ মাকে শঙ্কৰাচাৰ্য্যক সন্ন্যাস লবলৈ অনুমতি দিয়া নাছিল। এবাৰ গা-ধুবৰ কাৰণে শঙ্কৰাচাৰ্য্যে নৈত নামিল। তাত এটা ঘৰিয়ালে তেওঁৰ ভৰিত কামুৰি ধৰিলে। শঙ্কৰাচাৰ্য্যই মাকক চিঞৰি কলে—"এতিয়া মোক সন্ন্যাস লবলৈ আদেশ দিয়া।" যেতিয়া মাকে শঙ্কৰাচাৰ্য্যক অনুমতি দিলে তেতিয়াহে শঙ্কৰাচাৰ্য্য ঘৰিয়ালৰ মুখৰ পৰা ৰক্ষা পৰিল। তেওঁ অতিশয় মাতৃ-ভক্ত আছিল। কিন্তু সন্ন্যাস ধৰ্ম্মৰ নিয়ম অনুসাৰে তেওঁ মাকৰ লগত থাকিব নোৱাৰিছিল। আনকি নেলাগে মাকক দৰ্শন পৰ্য্যন্ত কৰিব নোৱাৰিছিল। তথাপি তেওঁ ঘৰ এৰি যাবৰ সময়ত মাকক কৈ গৈছিল, "বিপদৰ সময়ত তুমি মোক মাতিলে মই নিশ্চয় তোমাৰ ওচৰলৈ আহিম।"

অলপ দিনৰ পাছত মাকৰ বেমাৰ হ'ল। তেওঁ পুতেকক চাবলৈ ইচ্ছা কৰিলে। নিজৰ কথামতে শঙ্কৰাচাৰ্য্য আহিল আৰু মাকৰ মৃত্যু নোহোৱা-লৈকে তেওঁ মাতৃ-সেৱা কৰিলে। মাকে শান্তিৰে দেহত্যাগ কৰিলে।

কিন্তু আচল বিপদ এতিয়াহে আৰম্ভ হ'ল। মৰা শ শ্মশানলৈ নিবলৈ গাঁৱৰ ব্ৰাহ্মণসকল সন্মত নহল। আনকি নেলাগে তেওঁলোকে তেওঁলোকৰ শ্মশানতো এই শ পুৰিবলৈ অনুমতি নিদিলে। কোনেও তেওঁক এচটা খৰিও নিদিলে। ব্ৰাহ্মণসকলে স্থিৰ কৰিলে যে যি সন্ন্যাস ধৰ্ম্ম লোৱাৰ পিছত গৃহস্থাশ্ৰমত মাকক চাবলৈ আহিছে, তেওঁৰ এই কাৰ্য্য একেবাৰে

শাস্ত্রবিৰোধী। গতিকে তেওঁক বহিষ্কাৰ কৰাহে উচিত। তাৰ পিছত শঙ্কৰাচাৰ্য্যই তেওঁৰ মাকৰ শটো চাৰি টুকুৰা কৰি বাৰীৰ পৰা কলপাত কাটি আনিলে আৰু তাৰ ওপৰত এই টুকুৰাবোৰ থৈ নিজৰ ঘৰৰ চোতালত যোগাগ্নি জ্বলাই নিজৰ তপস্যাৰ বলত মৃতকৰ সৎকাৰ্য কৰিলে।

যিখন ৰাজ্যত শঙ্কৰাচাৰ্য্যৰ গাঁও আছিল, তাৰ ৰজা শঙ্কৰাচাৰ্য্যৰ শিষ্য আছিল। পূজনীয় গুৰুৰ ওপৰত কৰা এই অত্যাচাৰৰ কথা শুনি তেওঁ নিজৰ ৰাজ্যৰ নম্বুদ্রী ব্রাহ্মণক এই শাস্তিৰ বিধান দিলে যে তেওঁলোকে যেন নিজৰ ঘৰৰ মানুহক শ্মশানলৈ নিনি নিজৰ ঘৰৰ চোতালত চাৰি টুকুৰা কৰি কাটি জ্বলাই দিয়ে। ৰজাই কঠোৰভাৱে এই শাস্তিৰ ব্যৱহাৰ কৰিবলৈ ঠিক কৰিলে। ব্রাহ্মণে ভয় খালে। তেওঁলোকে ক্ষমা খুজিলে। তেতিয়া ৰজাই শৱ চাৰিটুকুৰা কৰাৰ সলনি শৱৰ ওপৰত চাৰিটা দাগ দিবলৈ আৰু তাৰ পিছত শ্মশানলৈ নিবলৈ আদেশ দিলে।

অষ্ট বক্রা: যাৰ আঠোটা অঙ্গ বেঁকা।

জীৱন-বিতৰণ: জীৱন = পানী, বিতৰণ = বিলাই দিয়া।

য়ানান—এই ঠাই গোদাবৰীৰ মুখৰ ওচৰত। ১৭৫০ চনত ফৰাচী কোম্পানীয়ে ইয়াক অধিকাৰ কৰিছিল, আৰু দুবছৰৰ পিছত ফৰাচী চৰকাৰক সঁপি দিছিল। এতিয়া ই স্বাধীন ভাৰতৰ লগত যুক্ত হৈ গৈছে।

চঞ্চল কমলৰ মাজত: পদ্মবোৰক গতিশীল কৰি দৃশ্যৰ শোভা বঢ়াবৰ কাৰণে।

ভৱভূতিৰ কথা কিয় মনত নপৰিব? : ভৱভূতিয়ে তেওঁৰ 'উত্তৰ ৰাম-চৰিত'ত গোদাৱৰীৰ বিবিধ সৌন্দৰ্য্যৰ বৰ্ণনা কৰিছে। উদাহৰণ স্বৰূপে চাওক:

এতানি তানি গিৰি-নিঝৰিণী তটেষু
বৈখানসাশ্রিত-তৰুণি তপোৱনানি।
যেষ্বাতিথেয়পৰমা শমিনো ভজন্তে
নীবাৰ-মুষ্টি-পচনা গৃহিণো গৃহাণি॥

উত্তৰ ৰামচৰিত, ১-২৫।

স্নিগ্ধ-শ্যামাঃ ক্বচিদপরতো ভীষণা ভোগ-রুক্ষাঃ
স্থানে স্থানে মুখর-ককুভো ঝাঙ্কৃতৈর্নির্ঝরাণাম্ ।
এতে তীর্থাশ্রম-গিরি-সরিদ্গর্ত-কান্তার-মিশ্রাঃ
সন্দৃশ্যন্তে পরিচিত-ভুবো দণ্ডকারণ্য-ভাগাঃ ॥

উঃ রাঃ, ২-১৪

ইহ সমদশকুন্তাক্রান্তবাণীরমুক্ত—
প্রসবসুরভিশীতস্বচ্ছতোয়া বহন্তি ।
ফলভর পরিণামশ্যামজম্বু নিকুঞ্জ —
স্খলনমুখরভূরিস্রোতসো নির্ঝরিণ্যঃ ॥

উঃ রাঃ, ২-২০ ।

এতে ত এব গিরয়ো বিরুবন্ময়ূরাস্—
তান্যেব মত্তহরিণানি বনস্থলানি ।
আমঞ্জুবঞ্জুললতানি চ তান্যমূনি
নীরন্ধ্রনীপনিচুলানি সরিত্তটানি ॥

উঃ রাঃ, ২-২৩ ।

মেঘমালেব যশ্চায়মারাদিব বিভাব্যতে ।
গিরিঃ প্রস্রবণঃ সোঽয়ং যত্র গোদাবরী নদী ॥

উঃ রাঃ, ২-২৪ ।

অস্যৈবাসীন্মহতি শিখরে গৃধ্ররাজস্য বাসস্
তস্যাধস্তাদ্বয়মপি রতাস্তেষু পর্ণোটজেষু ।
গোদাবর্যাঃ পয়সি বিতত শ্যামলানোকহশ্রীর্
অন্তঃ কূজন্মুখরশকুনো যত্র রম্যো বনান্তঃ ॥

উঃ রাঃ, ২-২৫ ।

গুঞ্জৎ কুঞ্জকুটীর কৌশিক ঘটাঘুৎ কারবৎকীচক—
স্তম্বাডম্বরমূকমৌকুলিকুলঃ ক্রৌঞ্চাবতোঽয়ং গিরিঃ ।
এতস্মিন্ প্রচলাকিনাং প্রচলতামুদ্বেজিতাঃ কূজিতৈর্
উদ্বেল্লন্তি পুরাণরোহিণতরুস্কন্ধেষু কুম্ভীনসাঃ ।

উঃ রাঃ ২-২৯ ।

এতে তে কুহৰেষু গদ্গদনদাক্ষোদাবৰীবাৰয়ো
মেঘালম্বিতমৌলিনীলশিখৰাঃ ক্ষৌণীভৃতো দাক্ষিণাঃ।
অন্যোন্য প্রতিঘাতসঙ্কুলচলৎকল্লোলকোলাহলৈৰ্
উত্তালাস্ত ইমে গভীৰপয়সঃ পুণ্যাঃ সৰিৎসঙ্গমাঃ॥

উঃ ৰাঃ ২-৩০

যত্র দ্রুমা অপি মৃগা অপি বন্ধবো মে
যানি প্রিয়াসহচৰশ্চিৰমধ্যবাৎসম্।
এতানি তানি বহুকন্দৰনির্ঝৰাণি
গোদাবৰী পৰিসৰস্য গিৰেস্তটানি॥

উঃ ৰাঃ ৩-৮।

বৈদিক প্ৰভাত: বৈদিক কালত য'ত আৰ্য্যসকল আছিল, কুঁৱলীৰ কাৰণে তাৰ প্ৰভাত ধূলি ধূসৰিত হৈ আছিল। ইতিহাসতো বেদকালক উষঃকালৰ নিচিনা কুঁৱলীৰে আবৰি থকা দেখুওৱা হৈছে। বেদকালতে ধৰ্ম্মজ্ঞানৰ উষঃকাল হৈছিল বাবেও ইয়াক বৈদিক প্ৰভাত বোলা হৈছে।

কবিৰ প্ৰতিভাৰ দৰে: প্ৰতিভাৰ ব্যাখ্যা এইদৰে কৰা হৈছে: "প্ৰজ্ঞা নবনবোন্মেষশালিনী প্ৰতিভা মতা,' যি প্ৰজ্ঞা (বুদ্ধি)ৰ পৰা নতুন নতুন প্ৰেৰণা ওলায় তাকেই প্ৰতিভা বোলা হয়।

চৰিত্ৰ: [ চৰ্ (খোজ কঢ়া) + ইত্ৰ (সাধন) = ভৰি ] গতি, আচৰণ, বেদত 'চৰিত্ৰ' শব্দ ভৰিৰ অৰ্থত আছে। (ভৰিবোৰৰ চিন—চৰিত্ৰ—চাই চাই যোৱা মানুহেহে ইয়াক ধৰিব পাৰে যে বগলী চৰাই কোনফালে গৈছে।) দ্বিতীয় অৰ্থ কাঁকিবাজ।

## ১০ বেদৰ ধাত্ৰী তুঙ্গভদ্ৰা

'দ্বন্দ্বঃ সামাসিকস্য চ' : সমাসত মঞেই দ্বন্দ্ব, গীতা ১০-৩৩।

## ১১ নেলুৰৰ পিনাকিনী

নেলুৰ: [ নেল্ল—ধান+উৰু—গাঁও ] ধানৰ গাঁও। এইখন গাঁও মাদ্ৰাজৰ উত্তৰফালে আছে।

## ১২ জোগৰ প্ৰপাত

হোন্নাৱৰ : উত্তৰ কৰ্ণাটকৰ পশ্চিম সাগৰৰ পাৰত অৱস্থিত এখন নগৰ।

কাৰকল : দক্ষিণ কৰ্ণাটক মঙ্গলুৰ আৰু উডপীৰ মাজত অৱস্থিত এখন নগৰ। ইয়াত হায়দৰৰ দ্বাৰা স্থাপিত এটা হনুমান মন্দিৰ আছে। ওচৰৰ টিলাত বাহুবলীৰ এটা সুন্দৰ মূৰ্ত্তি থিয় হৈ আছে।

মনসা : মনে পতা কথা বিধিয়ে বেলেগ কৰি দিয়া। আলচা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি।

চিৰ সঞ্চিত : ৰবীন্দ্ৰ নাথৰ এই কবিতা ফাঁকি মনত পেলাওক—

"বহুদিন বঞ্চিত অন্তৰে সঞ্চিত কি আশা।"

শিমোগা সাগৰ : গাঁওৰ নাম।

গুজৰাটত বানপানী : ১৯২৭ চনত গুজৰাটত অতিপাত বৰষুণ হোৱাত হেজাৰ হেজাৰ ঘৰ ভাগি পৰিল। মানুহ অন্নবস্ত্ৰ আৰু আশ্ৰয় হীন হৈ পৰিল। সেই সময়ত চৰ্দ্দাৰ বল্লভ ভাই পেটেলে তেওঁৰ বিচক্ষণ ব্যৱস্থাৰ যোগেদি আৰু ধনীসকলৰ সহায়ত মানুহবোৰক সুখ-সুবিধা দিবৰ কাৰণে ভগীৰথ চেষ্টা কৰিছিল।

শ্ৰীগঙ্গাধৰ ৰাও দেশপাণ্ডে : কৰ্ণাটকৰ এজন নেতা।

স্থিতধী : স্থিত প্ৰজ্ঞই কিদৰে কথা কয়, কিদৰে বহে আৰু কেনেকৈ খোজ কাঢ়ে? গীতা, ২-৫৪।

কুলশিখৰিণ : সম্পূৰ্ণ শ্লোকটো এনেকুৱা—বিষম বিষমায়াসাদস্মাদ্ দুৰধ্যৱসায়তো

বিপদি মহতাং ধৈৰ্য-ধ্বংসং যদীক্ষিতুমীহসে।
অয়ি জড়মতে! কল্পাপায়ে ব্যপেত-নিজক্ৰমা
কুল-শিখৰিণঃ ক্ষুদ্ৰা নৈতে ন বা জলৰাশয়ঃ॥

(যেতিয়া প্ৰলয় কাল আহে, তেতিয়া নিজৰ মৰ্য্যাদা কেতিয়াও খৰ্ব্ব নকৰা সাগৰ আৰু সদায় নিজৰ ঠাইত স্থিৰ হৈ থকা কুলপৰ্ব্বতো স্থানচ্যুত হৈ যায়। কিন্তু মহাত্মাসকলৰ ভিতৰত এনেকুৱা দুৰ্ব্বলতা নাই। বিপদ্ যিমানেই বেছি হয়, তেওঁলোক সিমানেই দৃঢ় হৈ পৰে। এইদৰে বুজাই কবিয়ে কৈছে :

"হে শুভমানৱ! তুমি যদি বিপদৰ সময়ত মহাত্মাসকলৰ ধৈৰ্য্য নাশ হোৱা চাব খুজিছা, তেন্তিয়াহলে এই প্ৰয়াস অলীক। এনেকুৱা আশা এৰি পেলোৱা। এই মহাত্মাসকল তোমাৰ ক্ষুদ্ৰ কুলপৰ্ব্বত নহয় আৰু প্ৰলয় কাল আহিলেই যি নিজৰ স্বধৰ্ম্ম-কৰ্ম্মৰ নিয়ম ভাঙি পেলায় তেনেকুৱা নীচ সাগৰো নহয়।)

পৃথিৱীত লাগিলে যিমানেই উৎপাত হওক, পৃথিৱীৰ দৰে দৃঢ় হৈ থকা কুলপৰ্ব্বত কেতিয়াও নিজৰ ঠাইৰ পৰা নাতৰে। সেইকাৰণে কাৰোবাৰ ধৈৰ্য্যৰ উপমা দিবলৈ হলে কুলপৰ্ব্বতৰ উপমা দিয়া হয়। যেনে—এওঁৰ ধৈৰ্য্য দেখিছোঁ কুলপৰ্ব্বতৰ সমান।

এইদৰেই নৈত লাগিলে যিমানেই ঢল আহক, তথাপি সি সাগৰ বা মহাসাগৰ হব নোৱাৰে। মহাসাগৰে কেতিয়াও নিজৰ মান মৰ্য্যাদা নেৰে।

এইকাৰণে কবিসকলৰ সৃষ্টিত মহাসাগৰো ধৈৰ্য্য আৰু মৰ্য্যাদাৰ আদৰ্শ উপমান।

এই শ্লোকত মহাত্মাসকলৰ দৃঢ়তা বৰ্ণনা কৰিবৰ সময়ত কবিয়ে কৈছে যে তেওঁলোকৰ ওচৰত কুলপৰ্ব্বত ক্ষুদ্ৰ হৈ পৰে, আৰু মহাসাগৰৰ জলৰাশিও তুচ্ছ হৈ যায়। কাৰণ হেজাৰ হেজাৰ আৰু লাখ লাখ বছৰ নিজৰ মৰ্য্যাদাক উলঙ্ঘন নকৰা এই বিভূতিবোৰে প্ৰলয়ৰ সময়ত নিজৰ স্বধৰ্ম্ম-কৰ্ম্ম এৰি দিয়ে, কিন্তু মহাত্মাসকলৰ কথা এনেকুৱা নহয়।

আদৰ্শ-উপমানক তুচ্ছ কৰি উপমেয় বস্তুক উপমানতকৈয়ো শ্ৰেষ্ঠ দেখুওৱা পদ্ধতিক সংস্কৃতত প্ৰতীপ অলঙ্কাৰ বোলে। ইয়াত অৱশ্যে অলপ অত্যুক্তি হয়।

খাণ্ডালা-ঘাট: পুনা আৰু বম্বেৰ মাজৰ ঘাট।

নমঃ পুৰস্তাউ: হে সৰ্ব্বশক্তিমান! তোমাক আগফালৰ পৰা, পাছ-ফালৰ পৰা—সকলোফালৰ পৰাই সেৱা জনাইছোঁ। তোমাৰ বীৰ্য্য অনন্ত। তোমাৰ শক্তি অসীম। তুমিয়েই এই সকলোবোৰ ধাৰণ কৰিছা, এতেকে তুমি সৰ্ব্বশক্তিমান। গীতা, ১১—৪০।

সুদুৰ্দ্দৰ্শমিদম: তুমি মোৰ যি ৰূপ দেখিছা ইয়াক দৰ্শন কৰা বৰ দুৰ্লভ। দেৱতাসকলো এই ৰূপ দৰ্শনৰ আকাংক্ষা কৰে। গীতা, ১১—৫২।

সেই সকলোবোৰ স্বপ্ন আছিল : তুলনা কৰক—'স্বপ্নো নু মায়া নু মতিভ্ৰমো নু ?' শকুন্তলা ৬—১০।

ব্যাপেতভী : ভয় এৰি শান্ত-চিত্তৰ হোৱা আৰু আকৌ এবাৰ মোৰ এই পৰিচিত ৰূপ চাই লোৱা— গীতা, ১১—৪৯।

দেৱদাস : দেৱদাস গান্ধী।

মণি : চৰ্দাৰ পেটেলৰ কন্যা।

লক্ষ্মী : ৰাজাজীৰ কন্যা ; পাছত দেৱদাস গান্ধীৰ স্ত্ৰী।

পত্ৰং নৈৱ যদা : বসন্ত কালত যেতিয়া সকলো গছলতাৰ কুঁহিপাত ওলায়, যদি তেতিয়া কেৱল কৰীল গছতে পাত নোলায়, ইয়াত বসন্তৰ কি দোষ ? ফেঁচাই যদি দিনত নেদেখে, ইয়াত সূৰ্য্যৰ দোষ কি ?

কবি ভর্তৃহৰিৰ এই শ্লোকৰ শেষৰ দুই চৰণ এনেকুৱা :

ধাৰা নৈৱ পতন্তি চাতকমুখে মেঘস্য কিং দূষণম্ ?
যৎ পূৰ্ব্বং বিধিনা ললাট-লিখিতং তন্মাৰ্জ্জিতুং কঃ ক্ষমঃ ?

(চাতকৰ মুখত যদি বৰষুণৰ পানী নপৰে, তেতিয়াহলে তাতনো বাৰু মেঘৰ কি দোষ ? কপালত বিধিয়ে যি লিখি থৈছে, তাক খণ্ডন কৰাৰ কাৰ সাধ্য ?)

উচ্ছিষ্ট : (উৎ+শিষ্ট) খাই এৰা নহয় ; বৰং কৃষক সকলে শস্য কাটি লৈ যোৱাৰ পাছত অৱশিষ্ট শস্য।

ৰবীন্দ্ৰনাথ ঠাকুৰে অথৰ্ব্ববেদৰ এটা মন্ত্ৰৰ ভাবাৰ্থ লৈ কৈছে যে—"সকলো কলা আৰু মানুহৰ সকলো উচ্চতম প্ৰবৃত্তিৰ মূল হৈছে 'উচ্ছিষ্ট', তলত তেওঁৰ বচন দিয়া হৈছে :

ঋতং সত্যং তপো ৰাষ্ট্ৰং শ্ৰমো ধৰ্ম্মশ্চ কৰ্ম্ম চ।
ভূতং ভবিষ্যৎ উচ্ছিষ্টে বীৰ্য্যং লক্ষ্মী-বলং বলে॥

"Righteousness truth, great endeavours, empire, religion, enterprize, heroism and prosperity, the past and the future dwell in the surpassing strength of the surplus."

The meaning of it is that man expresses himself through his super-abundance which largely overleaps his absolute need.

The renowned vedic commentator Sayanacharya says :

"The food offering which is left over after the completion of sacrificial rites is praised, because it is symbolical of Brahma, the orginal source of the universal."

According to this explanation, Brahma is boundless in his superfluily which inevitably finds expression in the eternal world process. Here we have the doctrine of the origin of the arts. Of all living creatures is the world man has his vital and mental energy vastly in excess of his need which urges him to work in various lines of creation for its own sake. Like Brahma himself, he takes joy in productions that are unnecessary to him, and therefore represent his extravagance and not his hand to mouth penury. The voice that is just enough can speak and cry to the extent needed for everyday use, but that which is abundant sings ; and in it we find our joy. Art reveals man's wealth of life, which seeks its freedom in forms of perfection which are ends in themselves.

ইয়াৰ ভাবাৰ্থ :

"ঋত, সত্য, তপ, ৰাষ্ট্ৰ, শ্ৰম, ধৰ্ম্ম, কৰ্ম্ম, তথা ভূত আৰু ভৱিষ্যত, বীৰ্য্য আৰু লক্ষ্মীয়ে উচ্ছিষ্টৰ বলত নিবাস কৰে।"

ইয়াৰ অৰ্থ হৈছে—এয়েই যে নিজৰ প্ৰয়োজন পূৰ্ণ হোৱাৰ পাছত, মানুহৰ হাতত যি অতিশয় শক্তি থাকে, তাৰ দ্বাৰাই তেওঁ নিজক প্ৰকাশ কৰে।

বেদৰ প্ৰসিদ্ধ টীকাকাৰ সায়নাচাৰ্য্যই কয় যে "যজ্ঞবিধিৰ পাছত অৱশিষ্ট (উচ্ছিষ্ট) অন্ন বলিক এই কাৰণেই পবিত্ৰ বোলা হয় ; কিয়নো, ই অখিল বিশ্বৰ মূল-কাৰণ-ৰূপ ব্ৰহ্মাৰ প্ৰতীক।"

এই ধাৰণা অনুসৰি ব্ৰহ্মাৰ উচ্ছিষ্ট শক্তি অসীম আৰু তেওঁ চিৰন্তন বিশ্ব-প্ৰক্ৰিয়াৰ ৰূপত ব্যক্ত হয়। ইয়াত আমি কলাবোৰৰ পৰা অদ্ভুত সিদ্ধান্ত দেখিবলৈ পাইছোঁ। পৃথিৱীৰ সকলো জীৱৰ তুলনাত মানুহৰ প্ৰাণ আৰু মনৰ শক্তি তেওঁলোকৰ আৱশ্যকতাতকৈয়ো অধিক। এই শক্তিয়ে মানুহক বিনা কাৰণত নানাধৰণৰ অনাৱশ্যক কামবস্তুলৈ আগ বঢ়াই দিয়ে। স্বয়ং ব্ৰহ্মাৰ দৰে, মানুহেও অনাৱশ্যক বস্তুৰ সৃষ্টি কৰে, আৰু তাৰ দ্বাৰা

আনন্দ পায়। ই মানুহৰ কল্পনাশীলতাৰ পৰিচায়ক। যি কণ্ঠৰ কেৱল প্ৰয়োজনৰ কাৰণে, সি দৈনন্দিন প্ৰয়োজন অনুসৰি কাম কৰে। কিন্তু যি কণ্ঠৰ প্ৰয়োজনত কৈ অধিক হয়, সি সঙ্গীতৰ ৰূপ লয়—আৰু ইয়াতেই আমাৰ আনন্দ। কলাই মানুহৰ জীৱনৰ সমৃদ্ধিক প্ৰকাশ কৰে। এই সমৃদ্ধিয়ে বিনা কাৰণত সৰ্ব্বাঙ্গ-সম্পূৰ্ণ ভাবে মুক্তিৰ আনন্দ লবৰ কাৰণে যত্ন কৰি থাকে।

'পৰিগ্ৰহো ভয়াত্বৈৰ': পৰিগ্ৰহত ভয় থাকেই। এইটো লেখকৰ নিজৰ সূত্ৰ।

'নিস' ধৰণৰ: (Gneiss) দৈৰ্‌ পাৰৰ শিল, য'ত অভ্ৰ আদিৰ সমাবেশ হয়।

ভগিনী নিবেদিতাৰ বিখ্যাত তুলনা: এনেকুৱা ধৰণৰ:

**Beauty of place translates itself to the Indian consciousness as God's cry to the soul. Had Niagara been situated on the Ganges, it is odd to think how different would have been its valuation by humanity. Instead of fashionable picnics and railway pleasure-trips, the yearly or monthly incursion of worshiping crowds. Instead of hotels, temples. Instead of ostentatious excess, austerity. Instead of the desire to harness its mighty forces to the chariot of human utility, the unrestrainable longing to throw away the body and realize at once the ecstatic madness of supreme Union. Could contrast be greater ?**

**The Web of Indian life—241**

ভৈৰৱজাপ: "পৰ্ব্বতৰ ওপৰত য'ত সকলোতকৈ ওখ শিখৰ আছে, আৰু তলত একেবাৰে পোনপটীয়া বাট আছে, সেই ঠাইক ভৈৰৱঘাটি বুলি কয়। প্ৰাচীনকালত আৰু আজিও ভৈৰৱ সম্প্ৰদায়ৰ মানুহে প্ৰায়েই এনেকুৱা ঠাইত ভৈৰৱজীৰ জপ কৰি কৰি ওপৰৰ পৰা তললৈ জপিয়াই পৰে। এইদৰে আত্মহত্যা কৰাত পাপ নহয়, বৰং পুণ্য বুলিহে ধৰা হয়। আজিৰ আইন অনুসৰি এই ৰীতি লাগিলে ভুলেই হওক, তথাপি মনোবৈজ্ঞানিক সকলে অতি সহজেই তাৰ মৌলিক তত্ত্ব বুজিব পাৰিব। পৃথিৱীৰ পৰা সকলো পিনেই নিৰাশ হৈ কাপুৰুষদৰে কোনো মানুহে আত্মহত্যা কৰা আৰু

প্ৰকৃতিৰ বিশাল, উচ্চ, উদাত্ত তথা ৰমণীয় সৌন্দৰ্য্য দেখি আত্মহাৰা হৈ প্ৰকৃতিৰ লগত একৰূপ হোৱাৰ ইচ্ছা প্ৰবল হৈ উঠা, কোনো ৰকমেই প্ৰকৃতিৰ বিচ্ছেদ সহিব নোৱাৰা, আৰু এনেয়ে কোনো মানুহে এই তুচ্ছ দেহৰ মোহ ত্যাগ কৰি একাত্ম লাভ কৰিবৰ কাৰণে অসীমত জপিয়াই পৰা —এই দুয়োটা কথা একেবাৰেই বিপৰীত—লাগিলে দুয়োৰো পৰিণাম একেই হওক। যদিও সকলো বস্তু একে নহয়, তথাপি আমি সকলো ধৰণৰ বিনাশকে মৃত্যু বুলিয়েই কওঁ। কেইবাৰাবো জীৱন-মৰণ ৰূপী নাটকৰ বিদূষক হয় আৰু কেইবাৰাবো সেই নাটকৰে ভৰত বাক্য হয়।

—হিমালয় যাত্ৰা, ১৬ অধ্যায়, ৯১—৯২ পৃষ্ঠা চাওক।

নাভিনন্দেত : মৃত্যু বা জীৱনক অভ্যৰ্থনা নকৰা।

—মনুস্মৃতি

উপৱন : 'নিউ ফৰেষ্ট' নামৰ প্ৰদেশ।

নীৰো : ৰোমৰ এজন বাদচাহ (৫৪—৬৮ চন)। তেওঁ মাকৰ উচটনিত বাপেকক হত্যা কৰি ৰোমৰ ৰাজসিংহাসনৰ অধিকাৰী বিট্ৰেনিকসক আঁতৰাই নিজে ৰাজসিংহাসনত ৰহিল। পাঁচ বছৰ ভালদৰে ৰাজ্য চলোৱাৰ পাছত তেওঁ ডিক্টেটৰ হৈ পৰিল। তাৰ পাছত তেওঁ বিট্ৰেনিকসক, মাকক আৰু তেওঁৰ ঘৈণীয়েকক হত্যা কৰিলে। ৰোম জলোৱাৰ মিছা কলঙ্কৰ কাৰণে তেওঁ 'খ্ৰিষ্টী' সকলৰ ওপৰত নানা ধৰণৰ অত্যাচাৰ কৰিলে। তেওঁৰ গুৰু আৰু মন্ত্ৰী সেনেকাক, তেওঁৰ নিজৰ দ্বিতীয় পত্নীক হত্যা কৰিলে। ইয়াৰ পাছত ৰোমত বিদ্ৰোহ আৰম্ভ হ'ল। এই কাৰণে এওঁ পলাই গ'ল আৰু পাছত আত্মহত্যা কৰিলে। জনশ্ৰুতি আছে যে তেওঁ নিজে ৰোম জলাই দিলে আৰু এই প্ৰজ্বলিত ৰোম দেখি তেওঁ নিজে বাঁহী বজাবলৈ ধৰিলে। কিন্তু ইতিহাসত ইয়াৰ কোনো সমৰ্থন পোৱা নেযায়। অৱশ্যে তেওঁ যে অত্যন্ত নিষ্ঠুৰ আছিল, তাত কোনো সন্দেহ নাই।

আৰ্তিনাশ : তুলনা কৰক :—

ন ত্বহং কাময়ে ৰাজ্যং ন স্বৰ্গং নাপুনৰ্ভৱম্।

কাময়ে দুঃখ-তপ্তানং প্ৰাণিনাং আৰ্তি-নাশনম্॥

( মোৰ নিজৰ কাৰণে মই ৰাজ্য নিবিচাৰোঁ, আৰু মই স্বৰ্গলৈ যাবলৈকো

ইচ্ছা নকৰোঁ, মই মুক্তিও নিবিচাৰোঁ। দুঃখ-কষ্টত অলি-পুৰি থকা প্ৰাণীবোৰৰ যেন পীড়া দূৰ হয়, মই কেৱল ইয়াকেহে বিচাৰোঁ। )

বীৰভদ্ৰ : দক্ষ প্ৰজাপতিৰ যজ্ঞ সংহাৰ কৰা শিৱসকল।

যেতিয়া ইংৰাজক আমি চিনিব পাৰিছোঁ তেতিয়া : ইংৰাজে ভাৰতৰ তেজ শুহি খাইছিল। কিন্তু তেওঁলোকে যে কেনেকৈ শুহি খাইছিল, সেইটো আমি ধৰিবই পৰা নাছিলোঁ। ইংৰাজৰ এই ৰূপ আমি এতিয়াহে চিনিব পাৰিছোঁ।

কাকদৃষ্টি : কাউৰীৰ নিচিনা চঞ্চল দৃষ্টি। ('কাকা'ৰ দৃষ্টিৰ অৰ্থতো হ'ব। )

প্ৰায়ঃ কন্দুক : আৰ্য্যসকলৰ যদিও পতন হৈছে, কিন্তু তাৰ তুলনা ফুটবলৰ লগত কৰিব পাৰি, যি পৰিও ওপৰলৈ উঠে।

ভৰ্তৃহৰিৰ সম্পূৰ্ণ শ্লোক এনেকুৱা :

প্ৰায়ঃ-কন্দুক-পাতেন পতত্যাৰ্যঃ পতন্নপি।
তথা ত্বনাৰ্যঃ পততি মৃৎপিণ্ড পতনং যথা ॥

নহি কল্যাণকৃৎ : আনৰ কল্যাণ কৰা মানুহ কেতিয়াও নিজে দুঃখত নপৰে।

যেন মহাদেৱৰ সংহাৰকাৰী তাণ্ডৱ নৃত্য হে : ইয়াত ৰাৱণৰ শিৱ-তাণ্ডৱ-স্তোত্ৰলৈ মনত পৰে। তলত দুশাৰী শ্লোক দিয়া হৈছে :

জটা-কটাহ-সম্ভ্ৰম—ভ্ৰমন্নিলিম্প-নিৰ্ঝৰী—
বিলোল-বীচি বল্লৰী বিৰাজমান মূৰ্ধনি।
ধগদ্-ধগদ্-ধগজ্জ্বলল্-ললাট-পট্ট-পাৱকং
কিশোৰ-চন্দ্ৰ-শেখৰে ৰতিঃ প্ৰতিক্ষণং মম ॥ ১ ॥

[ যাৰ মূৰ জটৰূপী কেৰাহীত তীব্ৰ-গতিৰে ঘূৰি ফুৰা সুৰ-সৰিতা ( গঙ্গা ) ৰ চঞ্চল-তৰঙ্গ-লতাৰে সুশোভিত হৈ আছে, কপালত দপ্ দপ্ কৰি জুই জলি আছে, মূৰত বালচন্দ্ৰ বিৰাজমান হৈ আছে, তেওঁৰ ( শিৱৰ ) প্ৰতি যেন মোৰ ভক্তি নিৰন্তৰ স্থায়ী হৈ থাকে। ]

জয়ত্বদভ্ৰ-বিভ্ৰম-ভ্ৰমদ্ভুজঙ্গম-শ্বসদ্
বিনিৰ্গমৎক্ৰম-স্ফুৰৎকৰাল-ভাল-হব্যবাট্।

ধিমিদ্ ধিমিদ্ ধিমিদ্ ধ্বনন্-মৃদঙ্গ-তুঙ্গ-মঙ্গল
ধ্বনি-ক্ৰম-প্ৰবৰ্তিত-প্ৰচণ্ড তাণ্ডবঃ শিবঃ ॥ ১০ ॥

[ অবিৰাম লৰি থকা ভুজঙ্গৰ নিশ্বাসত যাৰ কপালৰ ভয়ঙ্কৰ অগ্নি ক্ৰমান্বয়ে বাঢ়ি গৈছে আৰু ধিমিদ্-ধিমিদ্ৰ নিচিনা মৃদঙ্গৰ উচ্চ-মঙ্গল-ধ্বনিৰ দৰে যি প্ৰচণ্ড তাণ্ডব-খেলা খেলিছে, সেই শিৱৰ জয় হওক। ]

দেবদ্ৰ : লঙ্কাৰ দক্ষিণৰ শেষ সীমা। Dundra Head.

নাৰায়ণৰ সৰোবৰ : সিন্ধু আৰু কচ্ছৰ মাজত অৱস্থিত সৰোবৰ।

পুনৰাগমনায়চ : পূজাৰ শেষত ধাৰ্মিক প্ৰসঙ্গত দেৱতাক বিসৰ্জন কৰাৰ সময়ত এই বচন প্ৰয়োগ কৰা হয়। ইহাৰ অৰ্থ হৈছে, "আকৌ আহিব লাগিব।" ভাবটো হৈছে এয়েই যে—এই বিদায় চিৰবিদায় নহয়; বৰং ভবিষ্যত-মিলনৰ কাৰণেহে। কেইবছৰমানৰ পাছত লিখকৰ এই ইচ্ছা বা সংকল্প কেনেকৈ পূৰ্ণ হ'ল ইয়াৰ বৰ্ণনা পাচৰ অধ্যায়ত চাওক।

## ১৩। জোগ-প্ৰপাতৰ পুনৰ্দৰ্শন

এতাবানস্য মহিমা : ইমানখিনি কেৱল তেওঁৰহে মহিমা, পুৰুষতো ইয়াতকৈয়ো ডাঙৰ। এই বচন "ঋক্‌বেদৰ পুৰুষ সূক্তৰ পৰা লোৱা হৈছে।

অনুদৰী : ক্ষীণ পেটৰ—যেনে, মন্দোদৰী, কৃশোদৰী।

বিশ্বজিত যজ্ঞ : 'সৰ্ববেদস্' য'ত জীৱনৰ সমস্ত উপাৰ্জন দিব লাগে, সেই যজ্ঞ। তুলনা কৰক :

স্থানে ভবানেক-নৰাধিপঃ সন্
অকিঞ্চনত্বং মখজং ব্ৰনক্তি
পৰ্যায়-পীতস্য সুৰৈৰ্‌ হিমাংশো :
কলা-ক্ষয়ঃ শ্লাঘ্যতৰো হি বৃদ্ধেঃ ॥ ৰঘুবংশ ৫-১৬

[ এই ঠাইত মাত্ৰ আপুনিহে বজা আছে, তথাপি আপুনি এই যজ্ঞত নিজৰ অক্ষমতা দেখুৱাইছে। দেৱতা-সকলে পৰ্য্যাপ্ত পৰিমাণে অমৃত খোৱাৰ কাৰণে চন্দ্ৰ-কলা ক্ষয় হোৱা এটা প্ৰশংসনীয় কথা। ]

অলকেশ্বৰ : [ অলকা + ঈশ্বৰ ] কুবেৰ।

প্ৰতিধনুৰ : প্ৰায়েই আকাশত বামধেনুৰ অলপ ওপৰত আৰু এটা পাতল ধেনু দেখা যায়—তাক প্ৰতি-ধনুৰ বুলি কোৱা হয়। তাৰ ৰং বামধেনুৰ একেবাৰে বিপৰীত।

সুৰধনু : দেৱতাসকলৰ ধেনু., বামধেনু।

সুৰধুনী : স্বৰ্গৰ নৈ। ইয়াত কেৱল নৈহে বুজাইছে। যি কোনো নৈক গঙ্গা বুলি কব পাৰি, এই কাৰণে।

সময়ৰূপী প্ৰতিক্ষণো পুণ্য… : মনত পেলাওক—

ক্ষীণে পুণ্যে মৰ্ত্ত্য লোকং বিশান্তি।

—গীতা ৯-২১

ৰোমা ৰোঁলা : ( জন্ম ১৮৬৬, মৃত্যু ১৯৪৪ ) ফ্ৰান্সৰ বিশ্ববিখ্যাত মানৱতাবাদী সাহিত্যকাৰ আৰু কলাকাৰ। তেওঁৰ উপন্যাস 'জাং ক্ৰিস্তফি' ক তেওঁৰ সৰ্বশ্ৰেষ্ঠ ৰচনা বুলি কোৱা হয়। এই কাৰণে তেওঁ ১৯১৬ চনত 'নোবেল পুৰস্কাৰ' পাইছিল। তেওঁ গান্ধীজী, ৰামকৃষ্ণ পৰমহংস আৰু স্বামী বিবেকানন্দৰ জীৱনী লিখি পশ্চিমীয়া দেশবোৰক ভাৰতৰ বিচাৰ-ধাৰা জানিবলৈ সুবিধা দিছিল। যেতিয়া গান্ধীজী, ঘূৰণীয়া মেজ মেলত যোগ দিবৰ কাৰণে বিলাতলৈ গৈছিল, তেতিয়া উলটিবৰ সময়ত তেওঁৰ লগত বিশেষভাৱে দেখা কৰিছিল। তেওঁ ভাৰতৰ সম্বন্ধে যি ডায়েৰী লিখি থৈ গৈছে, সি ফ্ৰান্স ভাষাত বৰ প্ৰসিদ্ধ। তাৰ ভিতৰত গান্ধীজী, ৰবীন্দ্ৰনাথ, শ্ৰীঅৰবিন্দ আদিৰ বিষয়ে যথেষ্ট কথা আছে। তেওঁ যুদ্ধৰ বিৰোধী আছিল। তেওঁৰ মতে কলা সৰ্বসাধাৰণৰ উপযোগী হোৱা উচিত।

মানৱকৃতি কলাকৃতি : সৃষ্টিত যি সৌন্দৰ্য্য থাকে, তাক কলা বুলি কব নোৱাৰি। মানৱীয় কৃতিকহে কলা বোলে। অৱশ্যে প্ৰকৃতিৰ সৌন্দৰ্য্যই কলাৰ সৃষ্টিত প্ৰেৰণা যোগায়।

'অল্পস্য হেতো' : সামান্য বস্তুৰ কাৰণে ডাঙৰ বস্তুৰ নাশ কৰিবলৈ ইচ্ছা কৰোঁতা। এই বচন কবি কালিদাসৰ 'ৰঘুবংশ'ত আছে। যেতিয়া দিলীপে গৰুৰ ৰক্ষাৰ কাৰণে নিজৰ শৰীৰ সিংহক অৰ্পণ কৰিবলৈ ৰাজী হৈছিল তেতিয়া তেওঁক বুজাবৰ কাৰণে সিংহই এই কথা কৈছিল :

একাতপত্ৰং জগতঃ প্ৰভুত্বং
নবং বয়ঃ কান্তমিদং বপুশ্চ।
অ-ল্পস্য হেতোৰ বহু হাতুমিচ্ছন্
বিচাৰমূঢ়ঃ প্ৰতিভাসি মে ত্বম্ ॥ ৰঘুবংশ ২-৪৭

[ সংসাৰৰ একছত্ৰ সাম্ৰাজ্য, যৌবন আৰু এই সুন্দৰ বপু (শৰীৰ)। তুচ্ছ বস্তুৰ কাৰণে তুমি ইমান ডাঙৰ ত্যাগ কৰিবলৈ সাজু হৈছা। তোমাক সঁচাকৈয়ে মূৰ্খ যেন লাগিছে। ]

## ১৪। জোগৰ শুকান প্ৰপাত

ৰাৱণৰ দৰে: যেতিয়া ৰাৱণৰ জন্ম হৈছিল, তেতিয়া তেওঁ মহাৰৱ কৰি ( ভয়ঙ্কৰ শব্দ কৰি ) জন্ম লৈছিল। এই কাৰণেই তেওঁৰ দেউতাকে তেওঁৰ নাম 'ৰাৱণ' ৰাখিলে।

তপস্বিনী: গৰমৰ তাপ সহিছিল কাৰণে।

সম্ভাজীৰ দুটা চকু: ১৬৮৯ চনত ঔৰঙ্গজেবে সম্ভাজীক বন্দী কৰাৰ পাছত তেওঁক ইচ্‌লাম ধৰ্ম্ম গ্ৰহণ কৰিবলৈ কলে। কিন্তু সম্ভাজীয়ে ইচ্‌লাম ধৰ্ম্ম স্বীকাৰ নকৰি বাদ্‌চাহক অপমানহে কৰিলে। এই কাৰণে ঔৰঙ্গজেবে তেওঁৰ জিভা কটাই পেলালে, চকু কঢ়াই পেলালে আৰু শেহত তেওঁক মাৰি পেলালে।

নদী মুখেনৈৱ সমুদ্ৰমাৱিশেত্: নৈৰ মোহনাইদি সাগৰত প্ৰৱেশ কৰা। মহাকবি কালিদাসে 'ৰঘুবংশ'ত ৰঘুৰ বিদ্যাভ্যাসৰ বৰ্ণনা কৰোঁতে লিখিছে:

লিপেৰ্ যথাবদ্ গ্ৰহণেন বাঙ্ময়ং
নদী মুখেনৈৱ সমুদ্ৰম্ আৱিশৎ ॥ ৰঘুবংশ ৩-২৮

[ যিদৰে নৈৰ মুখেদি সাগৰত প্ৰৱেশ কৰা হয়, সেইদৰেই তেওঁ লিপিক যথাৰূপে গ্ৰহণ কৰি সাহিত্যত প্ৰৱেশ কৰিলে। ]

গুজৰাট বিদ্যাপীঠৰ দ্বাৰা পৰিচালিত গুজৰাট মহা-বিদ্যালয়ৰ ত্ৰৈমাসিক আলোচনী 'সাবৰমতী'ৰ কাৰণে যেতিয়া ধ্যান-মন্ত্ৰৰ প্ৰয়োজন হ'ল, তেতিয়া শ্ৰীকাকাচাহেবে 'নদী মুখেনৈৱ সমুদ্ৰমাৱিশেত্', এই বাণী দিছিল। সম্ভৱ তেতিয়াৰ পৰা তেওঁৰ মনত এইটো ধাৰণা দৃঢ় হৈ পৰিছিল যে এই বচনেই

কালিদাসৰ মূল বচন আছিল। মূল ৰূপত আছিল 'অৱিশত'=ভেওঁ প্ৰবেশ কৰিলে। ইয়াৰ পৰাই কাকাচাহেবে অৱিশেত্=প্ৰবেশ কৰা উচিত কৰি পেলালে।

কালপুৰুষ:

কওঁতা গীতাৰ বিৰাত-পুৰুষ।

'তত্ৰকা পৰিদেৱনা': তাত বেজাৰ কিহৰ? মনত পেলাওক:

অব্যক্তাদীনি ভূতানি ব্যক্ত-মধ্যানি-ভাৰত।

অব্যক্ত-নিধনান্যেৱ তত্ৰ কা পৰিদেৱনা॥ গীতা ২-২৮

'উষ্মপা': গৰমে গৰমে পি খোৱা পিতৃসকল। অন্ন খাই নহয়, বৰং কেৱল উষ্মতা খাই থকা দেৱতা আৰু পিতৃসকল। এইটো শব্দ গীতাৰ পৰা আহিছে। ১১-১২।

## ১৫। গুৰ্জৰ-মাতা সাবৰমতী

বনস্পতি-উপাসক শ্ৰীশিৱশঙ্কৰ: প্ৰসিদ্ধ গুজৰাটী লিখক আৰু অনুবাদক ৺চন্দ্ৰশঙ্কৰ শুক্লৰ ভায়েক। এওঁ বনস্পতিৰ সম্বন্ধে যথেষ্ট অধ্যয়ন কৰিছিল। হৰিপুৰা কংগ্ৰেছৰ সময়ত এওঁৰ উৎসাহ আৰু পৰিশ্ৰমৰ কাৰণেই বনস্পতি প্ৰদৰ্শনীৰ আয়োজন কৰা হৈছিল। এওঁ "গুজৰাতনী-লোক-মাতা" নামৰ গুজৰাটী কিতাপ লিখিছে।

ব্ৰাহ্মণসকলে জপ-তপ কৰিছে: শৌনক, বশিষ্ঠ, বামদেৱ, গৌতম, গালৱ গাঙ্গেয়, ভৰদ্বাজ, উদ্দালক, জমদগ্নি, কশ্যপ, জড় ভৰত, ভৃগু, জাবালি আদি ৮৮ হেজাৰ ঋষিয়ে সাবৰমতীৰ পাৰত তপস্যা কৰিছিল বুলি কোৱা হয়।

'বৌঠা'ৰ মেলা: গুজৰাটৰ ধোলকা গাঁৱৰ ওচৰৰ 'বৌঠা' নামৰ ঠাইত প্ৰত্যেক বছৰে কাতি-মাহৰ পূৰ্ণিমাত এই মেলা হয়। ইয়াত প্ৰায় এক-ডেৰ লাখ মানুহ গোট খায়।

সাবৰমতীৰ পুৰণা নাম: বিভিন্ন যুগত সাবৰমতীক বিভিন্ন নামত মতা হৈছে। সত্যযুগত কৃতবতী, ত্ৰেতাত মনিকৰ্ণিকা আৰু দ্বাপৰত বিধুবতী চন্দনা বা চন্দনাবতী বোলা হৈছিল। কলিযুগত এওঁক সাভ্ৰমতী বুলি কোৱা হয়।

কশ্যপ-গঙ্গা : প্ৰবাদ আছে যে কোনো এসময়ত যেতিয়া একেবাহে সাতবাৰ দুৰ্ভিক্ষ হ'ল, তেতিয়া ঋষিসকলে কাশ্যপৰ ওচৰত গৈ প্ৰাৰ্থনা কৰিলে আৰু তেওঁ শঙ্কৰক আৰাধনা কৰিবলৈ ধৰিলে। সাভ্ৰমতী গঙ্গাক লৈ শঙ্কৰ অৰ্বুদাৰণ্যলৈ আহিল—য'ৰ পৰা ইয়াৰ ধাৰা অৰণ্যইদি গুজৰাটৰফালে বৰলৈ ধৰিলে। তেতিয়া সাগৰে প্ৰত্যক্ষ হৈ কশ্যপক প্ৰাৰ্থনা কৰিলে, 'হে ভগৱন্। যিদৰেই হওক, এই নৈৰ পানী মোৰ লগত মিহলাই দিয়ক, কাৰণ অগস্ত্য ঋষিয়ে মোৰ গোটেইবোৰ পানী পি খাই তাক আকৌ লঘু শঙ্কাৰ ৰূপত মোক ওলোটাই দিছে, সেইকাৰণে ই অপবিত্ৰ হৈ পৰিছে। এই নৈৰ স্পৰ্শত ই আকৌ পৱিত্ৰ হৈ যাব।

আন নৈবোৰৰ লগত গৈ সাবৰমতী সাগৰৰ লগত মিহলি হৈ গ'ল আৰু সাগৰো পৱিত্ৰ হৈ পৰিল।

দ্বিতীয় প্ৰবাদ এনেকুৱা ধৰণৰ যে পাৰ্ব্বতীৰ ভয়ত গঙ্গা ইফালে সিফালে অনাই-বনাই ফুৰিছিল—'সা ভ্ৰমতি'। কশ্যপে তেওঁক নিজৰ জঁটাত লগাই অৰ্বুদাৰণ্যলৈ লৈ আহিল। ইয়ালৈ অহাৰ পাছত তেওঁ নিজৰ জঁটা এছাৰিলে।

সেই কাৰণে সেই গঙ্গাৰপৰা সাতোটা প্ৰবাহ বৰলৈ ধৰিলে। সাবৰ-মতীক ইয়াৰ প্ৰধান প্ৰবাহ বুলি কোৱা হয় আৰু বাকী ছটা প্ৰবাহৰ পৰা বৌঠাৰ ওচৰত সংযুক্ত হোৱা ছখন নৈৰ জন্ম হয়। কশ্যপ ঋষিয়ে তেওঁক অনাৰ কাৰণেই তেওঁৰ নাম কশ্যপ গঙ্গা হ'ল।

য'ত দধীচিয়ে তপস্যা কৰিছিল : যজ্ঞ-কুণ্ডৰ পৰা বৃত্ৰাসুৰৰ জন্ম হ'ল আৰু চাওঁতে চাওঁতে তেওঁ ইমান বাঢ়িবলৈ ধৰিলে যে মুহূৰ্ত্তৰ ভিতৰতে তেওঁ সমগ্ৰ পৃথিৱী ঢাকি পেলালে। ভয়ত ত্ৰস্ত হৈ দেৱতাসকলে তেওঁৰ বিৰুদ্ধে নিজৰ সকলো দিব্য অস্ত্ৰ-শস্ত্ৰ প্ৰয়োগ কৰিলে কিন্তু সকলো ব্যৰ্থ হৈ গ'ল। এই কাৰণে ইন্দ্ৰৰ সৈতে সকলো দেৱতাই আদি-পুৰুষ অন্তৰ্যামীৰ শৰণত আশ্ৰয় ল'লে। অন্তৰ্যামীয়ে ক'লে…"তোমালোক মহৰ্ষি দধীচিৰ ওচৰলৈ যোৱা আৰু বিদ্যা, ব্ৰত আৰু তপস্যাৰ দ্বাৰা বলবান তেওঁৰ শৰীৰ ভিক্ষা কৰা। তেওঁ আপত্তি নকৰিব। আৰু পাছত সেই শৰীৰৰ হাড়ৰ পৰা বিশ্বকৰ্ম্মাই তোমালোকক এবিধ সুন্দৰ অস্ত্ৰ সাজি দিব। তাৰ দ্বাৰাই এই বৃত্ৰাসুৰক নাশ কৰিব পৰা হ'ব।"

সাবৰমতী আৰু চন্দ্ৰভাগাৰ সঙ্গমৰ ওচৰত দধীচি ঋষিয়ে তপস্যা কৰিছিল। দেৱতাসকল তালৈ গৈ তেওঁৰ ওচৰত তেওঁৰ শৰীৰ ভিক্ষা কৰিলে। তেতিয়া তেওঁ উত্তৰ দিলে :

"হে দেৱগণ! যিজন মানুহে অনিত্য শৰীৰৰ দ্বাৰা প্ৰাণীবোৰক ৰক্ষা কৰি ধৰ্ম্ম আৰু যশৰ কাৰণে ইচ্ছা নকৰে, তেনেকুৱা অজ্ঞানীক দেখি স্থাৱৰ প্ৰাণীবোৰেও দুঃখ প্ৰকাশ কৰে। আনৰ দুঃখত দুঃখী হোৱা আৰু সুখত সুখী হোৱা এয়েই হৈছে শাশ্বত ধৰ্ম্ম। এই কাৰণে মই মোৰ ক্ষণভঙ্গুৰ আৰু কাউৰী কুকুৰবোৰৰ ভক্ষ্য স্বৰূপ এই শৰীৰ ত্যাগ কৰিছোঁ। আপনালোকে ইয়াক গ্ৰহণ কৰক।"

ইয়াকে কৈ ঋষিয়ে নিজৰ আত্মাক পৰব্ৰহ্মত বিলীন কৰি দেহত্যাগ কৰিলে।

ইয়াৰ পাছত দেৱতাসকলে কামধেনুক মাতিলে। তেওঁ ঋষিৰ শৰীৰ চেলেকিবলৈ ধৰিলে। চেলেকোঁতে চেলেকোঁতে শেহত কেৱল হাড়হে ৰ'ল। বিশ্বকৰ্ম্মাই এই হাড়ৰ পৰা বজ্ৰ সাজি ইন্দ্ৰক দিলে আৰু ইয়াৰ দ্বাৰা ইন্দ্ৰই বৃত্ৰাসুৰক বধ কৰিলে।

য'ত দধীচি ঋষিয়ে দেহাৰ্পণ কৰিছিল, তাত কামধেনুৰ গাখীৰ পৰিছিল। সেইকাৰণে তাত দুধেশ্বৰ মহাদেৱ স্থাপন কৰা হ'ল।

খাদী প্ৰবৃত্তি : গান্ধীজীয়ে স্বদেশী তথা খাদীৰ প্ৰচাৰ আৰম্ভ কৰাৰ কাৰণে আশ্ৰমত খাদী উৎপাদনৰ কামো আৰম্ভ কৈছিল। আজিও তাত এই প্ৰবৃত্তি চলি আছে।

খেতি আৰু গোশালা : খেতি আৰু গো-জাতিৰ বংশক উন্নত কৰিবৰ কাৰণে আশ্ৰমত কেইবাটাও পন্থা গ্ৰহণ কৰা হৈছিল। এতিয়াও তাত গো-শালা তথা খেতিৰ কাম সুচাৰুৰূপে চলি আছে।

ৰাষ্ট্ৰীয়-শালা : আশ্ৰম-শালা ইয়াত শ্ৰীকাকাচাহেব, নৰহৰি পৰীখ, কিশোৰ লাল মশ্ৰুৱালা, বিনোবা ভাবে আদিয়ে শিক্ষাৰ প্ৰয়োগ কৰিছিল। এই প্ৰয়োগৰ আধাৰতে পাছত গুজৰাট বিদ্যাপীঠ স্থাপন কৰা হ'ল।

'বুনিয়াদী শিক্ষা' নামেৰে পৰিচিত গান্ধীজীৰ শিক্ষা-পদ্ধতিৰ ভেটিও ইয়াকে কোৱা হয়।

বাষ্ট্ৰীয় উৎসৱ : 'নৱজীৱন'ৰ দ্বাৰা প্ৰকাশিত শ্ৰীকাকাচাহেবৰ 'জীৱনৰ কাব্য' নামৰ কিতাপ চাওক।

লোক-সঙ্গীত তথা শাস্ত্ৰীয় সঙ্গীত : আশ্ৰমবাসী পণ্ডিত নাৰায়ণ মোৰেশ্বৰ খৰে সঙ্গীত-শাস্ত্ৰী আছিল। তেওঁ গুজৰাটৰ কিছুমান লোক-গীতিৰ স্বৰলিপি তৈয়াৰ কৰি 'লোক-সঙ্গীত' নামৰ কিতাপ লিখিছিল। শাস্ত্ৰীয়-সঙ্গীতৰ প্ৰচাৰৰ কাৰণে তেওঁ 'ৰাষ্ট্ৰীয়-সঙ্গীত-মণ্ডল' স্থাপন কৰিছিল। আহ্‌মদাবাদ কংগ্ৰেছৰ সময়ত 'অখিল ভাৰত সঙ্গীত পৰিষদ'ৰ অধিবেশনো ইয়াতে হৈছিল। তাত গান্ধীজীৰ অনুপ্ৰেৰণা তথা পণ্ডিত খৰেৰ প্ৰযত্ন প্ৰধান অঙ্গ আছিল।

নৱজীৱন তথা 'ইয়ং ইণ্ডিয়া' : ১৯১৯ চনত যেতিয়া গান্ধীজীয়ে ৰৌলেট বিলৰ বিৰুদ্ধে আন্দোলন চলাইছিল, তেতিয়া তেওঁ নিজৰ চিন্তাধাৰা প্ৰচাৰ কৰিবৰ কাৰণে বাতৰি কাকতৰ প্ৰয়োজন অনুভৱ কৰিলে। শ্ৰীইন্দুলাল যাজ্ঞিক আৰু তেওঁৰ বন্ধুৱে গুজৰাটীত 'নৱজীৱন অনে সত্য' নামৰ মাহেকীয়া আলোচনী উলিয়াইছিল আৰু তাৰ যোগেদিয়েই 'হোমৰুল'ৰ প্ৰচাৰ কৰিছিল। গান্ধীজীয়ে এইখন আলোচনী নিজৰ হাতত ললে আৰু ইয়াক সাপ্তাহিক কৰি 'নৱজীৱন' নামত চলালে। এই বাতৰি কাকতখন গুজৰাটীত ওলাইছিল।

এতিয়া গোটেই দেশত প্ৰচাৰ কৰিবৰ কাৰণে এখন ইংৰাজী কাকতৰ প্ৰয়োজন হৈ পৰিল। শ্ৰীশঙ্কৰলাল বেঙ্কৰ, যমুনাদাস, দ্বাৰকাদাস আদিয়ে 'ইয়ং-ইণ্ডিয়া' নামৰ এখন বাতৰি কাকত চলাইছিল। গান্ধীজীয়ে এই বাতৰি কাকত খনকো নিজৰ হাতলৈ আনিলে।

দুয়োখন সাপ্তাহিক কাকত ১৯৩৩ চনলৈকে চলিছিল। এইবাৰ হৰিজন আন্দোলন চলাবৰ কাৰণে গান্ধীজীয়ে জেলত্ব পৰাই তিনিখন বাতৰি কাকত উলিয়ালে। এই কেইখনৰ নাম 'হৰিজন' (ইংৰাজী), 'হৰিজন বন্ধু' (গুজৰাটী) আৰু 'হৰিজন সেৱক' (হিন্দুস্থানী) আছিল। যদি ১৯৪২ চনৰ পৰা '৪৫ চনলৈকে বাদ দিয়া যায়, তেতিয়াহলে এই কাকত কেইখন গান্ধীজীৰ মৃত্যুলৈকে তেওঁৰ বক্তব্যৰ বাহন আছিল।

গান্ধীজীৰ মৃত্যুৰ পাছত এই সাপ্তাহিক বাতৰি কেইখন ৺কিশোৰলাল

মক্কৱালাই চলাইছিল। তেওঁৰ মৃত্যুৰ পাছত শ্ৰীমগন ভাই দেশায়ে ইয়াৰ সম্পাদনা কৰিছিল। ১৯৫৬ চনৰ মাৰ্চ্চৰ পৰা এই কেইখন চিৰদিনৰ কাৰণে বন্ধ কৰি দিয়া হ'ল।

সত্যাগ্ৰহ : চম্পাৰণ, খেড়া, নাগপুৰ, বোৰসদ, বাৰডোলী আদি।

মিল মালিকৰ লগত মজদুৰৰ কাজিয়া : এই কাজিয়া ১৯১৮ চনত আহমদাবাদৰ মিল মালিক আৰু মজদুৰৰ মাজত হৈছিল। মজদুৰৰ পক্ষ ন্যায়ৰ পক্ষ আছিল। সেইকাৰণে গান্ধীজীয়ে তেওঁলোকৰ পক্ষ লৈছিল। ভালকৈ জানিবৰ কাৰণে নৱজীৱনৰ দ্বাৰা প্ৰকাশিত শ্ৰীমহাদেৱ ভাই দেশাইৰ 'এখন ধৰ্ম্ম যুদ্ধ' নামৰ হিন্দী কিতাপ চাওক।

দাণ্ডী যাত্ৰা : যেতিয়া লাহোৰ কংগ্ৰেছত 'সম্পূৰ্ণ স্বৰাজ'ৰ প্ৰস্তাৱ পাছ হৈ গ'ল, তেতিয়া গান্ধীজীয়ে তাক কামত খটুৱাবৰ কাৰণে নিমখৰ আইন ভঙ্গ কৰিবলৈ ঠিক কৰিলে। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসত ই এক উজ্জ্বল উদাহৰণ। এই অভিযানৰ কাৰণে যেতিয়া গান্ধীজীয়ে তেওঁৰ ৭৯ জন লগৰীয়াৰ লগত সত্যাগ্ৰহাশ্ৰম সাবৰমতীৰপৰা ওলাল, তেতিয়া তেওঁ প্ৰতিজ্ঞা কৰিলে, "যেতিয়ালৈকে স্বৰাজ নেপাওঁ তেতিয়ালৈকে মই আশ্ৰমলৈ উলটি নাহোঁ। এই অভিযানে গোটেই দেশত বিজুলীৰ গতিত নৱজীৱন আৰু নবীন শক্তি সঞ্চাৰ কৰিলে।

গান্ধীজী বাৰ্দ্ধা আৰু সেৱা গ্ৰামলৈ যোৱাৰ এইটোও এটা কাৰণ আছিল।

জালিয়নাৱালাবাগ : গান্ধীজীয়ে যেতিয়া 'ৰৌলেট এক্ট'ৰ বিৰুদ্ধে আন্দোলন চলালে, তেতিয়া তেওঁ ১৯১৯ চনৰ ৬ এপ্ৰিলৰ দিনা গোটেই দেশত হৰতাল আৰু উপবাস কৰিবলৈ আদেশ দিলে। গোটেই দেশে তেওঁৰ এই আদেশ অভূতপূৰ্ব্ব উৎসাহেৰে পালনো কৰিলে। কিন্তু তিনি দিনৰ পাছত ১৯১৯ চনৰ ১০ এপ্ৰিলৰ দিনা অমৃতসৰৰ ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটে তাৰ কংগ্ৰেছী নেতা ডাঃ কিচলু আৰু সত্যপালক গ্ৰেপ্তাৰ কৰি কোনো অজ্ঞাত ঠাইলৈ পঠিয়াই দিলে। ইয়াৰ পৰা নগৰত হুলস্থুল লাগিল আৰু সামৰিক আইন জাৰী হ'ল। পাঞ্জাবৰ অন্যান্য ঠাইতো এনেকুৱা ঘটনা ঘটিছিল আৰু ইয়াৰপৰা ধন-জন দুয়োটাৰে অনিষ্ট হৈছিল। ইয়াৰ বাহিৰেও

গান্ধীজীক গ্ৰেপ্তাৰ কৰা কাৰণে দেশৰ' আন আন অংশতো এইদৰেই গোলমাল লাগিছিল। কিন্তু এইবোৰলৈ সোনকালেই শান্তি ঘূৰি আহিছিল। ১৯ এপ্ৰিল হিন্দুসকলৰ নৱ-বৰ্ষ আছিল। সেইদিনা অমৃতসৰৰ জালিয়নাৱালাবাগত ৰাজহুৱা সভাৰ ঘোষণা কৰা হৈছিল। এই ঠাই এনেকুৱা সংকীৰ্ণ আছিল যে চাৰিওফালে কেৱল ঘৰেই ঘৰ আছিল আৰু বাগিচাৰ ভিতৰলৈ যাবৰ কাৰণে কেৱল মাত্ৰ এটাহে বাট। আবেলি তাত বিছহেজাৰ নৰ-নাৰী আৰু শিশু গোট খালে। এনেতে এশ দেশী আৰু পঞ্চাছজন বিদেশী সৈনিকক লৈ জেনেৰেল ডায়ৰ তালৈ আহিল আৰু দুই-তিনি মিনিটৰ পাছতে তেওঁ গুলী চলাবলৈ আদেশ দিলে। স্বয়ং ডায়ৰৰ আদেশানুসাৰে ১৬০০ গুলী মৰা হ'ল আৰু যেতিয়া গুলী শেষ হৈ গ'ল, তেতিয়াহে গুলী চলোৱা বন্ধ কৰা হ'ল। প্ৰায় ৪০০ মানুহ নিহত হ'ল আৰু দুহেজাৰ আহত হ'ল।

গুজৰাট বিদ্যাপীঠ: ১৯২০ চনত যেতিয়া অসহযোগ আন্দোলন আৰম্ভ হ'ল, তেতিয়া গান্ধীজীয়ে আমাৰ দেশৰ বিদ্যাৰ্থীসকলক চৰকাৰী স্কুল কলেজলৈ যাবলৈ বাধা দিলে। এই আদেশ পালন কৰি যিসকল বিদ্যাৰ্থীয়ে চৰকাৰী শিক্ষানুষ্ঠান ত্যাগ কৰিলে, তেওঁলোকৰ ভিতৰৰ কিছুমান বিদ্যাৰ্থী গঠনমূলক কামত লাগি গ'ল। কিন্তু বাকী বিদ্যাৰ্থীসকলৰ কাৰণে শিক্ষাৰ সুকীয়া ব্যৱস্থা কৰাৰ প্ৰয়োজন আছিল। গোটেই দেশত এওঁলোকৰ কাৰণে ৰাষ্ট্ৰীয় অনুষ্ঠান স্থাপন কৰা হ'ল—যেনে, বিহাৰত বিহাৰ-বিদ্যাপীঠ, কাশীত কাশী-বিদ্যাপীঠ, পুনাত তিলক-বিদ্যাপীঠ আদি। গুজৰাটৰ গুজৰাট-বিদ্যাপীঠো ইয়াৰ লগতে যোগ হ'ল। ইয়াক ১৯২০ চনত স্থাপন কৰা হৈছিল। ইয়াৰ শিক্ষক আৰু বিদ্যাৰ্থীসকলে গুজৰাটৰ সাৰ্ব্বজনিক জীৱনত তথা সাহিত্যিক আৰু সাংস্কৃতিক কামবোৰত অত্যন্ত মহত্বপূৰ্ণ অংশ গ্ৰহণ কৰিছিল। আজিও এই প্ৰতিষ্ঠানে শিক্ষা আৰু সাহিত্য-প্ৰকাশৰ কাম কৰি আছে।

## ১৬। উভয়াম্বয়ী নৰ্ম্মদা

উভয়াম্বয়ী : ভাৰতবৰ্ষৰ উত্তৰ আৰু দক্ষিণ দুয়ো বিভাগক লগ লগাওঁতা।

অমৰ কণ্টক পুখুৰী : বিলাসপুৰৰ ওচৰৰ মেখল, মেকল বা মাইকাল পৰ্ব্বতৰ এটা অংশ অমৰ-কণ্টক নামত প্ৰসিদ্ধ। তাৰ নামনিত থকা পুখুৰী আছে তাকো অমৰকণ্টক কে বোলা হয়। তাৰ পৰাই নৰ্ম্মদা আৰু সোনৰ উদ্গাম্ হৈছে। এই কাৰণেই নৰ্ম্মদাক মেকল-কন্যা বুলিও কয়। শ্ৰাদ্ধৰ কাৰণে অমৰকণ্টকক উত্তম-স্থান বুলি মনা হয়।

বিন্ধ্য : প্ৰসিদ্ধ পৰ্ব্বত-শ্ৰেণী। অগস্তি ঋষিয়ে এই পৰ্ব্বত পাৰ হৈ দক্ষিণফালে তপস্যা কৰিছিল। ইয়াৰ ওপৰত বিন্দু বাসিনীৰ বিখ্যাত মন্দিৰ আছে, যাক শক্তিৰ পীঠ বুলি মনা হয়।

সাতপুড়া : নৰ্ম্মদা আৰু তাপ্তীৰ মাজত সাতপুড়ৰ (folds) পৰ্ব্বতমালা। তাপ্তী ইয়াৰ পৰাই ওলাইছে।

ভৃগু কচ্ছ : বৰ্ত্তমানৰ ভড়োঁচ। কচ্ছ = নৈ বা সাগৰৰ পাৰ।

আদিম অধিবাসী : এই প্ৰদেশৰ আদি নিবাসী ভীল আদি মানুহ, যি আজিও দৰিদ্ৰতা আৰু অজ্ঞানতাও ডুবি আছে।

সবিন্দু সিন্ধু : ই নৰ্ম্মদা স্তোত্ৰৰ কেইটামান শাৰী। এই স্তোত্ৰ শঙ্কৰাচাৰ্য্যই লিখিছিল বুলি কোৱা হয়। ইয়াৰ আৰম্ভ এনেকুৱা :

সবিন্দু-সিন্দুৰ-স্খলৎ-তৰঙ্গ-ভঙ্গ ৰঞ্জিতম্
দ্বিষৎসু পাপজাতজাতকাৰিবাৰি-সংযুতম্।
কৃতান্তদূত-কাল-ভূত-ভীতিহাৰি-বৰ্মদে
ত্বদীয় পাদ-পঙ্কজং নমামি দেবি নৰ্মদে॥

গতং তদৈৱ : সম্পূৰ্ণ শ্লোক এনেকুৱা :

গতং তদৈৱ মে ভয়ং ত্বদম্বু বীক্ষিতং যদা
মৃকুণ্ড সূনুশৌনকাসুৰাৰিসেৱি সৰ্বদা।
পুনৰ্ভৱাব্ধিজন্মজং ভৱাব্ধিদুঃখবৰ্মদে
ত্বদীয় পাদ-পঙ্কজং নমামি দেবি নৰ্মদে॥ ৪॥

পঞ্চ-গৌড় : সৰস্বতীৰ পাৰৰ প্ৰদেশ, কনৌজ, উৎকল, মিথিলা আৰু গৌড়—অৰ্থাৎ বঙ্গৰ পৰা আৰম্ভ কৰি ভুবনেশ্বৰলৈকে বিন্ধ্যৰ উত্তৰফালে

অবস্থিত এই পাঁচখন প্ৰদেশত থকা ব্ৰাহ্মণ। সেই প্ৰদেশবোৰত থকা ব্ৰাহ্মণসকলক সাৰস্বত, কান্যকুব্জ, উৎকল, মৈথিল আৰু গৌড় বুলি কোৱা হয়।

পঞ্চদ্ৰাবিড়: বিন্ধ্যাচলৰ দক্ষিণফালে থকা পাঁচ জাতিৰ ব্ৰাহ্মণ: মহাৰাষ্ট্ৰ, তেলেঙ্গনা, কৰ্ণাট, গুৰ্জ্জৰ আৰু দ্ৰাবিড়।

বিক্ৰম-সম্বৎ: মহাৰাজ বিক্ৰমাদিত্যৰ নামত চলা সম্বৎ। ই খৃষ্টাব্দতকৈ ৫৬ বছৰৰ আগতে আৰম্ভ হৈছিল।

শালিবাহন শক: শালি=সিংহ; সিংহ যাৰ বাহন তেওঁ। এনেকুৱা জনশ্ৰুতি আছে যে এই নামৰ এজন প্ৰসিদ্ধ ৰজাই সককালত সিংহৰ আকৃতিৰ এটা যক্ষক বাহন কৰি চাৰিওফালে ঘূৰি ফুৰিছিল। এইকাৰণে এওঁক শালিবাহন বোলা হ'ল। তেওঁৰ নামে চলা বছৰ গণনাক 'শক' বুলি কয়। এই অনুসাৰে চ'ত মাহত বছৰ আৰম্ভ হয়। ই বিক্ৰম-সম্বতত্তকৈ ১৩৪-১৩৫ বছৰ আৰু খৃষ্টাব্দতকৈ ৭৮ বছৰৰ পাছৰ। এতিয়া ভাৰত চৰকাৰে এই শক ব্যৱহাৰ কৰিছে।

কবীৰবড়: ভড়োঞ্চৰ পূৰফালে শুক্ল তীৰ্থৰ ওচৰত নৰ্ম্মদাৰ প্ৰবাহৰ মাজত এটা দ্বীপ আছে। তাত এজোপা বিখ্যাত বৰগছ আছে। প্ৰবাদ আছে যে কবীৰে দাঁতোন কৰোতে যি টুকুৰা পেলাই দিছিল তাৰ পৰাই এই বটবৃক্ষৰ জন্ম হ'ল।

## ১৭। সন্ধ্যাৰস

ৰসপূৰ্ণ পৃথিবী আৰু নিঃশব্দ আকাশ: ইয়াত জানি শুনিয়েই ন্যায়-শাস্ত্ৰৰ ব্যাখ্যাক বিকৃত কৰি দিয়া হৈছে। মূল ব্যাখ্যা হৈছে 'গন্ধৱতী পৃথ্বী' আৰু 'শব্দগুণম্ আকাশম্'।

বনেচৰ: সংস্কৃত হাবিত থকা আৰু ফুৰি ফুৰা বনবীয়া জন্তুক 'বনচৰ' আৰু হাবিত থকা আৰু ফুৰি ফুৰা মানুহক 'বনেচৰ' বুলি কয়। ইয়াত এই ভেদ দেখুওৱা হৈছে।

সুৰ অসুৰৰ গুৰু: বৃহস্পতি আৰু শুক্ৰাচাৰ্য্য—আকাশৰ গুৰু আৰু শুক্ৰ নামৰ গ্ৰহ।

## ১৮। বেণুকাৰ শাপ

**অন্তঃস্ৰোতা :** [ অন্তঃ ( ভিতৰ ) + স্ৰোতা ( প্ৰবাহশালী ) ] যাৰ প্ৰবাহ মাটিৰ গৰ্ভত আছে, তেনেকুৱা নৈ।

**ৰাণকদেৱীৰ অভিশাপ :** এটা লোক কথাত কোৱা হয় যে গুজৰাটৰ ৰজা সিদ্ধৰাজ জয়সিংহই সোৰঠ আক্ৰমণ কৰিলে আৰু জুনাগঢ় ঘেৰি পেলালে। তাৰ ৰাণা বা খেঙ্গাৰৰ ভাগিনীয়েকে শত্ৰুৰ লগত যোগ দিলে। পৰিণামত জুনাগঢ়ৰ পতন হ'ল, খেঙ্গাৰ পৰাস্ত হ'ল আৰু ৰানাক মাৰি পেলোৱা হ'ল। সিদ্ধৰাজে তেওঁৰ ৰাণী ৰাণক দেৱীক নিজৰ কৰি ললে। তেওঁ ৰাণীক লৈ পাটনলৈ গৈ আছিল। বাটতে বঢৱানৰ ওচৰত ৰাণী সতী হৈ গ'ল। ইতিহাসত ইয়াৰ কোনো সমৰ্থন পোৱা নাযায়। সিদ্ধৰাজে খেঙ্গাৰক পৰাজিত কৰি বন্দী কৰি পেলাইছিল। এইখিনি কথা সঁচা বুলি কব পাৰি। এনেকুৱাত সম্ভৱ হ'ব পাৰে যে পাছত তেওঁ সিদ্ধৰাজৰ অধীনতা স্বীকাৰ কৰিছিল ; সেই কাৰণে সিদ্ধৰাজে তেওঁক এৰি দিছিল আৰু সোৰঠৰ ফালে আহোঁতে কিবা কাৰণত তেওঁৰ মৃত্যু হৈছিল আৰু তাত তেওঁৰ ৰাণী হয়তো সতী হৈ গৈছিল।

ইয়াত ৰাণকৰ অৰ্থ বেণুকা নহয়। 'গয়াৰ ফল্গু' নামৰ অধ্যায়ত 'সীতাৰ শাপ' আৰু শিকতাৰ শাপ'ৰ লগত ইয়াক তুলনা কৰক।

**য়োমা :** ব্ৰহ্মদেশৰ ভাষাত পাহাৰক 'য়োমা' বুলি কয়। যেনে—আৰাকান য়োমা, পেগুয়োমা।

**অলস-লুলিত :** [ অলস ( অলস্যৰে পৰিপূৰ্ণ ) + লুলিত ( ক্লান্ত ), যেতিয়া 'ললিত' বোলা হয়, তেতিয়া অৰ্থ 'সুন্দৰ' হয়। ] মৃদু-গতিত ক্লান্ত হৈ থকা। এই শব্দ উত্তৰ ৰাম-চৰিত'ৰ ১ম অঙ্ক ২৪ শ্লোকত পোৱা যায়।

> অলস্-ললিত-মুগ্ধানি    অধ্ব-সঞ্জাত-খেদাৎ
> অশিথিল-পৰিৰম্ভৈৰ    দত্ত-সম্বাহনানি।
> পৰিমৃদিত-মৃণালী-দুৰ্বলানি অঙ্গকানি
> ত্বম উৰসি মম কৃত্বা যত্ৰ নিদ্ৰাম্ অৱাপ্তা॥

**অন্ত্যজসকলৰ শাপ লৈ :** তেওঁক পানীৰ সুবিধা নিদি।

খণ্ডিতা : কাব্য-শাস্ত্ৰত কোৱা আঠগৰাকী প্ৰধান নায়িকাৰ ভিতৰত এগৰাকী। ঈৰ্ষ্যাকষায়িতা—ঈৰ্ষালু নাৰী।

ইয়াত খণ্ডিতাৰ আৰু এটা অৰ্থ হৈছে : যাৰ প্ৰবাহ খণ্ডিত হৈছে।

## ১৯। অম্বা-অম্বিকা

অম্বা-অম্বিকা : মহাভাৰতত এই কথা আছে যে : কোনো এসময়ত ভীষ্মই কাশীৰাজৰ কন্যাৰ সয়ম্বৰৰ পৰা তেওঁৰ তিনি গৰাকী কন্যা অম্বা, অম্বিকা আৰু অম্বালিকাক অপহৰণ কৰি আনিলে। এই কাৰণে যি যুদ্ধ হ'ল, তাত তেওঁ শাল্বৰাজক পৰাজিত কৰিলে। কিন্তু, যেতিয়া ৰজা বিচিত্ৰ-বীৰ্য্যৰ লগত এওঁলোকৰ বিয়া দিয়াৰ কথা ওলাল তেতিয়া এই ৰাজকুমাৰী সকলৰ ভিতৰত কেৱল এগৰাকীয়ে—ডাঙৰ ৰাজকুমাৰী অম্বাই কলে—"মই মনে মনে শাল্বৰাজক পতি বৰণ কৰিছোঁ ; সেই কাৰণে তেওঁক শাল্বৰাজৰ তালৈ পঠিয়াই দিয়া হ'ল। কিন্তু শাল্বই তেওঁক গ্ৰহণ নকৰিলে ; তেওঁ ভীষ্মৰ গুৰু পৰশুৰামৰ শৰণ ললে। কিন্তু গুৰুৱে আদেশ দিয়া সত্বেও ভীষ্মই অম্বাক গ্ৰহণ কৰিবলৈ অমান্তি হ'ল। এইকাৰণে গুৰু-শিষ্যৰ মাজত তুমুল যুদ্ধ লাগিল। ইয়াত গুৰু পৰাজিত হ'ল আৰু অম্বাই বনলৈ গৈ ভীষ্ম-বধ প্ৰতিজ্ঞা কৰিলে আৰু তপস্যা কৰি কৰি শেহত অগ্নিত প্ৰবেশ কৰি দেহত্যাগ কৰিলে। এৱেঁই পাছত গৈ দ্ৰুপদ ৰজাৰ ঘৰত শিখণ্ডীৰ ৰূপত জন্ম ললে আৰু ভীষ্মবধৰ কাৰণ হৈ পৰিল। ইয়াত লিখকে পৌৰাণিক উপাখ্যানক ইচ্ছামতে সাল-সলনি কৰিছে।

ৰজা কৰ্ণৰ দুটোপা চকুৰ পানী : গুজৰাটৰ বাঘেলা বংশৰ শেষ ৰাজপুত ৰজা কৰ্ণদেৱ অত্যন্ত ক্ৰোধী আৰু বিলাসী আছিল। তেওঁ নিজৰ মন্ত্ৰী মাধৱৰ ভায়েক কেশৱক বধ কৰাই তেওঁৰ স্ত্ৰীক নিজৰ অন্তঃপুৰত থৈছিল। অপমান আৰু অত্যাচাৰত ক্ৰুদ্ধ হৈ মাধৱ দিল্লীলৈ গ'ল আৰু তাত আলাউদ্দীনক গুজৰাটৰ ওপৰত আক্ৰমণ কৰিবলৈ অনুপ্ৰেৰিত কৰিলে। আলাউদ্দীনে তেওঁৰ দুজন সেনাপতিক গুজৰাট আক্ৰমণ কৰিবলৈ পঠিয়ালে তেওঁলোকে গুজৰাট জয় কৰিলে, ৰাজধানী পাটন লুট-পাত কৰিলে, আৰু ৰজা কৰ্ণৰ ৰাণী আৰু ল'ৰা-ছোৱালীবোৰক ধৰি দিল্লীলৈ লৈ আহিল।

ইয়াৰ পাছত কৰ্ণই সৈ দেৱগড়ৰ ৰজাৰ আশ্ৰয় লবে। কোৱা হয় যে তেওঁ নিজৰ জীৱনৰ অন্তিম কাল অজ্ঞাত বাসত, আৰু অৰণ্যৰ এই সৈ বোৰৰ ওচৰৰ প্ৰদেশত অনাই-বনাই শোকাকুল অবস্থাত কটাইছিল। ইয়াত তাৰে সূচনা দিয়া হৈছে।

১৮৬১ চনত এই কাহিনী অৱলম্বন কৰি গুজৰাটী ভাষাৰ প্ৰথম উপন্যাস লিখা হৈছিল।

## ২০। লাৱণ্যফলা লুণী

লাৱণ্য ফলা: লৱণ=নিমখ; লৱণ প্ৰধান, এওঁ লৱণেৰে পৰিপূৰ্ণ কাৰণেই এওঁক এই নাম দিয়া হৈছে।

## ২১। উংচল্লীৰ প্ৰপাত

নাগমোড়ী: এইটো মাৰাঠী শব্দ। ইয়াৰ অৰ্থ হৈছে নাগৰ দৰে বেঁকা বেঁকিকৈ যোৱা; সৰ্প-সদৃশ।

কোয়তা: কাচি।

এনেকুৱা শুভ্ৰ পানীত: নৈৰ নায়ক ভাবিয়েই এই নাম দিয়া হৈছে।

পদক্ৰম: তুলনা কৰক:

ভয়ো ত্ৰিবিক্ৰম, কিয়ো পদক্ৰম

এক মহী পৰ; বীজকো অম্বৰ, বৈজুকে প্ৰভু

তীজেকো সিৰ পৰ।

জীৱনাৰতাৰ: পানীৰ তললৈ যোৱা।

কটক: সংস্কৃতত 'কটকৰ অৰ্থ হৈছে 'কঙ্কন'। ইয়াৰ পৰাই আভূষণ, গহনাৰ অৰ্থত শ্লেষ তৈয়াৰ কৰা হৈছে।

সোণৰ ঢাকনীৰে: তুলনা কৰক:

হিৰ-ময়েণ পাত্ৰেণ সত্যস্যাপিহিতং মুখম্। ঈশাবাস্য, ১৫

এই জগতক ...... : মূল মন্ত্ৰ এনেকুৱা:

ঈশাবাস্যম্ ইদং সৰ্বং যৎকিঞ্চ জগত্যাং জগৎ।

যুয়োধি অস্মৎ: এইটো ঈশাবাস্য উপনিষদৰ শেষ মন্ত্ৰ।

## ২২। গোকর্ণ যাত্ৰা

কপিলাষষ্ঠী : ভাদ মাহৰ কৃষ্ণ-পক্ষ ষষ্ঠী, হস্তা নক্ষত্ৰ, ব্যতিপাত আৰু মঙ্গলবাৰ—এইকেইটা যোগৰ দিন। এইটো এটা দুৰ্লভ দিন, যি প্ৰতি ৬০ বছৰৰ পাছত মাত্ৰ এবাৰ আহে।

কৃতাৰ্থ কৰি দিলে : গা ধুৱাই দিলে।

সাম্‌বলী : শালগ্ৰাম থোৱা সৰু পেটাৰি।

## ২৩। ভৰতৰ দৃষ্টিত

অদ্য মে সফলা : আজি মোৰ যাত্ৰা সফল হ'ল। মই পানীৰ প্ৰসাদ পাই ধন্য হলোঁ। মূলত ই 'ত্বত্ প্ৰসাদত :' আছিল যাক ইয়াত সলাই দিয়া হৈছে।

শ্ৰীৰামচন্দ্ৰৰ প্ৰতিনিধি : ৰামৰ অবিহনত ভৰতে অযোধ্যাৰ ৰাজ্য চলাইছিল কাৰণে 'ভৰণাৎ ভৰতঃ'।

## ২৪। বেলগঙ্গা—সীতাৰ স্নানৰ স্থান

বেকল গ্ৰামৰ সেউজীয়া কুণ্ড : ইংৰাজীত বেকলক 'ইলোৰা' বুলি কয়। সেই কাৰণেই ই এইটো নামেৰেহে অধিক জনাজাত। এইখন গাঁও শিৱাজীৰ পূৰ্ব-পুৰুষৰ আছিল। ইয়াত এটা সুন্দৰ কুণ্ড আছে। এই কুণ্ডৰ বিষয়ে এনেকুৱা জনশ্ৰুতি প্ৰচলিত আছে যে ইলিচপুৰৰ য়েলু নামৰ ৰজাৰ এনেকুৱা কিবা এটা বেমাৰ হ'ল যে যাৰ কাৰণে তেওঁৰ শৰীৰত পোক লাগিল। অশেষ চেষ্টা কৰা হ'ল, কিন্তু সকলো ব্যৰ্থ হৈ গ'ল। বেমাৰ একেদৰেই থাকিল। শেষত তেওঁ এই কুণ্ডৰ বিষয়ে আকাশ-বাণী শুনিলে,—"তুমি সেই তীৰ্থত গৈ স্নান কৰাঁ। তোমাৰ শৰীৰ সুস্থ হৈ যাব।"

ৰজাই স্নান কৰিলে আৰু তেওঁৰ বেমাৰ নাইকিয়া হৈ গ'ল। সেই ৰজায়ে পাছত, বেকলৰ গুহা খন্দোৱাৰ কাম আৰম্ভ কৰিলে। আৰৰ দিনত সেউজীয়া শেলুৰে থকাৰ কাৰণে কুণ্ডৰ পানীও সেউজীয়া যেন লাগে। কুণ্ডৰ চাৰিওফালে সুন্দৰ সুন্দৰ খটখটী আছে।

প্ৰাকৃতিক সৌন্দৰ্য্যৰ প্ৰতি সীতাৰ পক্ষপাত : যেতিয়া ৰামে সীতাক

অযোধ্যাৰ কাৰেণ্ডত যেতিয়া ৰামে সীতাক বনবাসলৈ যোৱাৰ কথা কৈছিল, তেতিয়া সীতাও বনলৈ যাবলৈ আৰু তাত কষ্ট সহিবৰ কাৰণে সাজু হৈছিল। তেওঁ কৈছিল—

ফলমূলাশনা নিত্যং ভবিষ্যামি ন সংশয়ঃ।
ন তে দুঃখং কৰিষ্যামি নিবসন্তী ত্বয়া সহ। ১৬॥
অগ্ৰতস্তে গমিষ্যামি ভোক্ষ্যে ভুক্তবতি ত্বয়ি।
ইচ্ছামি পৰতঃ শৈলান্‌পল্বলানি সৰাংসি চ॥ ১৭॥
দ্ৰষ্টুং সৰ্বত্ৰ নিৰ্ভীতা ত্বয়া নাথেন ধীমতা।
হংসকাৰণ্ডৱাকীৰ্ণাঃ পদ্মিনীঃ সাধুপুষ্পিতাঃ॥ ১৮॥
ইচ্ছেয়ং সুখিনী দ্ৰষ্টুং ত্বয়া বীৰেণ সঙ্গতা
অভিষেকং কৰিষ্যামি তাসু নিত্যমনুব্ৰতা॥ ১৯॥
সহ ত্বয়া বিশালাক্ষ ৰংস্যে পৰমনন্দিনী
এবং বৰ্ষসহস্ৰাণি শতং বাপি ত্বয়া সহ॥ ২০॥

অযোধ্যাকাণ্ড—২৭ : ১৬-২০।

[ মই সদায় বনত ফলমূল খাই থাকিম। আপোনাৰ লগত থাকি মই কেতিয়াও আপোনাক কষ্ট নিদিওঁ। মই আপোনাৰ আগে আগে যাম আৰু আপোনাৰ খোৱা হলেহে খাম। আপোনাৰ লগত নিৰ্ভয় মনেৰে চাৰিওফালে ঘূৰি ঘূৰি পৰ্বত, পুখুৰী আৰু সৰোবৰ আদি চাম। আপোনাৰ ওচৰত থাকি হাঁহ আৰু পদুমফুলৰ সৈতে ভৰি থকা সুন্দৰ সুন্দৰ সৰোবৰ চোৱাৰ আৰুই যাৰ আনন্দ উপভোগ কৰাৰ মোৰ বৰ ইচ্ছা আছে। সেই পুষ্প ভৰা সৰোবৰত মই সদায় গা ধুম আৰু আপোনাৰ লগত গৈ তাত সদায় ধেমালি কৰিম। আপোনাৰ লগত থাকিলে এনেকুৱা এশ বছৰ নহয়, বৰং হেজাৰ হেজাৰ বছৰো মই এক মুহূৰ্তৰ দৰে কটাব পাৰিম।

উত্তৰ ৰাম-চৰিতত চিত্ৰ-দৰ্শনৰ পাছত সীতাই নিজৰ মনৰ ভাব প্ৰকাশ কৰিছে : "মোৰ মনত এনেকুৱা লাগে যেন মই এই প্ৰসন্ন আৰু গম্ভীৰ বনত বিহাৰ কৰিম আৰু যাৰ পানী পৰম পবিত্ৰময়, আনন্দদায়ক আৰু শীতল সেই ভগৱতী ভাগীৰথীত গা ধুম।"

দ্বিতীয় অঙ্কত ৰামে জনস্থান আদি প্ৰদেশবোৰ দেখি কৈছে : "সঁচাকৈয়ে

বৈদেহীয়ে এই অৰণ্যবোৰ বৰ ভাল পাইছিল, কিন্তু এইবোৰ বৰ ভয়ঙ্কৰ। ইয়াতকৈ অধিক ভয়াবহ বাৰু আৰু কি হ'ব পাৰে?

তৃতীয় অঙ্কত সীতাই তুলি-তালি ডাঙৰ-দীঘল কৰা হাতী, ম'ৰা চৰাই, কদম্ব আৰু হৰিণৰ বৰ্ণনা আছিছে। চাওক :

সীতাদেব্যা স্বকৰ-কলিতৈঃ সল্লকীপল্লবাগ্রৈৰ্
অগ্রে লোলঃ কৰি-কলভকো যঃ পুৰা বৰ্ধিতো অভূৎ।
বদ্ধা সাৰ্ধং পয়সি বিহৰন্সোঽয়মন্যেন দৰ্পাদ্
উদ্দামেন দ্বিৰদপতিনা সন্নিপত্যাভিযুক্তঃ ॥ ৬ ॥
অনুদিৱসম্ অৱৰ্ধয়ৎ প্রিয়া তে
যমচিৰনিৰ্গত মুগ্ধলোলবৰ্হম।
মণিমুকুট ইৱোচ্ছিখঃ কদম্বে
নদতি স এষ বধূসখঃ শিখণ্ডী ॥ ১৮ ॥
ভ্রমিষু কৃতপুটান্তৰ্মণ্ডলাবৃত্তিচক্ষুঃ
প্রচলিত-চটুল-ভ্রূ তাণ্ডবৈৰ্মণ্ডয়ন্ত্যা
কৰ-কিশলয়-তালৈৰ্মুগ্ধয়া নৰ্ত্ত্যমানং
সুতমিৱ মনসা ত্বাং ৱৎসলেন স্মৰামি ॥ ১৯ ॥
কতিপয়কুসুমোদ্গমঃ কদম্বঃ
প্রিয়তময়া পৰিৱৰ্ধিতো য আসীৎ।
স্মৰতি গিৰিময়ূৰ এষ দেৱ্যাঃ
স্বজন ইৱাত্র যতঃ প্রমোদমেতি ॥ ২০ ॥
নীৰন্ধ্র-বাল-কদলী-বন-মধ্যৱৰ্তি
কান্তাসখস্য শয়নীয়-শিলাতলং তে।
অত্র স্থিতা তৃণমদাদ্ বহুশো যদেভ্যঃ
সীতা ততো হৰিণকৈৰ্ ন বিমুচ্যতে স্ম ॥ ২১ ॥
কৰকমল-বিতীৰ্ণৈৰ্ অম্বু-নীৱাৰ শষ্পৈস্
তৰু-শকুনি-কুৰঙ্গান্ মৈথিলী যান্ অপুষ্যৎ।
ভৱতি মম বিকাৰস্ তেষু দৃষ্টেষু কোঽপি।
দ্রৱ ইৱ হৃদয়স্য প্রস্তৰোদ্ ভেদযোগ্যঃ ॥ ২৫ ॥

সুৱৰ্ণময় কৰি তোলে : শস্যৰ সমৃদ্ধি আৰু তাৰ হালধিয়া বৰণ, ইয়াত এই দুয়োকো বুজোৱা হৈছে।

জীৱনময় : 'জীৱনৰ' অৰ্থ পানীও হয়।

ৰাম-ৰক্ষা স্তোত্ৰ : কৌশিক ঋষিৰ দ্বাৰা ৰচিত অত্যন্ত মনোহৰ আৰু জনপ্ৰিয় স্তোত্ৰ :

শিৰো মে ৰাঘৱঃ পাতু, ভালং দশৰথাত্মজঃ ॥ ৪ ॥
কৌসল্যেয়ো দৃশৌ পাতু, বিশ্বামিত্ৰপ্ৰিয়ঃ শ্ৰুতী।
ঘ্ৰাণং পাতু মখত্ৰাতা, মুখং সৌমিত্ৰিবৎসলঃ ॥ ৫ ॥
জিহ্বা বিদ্যানিধিঃ পাতু, কণ্ঠং ভৰতবন্দিতঃ।
স্কন্ধৌ দিব্যায়ুধঃ পাতু, ভুজৌ ভগ্নেশকাৰ্মুকঃ ॥ ৬ ॥
কৰৌ সীতাপতিঃ পাতু, হৃদয়ং জামদগ্ন্যজিৎ।
মধ্যং পাতু খৰধ্বংসী নাভিং জাম্বৱদাশ্ৰয়ঃ ॥ ৭ ॥
সুগ্ৰীৱেশঃ কটিং পাতু সক্থিনী হনুমৎপ্ৰভুঃ।
উৰূ ৰঘুত্তমঃ পাতু, ৰক্ষঃকুল-বিনাশকৃৎ ॥ ৮ ॥
জানুনী সেতুকৃৎ পাতু জঙ্ঘে দশমুখান্তকঃ।
পাদৌ বিভীষণ শ্ৰীদঃ, পাতু ৰামো অখিলং বপুঃ ॥ ৯ ॥

## ২৫। কৃষক নদী ঘটপ্ৰভা

আমাৰ ফালৰ : দক্ষিণ মহাৰাষ্ট্ৰক স্পৰ্শ কৰা।

## ২৬। কাশ্মীৰৰ দুধ-গঙ্গা

সৰোবৰ ভেদ কৰি : "আজি য'ত কাশ্মীৰৰ ৰমণীয় প্ৰদেশ আছে, পুৰাণ কালত তাতেই সতীসৰ নামৰ এক সুদীৰ্ঘ সৰোবৰ আছিল যি হৰমুখ পৰ্ব্বত আৰু পীৰ পাঞ্জালৰ মাজত বিয়পি আছিল। স্বয়ং পাৰ্ব্বতীয়ে এই সৰোবৰত বিহাৰ কৰিছিল। কিন্তু, পাছত তালৈ কেইবাটাও ৰাক্ষস আহিল। এই কাৰণে দেৱতাসকলে সতীসৰ ধ্বংস কৰাৰ কথা ভাবিলে। ভগবান কশ্যপে ৰৰাহৰ উপাসনা কৰিলে। ৰৰাহে সন্তুষ্ট হৈ নিজৰ কাচিৰে পাহাৰত গিৰিপথ সাজিলে আৰু সতীসৰৰ পানী 'ৰৰাহমূলম্'ৰ উপত্যকাৰ

পৰা গৈ বিতস্তা নৈৰ কাষত ৰবলৈ ধৰিলে। সেই বিতস্তাই আজিৰ ঝিলম্ আৰু 'বৰাহমূলম্' হৈছে বাৰামুল্লা।"

লেখকৰ গুজৰাটী গ্ৰন্থ 'জীৱননো আনন্দ'ৰ পৰা।

সতী কন্যা : সতীৰ প্ৰদেশত জন্ম হৈছিল—সেইকাৰণে।

## ১৭। স্বধুৰ্নী বিতস্তা

'সংসাৰত যদি ·· ··· ইয়াতে' : মূল ফাৰচী পদ্য এনেকুৱা :

অগৰ ফিৰদৌস্ বঁৰুকত্ৰ জমীনস্ত,

হমীনস্তো, হমীনস্তো, হমীনস্ত।

ইয়াৰ পাৰত এক বিৰাট বৈভৱশালী সংস্কৃতিৰ ······। : অনন্তপুৰৰ ওচৰত এটা পৰ্ব্বতৰ তলত এখন প্ৰাচীন নগৰৰ ধ্বংসাৱশেষ পোত খাই আছে, যাক অলপতে খন্দা হৈছে।

চিনাৰ : এই মহাবৃক্ষ কেৱল কাশ্মীৰত হে হয়।

বুত শিকন : ( বুত=মুৰ্ত্তি+শিকন=ভঙ্গা ) মুৰ্ত্তি ভাঙোতা।

গাজী : ধৰ্ম্মৰ কাৰণে যুদ্ধ কৰা মছলমান। এইটো আৰবী শব্দ।

সৰ্বতঃ সংপ্লুতোদকে : যেতিয়া চাৰিওফালে পানীৰ ঢল আহে, তেতিয়া। গীতা, ২-৪৬।

গাহৰিৰ দাঁতৰ নিচিনা : বোধহয় 'বৰাহ মূলম্'ৰ পৰাই এই উপমা আহিছে।

নিৰ্ম্মাল্য : দেৱতাক অৰ্পণ কৰাৰ পাছত যি ফুল পেলাই দিয়া হয়।

স্বৰ্ধুনী : [ স্বৰ=স্বৰ্গ+ধুনী=নদী ] স্বৰ্গৰ নৈ।

## ১৮। সেৱাব্ৰতা ইবাৰতী

স্বামী ৰামতীৰ্থ : আধুনিক ভাৰত নিৰ্ম্মাণত স্বামী ৰামতীৰ্থৰ যথেষ্ট অৱদান আছে। 'শ্ৰীকাকাচাহেবে মাৰাঠীত স্বামীজীৰ জীৱনী লিখিছে তথা তেওঁৰ কিছুমান প্ৰবন্ধ অনুবাদ কৰি মাৰাঠীত এক সংগ্ৰহ প্ৰকাশ কৰিছে। ই তেওঁৰ প্ৰথম সাহিত্যিক কৃতী। আজি ত্ৰিছ বছৰৰ আগতে কাকাচাহেবে লেখক-জীৱনৰ অধ্যায় ইয়াৰ দাৰাই আৰম্ভ কৰিছিল।

অৰ্জ্জুনদেৱ : (১৫৬৩-১৬০৬) শিখসকলৰ পঞ্চম-গুৰু। আদি গ্ৰন্থৰ ৰচয়িতা। ইয়াত তেওঁ আগৰ গুৰু সকলৰ আৰু সন্ত সকলৰ বাণী সংগৃহীত কৰিছে। প্ৰবাদ আছে যে তেওঁৰ শত্ৰুসকলে বাদচাহ আকবৰৰ ওচৰলৈ গৈ তেওঁৰ বিৰুদ্ধে এই বুলি অভিযোগ কৰিছিল যে এই কিতাপত অৰ্জ্জুনদেৱে হিন্দুধৰ্ম্ম তথা ইচলামৰ নিন্দা কৰিছে। কিন্তু আকবৰে তেওঁৰ গ্ৰন্থ চাই তেওঁক বন্দী নকৰি তেওঁক সম্মান কৰিলে। জাহাঙ্গীৰৰ কালত তেওঁৰ শত্ৰুবোৰে আকৌ তেওঁৰ বিষয়ে অভিযোগ কৰিলে। জাহাঙ্গীৰে তেওঁৰ পুত্ৰ খুসৰোক বন্দী কৰিব খুজিছিল। খুসৰোৱে পলাই গৈ অৰ্জ্জুনদেৱৰ ওচৰত আশ্ৰয় বিচাৰিলে। অৰ্জ্জুনদেৱে তেওঁক আশ্ৰয় দিলে। বাদচাহে ইয়াক ৰাজদ্ৰোহ বুলি অৰ্জ্জুনদেৱৰ ওপৰত দুইলাখ টকাৰ জৰিমনা কৰিলে। কিন্তু, তেওঁ নিজেও জৰিমনা নিদিলে আৰু আনকো দিবলৈ নিদিলে। সেই কাৰণে বাদচাহে জেলত তেওঁৰ ওপৰত বৰ অত্যাচাৰ কৰোৱালে আৰু শেহত তেওঁক হত্যা কৰাই পেলালে। ইয়াৰ পাছত তেওঁ এইটো বুজিব পাৰিলে যে সশস্ত্ৰ হৈ নাথাকিলে ধৰ্ম্ম-ৰক্ষা কৰাটো অসম্ভৱ। এই কাৰণে তেওঁ নিজৰ পুতেকক সশস্ত্ৰ আৰু সসৈন্য হৈ গুৰু-গাদীত বহিবলৈ আদেশ পঠিয়ালে, তেতিয়াৰে পৰা শিখৰ বুৰঞ্জীয়ে এক নতুন ৰূপ ললে।

ৰণজিৎসিংহ : (১৭৮০--১৮৩৯) শিখসকলৰ ৰজা। আহ্‌মদ্‌শাহ অব্দালীৰ পাছত আকৌ পাঞ্জাব প্ৰদেশ শিখৰ হাতলৈ আহিল, কিন্তু তাৰ কেইবাটাও সৰু সৰু ভাগ হৈ গ'ল আৰু তেওঁলোকে নিজৰ ভিতৰতে যুদ্ধ কৰিবলৈ ধৰিলে। মাত্ৰ তেৰ বছৰ বয়সত ৰণজিৎ সিংহ ৰাজ-সিংহাসনত বহিছিল আৰু ১৯ বছৰ বয়সত তেওঁ সকলোবোৰ শিখৰাজ্যৰ আধিপত্য নিজৰ হাতলৈ আনিছিল। ইংৰাজেও তেওঁলৈ ভয় কৰিছিল। ১৮২৩ চনত যেতিয়া তেওঁ পেশোৱাৰ প্ৰদেশ জিকি ললে, তেতিয়া তাক ঘূৰাই দিয়াবলৈ দোস্ত-মহম্মদে ইংৰাজক ধৰকৈ লাগিছিল। কিন্তু ইংৰাজে একো উত্তৰ দিয়া নাছিল। অবিৰাম ৪০ বছৰ কঠোৰ পৰিশ্ৰম কৰি ৰণজিৎসিংহই শিখ সকলৰ ভিতৰত সামৰিক শক্তিৰ জন্ম দিলে। প্ৰবাদ আছে যে যেতিয়া তেওঁ অটক নৈ পাৰ হ'ব খুজিছিল, তেতিয়া তেওঁৰ গুৰুৱে তেওঁক কৈছিল যে হিন্দুসকলৰ কাৰণে অটক পাৰ হোৱাৰ নিয়ম নাই। তেতিয়া তেওঁ

উত্তৰ দিছিল :

সৰ্বৈ ভূমি গোপালকী তামেঁ অটক কহাঁ ?
জাকে মনমেঁ অটক হৈ বো হী অটক ৰহা ।

অৰ্থাৎ সমগ্ৰ পৃথিৱীয়েই যে ভাগৱানৰ, তাৰ পৰা অটক বাদ যাব কেনেকৈ ? যাৰ মনত সঙ্কীৰ্ণতা আছে, তেওঁ আগবাঢিব নোৱাৰে ।

ইয়াৰ পাছত তেওঁ সমগ্ৰ আফগানিস্থান জয় কৰিছিল ।

অপ্সৰা : ( অপ্=পানী + সৃ = আগলৈ যোৱা = পানীত সাঁতোৰা, বিহাৰ কৰোঁতা । ) গন্ধৰ্ব্বৰ স্ত্ৰী । অপেস্বৰাই পানীত ধেমালি কৰি বৰ ভাল পায় সেইকাৰণে তেওঁলোকক এই নাম দিয়া হৈছিল । ৰামায়ণত তেওঁলোকৰ উৎপত্তিৰ সম্বন্ধে এইদৰে লিখা আছে :

অপ্সু নিৰ্মথনাদ এৱ ৰসাৎ তস্মাদ্ ৱৰস্ত্ৰিয়: ।
উৎপেতুৰ্ মনুজ শ্ৰেষ্ঠ । তস্মাদ্ অপ্সৰসোঅভৱন্ ॥

পৰোপকাৰায় : এই শৰীৰ পৰোপকাৰৰ কাৰণেই ।

২৯ । স্তন্যদাযিনী চিনাৰ

৩০ । জম্মুৰ তৱী অথবা তাৱী

বিগ্ৰহ : যুদ্ধ । আঁতৰ কৰা ।

সন্ধি : মিলহোৱা ।

ৰাজনীতিত কাৰ্য্যসিদ্ধিৰ কাৰণে ছটা মাৰ্গ দেখুওৱা হৈছে—

(১) সন্ধি, (২) বিগ্ৰহ, (৩) যান ( আক্ৰমণ ), (৪) স্থান অথবা আসন ( শিবিৰ পতা ), (৫) সংশ্ৰয় ( আশ্ৰয় লোৱা ), (৬) দ্বৈধ বা দ্বৈধীভাব ( পাৰ্থক্য কৰি পেলোৱা ) ।

'আত্মৰতি, আত্মক্ৰীড' : মুণ্ডকোপনিষদ'ত শ্ৰেষ্ঠ ব্ৰহ্মাজ্ঞৰ বৰ্ণনা কৰোঁতে কোৱা হৈছে :

আত্মক্ৰীড় আত্মৰতি: ক্ৰিয়াৱান্ এষ ব্ৰহ্মবিদাং বৰিষ্ঠ: ॥

মুণ্ডক ৩-১-৪

আত্মাৰ সৈতে ধেমালি কৰোঁতা, আত্মাক ৰমণ কৰোঁতা—ক্ৰিয়াৱান পুৰুষেই হৈছে ব্ৰহ্মজ্ঞানীৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ ।

আত্মন্যেৱ : গীতাৰ ৩-১৭ অধ্যায় চাওক।

যস্ত্বাত্মৰতিৰেৱ স্যাৎ আত্মতৃপ্তশ্চ মানৱঃ।

আত্মন্যেৱ চ সন্তুষ্টঃ তস্য কাৰ্য্যং ন বিদ্যতে ॥

( যি মানুহ আত্মাৰ ভিতৰতে মজি থাকে, যি তাতেই তৃপ্তি পায়, আৰু তাতেই সন্তোষ পায়, তেওঁৰ আৰু কৰিবলৈ একো বাকী নাথাকে।

## ৩১। সিন্ধুৰ বিষাদ

মানদণ্ড : জোখা তুলাচনি। মহাকবি কালিদাসৰ কুমাৰ সম্ভৱৰ প্ৰথম শ্লোকত হিমালয়ৰ কাৰণে এই শব্দ প্ৰয়োগ কৰা হৈছে :

অস্ত্যুত্তৰস্যাং দিশি দেৱতাত্মা হিমালয়ো নাম নগাধিৰাজঃ।

পূৰ্ব্বাপৰৌ তোয়নিধীৱগাহ্য স্থিতঃ পৃথিব্যা ইৱ মানদণ্ডঃ।

পাঞ্জাবৰ পাঁচখন নৈ : ঝিলম, চিনাব, ইৰাৱতী ব্যাস আৰু সতলজ।

উত্তৰ প্ৰদেশৰ পাঁচখন নৈ : গঙ্গা, যমুনা, গোমতী, সৰযূ, চম্বল।

অতি ভাৰতীয় : কেৱল ভাৰতেতে নহয়, বৰং ভাৰতৰ সীমাৰ বাহিৰতো বৈ থকা এই দুয়োখন নৈ ভাৰতবৰ্ষৰ সীমা অতিক্ৰম কৰি বৈ গৈছে, সেই-কাৰণেই অতি-ভাৰতীয় বুলি কোৱা হৈছে।

বৈদিক সপ্তসিন্ধু : বেদত যাৰ উল্লেখ কৰা হৈছে, সেই সাতখন নদী—বিতস্তা ( ঝিলম ), অসিকনী বা চন্দ্ৰভাগা ( চিনাব ), পৰুষ্ণী বা ইৰাৱতী ( ৰাবি ), শতদ্ৰু ( সতলজ ), বিপাশা ( বিয়াস, ব্যাস ), সিন্ধু আৰু সৰস্বতী 'ক্ৰুমু' বা কুৱৰ্মক ইয়াত ধৰা হোৱা নাই।

প্ৰাচীন আৰ্য্যসকল· ·অলপ উদাসীন হৈ পৰিছিল : ভাৰতত যিমানবোৰ আক্ৰমণ হৈছিল, প্ৰায় সকলোবোৰ এইফালৰ পৰাই হৈছিল।

পৰোপনিসদী : আফগান। গ্ৰীক ভাষাত আফগানিস্থানক 'পৰোপ-নিসদ্' বুলি কয়।

যৱন : Ionian Greeks অৰ প্ৰথম শব্দৰ পৰাই এই শব্দ হৈছে।

বাহ্লীক : বল্খ, বৈক্ট্ৰিয়া, বাহ্লীক শব্দ বেদৰপৰা আহিছে।

ৰাণী সেমীৰামিস : ( খৃষ্ট পূৰ্ব্ব প্ৰায় ৮০০ৰ ওচৰত ) অসীৰিয়াৰ পুৰাণ

প্ৰসিদ্ধ ৰাণী। এওঁৰেই বেবিলন স্থাপন কৰিছিল বুলি কোৱা হয়। লগতে এ ইটোও কোৱা হয় যে নিনিৰেহ স্থাপন কৰোঁতা এওঁৰ স্বামী নীনসতকৈয়ো এওঁ অধিক পৰাক্ৰমী আছিল। সৰুকালতে মাকে এওঁক ত্যাগ কৰিলে আৰু পাৰচৰায়ে তেওঁক পালন-পোষণ কৰিলে। প্ৰথমতে নীনসৰ এজন সেনাপতিৰ লৈতে এওঁৰ বিবাহ হৈছিল ; কিন্তু পাছত যেতিয়া ৰজা নীনসৰ তেওঁৰ ওপৰত চকু পৰিল, তেতিয়া তেওঁৰ স্বামীয়ে আত্মহত্যা কৰিলে। ইয়াৰ পাছত নীনসৰ লগত তেওঁৰ বিয়া হ'ল আৰু নীনসৰ পাছত এওঁ ৰাজসিংহাসনত বহিল। উপযুক্ত বয়সত তেওঁ নিজৰ পুতেকক সিংহাসনত বহুৱালে।

সুবৰ্ণ-কৰভাৰ : খৃষ্টপূৰ্ব্ব ছয় শতিকাত ইৰানৰ বাদ্‌চাহ দৰায়ুচে সিন্ধু প্ৰদেশ নিজৰ হাতলৈ আনিলে আৰু তাৰ পৰা বছৰেকত ১৮৫ হাণ্ডৰেট ( =৫১৫॥ মোন ) সুবৰ্ণ কৰ ভাৰ লবলৈ আৰম্ভ কৰিলে। ইয়াত তাকে উল্লেখ কৰা হৈছে।

যুয়েচী : খৃষ্টাব্দৰ প্ৰথম শতিকাৰ আগত উত্তৰ ভাৰতৰপৰা শক বিলাকক দক্ষিণফালে খেদি তাত নিজৰ সাম্ৰাজ্য স্থাপন কৰোঁতা মধ্য এচিয়াৰ কুশানসকল।

ইয়াৰ ভিতৰত কিছুমান মানুহে বৌদ্ধ আৰু কিছুমানে হিন্দুধৰ্ম্ম গ্ৰহণ কৰিলে। বিখ্যাত বৌদ্ধ সম্ৰাট কনিষ্ক কুশান আছিল। কুশান সাম্ৰাজ্যৰ বৈভৱৰ সময়ত ইয়াৰ ইমান বিস্তাৰ আছিল যে তাৰ ভিতৰত পশ্চিম এচিয়াৰ বুখাৰা আৰু আফগানিস্থান, মধ্য এচিয়াৰ কাশগৰ, য়াৰখন্দ আৰু খোতান, উত্তৰ ভাৰতৰ কাশ্মীৰ, পাঞ্জাৱ আৰু বেনাৰস আৰু দক্ষিণফালে বিন্ধ্যলৈকে সমগ্ৰ প্ৰদেশ সোমাইছিল।

হূন : পাঁচ আৰু ছয় খৃষ্টাব্দত ভাৰতৰ ওপৰত অবিৰাম আক্ৰমণ কৰি মালৱা, সিন্ধু আৰু সীমাপ্ৰান্তত নিজৰ ৰাজ্য স্থাপন কৰোঁতা শ্বেত হূন। ইউৰোপতো এওঁলোকে এটিলাৰ সেনাপতিৰ অধীনত থাকি বৰ অত্যাচাৰ কৰিছিল। আমাৰ ইয়াতো তেওঁলোকৰ অত্যাচাৰত অতিষ্ঠ হৈ শেষত আৰ্য্যাবৰ্ত্তৰ সকলো ৰজাই বালাদিত্য আৰু যশোধৰ্ম্মাৰ নেতৃত্বত একত্ৰিত হৈ হূনৰজা মিহিৰগুলক পৰাজিত কৰি তেওঁক বন্দী কৰিলে। ইয়াৰ পাছত

তেওঁলোকে আৰু আক্ৰমণ কৰিবলৈ সাহ নকৰিলে। ভাৰতত তুনৰ ৰাজত্ব প্ৰায় অৰ্দ্ধ-শতাব্দীলৈকে আছিল।

গিলগিট: শ্ৰীনগৰৰ বায়ব্য দিশৰ ১২৫ মাইল আঁতৰত ৪৮৯০ ফুট ওপৰত। ই জিলাৰ প্ৰধান কেন্দ্ৰ। ইয়াৰ দাঁতি-কাষৰত বৌদ্ধ-ধ্বংসাৱশেষৰ চিন আছে।

চিত্ৰল: সীমান্ত প্ৰদেশত এই নামৰ এখন ৰাজ্যৰ প্ৰধান নগৰ আছে।

স্বাত: পঞ্জকোৰাৰ লগত মিলি যোৱা এখন সৰু নৈ।

সফেদ্ কোহ: পাহাৰৰ নাম। কোহ=পাহাৰ তুলনা কৰক কোহ ই। নূৰ=প্ৰকাশৰ পৰ্ব্বত।

বৈক্ট্ৰিয়া: বল্খ।

কৰ্ণেল ইয়ংহাচবেণ্ড: চাৰ ফ্ৰান্সিস এড্‌ৱাৰ্ড ইয়ংহাচ্‌বেণ্ডৰ ১৮৬৩ চনত পাঞ্জাবত জন্ম হৈছিল। তেওঁ জাতিত এংলো-ইণ্ডিয়ান আছিল। ১৮৮২ চনত এওঁ সৈন্য বিভাগত সোমাল। ১৮৯০ চনত পলিটিকেল ডিপাৰ্টমেণ্টলৈ বদলি হ'ল। ১৮৮৬ চনত মঞ্চুৰিয়া ভ্ৰমণ কৰিলে। ১৮৮৭ চনত তুৰ্কিস্থানৰ পথেদি পিকিঙৰপৰা ভাৰতলৈ যাত্ৰা কৰিলে। ১৮৯৩-৯৪ চনত চিত্ৰলত পলিটিকেল এজেণ্ট হ'ল। ১৮৯৫ চনত যেতিয়া চিত্ৰলত যুদ্ধ হ'ল, তেতিয়া 'টাইমচ'ৰ সংবাদদাতাৰূপে কাম কৰিলে। ১৯০৩-৪ চনত তেওঁ ব্ৰিটিছ-মণ্ডলীৰ লগত লাচালৈ গৈছিল। পূবফালৰ দেশবোৰৰ সম্বন্ধে এওঁ বহুত কিতাপ লিখিছে—'ৰয়েল জ্যোগ্ৰাফিকেল চছাইটি' আদি। তেওঁৰ জীৱনী পঢ়িব খুজিলে 'ফ্ৰান্সিস্ ইয়ংহাচবেণ্ড—এক্সপ্লোৰাৰ এণ্ড মিষ্টিক' পঢ়ক—লেখক জৰ্জ্জ সীবৰ।

অমীৰ অমানুল্লা: যেতিয়া ভাৰতত ৰৌলেট বিলৰ বিৰুদ্ধে প্ৰচণ্ড আন্দোলন চলিছিল, সেই সময়ত ১৯১৯ চনৰ এপ্ৰিল মাহত আফগানিস্তানৰ আমীৰে ভাৰত আক্ৰমণ কৰিলে। দহদিনৰ পাছতে আফ্‌গান পৰাজিত হ'ল। সুদীৰ্ঘ আলাপ-আলোচনাৰ পাছত ৮ আগষ্টত ৰাৱলপিণ্ডিত সন্ধি-পত্ৰ স্বাক্ষৰিত হ'ল।

গৰমত বলিয়া হৈ: তেতিয়া গৰম দিন আছিল। সেইকাৰণে আমীৰে ভাবিছিল যে যদি গৰম দিনত আক্ৰমণ কৰোঁ, তেতিয়াহলে ইংৰাজ পৰাজিত

হ'ব। কিন্তু, তেওঁৰ এইটো ভুল ধাৰণা আছিল। ইংৰাজে এই সাহসক 'মিড্-চামাৰ-মেডনেচ্' নাম দিছিল।

পৰচোঁ : এইটো মাৰাঠী প্ৰয়োগ।

কোহাটৰ ক্ৰূৰতা : ১৯২৪ চনৰ ৯ আৰু ১০ চেপ্তেম্বৰত কোহাটত ঘটা ঘটনাৰ ইয়াত উল্লেখ কৰা হৈছে। ধৰ্ম্মান্তৰ তথা অপহৰণৰ কাৰণে তাৰ বায়ুমণ্ডল আগৰ পৰাই উত্তপ্ত হৈ আছিল। এনেতে তাৰ সনাতন ধৰ্ম্মসভাৰ সম্পাদকে এখন কিতাপ উলিয়ালে যাৰ কাৰণে মছলমান সকলৰ চিন্তাধাৰা অস্থিৰ হৈ পৰিল। হিন্দু সকলে ততালিকে দুঃখ প্ৰকাশ কৰিলে আৰু বাকী কিতাপ বোৰ সাৰ্ব্বজনিক ৰূপে জুইত পুৰি পেলালে। তথাপি মছলমানসকল সন্তুষ্ট নহ'ল আৰু তেওঁলোকে হিন্দুৰ বিৰুদ্ধে কঠোৰ শাস্তি বিধান কৰিবৰ কাৰণে চৰকাৰৰ ওচৰত দাবী জনালে। ৰাতি মছ্জিদত গোট্ খাই তেওঁলোকে প্ৰতিশোধ লবৰ কাৰণে প্ৰতিজ্ঞা কৰিলে। ৯ চেপ্তেম্বৰত সনাতন ধৰ্ম্মসভাৰ সম্পাদকক জামিনত অনা হ'ল আৰু লগে লগে কাজিয়া আৰম্ভ হৈ গ'ল। এই কাজিয়া কেনেকৈ আৰম্ভ হৈছিল, সেই সম্বন্ধে মতভেদ আছে, কিন্তু, আৰম্ভ হোৱাৰ পাছত দুয়োপক্ষৰ মাজত মুখা মুখিকৈ গুলিৰ আদান-প্ৰদান হৈছিল। সমগ্ৰ হিন্দুৰ অঞ্চলত জুই জলাই দিয়া হ'ল। পুলিচ আৰু সৈনিকেও গুলি চলালে। পৰিণামত অশেষ ক্ষতি হ'ল। সকলোবোৰ হিন্দুক চৰকাৰী সাহায্যৰ অধীনত কেণ্টনমেণ্টত ৰখা হ'ল। তেওঁলোকৰ ইচ্ছানুসৰি তাৰ পৰা তেওঁলোকক ৰাৱালপিণ্ডিলৈ পঠাই দিয়া হ'ল। বেলগাওঁ কংগ্ৰেচত এই সম্বন্ধে যি প্ৰস্তাৱ পাচ কৰা হৈছিল, তাত হিন্দু সকলক এই পৰামৰ্শ দিয়া হৈছিল যে যেতিয়ালৈকে কোহাটৰ মছলমানে তেওঁলোকক সম্মানেৰে সৈতে ঘূৰাই নানে, আৰু তেওঁ-লোকৰ সম্পত্তি আৰু জীৱন-ৰক্ষাৰ আশ্বাস নিদিয়ে, তেতিয়ালৈকে যেন তেওঁলোক উলটি নাহে।

কুৰম : চুলেমান পৰ্ব্বতৰপৰা ওলাই সিন্ধুৰ লগত মিলি যোৱা নৈ। ইয়াৰ বৈদিক নাম ক্ৰুমু।

ডেৰা ইস্মাইল খাঁ : লাহোৰৰ পশ্চিমফালে ১২৫ মাইল আঁতৰত অৱস্থিত সীমান্ত প্ৰদেশৰ এখন নগৰ। ইয়াৰপৰা গোমল ঘাটৰ দ্বাৰা

আফগানিস্থানৰ লগত বেহা-বেপাৰ চলে। এই ঠাই কপাহী কাপোৰ আৰু সূচী-শিল্পৰ কাৰণে বিখ্যাত।

ডেৰা গাজী খাঁ : ভাৱলপুৰৰ বায়ব্য দিকত ৭০ মাইল আঁতৰত থকা পাঞ্জাবৰ এখন নগৰ। সিন্ধুৰ বানপানীয়ে ইয়াত প্ৰায়েই যথেষ্ট ক্ষতি কৰে। সেইকাৰণে ১৮৯১ চনত ইয়াত এটা শিলৰ সাকোঁ সজা হ'ল। ইয়াত কিছুমান প্ৰসিদ্ধ মছজিদ্ আছে।

লাহোৰৰ বিভূতি : আকবৰ আৰু তেওঁৰ বংশধৰ সকলৰ সময়ত লাহোৰৰ বৈভৱ চাবলগীয়া আছিল। বজীৰ খাঁৰ মছজিদ্, জুমা মছজিদ, শীশ্ মহল, ৰঞ্জিত সিংহৰ মহল আৰু নগৰৰ বাহিৰৰ শাহদৰাত থকা বাদ্চাহ জাহাঙ্গীৰৰ কবৰ আৰু শালীমাৰ বাগ আজিও সেই বৈভৱৰ সাক্ষী স্বৰূপ।

ব্যাস : বিয়াস, বিপাশা। যেতিয়া বশিষ্ঠ মুনিৰ এশজন পুতেকক ৰাক্ষসে খাই পেলালে, তেতিয়া পুত্ৰ শোকত বিহ্বল হৈ তেওঁ দেহত্যাগ কৰিবলৈ স্থিৰ কৰি এই নৈত জপিয়াই পৰিল। কিন্তু, নৈয়ে তেওঁক বিপাশ অৰ্থাৎ বন্ধনমুক্ত কৰিলে। সেইকাৰণে ইয়াৰ নাম 'বিপাশা' হ'ল।

ত্যাগায় সম্ভূতাৰ্থানাম্ : ৰঘুবংশৰ আৰম্ভতে মহাকবি কালিদাসে ৰঘুবংশৰ বৰ্ণনা কৰিবৰ সময়ত তেওঁৰ বহুত বিশেষত্ব দেখুৱাইছে। তাত এটা বিশেষত্ব উল্লেখনীয়। যি ত্যাগ ( = দান )ৰ কাৰণে সম্ভৃত অৰ্থ ( = ধন ) গোটাওঁতা, মই সেই ৰঘুবংশৰ কীৰ্ত্তি গাব খুজিছোঁ।

উদাৰতা : বহল ?

জয়দ্ৰথৰ সময়ত : মহাভাৰতৰ যুগত। জয়দ্ৰথ সিন্ধুদেশৰ ৰজা আছিল।

দাহিৰ ( ৬৪৫-৭১২ ) : সিন্ধুৰ এজন ব্ৰাহ্মণ ৰজা। অচ্চৰ পুত্ৰ। সিন্ধু প্ৰদেশক আক্ৰমণ কৰোঁতা খিলাফত প্ৰদেশৰ সেনাপতি হজ্জাজক তেওঁ কেইবাবাৰো হৰুৱালে। ইয়াৰ পাছত মহম্মদ বিন্ কাচিম নামৰ এজন সোতৰ বছৰৰ সেনাপতিক তেওঁৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ পঠোৱা হ'ল। এই যুদ্ধত দাহিৰৰ হাতী ভয়ত পলাবলৈ ধৰিলে যাৰ কাৰণে তেওঁৰ মৃত্যু হ'ল। ইয়াৰ পাছত তেওঁৰ সৈন্যও পলাই গ'ল, তেতিয়াৰ পৰাই মছলমান সকলে ভাৰতবৰ্ষত সোমাবলৈ সুযোগ পালে। মহম্মদে তেওঁৰ ৰাণীক বিয়া কৰালে

আৰু তেওঁৰ দুজনী ছোৱালী উপহাৰ স্বৰূপে খলিফাৰ ওচৰলৈ পঠাই দিলে।

**চচ্চ:** ( ৪৯৭—৬৩৭ ) দাহিৰৰ পিতা। ফাৰ্চী ভাষাৰ 'চচনামা' নামৰ কিতাপত এওঁৰ ইতিহাস লিখা হৈছে। এওঁ বৰ বীৰ আছিল। কাশ্মীৰ-লৈকে নিজৰ ৰাজ্যৰ সীমা বঢ়াইছিল। এওঁ সিন্ধুৰ আৰোৰ নামৰ গাঁৱৰ অগ্নিহোত্ৰী ব্ৰাহ্মণ শৈলজৰ পুত্ৰ আছিল। প্ৰথমতে এওঁ সিন্ধু ৰাজৰ মন্ত্ৰীৰ বিষয়া আছিল, তাৰ পাছত প্ৰধান মন্ত্ৰী হ'ল। শেষত ৰজা হৈ ৰাণীক বিয়া কৰালে। ব্ৰাহ্মণাবাদৰ বৌদ্ধধৰ্ম্মী মানুহৰ ওপৰত তেওঁ বৰ অত্যাচাৰ কৰিছিল।

**অনাচাৰ:** সিন্ধুৰ এজন ব্ৰাহ্মণ ৰজাক এজন জ্যোতিষীয়ে এইবুলি কৈছিল,—"তোমাৰ ভনীয়েৰাই তোমাৰ ৰাজ্য কাঢ়ি লব।" ইয়াৰ প্ৰতিকাৰ স্বৰূপে ৰজাই তেওঁৰ নিজৰ ভনীয়েকক বিয়া কৰালে। আন এজন ৰজাই এগৰাকী সতীৰ ওপৰত অত্যাচাৰ কৰিলে। এই ব্ৰাহ্মণ ৰজা সকলৰ অত্যাচাৰত প্ৰজা ইমান অতিষ্ঠ হৈ উঠিছিল যে এই সময়ত মহম্মদ্ বিণ্ কাচিমক জাট আৰু মেড জাতিৰ হিন্দু সকলে সকলোতকৈ বেছি সহায় কৰিছিল।

**মহম্মদ বিণ কাচিম:** সিন্ধু প্ৰদেশ জিকি তাক খিলাফতৰ লগত লগ লগাই দিয়া এজন যুবক সেনাপতি। দাহিৰৰ বিৰুদ্ধে যুদ্ধ কৰাৰ পাছত তেওঁ দাহিৰৰ দুজনী ছোৱালীক খলিফাৰ ওচৰলৈ উপহাৰ স্বৰূপে পঠিয়াই দিছিল। যেতিয়া খলিফাই ইয়াৰ এজনী ছোৱালী বিয়া কৰাবলৈ ইচ্ছা প্ৰকাশ কৰিলে, তেতিয়া ছোৱালী দুজনীয়ে কলে যে মহম্মদে তেওঁলোকক ভ্ৰষ্ট কৰি পেলাইছে, সেইকাৰণে তেওঁলোক এই সন্মানৰ যোগ্য নহয়। এই কথা শুনি খলিফাৰ খুব খং উঠিল আৰু তেওঁ মহম্মদক আদেশ দিলে যে গৰুৰ ছালৰ ভিতৰত সোমাই আৰু তাক খলিফাৰ ওচৰত উপস্থিত হব লাগে। মহম্মদে খলিফাৰ আদেশ পালন কৰিলে। সেইবাবে তেওঁৰ পাছ দিনা মৃত্যু হ'ল। যেতিয়া এই অৱস্থাত মহম্মদৰ মৰা শ খলিফাৰ ওচৰত উপস্থিত কৰোৱা হ'ল, তেতিয়া ছোৱালী দুজনীয়ে খলিফাৰ আগত প্ৰকৃত কথা স্বীকাৰ কৰিলে যে তেওঁলোকে প্ৰতিশোধ লোৱাৰ দৃষ্টিৰে

মিছা কথা কৈছিল। তেতিয়া খলিফাই এই দুয়োজনী ছোৱালী কাটি পেলালে।

চাৰ চাৰ্লচ নেপিয়ৰ (১৭৮২—১৮৫৩) : ১৮০৮ চনত স্পেনত মূৰ জাতিৰ বিৰুদ্ধে এওঁ যুদ্ধ কৰিছিল আৰু কোৰুনাত এওঁক গ্ৰেপ্তাৰ কৰা হৈছিল। ১৮১৩ চনত আমেৰিকাৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। ১৮১৫ চনত এওঁ নেপোলিয়নৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। এওঁ কবি বায়ৰনৰ বন্ধু আছিল। ১৮৪১ চনত এওঁ ভাৰতলৈ আহিছিল। ১৮৪২ চনত সিন্ধু সৈন্যৰ নেতৃত্ব কৰিছিল। আৰু এই বছৰৰ শেহত ইমামগঢ দুৰ্গ নিজৰ অধিকাৰলৈ আনিছিল। ১৮৫৪ চনত মিয়াণী যুদ্ধত এওঁ বিজয়ী হৈছিল। মীৰপুৰৰ শেষ মহম্মদক পৰাজিত কৰি খেদি দিছিল। ১৮৪৪-৪৫ চনত সিন্ধুৰ পৰ্ব্বতীয়া জাতিবোৰ জয় কৰিছিল। ইয়াৰ পাছত ডালহাউচীৰ লগত মত ভেদ হোৱাৰ ফলত এওঁ কাম এৰি ঘৰলৈ ঘূৰি গৈছিল। ১৮৫৩ চনত এওঁৰ মৃত্যু হল। অন্যায়ভাৱে সিন্ধু অধিকাৰ কৰাৰ পাছত এওঁ এই ৰিপোৰ্ট দিছিল—"I have sinned (sind)"—মই সিন্ধু অধিকাৰ কৰিলোঁ।

সুহিনী : এজন ধনী কুমাৰৰ ছোৱালী। বুখাৰাৰ এক সম্ভ্ৰান্ত পৰিয়ালৰ মোগল যুৱক মেহাৰ এওঁৰ প্ৰেমৰ পাশত বন্দী হ'ল। এওঁৰ লগত সাক্ষাত হোৱাত যাতে কোনো বাধা নাথাকে, সেই কাৰণে মেহাৰে ভেশচন কৰি সুহিনীৰ বাপেকৰ ঘৰত লগুৱা সোমাল। কিন্তু, তেওঁৰ বাপেকে এইটো ভাল পোৱা নাছিল। সেইকাৰণে তেওঁ মেহাৰক কামৰপৰা খেদাই দিলে। তেওঁ গৈ সিন্ধুৰ সিপাৰে থাকিল। প্ৰায়েই ৰাতি সুহিনীয়ে মাটিৰ এটা পাত্ৰৰ সহায়ত সিন্ধু নৈ পাৰ হয় আৰু মেহাৰৰ লগত দেখা কৰে। যেতিয়া বাপেকে এই কথা গম পালে, তেতিয়া তেওঁ তাত পকা কলহৰ সলনি কেঁচা কলহ থৈ দিলে। সুহিনী প্ৰেমৰ জোৱাৰত উন্মত্ত হৈ আছিল। তেওঁ কেঁচা কলহ লৈয়েই নৈত জপিয়াই পৰিল। অলপ আগলৈ যোৱাৰ পাছত কলহটো কুমলি যাবলৈ ধৰিলে। তেওঁ মেহাৰক চিঞৰিলে। মেহাৰে আগ ফালেদি দৌৰি আহি সুহিনীক উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিলে ; কিন্তু, তেওঁৰ চেষ্টা বিফল হ'ল। সুহিনীক ৰক্ষা কৰিব নোৱাৰিলে। শেহত দুয়োৰে একেলগে সলিল-সমাধি হল।

## ৩২। মঞ্চৰৰ জীৱন-বিভূতি

দিশো ন জানেঃ মই দিশো নিচিনো আৰু শান্তিও পোৱা নাই। গীতা, ১১-২৫।

ইদানীম্ঃ এতিয়া মই শান্ত আৰু সুস্থ হৈ পৰিছোঁ। গীতা, ১১-৫১।

সপোন ৰাজ্যত বিচৰণ কৰি ফুৰিলোঁঃ 'খালোঁ, বলো আৰু ৰাজ্য কৰিলোঁ—আমাৰ লোক-কথাত এই ফকৰা ফাঁকি আছে। ইয়াত সপোন ৰাজ্যত বিচৰণ কৰাৰ অৰ্থ হৈছে—'শোৱা'।

অজগৰৰ উপাসনা কৰিছিলঃ অজগৰ বৰ এলেহুৱা প্ৰাণী। এই কাৰণে ইয়াৰ অৰ্থ হৈছে—আলস্যৰ উপাসনা কৰিছিল।

বেহানা বহনঃ শ্ৰীঅব্বাচ—তৈয়বজীৰ জীয়েক। ভক্ত আৰু সুগায়িকা। এওঁৰ 'Heart of a Gopi' নামৰ কিতাপখন বৰ প্ৰসিদ্ধ। এই কিতাপ ফ্ৰান্স আৰু পোলিছ ভাষাতো অনুবাদ কৰা হৈছে। হিন্দীত ইয়াৰ অনুবাদ 'গোপী হৃদয়' নামে প্ৰকাশ কৰা হৈছে। এওঁৰ কেইখনমান মৌলিক হিন্দী কিতাপ আছে। যেনে—'শুনক কাকাচাহেব'।, 'জলযোগৰ আগত', 'কৃপা-কিৰণ' আদি। এওঁৰ হিন্দী আৰু হিন্দুস্থানী লিখাৰ ধৰণ অনুপম।

মঞ্চঃ ঘৰত বতাহ সোমাবৰ কাৰণে চালৰ ওপৰত যি চাৰিচুকীয়া চিমনী সজা হয় তাক মঞ্চ বোলে,

টঁচঃ এইখো সিন্ধী শব্দ।

## ৩৩। তবঙ্গৰ তাণ্ডৱ যোগ।

বপ্ৰক্ৰীডাঃ শিং বা দীঘল দাঁতৰ সহায়ত মাটি খন্দাৰ খেমালি। 'মেঘদূত' ত ইয়াৰ প্ৰয়োগ কৰা হৈছে.

তস্মিন্নদ্ৰৌ কতিচিদ্ অবলা বিপ্ৰযুক্তঃ স কামী
নীত্বা মাসান্ কনক বলয় ভ্ৰংশ ৰিক্ত প্ৰকোষ্ঠঃ।
আষাঢস্য প্ৰথমদিবসে মেঘমাশ্লিষ্টসানুং
বপ্ৰক্ৰীডা পৰিণগেজপ্ৰেক্ষণীয়ং দদৰ্শ॥

অমৰ্ষঃ তিৰস্কাৰ বা অপমানৰ পৰা জন্ম হোৱা স্থায়ী ক্ৰোধ। কাব্য শাস্ত্ৰত এইদৰে ইয়াৰ ব্যাখ্যা কৰা হৈছেঃ 'অধিক্ষেপাপমানাদেৰমৰ্ষোভি-

নিবিষ্টতা। ভাৰৱি কবিৰ 'কিৰাতাৰ্জ্জুনীয়' কাব্যত দুৰ্য্যোধনৰ ৰাজনীতিৰ প্ৰশংসা শুনি দ্ৰৌপদী ক্ষুণ্ণ হৈ পৰে আৰু তেওঁ যুধিষ্ঠিৰক কয় "অমৰ্ষশূন্যেন জনস্য জন্তুনা ন জাতহার্দেন ন বিদ্বিষাদৰঃ॥ ১,৩৩

(যাৰ ভিতৰত অমৰ্ষ নাই, তেওঁক প্ৰিয়জন বা শত্ৰু কোনেও আদৰ নকৰে।)

শিৱ তাণ্ডৱ স্তোত্ৰ: কবি ৰাৱণে লিখা প্ৰসিদ্ধ স্তোত্ৰ। 'ভোগ প্ৰপাত'ৰ টোকা চাওক।

প্ৰমাণিকা আৰু পঞ্চচামৰ: এই দুয়োটা সংস্কৃতৰ জনপ্ৰিয় আৰু অত্যন্ত সৰল ছন্দ। প্ৰমাণিকাৰ দুটা পদ গোট খালে এক পঞ্চ চামৰ হয়। ইয়াক নাৰাচ বুলিও কয়।

প্ৰমাণিকাপদদ্বয়ম্ বদেত পঞ্চচামৰম্।

পুষ্পদন্ত: এজন গন্ধৰ্ব্ব আৰু শিৱৰগন। শিৱমহিম্ন-স্তোত্ৰৰ ৰচয়িতা ৰাৱন্য দিশৰ দিগ্‌জৰ নামো পুষ্পদন্ত। 'কথা সৰিৎ সাগৰ'ত পুষ্পদন্তৰ কথা আছে।

গোমূত্ৰিকাবন্ধ: চিত্ৰবাক্যৰ এটা পদ্ধতি।

শাওণ ভাদ মাহৰ দৰে: ৰাজমহলৰপৰা যেতিয়া পানীৰ প্ৰবাহ বোৱাই দিয়া হয়, আৰু মাজত সৰু সৰু শিলৰ পৰা পানী বাগৰে তেতিয়া এই জল-প্ৰপাতক শাওণ-ভাদৰ ধাৰা বুলি কোৱা হয়।

## ৩৪। সিন্ধুৰ পাছত গঙ্গা

সৌবীৰ দেশ: সিন্ধু আৰু মালৱাৰৰ সীমাৰ প্ৰদেশ।

সদাকত আশ্ৰম: [সদাকত = সত্য + আশ্ৰম] ১৯২০-২১ চনত বিহাৰৰ প্ৰসিদ্ধ দেশভক্ত মজহৰুল হকে ইয়াক স্থাপন কৰিছিল।

'ৰসো বৈ সঃ': সচাঁকৈয়ে তেওঁ ৰসস্বৰূপ। তৈত্তিৰীয়োপনিষদত ব্ৰহ্মাৰ বৰ্ণনা কৰাৰ সময়ত এই বচন কোৱা হৈছিল। তৈত্তিৰীয় চাওক। ২-৭

ওঁ পূৰ্ণম অদঃ: এই (জগৎ) পূৰ্ণ-আৰু সেই (ব্ৰহ্ম) ও পূৰ্ণ। পূৰ্ণৰ পৰাই পূৰ্ণৰ জন্ম। যদি পূৰ্ণৰ পৰা পূৰ্ণক উলিয়াই দিয়া হয়, তথাপিও শেষত পূৰ্ণই বাকী থাকে।

এই শান্তি মন্ত্ৰ ঈশাবাস্যোপনিষদৰ আৰম্ভত তথা অন্তত আছে।

## ৩৫। নদীৰ ওপৰত খাল

কলৌ আন্তৱয়োঃ স্থিতি : দক্ষিণফালে এইটো কথাৰ প্ৰচাৰ আছে যে কলিকালত কেৱল দুটা বৰ্ণহে অস্তিত্ব আছে—ব্ৰাহ্মণ আৰু শূদ্ৰ, কাৰণ সংস্কাৰ লোপ হোৱাৰ কাৰণে এতিয়া ক্ষত্ৰিয় আৰু বৈশ্যও শূদ্ৰৰ নিচিনা হৈ গ'ল।

দ্বিজত্ব : যজ্ঞোপবীতৰ কাৰণে যি এই জন্মতে দ্বিতীয় জন্ম লোৱাৰ অধিকাৰ পায়, সেই ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য, এই তিনিও বৰ্ণকে দ্বিজ বুলি কয়।

জন্মনা জায়তে শূদ্ৰঃ সংস্কাৰাৎ দ্বিজ উচ্যতে।

ভগীৰথ : ভগীৰথে হিমালয়ৰ পৰা গঙ্গাক নমাই আনি বঙ্গ-প্ৰদেশৰ উপসাগৰক সাকৰা কৰি পেলাইছে। ইয়াৰ উপৰিও এওঁ জল-সিঞ্চন বিদ্যাত পাৰ্গত।

## ৩৬। নেপালৰ বাঘমতী

অতিমানৱ : অলৌকিক। ইংৰাজীত Superhuman.

ভগিনী নিবেদিতা : স্বামী বিবেকানন্দৰ ইংৰাজ শিষ্যা মিচ্ মাৰ্গাৰেট নোবল। এওঁক এওঁৰ গুৰুৱে নিবেদিতা নাম দিছিল।

গোৰক্ষনাথ : অযোধ্যাৰ ওচৰৰ জয়শ্ৰী নামৰ এখন নগৰত সদ্‌বোধ নামৰ কোনো এজন ব্ৰাহ্মণৰ সদ্‌বৃত্তি নামৰ এগৰাকী স্ত্ৰী আছিল। ভিক্ষা মাগিবৰ কাৰণে এবাৰ তালৈ মৎস্যেন্দ্ৰনাথ আহিল। সাধু-পুৰুষ বুলি জানি সদ্‌বৃত্তিয়ে তেওঁৰ আগত সন্তান নোহোৱাৰ কথা কলে। মৎস্যেন্দ্ৰ-নাথে তেওঁক অলপ ভস্ম দিলে; কিন্তু তেওঁ তাক প্ৰসাদৰূপে নাখাই জুই শালত পেলাই দিলে। ঠিক বাৰ বছৰৰ পাছত আকৌ মৎস্যেন্দ্ৰনাথৰ তাত পদধূলি পৰিল। তেওঁ সুধিলে—"ল'ৰাটো ক'ত আছে?" সদবৃত্তিয়ে সঁচা কথা কৈ পেলালে। ইয়াৰ পাছত মৎস্যেন্দ্ৰনাথে এই জুইশালৰ ওচৰলৈ গৈ মাতিলে 'অলখ'। 'তৎক্ষণাত 'কি আদেশ' বুলি কৈ গোৰক্ষনাথৰ বালমূৰ্ত্তি তেওঁৰ ওচৰত থিয় হ'ল। এইকাৰণেই গোৰক্ষনাথক অযোনিজ (গৰ্ভত প্ৰবেশ নকৰাকৈ জন্ম লোৱা) বোলা হয়। গুৰুৰ ওচৰত থাকি গোৰক্ষ-নাথে সকলো বিদ্যা অৰ্জ্জন কৰিলে।

মৎস্যেন্দ্ৰনাথ যোগী আছিল আৰু ভোগীও। কিন্তু গোৰক্ষনাথৰ বৈৰাগ্য অগ্নিৰ শিখা প্ৰখৰ আছিল। সিংহল দ্বীপৰ প্ৰমিলাবাসীৰ মোহপাশৰ পৰা মৎস্যেন্দ্ৰনাথক গোৰক্ষনাথেহে মুক্ত কৰিছিল। এওঁ যোগী, শিৱৰ উপাসক, অদ্বৈতবাদীৰূপে প্ৰসিদ্ধ আছিল। বঙ্গ, পাঞ্জাব, নেপাল, সৌৰাষ্ট্ৰ, মহাৰাষ্ট্ৰ, সিংহল দ্বীপ আদি সকলো ঠাইতে এওঁৰ মঠ আছে।

মৎস্যেন্দ্ৰনাথ আৰু গোৰক্ষনাথ নেপালৰ গোৰ্খাসকলৰ দেৱতা। গোৰক্ষনাথৰ পৰাই এওঁলোকক 'গোৰখা' বোলা হয়। নেপালত বৌদ্ধৰ মহাযান পন্থা চলিছিল। গোৰক্ষনাথে তাক পৰাস্ত কৰি তাৰ মানুহৰ মাজত শিৱৰ উপাসনা প্ৰচাৰ কৰিলে। এতিয়াও গোৰক্ষনাথৰ সময়ৰ সম্বন্ধে নিশ্চিতভাৱে কব পৰা নেযায়।

## ৩৭। বিহাৰৰ গণ্ডকী

গণ্ডকী : বিহাৰত গণ্ডকী নামৰ দুখন নৈ আছে। লিখকে মজঃফৰপুৰৰ ওচৰত যিখন গণ্ডকী দেখিছিল, সি বুদ্ধ বা সৰু আছিল। আনখন গণ্ডকী ডাঙৰ নৈ।

বৌদ্ধ জগতৰ দুটা সীমা : নৰ্ম্মদা আৰু গণ্ডকীৰ মাজত বৌদ্ধধৰ্ম্মৰ প্ৰচাৰ আছিল।

মাণ্ডলিক নৈ বোৰ : পানীৰূপে কৰ-ভাৰ দিওঁতা নৈ বোৰ, ইয়াৰ লগত মিলিত হোৱা নৈ বোৰ।

অষ্টাঙ্গিক মাৰ্গ : ভগৱান বুদ্ধৰ দ্বাৰা প্ৰচাৰিত আৰ্য্য অষ্টাঙ্গিক মাৰ্গৰ আঠটা অঙ্গ আছে : (১) সম্যক্ দৃষ্টি, (২) সম্যক্ সঙ্কল্প, (৩) সম্যক্ বাক্য, (৪) সম্যক্ কৰ্ম্মান্ত, (৫) সম্যক্ আজীৱিকা, (৬) সম্যক্ ব্যায়াম, (৭) সম্যক্ স্মৃতি, (৮) সম্যক্ সমাধি।

মাৰ : মানুহৰ সদ্ ভাৱনাক নাশ কৰোঁতা, বৌদ্ধধৰ্ম্মত আসুৰী সম্পত্তিৰ অধিষ্ঠাতা মানুহক 'মাৰ' বোলে।

## ৩৮। গয়াৰ ফল্গু

সীতাৰ শাপ : প্ৰবাদ আছে যে এসময়ত ৰাম, লক্ষ্মণ আৰু সীতা ফুৰি ফুৰি আহি ফল্গুৰ পাৰ পালেহি। সেইখিনি পায়েই ৰামৰ মনত পৰিল যে আজি মোৰ পিতাৰ শ্ৰাদ্ধৰ দিন। সেইকাৰণে তেওঁ বস্তু-বাহানি আনিবৰ

কাৰণে লক্ষ্মণক নগৰলৈ পঠিয়ালে। লক্ষ্মণ ঘোৰাৰ বহুত সময় হ'ল, তথাপি ঘূৰি নাহিল। এইকাৰণে ৰাম চিন্তামগ্ন হৈ পৰিল আৰু তেওঁ স্বয়ং লক্ষ্মণক বিচাৰি ওলাল। ইফালে শ্ৰাদ্ধৰ সময় পাৰ হৈ গৈছে। গতিকে নিৰুপায় হৈ সীতাই ঘৰত যি অলপ বস্তু-বাহানি আছিল, তাকেই ভালকৈ ধুই পখালি স্বামীৰ সলনি নিজেই পূৰ্ব্ব-পুৰুষৰ পিণ্ড দিলে। পূৰ্ব্ব-পুৰুষসকলে বৰ সন্তোষেৰে এই পিণ্ড গ্ৰহণ কৰিলে। যেতিয়া তেওঁলোক পিণ্ড লৈ ঘৰলৈ যাবলৈ ওলাল, তেতিয়া সীতাই তেওঁলোকক সুধিলে—"আপোনালোকে যে নিজেই আহি পিণ্ড লৈ গৈছেহি, সেইটো মোৰ স্বামীয়ে কেনেকৈ জানিব?" তেতিয়া আকাশীবাণী হ'ল, "তুমি সাক্ষী আছা।" সীতাই ফল্গু নৈ, গৰু, অগ্নি আৰু কেতেকী ফুলক ইয়াৰ সাক্ষী ৰাখিলে।

ইয়াৰ পাছত ৰামে লক্ষ্মণৰ সৈতে সকলোবোৰ সামগ্ৰী লৈ তালৈ আহি সীতাক চৰু ( পিণ্ডৰ ভাণ্ড ) সজাবলৈ কলে। কিন্তু সীতাই একো উত্তৰ নিদিলে আৰু চৰুও নসজালে। যেতিয়া শেষত ৰামে ইয়াৰ কাৰণ সুধিলে, তেতিয়া সীতাই সকলো কথা বিৰৰি কলে। কিন্তু, ৰাম-লক্ষ্মণে এই কথা বিশ্বাস নকৰিলে। সেইকাৰণে সীতাই ফল্গু নৈ আদি সকলোবোৰ সাক্ষীক সুধিবলৈ কলে। কিন্তু, তেওঁলোক সকলোৱে 'আমি একো নেজানো' বুলি কলে। এনেতে উপায়হীন হৈ সীতাই আকৌ দ্বিতীয় বাৰ চৰু সজালে আৰু ৰামে পিণ্ডৰ কাৰণে পূৰ্ব্ব-পুৰুষক আবাহন কৰিলে। তেতিয়া আকাশবাণী হ'ল যে জানকীয়ে আমাক তৃপ্ত কৰিলে। কিন্তু, তথাপি ৰামৰ বিশ্বাস নহ'ল। এইবাৰ আকৌ আকাশবাণী হ'ল। ইয়াতো ৰামৰ সন্তোষ নহ'ল। ইয়াৰ পাছত স্বয়ং সূৰ্য্যদেৱে আহি সাক্ষী দিলে আৰু তেতিয়াহে ৰামে বিশ্বাস কৰিলে।

সাক্ষী হৈয়ো তেওঁলোকে সাক্ষী নিদিলে—সেইকাৰণে সীতাই এই চাৰিওকো শাপ দিলে। ফল্গুক কলে—'তুমি পাতালতে থাকিবা।' কেতেকী ফুলক কলে, 'তুমি সদাশিৱৰ কাৰণে অপবিত্ৰ হবা।' গৰুক কলে—'তোৰ মুখ অপবিত্ৰ বুলি আৰু নেজক পবিত্ৰ বুলি ধৰা হ'ব।' অগ্নিক কলে—'তুমি সৰ্ব্ব-ভক্ষ হবা।'

—শিৱপুৰাণ, ৩০ অধ্যায়।

## ৩৯। গৰজি থকা শোণভদ্ৰ

**অগাধ শোণ:** নিৰ্ম্মল পানীৰে ভৰা, অগাধ, পুলিন (পাৰ) মণ্ডিত, এই শোণৰ এনেকুৱাই ৰূপ। 'হে ব্ৰাহ্মন্! আমি কোন পথেদি পাৰ হম?' শ্ৰীৰামচন্দ্ৰই সোধাৰ পাছত বিশ্বামিত্ৰই উত্তৰ দিলে,—"যি পথেদি মহৰ্ষি-সকল পাৰ হয়, সেইটোবেই মোৰ দ্বাৰা কথিত পথ।"

**ক্ষত্ৰিয় গুৰু-শিষ্য:** সাধাৰণতে ক্ষত্ৰিয়ৰ গুৰু ব্ৰাহ্মণ হয়। কিন্তু, ইয়াত গুৰু বিশ্বামিত্ৰও প্ৰকৃততে ক্ষত্ৰিয় আছিল।

**ঘঁৰিয়ালৰ লগত হাতী:** হাহা আৰু হুহু নামৰ দুজন গন্ধৰ্ব্ব আছিল। কোনো এদিন এই দুয়োৰো ভিতৰত বিবাদ উপস্থিত হ'ল—"সঙ্গীত বিদ্যাত আমাৰ দুয়োৰো ভিতৰত কোন্ শ্ৰেষ্ঠ?" তেওঁলোক ইন্দ্ৰৰ ওচৰলৈ গ'ল আৰু তেওঁৰ আগত নিজৰ কলা প্ৰদৰ্শন কৰিলে। ইন্দ্ৰই কলে—"তোমা-লোক দুয়োৰো ভিতৰত কোন্ শ্ৰেষ্ঠ, সেইটো কেৱল দেৱল ঋষিৰ বাহিৰে আৰু আন কোনেও কব নোৱাৰিব।" তেওঁলোকে দেৱল ঋষিৰ ওচৰলৈ গৈ তাত গান গাবলৈ ধৰিলে। সেই সময়ত ঋষি ধ্যান-মগ্ন আছিল। সেইকাৰণে তেওঁ একো কব পৰা নাছিল। গন্ধৰ্ব্বই তেওঁক জড় আৰু অজ্ঞানী বুলি ভাবি অপমান কৰিলে। এইবাৰে ঋষিয়ে তেওঁলোকক মৃত্যুলোকত জন্ম লবলৈ শাপ দিলে। কিন্তু, পাছত তেওঁলোকৰ প্ৰাৰ্থনা শুনি শাপ মোচনৰ কাৰণে কলে—"হৰিয়ে তোমালোকক উদ্ধাৰ কৰিব।"

এইদৰেই তেওঁলোক দুয়ো মৃত্যুলোকলৈ গৈ হাতী আৰু ঘঁৰিয়ালৰ ৰূপত জন্ম ললে। যেতিয়া এবাৰ জলক্ৰীড়াৰ কাৰণে হাতী পানীত নামিল; তেতিয়া ঘঁৰিয়ালে তেওঁৰ ভৰিত ধৰি ললে আৰু তেওঁক ভিতৰলৈ টানি নিলে। পানীৰ বাহিৰলৈ আহিবলৈ গজেন্দ্ৰই অশেষ চেষ্টা কৰিলে, কিন্তু, একো লাভ নহ'ল। তেওঁ অগাধ পানীত উটি গ'ল। যেতিয়া তেওঁৰ সম্পূৰ্ণ শৰীৰ পানীত ডুব গৈ কেৱল শুঁড় ডালহে বাকী আছিল, তেতিয়া তেওঁ ঈশ্বৰক স্তুতি কৰিলে। তেওঁৰ স্তুতি শুনি ঈশ্বৰে আহি তেওঁক ৰক্ষা কৰিলে আৰু দুয়োকো উদ্ধাৰ কৰিলে।

এই কথা পঞ্চৰত্ন-গীতাৰ 'গজেন্দ্ৰ-মোক্ষ'ত আছে।

[ কেইবা বছৰৰ আগতে 'Tug of War'ৰ কাৰণে শ্ৰীকাকাচাহেবে গুজৰাটীত 'গজগ্ৰাহ' শব্দ প্ৰচলন কৰিছিল। ]

ক'লৈ যাম : মহাকবি কালিদাসে শোণৰ এই ভাবক বৰ সুন্দৰ ধৰণেৰে ব্যক্ত কৰিছে। ইন্দুমতীৰ স্বয়ম্বৰ হৈ যোৱাৰ পাছত হতাশ ৰজা সকলে অজৰজাৰ পথৰোধ কৰিলে, তেতিয়া অজৰজাই তেওঁলোকৰ সৈন্যৰ ওপৰত আক্ৰমণ কৰিলে। কালিদাসে ইয়াৰ তুলনা ভাগীৰথীৰ ওপৰত নিজৰ উদ্দাম তৰঙ্গৰ দ্বাৰা জপিয়াই পৰা শোণৰ লগত কৰিছে :—

তস্যাঃ স ৰক্ষাৰ্থম্ অনল্পযোধং
আদিশ্য পিত্ৰ্যং সচিবং কুমাৰঃ।
প্ৰত্যগ্ৰহীৎ পাৰ্থিব বাহিনীং তাং
ভাগীৰথীং শোণ ইবোত্তৰঙ্গঃ।

ৰঘুবংশ ৭-৩৬।

নাল্পে সুখমস্তি ·· তৎ সুখম্ : অলপত সুখ নাই। যি ভূমাই—সমগ্ৰ বিশ্বক নিজৰ ভিতৰত সুমাই লব পাৰে, সেইটোহে সুখৰ স্বৰূপ।

( ছান্দোগ, ৭-২৩ )

৪০। তেৰদালৰ মৰীচিকা

জমখণ্ডী : দক্ষিণ মহাৰাষ্ট্ৰৰ এখন নগৰ।

৪১। চৰ্মণ্বতী=চম্বল

ৰন্তিদেৱ : ভৰতৰ ষষ্ঠ পুৰুষত হোৱা সূৰ্য্যবংশী ৰজা। মহাভাৰতত এওঁৰ প্ৰসঙ্গ দুবাৰ আহিছে। মেঘদূততো ইয়াৰ উল্লেখ আছে।

হৈৰ্কটাম [ শত উক্ষযজ্ঞ ] গ্ৰীক ( য়ুনানী ) সকলৰ এক যজ্ঞ। য'ত এশ বলধ্ গৰুক আহুতি দিয়া হৈছিল।

ভূদেব : ব্ৰাহ্মণ্। অগ্নি আৰু ব্ৰাহ্মণকে দেৱতা সকলৰ মুখ বুলি কোৱা হয়। তেওঁলোকে যি খায়, সি একেবাৰে দেৱতাই পায়।

৪২। নদীৰ সৰোবৰ

বেলাতাল : তাল ( = তালাব ) = পুখুৰী। যেনে, নাইনিতাল, ভীম তাল আদি।

হিমালয়ৰ ওচৰত কমা খুজি : হিমালয়ৰ কেদাৰনাথৰ ওচৰত মন্দাকিনী নামৰ এখন নৈ আছে, এই কাৰণে।

মহাৰাজ পুলকেশী : বাতাপী বংশৰ ৰজা। ষষ্ঠ শতিকাৰ মাজ ভাগত এওঁ মহাৰাষ্ট্ৰৰ সৰু সৰু সকলোবোৰ ৰাজ্য একত্ৰিত কৰি এখন সাম্ৰাজ্য স্থাপন কৰিছিল আৰু অশ্বমেধ যজ্ঞও কৰিছিল। এওঁৰ পুতেক কীৰ্ত্তিবৰ্ম্মাই বাপেকৰ সাম্ৰাজ্য বিস্তাৰ কৰি তাৰ লগত অঙ্গ, বঙ্গ আৰু মগধকো লগ লগাইছিল। ৬০৯ চনত যেতিয়া দ্বিতীয় পুলকেশী ৰাজসিংহাসনত বহিল, তেতিয়া চালুক্য সাম্ৰাজ্য বিন্ধ্যৰ পৰা আৰম্ভ কৰি দক্ষিণফালে পল্লৱ সাম্ৰাজ্যলৈকে বিয়পি আছিল। তেওঁ মালৱ, গুৰ্জ্জৰ, আৰু কলিঙ্গকো নিজৰ অধীন কৰি লৈছিল। তেওঁ সকলোতকৈ ডাঙৰ পৰাক্ৰম তেতিয়া দেখুৱাইছিল :— যেতিয়া মহাৰাজ হৰ্ষই দক্ষিণফালে আক্ৰমণ কৰিলে তেতিয়া পুলকেশীয়ে তেওঁক বাধা দি ৬৩৬ চনত তেওঁক পৰাজিত কৰিলে। পুলকেশী=পুলিকেশী। দক্ষিণফালৰ ভাষাত পুলি=হুলি=বাঘ। যাৰ চুলি (কেশ) বাঘৰ নিচিনা, তেঁৱেই পুলকেশী।

অনাবিলা : য'ত বোকা নাই তেনেকুৱা, স্বচ্ছ।

দশাৰ্ণ : বিন্ধ্যাচলৰ দক্ষিণ-পূব ফালে অৱস্থিত প্ৰদেশ। দশ+ঋণ (দুৰ্গ) য'ত আছে সেই ঠাই। নৈৰ নাম 'দশাৰ্ণা'। মেঘদূতত এইদৰে ইয়াৰ উল্লেখ কৰা হৈছে—

পাণ্ডুচ্ছায়োপবনবৃতয়ঃ কেতকৈঃ সূচিভিন্নৈৰ—
নীড়াৰম্ভৈৰ্গৃহবলিভুজাম্ আকুলগ্ৰামচৈত্যাঃ।
ত্বয্যাসন্নে পৰিণতফলশ্যাম-জম্বূবনান্তাঃ
সম্পৎস্যন্তে কতিপয়দিনস্থায়িহংসা দশাৰ্ণাঃ ॥ ২৩ ॥

বেত্ৰৱতী : মালৱাৰ এখন নৈ, বেতৱা। মেঘদূতত ইয়াৰ নামো উল্লেখ কৰা হৈছে—

তেষাং দিক্ষু প্ৰথিত-বিদিশা-লক্ষণাং ৰাজধানীং
গত্বা সদ্যঃ ফলম্ অবিকলম্ কামুকত্বস্য লব্ধা
তীৰোপান্ত-স্তনিত-সুভগং পাস্যসি স্বাদু যস্মাৎ।
সভ্ৰূভঙ্গং মুখম্ ইৱ পয়ো বেত্ৰৱত্যাশ্চলোৰ্মি ॥ ২৪ ॥

## ৪৩। নিশীথ-যাত্ৰা।

সবিন্দু-সিন্ধু : এই বচন শ্ৰীশঙ্কৰাচাৰ্য্যৰ বিৰচিত 'নৰ্ম্মদাস্তোত্ৰ'ত আছে। এই স্তোত্ৰত নিম্নলিখিত শ্লোক আছে, য'ত নৰ্ম্মদাক 'শৰ্ম্মদা' বুলি কোৱা হৈছে—

ত্বদম্বলীন দীনমীন দিব্য সম্প্ৰদায়কং
কলৌ মলৌঘভাৰহাৰি সৰ্বতীৰ্থনায়কম্
সুমৎস্য-কচ্ছ-নক্ৰচক্ৰ-চক্ৰবাক-শৰ্ম্মদে
ত্বদীয়পাদপঙ্কজং নমামি দেবি নৰ্ম্মদে ॥

মই কাউৰীৰ জাত : কাউৰীয়ে কেতিয়াও অকলে নাখায়। আন কাউৰীক মাতিহে খায়। লিখকৰ নাম যে 'কাকা,' সেইটো পাহৰা উচিত নহয়।

নান্তঃ প্ৰজ্ঞং : মাণ্ডুক্যোপনিষদৰ তুৰীয় ৰূপৰ বৰ্ণনাত এই শব্দ আছে। ইয়াৰ অৰ্থ হৈছে—'তেওঁ অন্তঃপ্ৰজ্ঞ নহয়, আৰু বহিষ্প্ৰজ্ঞও নহয়। তেওঁ উভয়তঃ প্ৰজ্ঞ নহয়, প্ৰজ্ঞানঘনো নহয়। প্ৰজ্ঞও নহয়, অপ্ৰজ্ঞও নহয়।'

## ৪৪। ধোঁৱাধাৰ

পূষন্নেকৰ্ষে আৰু ওঁ ক্ৰতো স্মৰ, কৃতং স্মৰ :—ই ঈশাবাস্যোপনিষদৰ শ্লোক সম্পূৰ্ণ শ্লোক এনেকুৱা—

পূষন্নেকৰ্ষে যম সূৰ্য প্ৰাজাপত্য! ব্যূহ ৰশ্মীন্ সমূহ।
তেজো, যত্তে ৰূপং কল্যাণতমং তত্তে পশ্যামি
যোঽসাবসৌ পুৰুষঃ সোঽহমস্মি ॥ ১৬ ॥
বায়ুৰ্ অনিলম্ অমৃতম্ অথেদং ভস্মান্তং শৰীৰম্
ওঁ ক্ৰতো স্মৰ কৃতং স্মৰ ; ক্ৰতো স্মৰ কৃতং স্মৰ ॥ ১৭ ॥

[ হে জগৎপোষক সূৰ্য্য, হে একাকী যাত্ৰী, হে যম ( সংসাৰৰ নিয়ন্তা ), হে সূৰ্য্য ( প্ৰাণ আৰু ৰসৰ শোষক ), হে প্ৰজাপতি নন্দন। তুমি তোমাৰ নিজৰ ৰশ্মিক সামৰি নিয়া। নিজৰ দীপ্তিক একত্ৰ কৰা। তোমাৰ যি অত্যন্ত কল্যাণকাৰী ৰূপ আছে, তাক মই দেখিছোঁ। সূৰ্য্য-মণ্ডলত থকা যি পৰাৎপৰ পুৰুষ আছে, সি মৱেই।

এতিয়া মোৰ প্ৰাণ সৰ্ব্বাত্মক বায়ু ৰূপত প্ৰাপ্ত হওক আৰু এই শৰীৰ ভস্মীভূত হৈ যাওক। হে মোৰ সঙ্কল্পাত্মক মন, এতিয়া তই মনত পেলা, বিগত দিনত কৰা কাম স্মৰণ কৰ; এতিয়া তই মনত পেলা, নিজে কৰা কৰ্ম্মৰ কথা মনত পেলা।]

চন্দ্ৰগুপ্ত আৰু সমুদ্ৰগুপ্ত: চন্দ্ৰগুপ্তৰ কন্যা প্ৰভাৱতীৰ বাকাটক বংশত বিয়া হৈছিল। তেওঁ কেইবাবছৰলৈকে নিজৰ হাতত শাসন-তন্ত্ৰ ৰাখিছিল। সেই সময়ত চন্দ্ৰগুপ্তই তালৈ কিছুমান আপোন মানুহ পঠিয়াই দিছিল। ইয়াত সেই কথা উল্লেখ কৰা হৈছে। সমুদ্ৰগুপ্তৰ বিজয়-যাত্ৰাত এই প্ৰদেশৰ নামো উল্লেখ কৰা হৈছিল।

কলচুৰী: বাকাটক সাম্ৰাজ্যৰ পতনৰ পাছত বহুতো সৰু সৰু স্বাধীন ৰাজ্যৰ জন্ম হৈছিল। তাৰ ভিতৰত উত্তৰ মহাৰাষ্ট্ৰৰ কলচুৰী মানুহৰো এখন ৰাজ্য আছিল। তেওঁলোকৰ ৰাজধানী ত্ৰিপুৰী আছিল; য'ত ১৯৩৯ চনত কংগ্ৰেছৰ অধিবেশন বহিছিল।

বাকাটক: ২২৫ চনৰপৰা প্ৰায় ৫৪০ চনলৈকে মধ্যপ্ৰান্তৰ বেৰাৰ প্ৰদেশত বাকাটক সাম্ৰাজ্য আছিল। ছয় শতিকাৰ আগৰ দহবছৰ এওঁৰ সৰ্ব্বোচ্চ বৈভৱৰ কাল আছিল। ইয়াৰ ভিতৰত সমগ্ৰ হায়দৰাবাদ, বম্বেৰ মহাৰাষ্ট্ৰ, বেৰাৰ আৰু মধ্যপ্ৰদেশৰ বহুত অংশ সোমাই পৰিছিল। ইয়াৰ বাহিৰেও উত্তৰ কোঙ্কণ, গুজৰাট, মালৱা, ছত্তীসগঢ় আৰু অন্ধ্ৰ প্ৰদেশৰ ওপৰতো ই প্ৰভুত্ব বিস্তাৰ কৰিছিল। সেই সময়ত ভাৰতত আৰু ইমান বিশাল আৰু শক্তিশালী সাম্ৰাজ্য দ্বিতীয় নাছিল।

## ৪৫। শিৱনাথ আৰু ঈৰ

মালিক কাফুৰ: আলাউদ্দিন খিলিজীৰ প্ৰিয়-পাত্ৰ হ'ব খোজা। এওঁ দক্ষিণ ফালৰ ৰাজ্য জিকি তাৰ প্ৰজাৰ ওপৰত বৰ অত্যাচাৰ কৰিছিল।

কালাপাহাৰ: বঙ্গ প্ৰদেশৰ নবাব চুলেমান কৰৰানি আৰু পাছত তেওঁৰ পুতেক দাউদৰ সেনাপতি। অসম, কাশী আৰু উৰিষ্যাত হিন্দুৰ যিমানবোৰ দেৱালয় আছিল, এওঁৰ হাতৰপৰা তাৰ এটাও ৰক্ষা পৰা নাছিল। এওঁ কিছুমান মূৰ্ত্তি ভাঙি পেলালে; কিছুমানক খণ্ডিত কৰিলে

আৰু কিছুমানক মাটিৰ তলত পুতিলে। এওঁ জগন্নাথৰ মূৰ্ত্তি জুইত জলাই সাগৰত পেলাই দিলে। হিন্দুৰ ওপৰত এওঁ অশেষ অত্যাচাৰ কৰিছিল। কিছুমান মানুহে কয় যে এওঁ প্ৰথমতে ব্ৰাহ্মণ আছিল; কিন্তু, কোনো নবাবৰ জীয়েকৰ প্ৰেমত পৰি মছলমান হৈ গ'ল। মছলমান ইতিহাসত এওঁক পাঠান বুলি কোৱা হৈছে। ১৫৬৮ চনত এওঁ উৰিষ্যা জয় কৰিলে। ১৫৮০ চনত এওঁৰ মৃত্যু হ'ল।

নামৰূপ ত্যাগ কৰি: নিম্নলিখিত শ্লোকটো মুণ্ডকোপনিষদৰ শ্লোক (৩-২-৮)।

যথা নদ্যঃ স্যন্দমানাঃ সমুদ্ৰে অস্তং গচ্ছন্তি নামৰূপে বিহায়।
তথা বিদ্বান্ নামৰূপাদ্ বিমুক্তঃ পৰাৎপৰং পুৰুষম্ উপৈতি দিব্যম্।

[ যিদৰে নিৰন্তৰ বৈ থকা নৈয়ে নিজৰ নামৰূপৰ মোহ ত্যাগ কৰি সাগৰৰ লগত মিলিত হয়, সেইদৰে বিদ্বানেও নিজৰ নামৰূপৰ মোহ ত্যাগ কৰি পৰাৎপৰ দিব্য পুৰুষৰ লগত একাকাৰ হৈ যায়। ]

সৰ্বে মহত্বম্ ইচ্ছন্তি: যি বংশত সকলো মানুহে মহত্বশালী হ'বলৈ অভিলাষ কৰে সেই কুল বা বংশ ধ্বংস হয়। সেইদৰেই যি দেশত সকলো মানুহেই নেতা হ'ব খোজে সেইদৰেই বিনাশো অৱশ্যম্ভাৱী।

৪৬। চৰৈদেৱী শিৱনাথ

ৰাক্ষস পদ্ধতিৰ বিবাহ: বিয়াৰ আঠোটা পদ্ধতি আছে—(১) ব্ৰাহ্ম, (২) দৈৱ, (৩) আৰ্ষ, (৪) প্ৰাজাপত্য, (৫) গান্ধৰ্ব, (৬) আসুৰ, (৭) ৰাক্ষস আৰু (৮) পৈশাচ। ইয়াৰ ভিতৰত কন্যাৰ আপোন মানুহক হত্যা কৰি বা হৰুৱাই যি বিয়া কৰা হয়, তাক ৰাক্ষস পদ্ধতিৰ বিয়া বুলি কয়।

৪৭। সূৰ্য্যাৰ স্তোত্ৰ

কাসা: বম্বে প্ৰদেশৰ থানা জিলাৰ এখন গাওঁ। আচাৰ্য্য শঙ্কৰ ৰাও ভিছেৰ নিৰ্দ্দেশত ইয়াত এখন সৰ্ব্বোদয় কেন্দ্ৰ পতা হৈছে। ইয়াৰ কৰ্মী-সকলে জনজাতি 'বাৰ্লী' মানুহৰ মাজত বৰ ভাল কাম কৰিছে।

৪৯। তেজপুলা আৰু সুখা

বদ্ ভাবি: যি হ'ব লগা আছে হ'বলৈ দিয়া।

৫০। ঋষিকুল্যাৰ সহিষ্ণুতা

সৱিৎপিতা : পৰ্ব্বত।

সৱিৎপতি : সাগৰ।

অচলৰ উপস্থান ...... দিব : শ্ৰীকাকাচাহেবে এতিয়া পৰ্ব্বতৰ বৰ্ণনা লিখিবলৈ আৰম্ভ কৰিছে। ইয়াত সেই কথাৰ উল্লেখ আছে।

৫১। সহস্ৰধাৰা

আচাৰ্য্য ৰামদেব : স্বামী শ্ৰদ্ধানন্দৰ সহায়ক। হৰিদ্বাৰ গুৰুকুলৰ আচাৰ্য্য।

৫২। গুচ্ছুপানী

চন্দন : শ্ৰীকাকাচাহেবৰ বোৱাৰীয়েক। চন্দন কালেলকৰ।

৫৪। পৰশুৰাম কুণ্ড

নহি বেৰেন বেৰানি : ধৰ্ম্মপদৰ সম্পূৰ্ণ শ্লোক এনেকুৱা :

নহি বেৰেন বেৰানি সম্মন্তীধ কুদাচনং।
অবেৰেন চ সম্মন্তি এস ধম্মো সনন্তনো ॥৫॥

[ শত্ৰুতা শত্ৰুতাৰ দ্বাৰা কেতিয়াও শান্ত নহয়, মিত্ৰতাৰ দ্বাৰাহে শত্ৰুতাৰ বিনাশ হয়। ]

৫৬। প্ৰথম সমুদ্ৰ দৰ্শন

মুৰগাওঁ : গোৱাৰ এখন নগৰ; ইংৰাজীত যাক 'মাৰ্মাগোৱা' বুলি কয়। ই পশ্চিম পাৰৰ এটা সুন্দৰ বন্দৰ। সামৰিক দৃষ্টিৰ ফালৰ পৰা ইয়াৰ যথেষ্ট গুৰুত্ব আছে।

দুধ সাগৰ : পাহাৰৰ শিখৰৰ পৰা পানী এইদৰে তললৈ জপিয়াই পৰে যে ই লগে লগে ঠিক গাখীৰৰ দৰেই কাব্যময় স্বচ্ছ প্ৰপাতত পৰিণত হৈ যায়। এই কাৰণে ইয়াৰ নাম 'দুধ সাগৰ' হ'ল।

কেশু :—কেশব, শ্ৰীকাকাচাহাবৰ ভায়েক।

দত্তু : শ্ৰীকাকাচাহেবৰ পূৰা নাম হৈছে শ্ৰীদত্তাত্ৰেয় বালকৃষ্ণ কালেল-কৰ। দত্তাত্ৰেয়ৰ সংক্ষিপ্ত ৰূপ দত্তু।

গোন্দু :—গোবিন্দ, কাকাচাহেবৰ আন এজন ভায়েক।

## ৫৭। ছাপৰ চনৰ ভোক

ঝাউ ( সৰো ) গছ : কাৰবাৰত ঝাউ গছৰ এখন সুন্দৰ উপবন আছে। 'মৰণ-যাত্ৰা'ৰ 'সৰোপার্ক' নামৰ প্ৰবন্ধত ইয়াৰ বর্ণনা পঢ়ক।

## ৫৮। মৰুভূমি বা সৰোবৰ

সৰ্বং সমাপ্নোষি : 'এওঁ গোটেই সংসাৰত ব্যাপ্ত হৈ আছে। এতেকে এৱেঁই সৰ্ব্ব।' গীতা—১১-৪০।

## ৫৯। চান্দীপুৰ

মহাশ্বেতা : বানভট্টৰ বিখ্যাত কথা 'কাদম্বৰী'ৰ নায়িকা কাদম্বৰীৰ সখী।

কাদম্বৰী : বানভট্টৰ কথাৰ নায়িকা। কাদম্বৰীৰ মূল অৰ্থ হৈছে : মদ, সুৰা।

মদালসা : শ্ৰীযমুনালাল বজাজৰ জীয়েক।

আপো নাৰা : পানীক 'নাৰা' বোলা হৈছে। পানী নৰ অৰ্থাৎ পৰমাত্মাৰ পৰা জন্ম হৈছে। এই পানী প্ৰথমতে তেওঁৰ ( পৰমাত্মাৰ ) অয়ন ( নিবাসস্থান ) আছিল। এই কাৰণেই পৰমাত্মাক নাৰায়ণ ( পানীত যাৰ বাসস্থান আছে তেওঁ ) বোলা হয়। মনুস্মৃতি ১-১০।

প্ৰথম প্ৰভাত : ৰবীন্দ্ৰ নাথৰ বিখ্যাত ৰাষ্ট্ৰীয় গীত। সম্পূৰ্ণ গানটো এনেকুৱা—

অয়ি ভুবন মনোমোহিনি
অয়ি নিৰ্ম্মল-সূৰ্য্য কৰোজ্জ্বল-ধৰণি
জনক-জননী-জননি অয়ি
নীল-সিন্ধু-জল-ধৌত চৰণতল
অনিল-বিকম্পিত শ্যামল অঞ্চল
অম্বৰ চুম্বিত-ভাল হিমাচল
শুভ্ৰ-তুষাৰ-কিৰিটিনি-অয়ি ;
প্ৰথম প্ৰভাত উদয় তব গগনে
প্ৰথম সাম-ৰব তব তপোবনে

প্ৰথম প্ৰচাৰিত তব বন ভবনে
জ্ঞান ধৰ্ম্মকত কাব্য-কাহিনি-অয়ি
চিৰ কল্যাণময়ী তুমি ধন্য
দেশ-বিদেশে বিতৰিছ অন্ন
জাহ্নবী যমুনা-বিগলিত কৰুণা
পুণ্য-পীযুষ-স্তন্য-বাহিনী অয়ি।

৬০। সাৰ্ব্বভৌম জোৱাৰ ভাটা

সু-গত : ভগবান বুদ্ধৰ এটা নাম। এক বিশেষ 'মিচন' লৈ যি আহে, তেওঁ তথাগত। সকলো সঙ্কল্প আৰু সংস্কাৰ নাশ কৰি যি নিৰ্ব্বাণৰ ওচৰ চাপে তেৱেঁই সু-গত।

৬১। অৰ্ণৱৰ আমন্ত্ৰণ

অৰ্ণৱ : অৰ্ণৱ শব্দত 'ঋ' ধাতু আছে। ইয়াৰ অৰ্থ হৈছে উথল-মাথল লগোৱা ; ফেনে ফোটোকাৰে ওফন্দি থকা। যি অশান্ত, তাকেই অৰ্ণ= পানী বোলে। য'ত এনেকুৱা পানী আছে, তাক অৰ্ণৱ বোলে।

'ঋণোত্যৰ্ণঃ। অৰ্ণাংসি উদকানি অত্ৰ সন্তি ইতি অৰ্ণৱঃ'।

অঘমৰ্ষণ সূক্ত :—ঋগ্বেদৰ ১০ম মণ্ডলৰ ১১০ সূক্ত। তাৰ ঋষিৰ নামো অঘমৰ্ষণ আছিল। ৰাতিপুৱা গধূলি, সন্ধ্যাবন্দনাৰ সময়ত এই সূক্ত গোৱা হয়। কাকাচাহেবে লিখিছে "অঘমৰ্ষণৰ অৰ্থ ই হৈছে পাপক ধুই পেলোৱা।" কিন্তু এই সূক্তত পাপৰ উল্লেখ পৰ্য্যন্ত নাই। ইয়াত ঋষিয়ে কৈছে : "বাহ্য বিশ্বৰ বিশালতাক অনুভৱ কৰা হৃদয়ৰ নিবিড়তাক পৰীক্ষা কৰা—এই সকলোবোৰ আন্তৰিক আৰু বাহ্য সৃষ্টি কাৰ আধাৰত স্থিৰ হৈ আছে, সেইটো চোৱাঁ। কাল আৰু সৃষ্টিৰ অসীমতাৰ কথা ভাবাঁ। ইয়াৰ দ্বাৰা তোমাৰ মন আপোনা আপুনি বিশাল হৈ যাব। বিশাল মনৰ ভিতৰত পাপৰ স্থান নাই।"

"এই অনাদি-অনন্ত সৃষ্টিতে 'ঋতম্' আৰু 'সত্যম্'এই হৈছে স্থায়ী 'ঋতম'ৰ অৰ্থ হৈছে বিশ্বৰ সাৰ্ব্বভৌম নিয়ম 'চৰাচৰ সৃষ্টিৰ সনাতন ধৰ্ম্ম। ইয়াৰ সহায়তেঅনাদি-অনন্ত সৃষ্টি চলে (ঋ=চলা)। এই 'ঋতম্'ৰ ভিতৰত যি পৰম তত্ত্ব আছে, যি শাশ্বত আছে, আৰু যি অবিনাশ শক্তি আছে, তাক

সত্য বুলি কোৱা হয়। এই সত্য সৰ্ব্বব্যাপী। এতেকে এওঁক বিষ্ণু ( সকলো ঠাইতে প্ৰবেশ কৰিব পৰা, ব্যাপ্ত হৈ থকা ) বোলে। 'সত্যম্' আৰু 'ঋতম্'ৰ দ্বাৰাইহে এই সংসাৰৰ জন্ম হয় ; বিলীন হয়, আকৌ জন্ম লয়। বিশ্বচক্ৰ তপৰ যোগেদি চলে। এই বিশ্বতো কেৱল পৰমাত্মাৰ মহিমা, পৰমাত্মা ইয়াতকৈয়ো বিৰাট। তেওঁ সুখৰ ধাম, আনন্দৰ নিধান। তেওঁৰ কল্পনা যিমানেই অন্তৰত ব্যাপ্ত হৈ পৰে, আমাৰ হৃদয়ো সিমানেই স্বচ্ছ হৈ যায়। যিদৰে তোমাৰ অন্তৰ বহল হ'ব, সেই দৰে তোমাৰ পাপলৈকো ঘৃণা জন্মিব। তেতিয়া তোমাৰ ওচৰত পাপে ঠায়েই নাপাব। 'যো বৈ ভূমা তৎ সুখম্॥ নাল্পে সুখম্ অস্তি।' ইমানেই বুজি লোৱা। এয়েই পাপ নাশক মন্ত্ৰ।"

বৰুণ : বেদত বৰুণক পশ্চিম দিশৰ আৰু সাগৰৰ অধীশ্বৰ বুলি কোৱা হৈছে। বৃ ( আবৰি লোৱা ) + উন ( কৃতাৰ্থে প্ৰত্যয় )। যি পৃথিৱীক আবৰি লৈছে।

ভুজ্যু : ঋগ্বেদত ইয়াৰ কথা আছে। প্ৰবাদ আছে যে এবাৰ ভুজ্যুক তেওঁৰ পুতেক তুগ্ৰৰ ওপৰত খং উঠিল। এই কাৰণে বাপেকে তুগ্ৰক আন এটা দ্বীপত থকা শত্ৰুৰ বিপক্ষে যুঁজিবলৈ পঠাই দিলে। বাটত তেওঁৰ জাহাজ ফুটি গ'ল আৰু তেওঁ বৰ কঠিন পৰিস্থিতিৰ সম্মুখীন হৈ পৰিল। কিন্তু অশ্বিনী কুমাৰ সকলে এশডাল ব'ঠা থকা এখন নাৱত আহি তেওঁক সুৰক্ষিত ঠাইত থলে।

জলোদৰ : উদৰী বেমাৰ, যি বেমাৰত পেট বাঢে আৰু পেটত পানী হয়। লিখকে ইয়াত জলৰূপী উদৰৰ অৰ্থত এই শব্দৰ প্ৰয়োগ কৰিছে।

সিন্দ্‌বাদ : 'আৰেবিয়ান নাইট্‌চ্‌'ত এওঁৰ সাতোটা ভ্ৰমণৰ ৰোচক কাহিনী আছে।

সিংহপুত্ৰ বিজয় : চিল'নৰ প্ৰাচীনতম পৰম্পৰাৰ অনুসৰি খৃষ্টপূৰ্ব্ব ছয় শতিকাৰ ৰাজভাগত সৌৰাষ্ট্ৰৰ সিংহপুৰৰ ৰাজকুমাৰ বিজয়ে সাহসপূৰ্ণ যাত্ৰা কৰি চিল'ন্ পাইছিলহি। বিদ্বান সকলৰ কথানুসৰি তেওঁ পৌৰাণিক নহয়, বৰং ঐতিহাসিক ব্যক্তি। ( "ভাৰতীয় আৰ্য্যভাষা আৰু হিন্দী" চাওক : লিখক শ্ৰীসুনীতিকুমাৰ চাটাৰ্জ্জী। )

ভৃগুকচ্ছ : আজিৰ ভৰোচ।

সোপাৰা : প্ৰাচীন শূৰ্পাৰক।

দাভোল : পশ্চিম পাৰত অৱস্থিত এটা অতি মনোৰম আৰু গুৰুত্বপূৰ্ণ বন্দৰ।

মঙ্গলাপুৰী : আজিৰ মঙ্গলুৰ বা মঙ্গলোৰ।

তাম্ৰদ্বীপ : চিল'ন, লঙ্কা।

জাভা আৰু বালি দ্বীপ : এই দ্বীপ চিঙ্গাপুৰৰ দক্ষিণফালে। ইয়াৰ ধৰ্ম্ম হৈছে ইচ্‌লাম, কিন্তু তথাপি আজিও ইয়াত হিন্দু সংস্কৃতিৰ প্ৰভাৱ বিদ্যমান।

তাম্ৰলিপ্তি : আজিৰ তমলুক।

দশোদিশত : মহাবংশত লিখা আছে যে বৌদ্ধ ধৰ্ম্মৰ প্ৰচাৰক মোগলীপুত্ৰ (তিসস) স্থবিৰে সঙ্গীতিৰ কাম সম্পূৰ্ণ কৰাৰ পাচত ভবিষ্যতৰ কাৰণে ভাবিলে। লগতে এইটোও ভাবিলে যে মধ্যদেশৰ বাহিৰত বৌদ্ধধৰ্ম্মৰ প্ৰচাৰ হোৱাৰ সম্ভাৱনা আছে, এই কাৰণে কাতি মাহত কিছুমান স্থবিৰক বেলেগ বেলেগ ঠাইলৈ পঠাই দিলে। কাশ্মীৰ আৰু গান্ধাৰলৈ মজ্ঝন্তিকক, মহিষ মণ্ডললৈ মহাদেৱ স্থবিৰক, বনবাসীলৈ ৰক্ষিতক, মহাৰাষ্ট্ৰলৈ মহাধৰ্ম্ম ৰক্ষিতক আৰু য়োন (যবন) সকলৰ দেশলৈ মহাস্থবিৰক পঠিয়ালে।

"মজ্ঝিম স্থবিৰক হিমৱন্ত (হিমালয়) প্ৰদেশলৈ তথা সোণ আৰু উত্তৰ এই দুয়োজন স্থবিৰক সুবৰ্ণভূমি (ব্ৰহ্মদেশ) লৈ পঠিয়াই দিলে। মহামহিন্দ, ইট্টিয়, উত্তিয়, সম্বল আৰু ভদ্দসাল এই পাঁচজন স্থবিৰ শিষ্যক 'তোমালোক মনোৰম লঙ্কা দ্বীপলৈ গৈ পবিত্ৰ বৌদ্ধধৰ্ম্ম স্থাপন কৰা' বুলি কৈ সেই দ্বীপলৈ পঠাই দিলে। ১০৮

ধৰ্ম্ম-বিজয় : কলিঙ্গ-বিজয় কৰাৰ পাছত মহাৰাজ অশোকৰ মনত যি জন্মিছিল, তাক তেওঁ শিলালিপিত খোদাই কৰাইছিল। তাত তেওঁ কৈছে, "মহাৰাজৰ মতানুসাৰে ধৰ্ম্মৰ দ্বাৰা প্ৰাপ্ত হোৱা বিজয়হে শ্ৰেষ্ঠ বিজয়।"

গঁড়ৰ দৰে নিৰ্ভীক : মূল বৌদ্ধ গ্ৰন্থত গঁড় নহয়, বৰং গঁড়ৰ শিঙৰহে উপমা দিয়া হৈছে। সকলো প্ৰাণীৰে দুটা শিং থাকে, কিন্তু গঁড়ৰ নাকত কেৱল এটাহে শিং থাকে, ধম্মপদত এই প্ৰসঙ্গত কেৱল হাতীৰ উপমাহে

দিয়া হৈছে :

সো চে লভেথ নিপকং সহায়ং সদ্ধিঞ্চৰং সাধু বিহাবিধীৰং
ৰাজা চ ৰট্‌ঠং বিজিতং পহায় একো চৰে মাতঙ্গৰঞ্ঞেৰ নাগো ॥

( জীৱনৰ যাত্ৰা পথত যদি নিপুণ সংগীয়া, সাধু আৰু বীৰপুৰুষ বন্ধুৰূপে পোৱা নাযায়, তেতিয়াহলে যিদৰে ৰজাই পৰাজিত ৰাজ্য ত্যাগ কৰি অকলে গুচি যায় বা মাতঙ্গ (হাতী) অকলশৰে অৰণ্যত ঘূৰি ফুৰে, সেইদৰে অকলেই ফুৰা উচিত। )

একসস্ চৰিতং সেয্যো নত্থি বালে সহায়তা।
একো চৰে ন চ পাপানি কয়িৰা অপ্পোস্সুক্কো মাতঙ্গৰঞ্ঞেৰ নাগো ॥

( অকলশৰীয়া হৈ নিজৰ দৈনন্দিন কাম কৰি যোৱা উচিত। বালক ( অজ্ঞানী )ৰ পৰা কোনো সহায় পোৱা নাযায়। অৰণ্যত থকা মাতঙ্গ ( হাতী )ৰ দৰে অকলশৰীয়া হৈ নিজৰ কাম কৰি যোৱা উচিত। কোনো পাপ-কৰ্ম্ম কৰা অনুচিত। )

সোপাৰা, কান্‌হেৰী, ঘাৰাপুৰী : বম্বেৰ দাঁতিকাষৰৰ বৌদ্ধ গুহা।

খণ্ডগিৰি, উদয়গিৰি : উৰিষ্যাৰ দুটা পৰ্ব্বত। ইয়াত বৌদ্ধ-গুহা আছে। সম্ৰাট খাৰবেলৰ বিখ্যাত শিলালিপিও ইয়াতে আছে।

মহিন্দ আৰু সংঘমিত্ৰা : অশোকে তেওঁৰ পুতেক মহেন্দ্ৰ আৰু জীয়েক সংঘমিত্ৰাক বৌদ্ধধৰ্ম্ম প্ৰচাৰ কৰিবৰ কাৰণে লঙ্কালৈ পঠাইছিল।

ৱাইকিং : ইউৰোপৰ উত্তৰ সাগৰৰ ৮ শতিকাৰপৰা ১০ শতিকালৈকে লুট-পাত কৰা দস্যু।

লক্ষ্মীৰ পিতা : সাগৰৰ পৰাই লক্ষ্মীৰ জন্ম হৈছে ; এইকাৰণে পুৰাণত সাগৰক লক্ষ্মীৰ বাপেক বুলি কোৱা হৈছে। ইয়াত লিখকে এই কাহিনীৰ আলম লৈ এই শব্দক সাগৰত যাত্ৰা কৰোঁতে পোৱা লক্ষ্মীৰ অৰ্থত প্ৰয়োগ কৰিছে।

সৰ্বে সন্তু নিৰাময়াঃ :— সম্পূৰ্ণ শ্লোক এনেকুৱা :

সৰ্বেঽত্ৰ সুখিনঃ সন্তু সৰ্বে সন্তু নিৰাময়াঃ।
সৰ্বে ভদ্ৰাণি পশ্যন্তু মা কশ্চিদ্ দুঃখম্ আপ্নুয়াৎ ॥

[ সকলো সুখী হওক, সকলোৱেই নিৰাময় ( = নিৰোগ ) হওক। সকলোৰে মঙ্গল হওক, কোনেও যেন দুঃখ ভোগ নকৰক। ]

## ৬২। দক্ষিণ সীমান্তত

ধনুষ্কোটী: ধনুষ্কোটীত দুখন সাগৰৰ মাজত মাটিৰ যি অংশ বিয়পি আছে, সি ধেনু ভিৰিয়া। এইকাৰণেই এই ঠাইৰ নাম ধনুষ্কোটী হ'ল।

ৰত্নাকৰ আৰু মহোদধি: দুয়োৰো অৰ্থ একেই—সাগৰ।

প্ৰশস্ত: মূল অৰ্থ হৈছে কল্যাণময়, শুভ, কুশল, প্ৰশংসা পাত্ৰও হ'ব পাৰে। ইয়াত দুয়োটা অৰ্থতে ইয়াক প্ৰয়োগ কৰা হৈছে। বঙালী আৰু মাৰাঠীত এই শব্দৰ আৰু এটা অৰ্থ আছে—বহুল, বিশাল। ইয়াত এই অৰ্থতো লব পাৰি।

আত্মনি অপ্ৰত্যয়ঃ: যাৰ নিজৰ আত্মা বা নিজৰ ওপৰত বিশ্বাস নাই।

'বলবদপি শিক্ষিতানাং আত্মনি অপ্ৰত্যয়ং চেতঃ।' শকুন্তল।

ভূমিকাৰ ওপৰত দৃঢ় হৈ থাকি: দুখন সাগৰৰ মাজত থিয় হৈ থাকিবৰ কাৰণে যি মাটি আছিল, তাৰ ওপৰত থিয় হৈ। অল্পাৰ্থত 'ক' প্ৰত্যয়। এই কাৰণে ইয়াত 'অল্প' অৰ্থও বুজোৱা হৈছে।

'ৰঘুবংশত লিখা কালিদাসৰ বৰ্ণনা: ১৩ সৰ্গত ৰাৱণবধৰ পাছত ৰামে সীতাক লগত লৈ পুষ্পক ৰথত বহি যেতিয়া অযোধ্যালৈ উলটি গৈছিল, তেতিয়া লঙ্কাৰ পৰা ওলাই সাগৰ পাৰ হওঁতে কিছুমান শ্লোকত সাগৰৰ বৰ্ণনা কৰিছে:

বৈদেহি পশ্যামলয়দ্বিভক্তং মৎসেতুনা ফেনিলমম্বুৰাশিম্।
ছায়াপথেনেৱ শৰৎপ্ৰসন্নম্ আকাশমাবিষ্কৃতচাৰু তাৰম্॥ ২ ॥
গৰ্ভং দধত্যৰ্কমৰীচয়ো অস্মাদ্ বিবৃদ্ধিমত্ৰাশ্নুৱতে বসূনি।
অবিন্ধনং বহ্নিমসৌ বিভৰ্তি প্ৰহ্লাদনং জ্যোতিৰজন্যনেন॥ ৪ ॥
তাং তামৱস্থাং প্ৰতিপদ্যমানং স্থিতং দশ ব্যাপ্য দিশো মহিম্না।
বিষ্ণোৰিৱাস্যানৱধাৰণীয়ম্ ঈদৃক্তয়া ৰূপমিয়ত্তয়া বা॥ ৫ ॥
সসত্বমাদায় নদীমুখাম্ভঃ সম্মীলয়ন্তো বিবৃতাননত্বাৎ।
অমী শিৰোভিস্তিময়ঃ সৰন্ধ্ৰৈৰূৰ্ধ্বং বিতন্বন্তি জলপ্ৰৱাহান্॥ ১০ ॥

মাতঙ্গনক্রৈঃ সহস্যোৎপতদ্ভির্ভিন্নাদ্বিধা পশ্য সমুদ্রফেনাম্।
কপোলসংমর্পিতয়া য যেষাং ব্রজন্তি কর্ণক্ষণচামরত্বম্ ॥ ১১ ॥
বেলানিলায় প্রসৃতা ভুজঙ্গা মহোর্মিবিস্ফূর্জথুনির্বিশেষাঃ।
সূর্যাংশুসম্পর্ক-সমৃদ্ধরাগৈর্ব্যজ্যন্ত এতে মাণভিঃ ফণস্থৈঃ ॥ ১২ ॥
তবাধরস্পর্ধিষু বিদ্রুমেষু পর্যস্তমেতৎসরসোর্মিবেগাৎ।
উর্ধ্বাংকুরপ্রোতমুখং কথংচিৎ ক্লেশাদপক্রামতি শঙ্খযূথম্ ॥ ১৩ ॥
প্রবৃত্তমাত্রেণ পয়াংসি পাতুম্ আবর্তবেগভ্রমতা ঘনেন।
আভাতি ভূয়িষ্ঠময়ং সমুদ্রঃ প্রমথ্যমানো গিরিণেব ভূয়ঃ ॥ ১৪ ॥
দূরাদয়শ্চক্রনিভস্য তন্বী তমালতালীবনরাজিনীলা।
আভাতি বেলা লবণাম্বুরাশের্ধারানিবদ্ধেব কলঙ্করেখা ॥ ১৫ ॥
বেলানিলঃ কেতকরেণুভিস্তে সম্ভাবয়ত্যানন মায়তাক্ষি।
মামক্ষমং মণ্ডনকালহানেৰ্বেত্তীব বিম্বাধরবদ্ধতৃষ্ণম ॥ ১৬ ॥
এতে বয়ং সৈকতভিন্নশুক্তি-পর্যস্তমুক্তাপটলং পয়োধেঃ।
প্রাপ্তা মুহূর্তেন বিমানবেগাৎ কূলং ফলাবর্জিতপূগমালম্ ॥ ১৭ ॥

পর্বত পরমাণৌ চঃ ইয়াৰ আগৰ পদ এনেকুৱা—'কবয়ঃ কালিদাসাদ্যাঃ কবয়ো বয়মপ্যমী।' সম্পূর্ণ শ্লোকৰ অৰ্থ এনেকুৱা হয়—"কালিদাস আদিও কবি, আমিও কবি। পৰ্ব্বত আৰু পৰমাণুৰ ভিতৰত সমান পদাৰ্থ তত্ত্ব আছে।"

যিবোৰ বানৰ যুথ মুখ্যাইঃ 'ৰামৰক্ষা' স্তোত্ৰত হনুমান স্তুতিৰ শ্লোক এইদৰে আছে :—

মনো-জবং মারুত-তুল্য-বেগং
জিতেন্দ্রিয়ং বুদ্ধিমতাং বরিষ্ঠং।
বাতাত্মজং বানর-যূথ-মুখ্যং
শ্রীরাম-দূতং মনসা স্মরামি ॥

সাম্পৰায়ঃ মৃত্যুৰ পাছৰ অৱস্থা। কঠোপনিষদত নচিকেতাই যমৰাজক সাম্পৰায়ৰ সম্বন্ধে সুধিছিল।

উদয়ে সবিতাঃ সূৰ্য্য উদয়ৰ সময়ত ৰঙা হয় আৰু অস্ত যাবৰ সময়তো

বণ্ডা হয়। সেইদৰে জ্ঞানী মানুহ সম্পদ আৰু বিপদ দুয়ো সময়তে অবিচলিত হৈ থাকে।

এতিয়া এই ত্ৰিবিধ পূৰ্ণতাৰ ভিতৰত পৰা...... : মনত পেলাওক :—

পূৰ্ণম্ অদঃ পূৰ্ণম্ ইদং পূৰ্ণাৎ পূৰ্ণম্ উদচ্যতে।
পূৰ্ণস্য পূৰ্ণমাদায় পূৰ্ণমেবাৱশিষ্যতে ॥

ব্ৰাহ্ম মুহূৰ্ত : প্ৰায় ৰাতিপুৱা ৩॥০ বজাৰ সময়। আত্ম-চিন্তনৰ কাৰণে এই সময়ক উৎকৃষ্ট বুলি কোৱা হৈছে। 'ব্ৰাহ্মে মুহূৰ্তে চোথায় চিন্তয়েচ্চিত-মাত্মনঃ।'

উদৰ-ভৰন নামৰ যজ্ঞ-কৰ্ম : তুলনা কৰক :—

বদনীং কবল ঘেতাং না ঘ্যা শ্ৰীহৰিচেং
সহজ হবন হোতেং নাম ঘেতাং ফুকাচেং।
জীৱন কৰি জিবিত্বা অন্ন হেং পূৰ্ণব্ৰহ্ম
উদৰভৰণ নোহে জানিজে যজ্ঞকৰ্ম ॥

[ মুখত ভাতৰ গৰাহ লৈ হৰিৰ নাম লোৱা। ভগৱানৰ নাম ললে হোমৰ ফল পোৱা যায়। অন্নই হৈছে পূৰ্ণব্ৰহ্ম আৰু তেওঁ বয়সৰ বৃদ্ধি কৰে। এইটো উদৰ-ভৰণ নহয়, বৰং ইয়াক যজ্ঞ-কৰ্ম্ম বুলিহে কব পাৰিব। ]

কন্যাকুমাৰীৰ কাহিনী : বণ্ডাসুৰ নামৰ দানৱে সদাশিৱক আৰাধনা কৰিলে আৰু 'মোক কোনো তত্বই বিনাশ কৰিব নোৱাৰে' এইবুলি হিৰণ্যকশিপুৰৰ দৰে বৰ মাগি ললে। কিন্তু এই দীঘলীয়া সূচীত কুমাৰী কন্যাৰ নাম ভৰাবলৈ তেওঁ পাহৰি গ'ল। এই দানৱে বৰ দান পাই নিৰ্ভয় হৈ সংসাৰত বৰ অত্যাচাৰ কৰিবলৈ ধৰিলে। গোটেই পৃথিৱী ভয়ত কঁপি উঠিল। সদাশিৱই পাৰ্ব্বতীক কুমাৰীৰ বেশ ধাৰণ কৰি পৃথিৱীলৈ যাবলৈ কলে। পাৰ্ব্বতীয়ে ললিতা দেৱীৰ অৱতাৰ লৈ দানৱক মাৰি পেলালে। এতিয়া হাতত কুঙ্কুম আৰু অক্ষত ( পূজাৰ চাউল ) লৈ বিয়াৰ কাৰণে মহাদেৱৰ অপেক্ষা কৰিবলৈ ধৰিলে। কাৰণ আগৰপৰা এইদৰে ঠিক কৰা আছিল। সদাশিৱ পাৰ্ব্বতীৰ ওচৰলৈ আহিবলৈ ওলাইছিল ; কিন্তু বাটত খঙাল দুৰ্ব্বাসাৰ লগত তেওঁৰ দেখা হ'ল। তেওঁক অভ্যৰ্থনা জনাওঁতে অলপ

সময় লাগিল ; এনেতে কলিযুগ আহি পৰিল। আৰু কলিযুগত এই বিয়া হ'ব নোৱাৰে।

এতেকে পাৰ্ব্বতীয়ে তেওঁৰ হাতৰ কুঙ্কুম আৰু অক্ষত পেলাই দি কলিযুগৰ শেষ হ'বৰ কাৰণে অপেক্ষা কৰি তাতে বৈ থাকিল। এতিয়াও সাগৰৰ পাৰত পাৰ্ব্বতীয়ে পেলোৱা অক্ষত বালিৰূপে পোৱা যায়। শ্ৰদ্ধালু মানুহে এই অক্ষত মুখত দিলেই প্ৰসূতিৰ বেদনা কম হয় বুলি বিশ্বাস কৰে। কুঙ্কুমৰ নিচিনা ৰঙা বালিৰতো তাত অন্তই নাই।

## ৬৩। কৰাচীলৈ যাওঁতে

অনুৰাধা, কৃষ্ণচন্দ্ৰ : অনুৰাধা নক্ষত্ৰ। কৃষ্ণচন্দ্ৰ = কৃষ্ণপক্ষৰ চন্দ্ৰমা। ইয়াত লিখকে ৰাধা আৰু কৃষ্ণ এই দুয়োটা শব্দ যথাযোগ্য ব্যৱহাৰত লগাইছে।

## ৬৪। সাগৰৰ পিঠিত

গিৰিধাৰী : আচাৰ্য্য কৃপালনি দেৱৰ ভতিজাক। সেই সময়ত তেওঁ লিখকৰ লগত শান্তিনিকেতনত আছিল।

আগুনের পরশমণি ছোঁয়াও প্রাণে : সম্পূৰ্ণ গানটো এনেকুৱা :—

আগুনের পরশমণি ছোঁয়াও প্রাণে
এ জীবন পুণ্য করো দহন-দানে।
আমার এই দেহখানি তুলে ধরো,
তোমার ঐ দেবালয়ের প্রদীপ করো,
নিশিদিন আলোক-শিখা জ্বলুক গানে।
আঁধারের গায়ে গায়ে পরশ তব
সারা রাত ফোটাক তারা নব নব
নয়নের দৃষ্টি হতে ঘুচবে কালো
যেখানে পড়বে সেথায় দেখবে আলো
ব্যথা মোর, উঠবে জ্বলে ঊর্দ্ধ পানে।

আকাশত বিদবে কেৱল অকলে চন্দ্র গৈ থাকে: ৰবীন্দ্রনাথৰ আন এটা গানত এনেকুৱা ধৰণৰে ছবি আছে :—

আজি শুক্লা একাদশী, হেরো নিদ্রাহারা শশী।
ঐ স্বপ্ন পারাবারের খেয়া একলা চালায় বসি॥

ধ্যেয়: সদা : সূৰ্য্য মণ্ডলৰ মাজত অৱস্থিত পদ্মাসনৰ ওপৰত বিৰাজমান তথা কেয়ূৰ, মকৰ-কুণ্ডল, কিৰীটি আৰু হাৰ ধাৰণ কৰোঁতা, সুবৰ্ণময় শৰীৰী, শঙ্খ-চক্র-ধাৰী নাৰায়ণৰ সদায় ধ্যান কৰিব লাগে।

জীৱত বাম: আচাৰ্য্য কৃপালনী।

ভয়ঙ্কৰ দিবা: দিব্য = কষ্টি পাথৰ, পৰীক্ষা। মাৰাঠীত "ভয়ঙ্কৰ দিব্য" নামৰ এখন উপন্যাস বৰ বিখ্যাত।

আত্মন্যেৱ সন্তুষ্ট: আত্মাৰ ভিতৰতে সন্তুষ্ট। গীতা ৩-১৭।

সম্পূৰ্ণ শ্লোক এনেকুৱা—

যস্ত্বাত্ম-ৰতিৰেৱ স্যাদাত্ম তৃপ্তশ্চ মানবঃ।
আত্মন্যেৱ চ সন্তুষ্টস্তস্য কাৰ্য্যং ন বিদ্যতে॥

## ৬৫। সৰোবিহাৰ

কিন্তু কাৰ্য্যৰ সৌন্দৰ্য্য দূৰৰ পৰাহে উপভোগ কৰিব পাৰি: 'Tis distance lends enchantment to the view.

শকুন্তলাৰ দৰে: 'অভিজ্ঞান শকুন্তলম'ৰ তৃতীয় অঙ্কৰ শেহত শকুন্তলাই দুষ্মন্তৰ লগত বিশ্ৰান্তালাপ কৰিছিল; এনেতে তালৈ গৌতমী আহিল। এইকাৰণে শকুন্তলাই ৰজাক লতাবোৰৰ পাছফালে লুকাবলৈ কলে আৰু যাবৰ সময়ত লতাবোৰক কলে—'লতাবলয়, সন্তাপহাৰক, আমন্ত্রয়ে ত্বাং ভূয়োঅপি পৰিভোগায়।' এইদৰেহে লতা মণ্ডপৰ চেলু লৈ ৰজাৰ পৰা অনুমতি লৈ যায়।

যযাতিয়েই যেতিয়া জীৱনৰ আনন্দ পৰিত্যাগ কৰিব লগীয়া হৈছিল: ৰজা যযাতি দিনে ৰাতিয়ে ভোগ-বিলাসত মত্ত হৈ আছিল। এইকাৰণে তেওঁ নিজৰ পুতেকৰ যৌৱনো কাঢ়ি লৈছিল। কিন্তু শেহত তেওঁৰ এই-বোৰতো বিৰক্তি জন্মিল আৰু তেওঁ বুজিব পাৰিলে যে:

ন জাতু কামঃ কামানামুপভোগেন শাম্যতি।
হৱিষা কৃষ্ণবৰ্ত্মেৱ পুনৰেৱাভিবৰ্ধতে ॥

[ ভোগ-বিলাসক উপভোগ কৰিলেও কামনা অতৃপ্ত হৈ থাকে ; যেনেকৈ ঘি হোমৰ জুইৰ দৰে উদ্দীপ্ত হৈ হে পৰে। ]

## ৬৬। সুবৰ্ণ দেশৰ মাতা ঐৰাৱতী

কৃপাৰ উৎপাত : বানপানী। ইয়াৰ আৰু এটা অৰ্থ আছে—যেতিয়া নীল নদীত ঢল আহে, তেতিয়া ই নিজৰ লগত মাটিবোৰ উটুৱাই আনে, যাৰ কাৰণে পথাৰৰ শস্য ভাল হয়। মিচৰীয় লোকে ইয়াক 'নীলৰ কৃপা' বুলি কয়।

ডবা খেলুৱৈ কালিদাস : ভৱভূতিয়ে 'উত্তৰ ৰামচৰিত' লিখাৰ পাছত হেনো সম্পূৰ্ণ কাব্য কালিদাসক পঢ়ি শুনাইছিল। কালিদাসৰ ডবা খেল বৰ প্ৰিয় আছিল। তেওঁ ডবা খেলি খেলি এই কাব্য শুনি আছিল। কালিদাসে মন দি নুশুনা দেখি ভৱভূতিৰ বৰ বেয়া লাগিল। কিন্তু শেষত যেতিয়া কালিদাসে এটা প্ৰসঙ্গত বৰ সূক্ষ্ম আৰু ৰসিক ভাব সুমাৱলৈ কলে, তেতিয়া ভৱভূতি আচৰিত হৈ গ'ল। গোটেইখন কাব্য শুনাৰ পাছত কালিদাসে কলে 'নাটকখন ভাল হৈছে, কিন্তু এটা অনুস্বৰ অধিক হৈছে।' ৰাম আৰু সীতাই কথা-বতৰা পতাৰ সম্বন্ধে ভৱভূতিয়ে লিখিছে :

অবিদিত-গত-যামা ৰাত্ৰিৰেৱং ব্যৰংসীৎ ॥

[ এইদৰে ( এৱং ) নানা ৰকমৰ কথা পাতি পাতি কেনেকৈ যে ৰাতি শেষ হৈ গ'ল, সেইটো আমি বুজিবই নোৱাৰিলোঁ অথচ গোটেই ৰাতি শেষ হৈ গ'ল। ]

যেতিয়া কালিদাসে এটা অনুস্বৰ কমাই দিয়াৰ কথা কলে, তেতিয়া সম্পূৰ্ণ অৰ্থ সলনি হৈ গ'ল। তাৰ ভিতৰলৈ এটা সৌষ্ঠৱ আহিল :

অবিদিত-গত-যামা ৰাত্ৰিৰেৱ ব্যৰংসীৎ ॥

[ ( নানা ৰকমৰ কথা পাতি পাতি ) কেনেকৈ যে ৰাতি শেষ হ'ল সেইটো আমি বুজিবই নোৱাৰিলোঁ ( অৰ্থাৎ আমাৰ কথা পূৰা নহ'ল )। ]

ই এক জনশ্ৰুতিহে, কাৰণ কালিদাস আৰু ভৱভূতি সমকালীন কবি নাছিল।

শান ৰাজ্য : ব্ৰহ্মদেশৰ চীনৰ সীমাৰ ওচৰৰ অৰ্দ্ধ স্বাধীন ৰাজ্য। শান মানুহবোৰ ব্ৰহ্মদেশ, অসম, শ্যাম আৰু দক্ষিণ চীনত আছে। এওঁলোক দেখাত বগা, বৌদ্ধধৰ্ম্মী আৰু বৰ পৰিশ্ৰমী জাতি। এওঁলোকৰ মাজত বহু পত্নী প্ৰথাৰ প্ৰচলন আছে।

জাহাজত থকা পক্ষী : জৈসে উড়ি জাহাজকো পঞ্ছী ফিৰি জাহাজ পৈ আৱে,'— সুৰদাস।

অৰ্থাৎ, যিদৰে জাহাজৰ চৰাই উৰি গৈ আকৌ জাহাজলৈ ঘূৰি আহে।

অনিচ্চাৰত : 'অনিত্যা যত সংস্কাৰা উৎপত্তি-ব্যয়ধৰ্মিণঃ।'

[ সৃষ্টি আৰু বিনাশ এয়েই যাৰ ধৰ্ম্ম, এনেকুৱা সংস্কাৰ ( সৃষ্ট পদাৰ্থ ) অনিত্য। ]

শ্ৰান্ত : ক্লান্ত মানুহৰ তত্ত্বজ্ঞান।

চিৰন্তন : চিৰকাললৈ স্থায়ী হৈ থকা। সম্পূৰ্ণজ্ঞানী মানুহৰ তত্ত্ব জ্ঞান।

সুবৰ্ণ দেশ : ব্ৰহ্মদেশৰ বৌদ্ধ কালীন নাম।

## ৬৭। সাগৰৰ সহবাস

ত্ৰিকাণ্ড : তিনিটা কাণ্ড বা তিনিটা ভাগ থকা। শ্ৰৱণত তিনিটা তৰা আছে। মৃগ নক্ষত্ৰৰ পেটত তিনিটা তৰাৰ ইষু ত্ৰিকাণ্ড নক্ষত্ৰ আছে। শ্ৰৱণো তাৰ নিচিনাই। সেইকাৰণে ইয়াক ত্ৰিকাণ্ড বোলা হয়।

খস্বস্তিক : আমি য'ত থিয় হৈ থাকোঁ, সেই ঠাইৰ মূৰৰ ওপৰত থকা আকাশৰ ভাগ বা বিন্দু। ইংৰাজীত ইয়াকে 'জেনিথ' বোলে।

নিজৰ চাকিৰ পোহৰেৰে : যিদৰে তাঁৰ বিভাগৰ 'কট্ট' আৰু 'কড'— এই দুয়োটা ধ্বনিৰ পৰা গোটেই লিপি তৈয়াৰ কৰা হৈছে, সেইদৰেই ৰাতিৰ পোহৰে যেন দূৰ-দূৰণিলৈকে বাতৰি পঠিয়ায়। দিনৰ সূৰ্য্যৰ পোহৰেও এনেকুৱা বাতৰি পঠিয়ায়। ইয়াক 'হেলিয়ো গ্ৰাফ', বুলি কয়।

ত্ৰিখণ্ড সহকাৰ : আফ্ৰিকাত আদিমবাসী ক'লা মানুহৰ বাহিৰে ( যিসকল গোলাম বা বন্দুৱা আছে ) শাসক শ্বেতাঙ্গ ইউৰোপীয়ান মানুহো

আছে আৰু বেহা-বেপাৰৰ কাৰণে পূৰ্ব-কালৰ পৰা অহা মিঠা-বৰণীয়া বা হালধিয়া বৰণৰ আৰব, ভাৰতীয় আৰু চীনৰ মানুহো আছে। তিনিও খণ্ডৰ এই মানুহবোৰৰ মাজত যি সহযোগ চলে, তাক ত্ৰিখণ্ড সহকাৰ বুলি কোৱা হৈছে—যদিও এই সহযোগিতাত বৈষম্য আছে।

## ৬৮। ৰেখোল্লঙ্ঘন

ৰেখোল্লঙ্ঘন : ভূ-মধ্য-ৰেখা উল্লঙ্ঘন।

শান্তা, দুৰ্গা : শুভংকৰা শান্তা আৰু ভয়ংকৰী দুৰ্গা। গোৱাত শান্তা-দুৰ্গাৰ দেৱালয় আছে।

## ৬৯। নীলোত্রী

শ্ৰীঅপ্পাচাহাব : ঔন্ধৰ অন্তিম ৰজাৰ দ্বিতীয় পুত্ৰ শ্ৰীঅপ্পাচাহাব পন্ত। যেতিয়া এওঁ ভাৰত-চৰকাৰৰ কমিচনাৰ হৈ আফ্ৰিকাত আছিল তেতিয়া এওঁক দেখি তাৰ মানুহ যথেষ্ট প্ৰভাবিত হৈছিল।

ঈশোপনিষদ্ : ওঠৰটা মন্ত্ৰৰ এখন সৰু উপনিষদ্। শ্ৰীবিনোবাজীয়ে ইয়াক বেদৰ সাৰ আৰু গীতাৰ বীজ বুলি কৈছে। গান্ধীজীয়ে কৈছিল যে ইয়াৰ ভিতৰত হিন্দু ধৰ্মৰ গোটেই তত্ত্ব সোমাই আছে। ইয়াৰ প্ৰথম মন্ত্ৰটো তেওঁৰ বৰ প্ৰিয় আছিল, আৰু ইয়াৰ বিষয়ে তেওঁ কেইবাৰাৰো আলোচনা কৰিছিল। 'ঈশোপনিষদ্'ৰ প্ৰথম মন্ত্ৰটো হৈছে এই :—

ঈশাবাস্যমিদꣳ সৰ্বং যৎকিঞ্চ জগত্যাং জগৎ।
তেন ত্যক্তেন ভুঞ্জীথা মা গৃধঃ কস্যসিদ্ধনম্ ॥

এই উপনিষদক ঈশাবাস্যোপনিষদ্ বুলিও কয়।

মাণ্ডূক্য উপনিষদ্ : ঈশোপনিষদতকৈয়ো সৰু। ইয়াত কেৱল বাৰটা মন্ত্ৰহে আছে। ইয়াত ওমৰ যোগেদি সমগ্ৰ অদ্বৈত সিদ্ধান্তৰ মীমাংসা কৰা হৈছে। ইয়াৰ বিষয়ে গৌড় পাদাচাৰ্যাই যি কাৰিকা লিখিছে, তাক অদ্বৈত সিদ্ধান্তৰ প্ৰথম প্ৰবন্ধ বুলি কোৱা হয়। ইয়াৰ ভিত্তিতে শ্ৰীশঙ্কৰাচাৰ্যাই নিজৰ মত স্থাপন কৰিছে।

অঘমৰ্ষণ সূক্ত : 'অৰ্নবৰ আমন্ত্ৰণ' নামৰ প্ৰকৰণত ইয়াৰ উল্লেখ কৰা হৈছে।

যদি মই সংস্কৃত কবি হলোহেঁতেন : সংস্কৃত কবি বাল্মীকিয়ে গঙ্গাষ্টকত কৈছে :

মৎ তীৰে তৰুকোটৰান্তৰগতো গঙ্গে। বিহঙ্গো বৰং
ত্বন্নীৰে নৰকান্তকাৰিণি। বৰং মৎস্যোঅথবা কচ্ছপঃ।
নৈবান্যত্র মদান্ধ-সিন্ধুৰ-ঘটা-সংঘট্ট-ঘণ্টা ৰণৎ—
কাৰ-ত্ৰস্ত-সমস্ত-বৈৰি-বনিতা-লব্ধ-স্তুতিৰ্ভূপতিঃ ॥

মিঃ স্পীক (Speke) জন হেনিঙ্গ (১৮২৭—১৮৬৪) নীল নদীৰ উদ্গমৰ সন্ধান কৰোঁতা। এওঁ ভাৰতৰ সামৰিক বিভাগত ভৰ্ত্তি হৈ পঞ্জাবৰ যুদ্ধত খ্যাতি লাভ কৰিলে। তেওঁৰ হিমালয়, তিব্বত আদি প্ৰদেশবোৰত ফুৰাৰ হেপাহ আছিল। আফ্ৰিকাৰ ভূগোল প্ৰচাৰ হোৱাৰ লগে লগে তেওঁ ১৮৫৪ চনত বৰ্টনৰ সৈতে আফ্ৰিকালৈ গ'ল আৰু চোমালিলেণ্ডতো ভ্ৰমণ কৰিলে। তেওঁ নিজৰ 'What led to the Discovery of the source of the Nile' (১৮৫৪) নামৰ কিতাপত তাৰ বৰ্ণনা কৰিছে। ইয়াৰ পাছত তেওঁ আফ্ৰিকাৰ মাজত অৱস্থিত সৰোবৰৰ সন্ধানৰ কাৰণে ওলাল। তেওঁৰ বিশ্বাস আছিল যে উত্তৰ ফালৰ ভিক্টোৰিয়া ন্যাঞ্জা সৰোবৰ নীলৰ উদ্গমস্থান। তেওঁ নিজৰ এই বিশ্বাস 'The Journal of the Discovery of the source of the Nile' নামৰ কিতাপত প্ৰমাণ কৰিছে। বৰ্টনে ইয়াৰ প্ৰতিবাদ কৰিছিল। বৰ্টনৰ মতে টাঙ্গানিকা সৰোবৰ নীলৰ উদ্গমস্থান। দুয়োৰো মাজত বাজহুৱা আলোচনা চলিল। আলোচনাৰ আগদিনা স্পীক চিকাৰলৈ গৈছিল, আৰু তাত তেওঁ নিজেই নিজৰ বন্দুকৰ গুলিত চিকাৰ হৈ গ'ল।

চন্দ্ৰগিৰি : ৰামায়ণৰ অনুসৰি সিন্ধু আৰু সাগৰৰ সঙ্গমস্থানত অৱস্থিত শতশৃঙ্গ পৰ্ব্বত। ইয়াত 'কৰেন জোৰী' পৰ্ব্বত আছে।

মেৰু পৰ্ব্বত : ভাগৱতৰ কথা অনুসৰি জম্বুদ্বীপত থকা ইলাবৃত্তৰ মাজত অৱস্থিত সোণৰ পৰ্ব্বত। ইয়াত মধ্য আফ্ৰিকাৰ উসী নামৰ এটা পৰ্ব্বত আছে যি কিলীমাঞ্জাৰোৰ ওচৰত।

অচ্ছোদ সৰোবৰ : বাণভট্টৰ কাদম্বৰীৰ পৰা এই নাম লোৱা হৈছে।

'শুভ-বাণী' : মঙ্গল-বাণী। ইংৰাজীত 'গোস্পেল'।

ষ্টেন্‌লী : চাৰ হেনৰী মাৰ্টিন (১৮৪০—১৯০৪) এজন সাধাৰণ খেতিয়কৰ ল'ৰা আছিল। এওঁৰ আচল নাম জন ৰোলাণ্ড। এওঁ ল'ৰালি কালত বৰ কষ্টত কটাইছিল। শিক্ষকক মাৰি-কিলাই স্কুলৰ পৰা পলাই গৈছিল। তাৰ পাছত বেজি-সূতা বেচা মানুহৰ ঘৰত কাম কৰিছিল। মাজতে কচাইৰ তাতো কাম কৰিলে। শেহত নিউ অৰ্লিয়েন্স (আমেৰিকা) লৈ যোৱা এখন জাহাজত উঠি কেবিন-বয়ৰ কাম ললে। তাত ষ্টেন্‌লী নামৰ এজন ব্যৱসায়ীয়ে তেওঁক বৰ মৰম কৰিলে। শেহত তেওঁ ৰোলাণ্ডক দত্তকৰূপে গ্ৰহণ কৰিলে। তেতিয়াৰ পৰাই তেওঁৰ নাম ষ্টেন্‌লী হ'ল। পালিত পিতাৰ মৃত্যুৰ পাছত এওঁ সৈন্য বিভাগত যোগ দিলে। যুদ্ধ চলি থকা অৱস্থাত এওঁ বন্দী হ'ল। মুক্ত হোৱাৰ পাছত যেতিয়া ঘৰলৈ ঘূৰি আহিল, তেতিয়া তেওঁক মাকে ঘৰত সোমাবলৈ নিদিলে। এইকাৰণে তেওঁৰ অন্তৰত বৰ আঘাত লাগিল। এতিয়া এটুকুৰা ৰুটিৰ কাৰণে তেওঁ খালাচীৰ জীৱন-যাপন কৰিব লগীয়া হ'ল। এইবাৰ আমেৰিকাৰ নৌ বিভাগত সোমাল। শেহত বাতৰি কাকতত প্ৰবন্ধ লিখিবলৈ ধৰিলে। তেওঁৰ বৰ্ণনা শক্তি অসাধাৰণ আছিল। কেইবাখনো যুদ্ধত সংবাদদাতাৰূপে কাম কৰিছিল। ১৮৬১ চনত 'নিউইয়ৰ্ক হেৰল্ড'ৰ সঞ্চালকে এওঁক তাঁৰ যোগে পেৰিচলৈ মাতি নিলে আৰু আফ্ৰিকাৰ অনুসন্ধানত ওলোৱা লিভিংষ্টোনক বিচাৰিবলৈ আদেশ দিলে। প্ৰায় এবছৰ বতাহ বৰষুণত ঘূৰি ফুৰাৰ পাছত ১৮৭১ চনৰ ১০ নৱেম্বৰত লিভিংষ্টোনক উজীজীত পালেগৈ। তেওঁ "How I found Livingstone" (১৮৭২) নামৰ কিতাপত এই যাত্ৰাৰ বৰ্ণনা কৰিছে। আৰম্ভতে মানুহে তেওঁৰ গল্প শুনি বিশ্বাস কৰা নাছিল। কিন্তু, যেতিয়া তেওঁ লিভিংষ্টোনৰ ডায়েৰী (দিনপঞ্জী) দেখুৱালে, তেতিয়াহে মানুহে বিশ্বাস কৰিলে। ৰাণী ভিক্টোৰিয়াই তেওঁক ৰত্ন-খচিত টেমা উপহাৰ দিছিল। কিন্তু এই বিষয়ে মানুহে তেওঁৰ ওপৰত যি অবিশ্বাস দেখুৱাইছিল আৰু গালি-শপনি পাৰিছিল, এইবাৰে চিৰদিনৰ কাৰণে তেওঁৰ মন ভাগি গ'ল।

১৮৭৪ চনত লিভিংষ্টোনৰ মৃত্যু হল। ইয়াৰ পাছত তেওঁৰ অপূৰ্ণ কাম পূৰ্ণ কৰিবৰ কাৰণে 'ডেইলি টেলিগ্ৰাফ'ৰ মালিকে ৰৰজনি তুলি ষ্টেন্‌লীক

দিলে আৰু এওঁৰ নেতৃত্বত আফ্ৰিকালৈ এটা দল পঠালে। তিনবছৰৰ পাছত তেওঁ এইটো প্ৰমাণ কৰিলে, যে লিভিংষ্টোনে যাক 'লুৱাবাবা' বুলি কৈছিল, ই আৰু কাঙ্গো নদী একেই। তেওঁ ইয়াৰ সম্পূৰ্ণ নৌপথো নিশ্চিত কৰি দিলে। এই কামৰ কাৰণে তেওঁ যি কষ্ট কৰিছিল, সি অবৰ্ণনীয়। তেওঁ ভিক্টোৰিয়া ন্যাঞ্জাৰ সীমা নিৰ্দ্ধাৰিত কৰিলে। টাঙ্গানিয়াৰ দীৰ্ঘতা আৰু সীমাও নিশ্চিত হৈ গ'ল। ইয়াৰ পাছত ডঃবৰ্ক নামৰ নতুন সৰোবৰৰ অনুসন্ধান কৰিলে। তেওঁ 'Through the Dark Continent' নামৰ কিতাপত এই যাত্ৰাৰ বৰ্ণনা কৰিছে। তেওঁৰ এই যাত্ৰাৰ কাৰণেই নীল-নদীৰ উদ্গামৰ দাঁতি-কাষৰৰ সকলোবোৰ প্ৰদেশ ইংৰাজৰ হাতলৈ আহি পৰিল।

কাঙ্গো নৈয়ে যে আফ্ৰিকাৰ মাজৰ প্ৰদেশক ভেদ কৰি জলপথৰ নিৰ্ম্মাণ কৰিছে, এইটোও তেওঁৰ মহত্বপূৰ্ণ অনুসন্ধান। বেলজিয়মৰ ৰজা দ্বিতীয় লিয়োপোল্ডে খুব ভালকৈ ইয়াৰ মহত্ব বুজিব পাৰিলে। সেইকাৰণে আফ্ৰিকাৰ পৰা উলটি অহা নিজৰ কিছুমান মানুহক ষ্টেন্‌লীৰ লগত দেখা কৰিবলৈ তেওঁ মাৰ্চেল্‌চলৈ পঠিয়াই দিলে। তেওঁলোকে ৰজাৰ পক্ষৰ পৰা আকৌ ষ্টেন্‌লীক কাঙ্গোলৈ যাবলৈ অনুৰোধ কৰিলে। কিন্তু সেই সময়ত ষ্টেন্‌লীয়ে অলপ জিৰণি লব খুজিছিল। এতেকে তেওঁ এই অনুৰোধ ৰক্ষা নকৰিলে। ১৮৭৯ চনত লিয়োপোল্ডে তেওঁক আকৌ যাবলৈ মান্তি কৰিলে। তেতিয়া ষ্টেনলীয়ে ইংৰাজ বেপাৰী-বোৰৰ মাজত কাঙ্গোৰ প্ৰতি আগ্ৰহ জন্মাবৰ কাৰণে উঠি-পৰি লাগিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁলোকে ষ্টেন্‌লীৰ এই আগ্ৰহৰ মূল্য দিব নোৱাৰিলে। সেইকাৰণে তেওঁ ক্ৰুচেল্‌চলৈ গৈ লিয়োপোল্ডক জনালে আৰু তেওঁৰ পৰিকল্পনা মানি ললে। তেওঁ আকৌ কাঙ্গোলৈ গ'ল। পাঁচবছৰ অশেষ পৰিশ্ৰম কৰাৰ পাছত লিয়োপোল্ডৰ আধিপত্যত কাঙ্গোত স্বাধীন ৰাজ্য স্থাপন কৰিলে। ইয়াৰ বৰ্ণনা তেওঁ "The Congo and the founding of its free state" (১৮৮৫) নামৰ কিতাপত লিখি থৈ গৈছে।

১৮৮৪ চনত তেওঁ আকৌ ইউৰোপলৈ ঘূৰি আহিল। তেওঁ নিজৰ বক্তৃতাৰ যোগেদি জাৰ্ম্মানীত আফ্ৰিকাৰ সম্বন্ধে আগ্ৰহ জন্মালে। আফ্ৰিকাক

ইউৰোপ ৰাষ্ট্ৰৰ ভিতৰত অন্তৰ্ভুক্ত কৰিবৰ কাৰণে প্ৰতিযোগিতা আৰম্ভ হ'ল। ষ্টেন্‌লী ইংলেণ্ডত আছিল ; কিন্তু বেলজিয়মৰ ৰজাৰ প্ৰতি তেওঁৰ যি নিষ্ঠাভাৱ আছিল সি তেওঁক আকৰ্ষণ কৰিছিল। দুয়ো দেশৰ হিতসাধন কৰিবৰ কাৰণে তেওঁ আকৌ আফ্ৰিকালৈ গ'ল। ভূ-মধ্য ৰেখাৰ দাঁতি কাষৰ প্ৰদেশত ঘূৰোতে তেওঁৰ কেইবাজনো লগৰীয়া মৃত্যু-মুখত পৰিল কিন্তু, তথাপি তেওঁ সাহস নেহেৰুৱালে। তেওঁ নিজৰ কাম কৰি গ'ল আৰু ইংৰাজৰ কাৰণে তেওঁ তাৰ বিষয়াৰ পৰা যথেষ্ট সুবিধা আদায় কৰি ললে। তেওঁ এই ভয়ানক যাত্ৰাৰ বৰ্ণনা 'In Darkest Africa' (১৮৯০) নামৰ কিতাপত লিপিবদ্ধ কৰিছে।

এই যাত্ৰাৰ পাছত যেতিয়া ইংলেণ্ডলৈ উলটি আহিল, তেতিয়া তেওঁক নানা ধৰণেৰে সম্মান জনোৱা হ'ল। অক্সফোৰ্ড আৰু কেম্ব্ৰিজ বিশ্ববিদ্যালয়ে তেওঁক অনাৰেৰী ডিগ্ৰী প্ৰদান কৰিলে। তেওঁ এগৰাকী কলাপ্ৰেমী নাৰীক বিয়া কৰালে। পত্নীৰ আগ্ৰহৰ কাৰণে তেওঁক পাৰ্লিয়ামেণ্টলৈ নিৰ্ব্বাচন কৰা হ'ল। কিন্তু, তাত তেওঁৰ বিশেষ আগ্ৰহ নাছিল। নিজৰ যৌবন-কালৰ যাত্ৰা কাহিনী তেওঁ 'My early travels and adventures !' নামৰ কিতাপত বৰ্ণনা কৰি গৈছে। ১৮৯৭ চনত তেওঁ শেষবাৰৰ কাৰণে আফ্ৰি-কালৈ গ'ল। 'Through south Africa' নামৰ কিতাপত তেওঁ ইয়াৰ বৰ্ণনা কৰিছে। ১৮৯৯ চনত ইংলেণ্ডৰ ৰজাই তেওঁক 'নাইট' উপাধিৰে বিভূষিত কৰিলে। জীৱনৰ অন্তিম কালত সংসাৰৰ পৰা বিৰক্ত হৈ ১৯০৪ চনত তেওঁ ইহলীলা সম্বৰণ কৰিলে।

মিচৰ সংস্কৃতি : মিশ্ৰ দেশত পুৰোহিত, ৰাজ-বিষয়া, খেতিয়ক, শিল্পী, বনুৱা এওঁলোকেই সমাজ ব্যৱস্থাপক আছিল।

অফলাতুনৰ সমাজ-ৰচনা : অফলাতুনে তেওঁৰ 'ৰিপাব্লিক' নামৰ কিতাপত নগৰ আৰু ৰাজ্যৰ আদৰ্শৰ ছবি দাঙি ধৰিছে, যত তেওঁ মানুহক চাৰিটা শ্ৰেণীত বিভক্ত কৰিছে—(১) শাসক-তত্ত্বজ্ঞ, (২) যোদ্ধা, কৃষক, শিল্পী আৰু ব্যৱসায়ী, (৪) দাস।

অশ্বত্থামা : অশ্ব + স্থামন্। স্থামন্ = বল। ইয়াত 'স্থামন'ৰ 'ন' লোপ হৈছে।

## ৭০। বৰ্ষাগান

কালিদাসৰ শ্লোক : শ্লোকটো হৈছে এনেকুৱা—

নৱজলধৰঃ সন্নদ্ধোঽয়ং ন দৃপ্তনিশাচৰঃ।
সুৰধনুৰিদং দূৰাকৃষ্টং ন নাম শৰাসনম্॥
অয়মপি পটুৰ্ধাৰাসাৰো ন বাণ পৰম্পৰা।
কনক-নিকষ স্নিগ্ধা বিদ্যুৎ প্ৰিয়া ন মমোৰ্ৱশীম্॥

—বিক্ৰমোৰ্ৱশীয়ম্। ৪ অঙ্ক ১ শ্লোক।

ই নিশ্চয় অলঙ্কাৰৰ উদাহৰণ। শ্লোকৰ অৰ্থ মূল কিতাপত দিয়া হৈছে।

চিৰ প্ৰবাসী : আমাৰ মানুহে চিৰ-প্ৰবাসক মৰণ-তুল্য মানে। 'ৰোগী, চিৰপ্ৰবাসী…যজ্জীৱতি তন্মৰণম্।'

জীৱন প্ৰবাহক পৰাস্ত কৰা সাঁকো : জীৱন প্ৰবাহ পানীৰ প্ৰবাহ। পানীৰ প্ৰবাহে মানুহক সিপাৰলৈ আগ বাঢ়ি যোৱাত বাধা দিয়ে। কিন্তু নৈৰ ওপৰত সেতু বন্ধা থাকিলে নৈৰ এই বাধা দিয়া শক্তি ক্ষীণ হৈ যায়।

সেতু : সেতুৰ অৰ্থ হৈছে বান্ধ, মথাউৰী।

এটা চৰাই বাহৰ ৰূপ : এই উপমা উপনিষদৰ এটা বাণীৰ পৰা লোৱা হৈছে।

'যত্ৰ ভৱতি বিশ্বং একনীড়ম্।'

য'ত সমগ্ৰ বিশ্বই এটা সৰু চৰাইৰ বাহ হৈ পৰে, তাত স্বয়ং ভগৱানেই পক্ষীৰূপ ধাৰণ কৰি এনে চৰাইৰ বাহত থকা জীৱবোৰক উষ্ণতা প্ৰদান কৰে।

কাৰবাৰ : বম্বে ৰাজ্যৰ পশ্চিম সাগৰ-তটত অতিশয় সুন্দৰ বন্দৰ, য'ত বাল্যকালত লিখকে কেইবাবছৰো কটাইছিল। লিখকৰ 'স্মৰণ যাত্ৰা' নামৰ কিতাপত কেইবা বাৰো কাৰবাৰৰ প্ৰসঙ্গ আহিছে।

জীৱন-চক্ৰ : গীতাৰ ৩ অধ্যায়ত ১৬ শ্লোকত এই প্ৰবৰ্ত্তিত জীৱন চক্ৰৰ উল্লেখ কৰা হৈছে। এই সম্বন্ধে লিখকৰ 'জীৱন-চক্ৰ' নামৰ প্ৰবন্ধ বিশেষভাৱে পঢ়িবলগীয়া।

পৰম্পৰাৱলম্বনৰ দ্বাৰা সম্পাদিত স্বাশ্ৰয় : ব্যক্তিগত জীৱনৰ কাৰণে স্বাশ্ৰয়ৰ প্ৰয়োজন। সামাজিক জীৱনৰ আধাৰত পৰস্পৰ অৱলম্বনেই

প্ৰধান। এনেকুৱা পৰস্পৰাবলম্বনত যেতিয়া আদান-প্ৰদান হয়, তেতিয়া আনৰ ওপৰত জীৱনৰ ভাৰ নজপাকৈ স্বয়ং স্বাবলম্বী হৈ পৰে।

যজ্ঞ-চক্ৰ : গীতাত জীৱন-চক্ৰকে যজ্ঞ-চক্ৰ বুলি কোৱা হৈছে। মন কৰক, 'সহযজ্ঞাঃ প্ৰজাঃ সৃষ্ট্বা ই'—গীতা, অধ্যায় ৩, শ্লোক ১০-১৬।

অৱতাৰ কৃত্য : অৱতাৰৰ শব্দাৰ্থ হৈছে তললৈ নমা। ধৰষুণৰ পানী ওপৰৰ পৰা তললৈ নামি আহে। ভগৱানেও তললৈ নামি আহি মনুষ্যৰূপ ধাৰণ কৰে। তেতিয়া তেওঁক অৱতাৰ বোলা হয়।

কুৰুক্ষেত্ৰ : ভাৰতীয় যুদ্ধৰ ৰণভূমি।

মখমলৰ পোক : ইয়াক ইন্দ্ৰগোপ বুলি কোৱা হয়।

বিত্তোপন শোভা : মখমলৰ কাপোৰত যেনেকুৱা শোভা হয়, তেনেকুৱা। এফালৰ পৰা চালে ডাঠ বং যেন লাগে, আনফালৰ পৰা চালে সিয়েই পাতল আৰু আন বৰণৰ হৈ পৰে। ইংৰাজীত ইয়াক 'Shot'বুলি কয়।

আকাশৰ সকলোবোৰ দেৱ : তৰাবোৰ।

'মধুৰেণ সমাপয়েৎ' : আহাৰৰ সৰ্ব্বশেষ বস্তু মিঠা হোৱা উচিত।

'ঋতু সংহাৰ' : কালিদাসৰ এখন অত্যন্ত সুন্দৰ কাব্য, য'ত ছটা ঋতুৰ বৰ্ণনা আছে।

ঋতুভ্য : বিয়াৰ সময়ত সপ্ত-পদী যাবা গৃহস্থাশ্ৰমৰ কাৰণে যি জীৱন-দীক্ষা লোৱা হয়, তাৰ ষষ্ঠ প্ৰতিজ্ঞা হৈছে 'ঋতুভ্যঃ'। 'জীৱনত আমি ছয়ো ঋতু পৰিবৰ্ত্তনৰ লগে লগে জীৱন-পৰিবৰ্ত্তনো কৰিম,—সেই প্ৰতিজ্ঞাৰ ভাব এয়েই।